আধুনিক বিশ্বৰ

# এশগৰাকী মহান ব্যক্তি



সম্পাদনা

কনকসেন ডেকা

*A collection of 100 great modern lives of the world edited by Kanaksen Deka and published by N. K. Bharali, Dispur Print House, Guwahati-6. Price Rs. 120*

---

# আধুনিক বিশ্বৰ এশগৰাকী মহান ব্যক্তি


প্ৰকাশক ঃ নিৰোদ কুমাৰ ভৰালী
দিছপুৰ প্ৰিণ্ট হাউছ
দিছপুৰ, গুৱাহাটী-৬

প্ৰথম প্ৰকাশ
নৱেম্বৰ, ১৯৯৪

দ্বিতীয় প্ৰকাশ
মাৰ্চ, ১৯৯৫

বেটুপাতঃ ভবেশ ভৰালী

মূল্যঃ এশ বিশ টকা

মুদ্ৰকঃ ৰামপ্ৰসাদ
দিছপুৰ প্ৰিণ্ট হাউছ
দিছপুৰ ঃ গুৱাহাটী-৬

পৰিবেশকঃ দিছপুৰ প্ৰিণ্ট হাউছ
গুৱাহাটী-৭৮১০০৬



পিতৃদেৱ
গৌৰীসেন ডেকাৰ স্মৃতিত

*He who would win the name of truly great*
*Must understand his own age and the next.*
—*J.R. Lowell.*

# ভূমিকা

'আধুনিক বিশ্বৰ এশগৰাকী মহান ব্যক্তি'— এই সংকলনত মানৱ সমাজলৈ বিশেষ বৰঙণি আগবঢ়োৱা আধুনিক বিশ্বৰ এশগৰাকী ব্যক্তিৰ জীৱনী সামৰি লোৱা হৈছে। অৱশ্যে এনে ক্ষুদ্ৰ পৰিসৰত এই সকলৰ পূৰ্ণাঙ্গ জীৱন-কৃতি দাঙি ধৰাটো কোনোপধ্যেই সম্ভৱ নহয়, বৰং আইনষ্টাইন, মহাত্মা গান্ধী, মাও, চাৰ্চিল আদিৰ লেখীয়া বৰ্ণাঢ্য ব্যক্তি একোগৰাকীৰ পূৰ্ণাঙ্গ জীৱনী ৰচনা কৰিবলৈ হ'লে এই সংকলনৰ কলেৱৰতকৈও বৃহৎ হ'ব। সেয়ে গ্ৰন্থখনত ইয়াত সন্নিৱিষ্ট স্মৰণীয় ব্যক্তিসকলৰ জীৱনৰ উল্লেখযোগ্য দিশ সমূহ সামৰি লোৱাৰ চেষ্টাৰ ত্ৰুটি কৰা নাই। কিন্তু আধুনিক বিশ্বৰ এশগৰাকী স্মৰণীয় ব্যক্তি নিৰ্বাচন কৰি উলিওৱাটোও নিৰাপদ নহয়; কিয়নো একোগৰাকী ব্যক্তিক ভিন্ ভিন্ দৃষ্টিকোণেৰে মূল্যাংকন কৰাৰ সুযোগ থাকি যায়। এশগৰাকী মহান ব্যক্তিৰ ভিতৰত এগৰাকী অসমীয়াকো অন্তৰ্ভুক্ত কৰাৰ আমাৰ প্ৰবল হাবিয়াস আছিল; কিন্তু সেইগৰাকী অসমীয়া কোন হ'ব পাৰে তাৰ গ্ৰহণযোগ্য উত্তৰ বিচাৰি পোৱাটো সম্ভৱ নহ'ল।

সামৰণিত সংকলনটি যুগুতাই উলিওৱাত প্ৰত্যক্ষ বা পৰোক্ষ ভাৱে সহায় কৰা সকলোৰে প্ৰতি কৃতজ্ঞতা থাকিল।

দিছপুৰ
এক নৱেম্বৰ, ১৯৯৪

# সূচী পত্র

# এলবার্ট আইনষ্টাইন

সন্ধ্যাৰ শেৰিচ চহৰ। এখন কফিৰ দোকানত বহি জধলা সাজ-পোছাকৰ এজন আদ-বয়সীয়া মানুহে ইকাপৰ পিছত সিকাপকৈ কফি খাই গৈছে আৰু মাজে মাজে ব্যগ্ৰভাৱে তেওঁ বহি থকা ঠাইৰ পৰা বিপৰীতমুখে ৰাস্তাটোৰ সিপাৰে থকা ঘৰ এটালৈ চাইছে। লাহে লাহে মানুহজনৰ মুখত চিন্তাৰ ৰেখা ফুটি উঠিবলৈ ধৰিলে, কাৰণ ইতিমধ্যে যথেষ্ট সময় হৈছে। তেওঁ মাজে মাজে মূৰটো খজুৱাই কিবা এটা যেন মনত পেলাবলৈ চেষ্টা কৰিছে। এনেতে, ইমানপৰে তেওঁক লক্ষ্য কৰি থকা মানুহ এজনে ওচৰ চাপি আহি মানুহজনক তেওঁৰ চিন্তাৰ কাৰণটো সুধিলে।

'এহ, নকব আৰু বুজিছেনে। মই বৰ বিপদত পৰিছো। এই চহৰলৈ মই আজিয়েই প্ৰথম আহিছো। ল'ৰা-ছোৱালীকেইটাক মাকৰ সৈতে হোটেলত এৰি থৈ মই কফি একাপ খাম বুলি ওলাই আহিছিলোঁ, পিছে এতিয়া হোটেললৈ ঘূৰি যোৱা ৰাস্তাটো কোনোমতেই মনত পেলাব পৰা নাই।" আগন্তুকজনে হাঁহি মাৰি ক'লে, "অ' এইটোহে কথা। আপুনি থকা হোটেলখনৰ নামটো কওকচোন। হোটেলখনৰ নামটো জানিলে মই আপোনাক সহায় কৰিব পাৰোঁ।"

এইবাৰ মানুহজন পুনৰ বিপদত পৰিল। তেওঁ আকৌ এবাৰ মূৰটো খজুৱাই বৰ অস্পষ্টভাৱে ক'লে,— "হোটেলখনৰ নামটোও মনত নাই।"

"ৰাস্তাৰ নাম ?"

"মনত নাই।" মানুহজনে এইবাৰ বৰ লজ্জিতভাৱে উত্তৰ দিলে। 'মহা মছিলা কি কৰা যায় এতিয়া',— তেওঁক সহায় কৰিবলৈ আগবাঢ়ি অহা মানুহজনে মনে মনে ভাবিলে।

'সেই দেশৰ নিয়ম অনুযায়ী যিকোনো বিদেশী লোক পৌৰিচ চহৰত প্ৰৱেশ কৰাৰ লগে লগে তেওঁৰ বিষয়ে সকলো তথ্যপাতি পুলিচ বিভাগত লিপিবদ্ধ কৰি ৰখা হয়। লগতে তেওঁ কোন হোটেলত উঠিছে সেইটোও লিখা থাকে।

শেষত যেতিয়া পুলিচৰ সহায়ত মানুহজনৰ হোটেলখন বিচাৰি উলিওৱা হ'ল, তেতিয়া দেখা গ'ল যে মানুহজনে কফি খাই থকা অৱস্থাত ৰাস্তাটোৰ বিপৰীত ফালে থকা যিটো ঘৰৰ ফালে ব্যগ্ৰভাৱে চাই আছিল সেইখনেই আছিল তেওঁ থকা হোটেল।

এই অন্যমনস্ক মানুহজন হ'ল পৃথিৱীৰ সৰ্বকালৰ শ্ৰেষ্ঠ চিন্তাবিদ সকলৰ এজন এলবাৰ্ট আইনষ্টাইন। আপেক্ষিকতাবাদ সূত্ৰ আবিষ্কাৰক, পৰমাণু বিজ্ঞানৰ জনক এলবাৰ্ট আইনষ্টাইন।

পৃথিৱীৰ এই শ্ৰেষ্ঠ মনীষীগৰাকীৰ জন্ম হয় জাৰ্মানিৰ উইটেনবাৰ্গ অঞ্চলৰ উলম চহৰত ১৮৭৯ খৃষ্টাব্দৰ ১৪ মাৰ্চত। তেওঁৰ পিতাকৰ নাম আছিল হাৰমেন আইনষ্টাইন। হাৰমেন আইনষ্টাইন আছিল এজন ব্যৱসায়ী। তেওঁৰ দেউতাকৰ এজন ইঞ্জিনিয়াৰ ভায়েক আছিল। এলবাৰ্টৰ দেউতাক আৰু এই খুৰাকজনে মিলি বৈদ্যুতিক আহিলাপাতি তৈয়াৰ কৰা এটা কাৰখানা চলাইছিল। কাৰখানাৰ কামৰ বাহিৰৰ আজৰি সময়খিনি খুৰাকে এলবাৰ্টৰ লগতে কটাইছিল- অংকৰ নানান খেলা কৰি। বয়স অলপ বুজন হোৱাৰে পৰা এলবাৰ্টেও খুৰাকৰ লগত এই অংকৰ খেলাত সমানে অংশ ল'ব পৰা হ'ল। এনেকৈয়ে নিচেই কম সময়তে এলবাৰ্টৰ মনত অংকৰ প্ৰতি এক গভীৰ অনুৰাগৰ সৃষ্টি হয়।

এলবাৰ্টৰ বয়স যেতিয়া ১৫ বছৰ, সেই সময়তে মিউনিখত থকা তেওঁৰ দেউতাকৰ কাৰখানাটো বন্ধ হৈ যায়। নতুন ভাগ্যৰ সন্ধানত আইনষ্টাইন পৰিয়াল মিউনিখৰ পৰা মিলানলৈ যায়। এই সময়লৈকে এলবাৰ্টৰ স্কুলৰ পঢ়া শেষ হোৱা নাই। সেয়ে মিউনিখৰ স্কুল এৰি অহাৰ সময়ত তেওঁ কোনো চাৰ্টিফিকেট লগত আনিব পৰা নাছিল। এতিয়া নতুন ঠাইত আহি তাৰ স্কুলত ভৰ্তি হোৱাটো এটা সমস্যা হৈ দেখা দিলে। ইতিমধ্যে হাৰমেন আইনষ্টাইনৰ ব্যৱসায়ৰ অৱস্থা অধিক বেয়াৰ ফাললৈ যায়। হাৰমেনে এলবাৰ্টক পৰামৰ্শ দিলে কাৰিকৰী বিষয় এটাত উত্তীৰ্ণ হৈ তেওঁৰ ব্যৱসায়ত সহায় কৰিব লাগে। অনেক চেষ্টাত চুইজাৰলেণ্ডৰ জুৰিখত থকা এখন পলিটেকনিক স্কুলত এলবাৰ্টক ভৰ্তি কৰাব পৰা গ'ল। এই স্কুলৰ কৰ্তৃপক্ষই মিউনিখৰ স্কুলত বিজ্ঞান আৰু অংক বিষয়ত

এলবার্টে লাভ কৰা প্ৰশংসা পত্ৰ চায়েই তেওঁক স্কুলত ভৰ্তি কৰাৰ বাবে অনুমোদন জনায়।

জুৰিখৰ এই পলিটেকনিক স্কুলখনৰ এটা আন্তৰ্জাতিক নাম আছিল। এই স্কুলত পঢ়িবলৈ দেশ বিদেশৰ ছাত্ৰ-ছাত্ৰী আহিছিল। এলবাৰ্টৰ শ্ৰেণীতে মিলেভা মাৰিটচ্ নামৰ এগৰাকী ছোৱালী আছিল। হাংগেৰীৰ পৰা অহা যুৱক এলবাৰ্টৰ পদাৰ্থ বিদ্যা আৰু অংকৰ প্ৰতি থকা গভীৰ অনুৰাগৰ বাবে মিলেভা লাহে লাহে এলবাৰ্টৰ প্ৰতি আকৃষ্ট হয়। স্কুলৰ শ্ৰেণীসমূহ শেষ হোৱাৰ পিছতো যথেষ্ট সময়লৈ এলবাৰ্ট আৰু মিলেভাই গৱেষণাগাৰত তেওঁলোকৰ পৰীক্ষা-নিৰীক্ষা চলাই গৈছিল।

এই পলিটেকনিকৰ পৰা পাছ কৰি এলবাৰ্টে দেখিলে যে তেওঁৰ মনে বিচৰা চাকৰি এটা পোৱাটো বৰ সহজ কথা নহয়। অনেক চেষ্টাৰ মূৰত অৱশেষ্যে তেওঁ বাৰ্ণ চহৰৰ এটা পেটেন্ট অফিচত চাকৰি এটা পালে। এই চাকৰিত যোগ দিয়েই তেওঁ তেওঁৰ একালৰ স্কুলৰ লগৰী মিলেভাক বিয়া কৰায়। পিছে গৱেষণাগাৰৰ চাৰিবেৰৰ বাহিৰত যে তেওঁলোকৰ কোনো কথাতে মিল নাই সেইটো অতি সোনকালেই প্ৰকাশ পালে।

পেটেন্ট অফিচত আইনষ্টাইনৰ বিশেষ ব্যস্ততা নাছিল। তেওঁৰ কামৰ ভিতৰত পৰিছিল কেৱল নতুন নতুন আৱিষ্কাৰ সমূহৰ তালিকা একোখন প্ৰস্তুত কৰি ৰখা। এই কাম কৰি তেওঁ অনেক আজৰি সময় পাইছিল। এই আজৰি সময়ত তেওঁ আত্মনিয়োগ কৰিছিল নিজৰ বৈজ্ঞানিক গৱেষণাত।

১৯০৫ চনত এলবাৰ্ট আইনষ্টাইনে পোহৰৰ উৎস আৰু পৰিবৰ্তন সম্পৰ্কে এটি প্ৰবন্ধ প্ৰকাশ কৰে। এই নতুন তথ্য সম্বলিত প্ৰবন্ধটো প্ৰকাশ হোৱাৰ লগে লগে শিক্ষা জগতত এই বিষয়ে গভীৰ চিন্তা চৰ্চা হ'বলৈ ধৰে আৰু আইনষ্টাইনক জুৰিখ বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিবৰ বাবে আমন্ত্ৰণ জনোৱা হয়।

জুৰিখ বিশ্ববিদ্যালয়ত সহকাৰী অধ্যাপকৰ চাকৰিত অতি কম দৰমহাৰে তেওঁ বৰ কষ্টত চলিবলগীয়া হয়। আইনষ্টাইনে পিছৰ জীৱনত এইবোৰটা দিনৰ কথা মনত পেলাই ৰসিকতা কৰি কৈছিল,- ‘মই আপেক্ষিকতাবাদৰ গৱেষণা কালত অন্তৰীক্ষৰ প্ৰতিটো চুকতে একোটাকৈ ঘড়ী ওলোমাই লৈছিলোঁ; কিন্তু প্ৰকৃতপক্ষে মোৰ কোঠাটোৰ বাবে ঘড়ী এটা মই যোগাৰ কৰিব নোৱাৰিছিলোঁ।’

১৯১১ চনত তেওঁ অধিক দৰ্মহাৰ প্ৰাগ বিশ্ববিদ্যালয়ত এটি চাকৰি পায়; কিন্তু ইয়াতো তেওঁ বেছি দিন থাকিব নোৱাৰিলে,- কিয়নো ইতিমধ্যে ইহুদীসকলৰ প্ৰতি জাৰ্মান সকলৰ মনত ক্ৰোধ আৰু ঘৃণাৰ ভাব ক্ৰমাৎ বৃদ্ধি পাই আহিছিল। তাৰ ৩০ বছৰৰ পিছত জাৰ্মানিত হ'বলগীয়া ইহুদী নিধনযজ্ঞৰ সূত্ৰপাত ইতিমধ্যেই হৈছিল।

এলবাৰ্টলৈ এনে সময়তে আমন্ত্ৰণ আহে চুইজাৰলেণ্ডৰ জুৰিখত থকা সেই পলিটেকনিকৰ পৰা য'ত তেওঁ এসময়ত ছাত্ৰ আছিল। মিলেভাইও এই কথাত মনে মনে বৰ ভাল পালে।

এই পলিটেকনিকত কাম কৰি থকা অৱস্থাতেই তেওঁ আৰু কেইটামান আলোড়নকাৰী বৈজ্ঞানিক তথ্য আৱিষ্কাৰ কৰে আৰু এইবোৰ প্ৰবন্ধ আকাৰে প্ৰকাশ পায়। এইবাৰ তেওঁলৈ প্ৰচীয় ৰাজকীয় বিজ্ঞান একাডেমীৰ সদস্য পদৰ লগতে বাৰ্লিনত নতুনকৈ আৰম্ভ হোৱা কেইজাৰ উইলহেম ইনষ্টিটিউটৰ পৰিচালকৰ পদ আগবঢ়োৱা হয়। কোনো বিজ্ঞানীৰ পক্ষেই এই ধৰণৰ সুবিধা দলিয়াই পেলোৱাটো সম্ভৱ নহয়। এই চাকৰিৰ পৰা তেওঁৰ অৰ্থাভাৱ দূৰ হোৱাৰ লগতে গৱেষণাৰ কাৰণেও পৰ্যাপ্ত সময় ওলাব। গতিকে তেওঁ এই চাকৰি গ্ৰহণ কৰিলে; কিন্তু তেওঁৰ পত্নী মিলেভা বাৰ্লিনলৈ যাবলৈ ৰাজী নহ'ল। আইনষ্টাইনে তেওঁৰ দুই পুত্ৰ আৰু পত্নী মিলেভাক জুৰিখতে এৰি বাৰ্লিনলৈ যাত্ৰা কৰিলে।

বাৰ্লিনলৈ যোৱাৰ এবছৰ পাছত আইনষ্টাইনে এলছা আইনষ্টাইন নামৰ তেওঁৰ এগৰাকী দূৰ সম্পৰ্কীয় মহিলাক বিয়া কৰায়।

ইয়াৰ পিছত ১৯১৩ চনৰ পৰা ১৯৩৩ চনলৈ প্ৰায় কুৰি বছৰ কাল তেওঁ বাৰ্লিনত কটায় আৰু ইয়াতেই তেওঁৰ গৱেষণাৰ কাম শেষ কৰি পৃথিবীৰ বিজ্ঞানী মহলৰ আগত দাঙি ধৰে তেওঁৰ আলোড়নকাৰী আৱিষ্কাৰ আপেক্ষিকতাবাদ সূত্ৰৰ। প্ৰায় ২৫ বছৰৰ কঠোৰ পৰিশ্ৰম আৰু কষ্টৰ মাজেৰে কৰা তেওঁৰ সাধনাৰ ফল তেওঁ লাভ কৰে আৰু সমগ্ৰ বিশ্বৰ বিজ্ঞানী মহলত এক আলোড়নৰ সৃষ্টি কৰাৰ লগতে নিউটনৰ সূত্ৰ সমূহৰ যুক্তি-নাটিৰ ওপৰত এক নতুন চিন্তাৰ জোৱাৰ আনি দিয়ে। সেইটো আছিল যুদ্ধোত্তৰ কাল। প্ৰথম বিশ্বযুদ্ধ ইতিমধ্যে শেষ হৈছে। পৃথিৱী জুৰি তেতিয়া কেৱল সদ্যসমাপ্ত হোৱা যুদ্ধখনৰে চৰ্চা; কিন্তু এই সকলোবোৰ চিন্তা চৰ্চা ভঙ্গ পেলাই ১৯১৯ চনৰ ৭ নৱেম্বৰ তাৰিখে ইংল্যাণ্ডৰ 'দি টাইমচ' কাকতে লিখিলে,- "It is

the discovery of a whole continent of new scientific ideas. It is the greatest discovery in connection with gravitation since Newton enumerated his principles."

আইন ষ্টাইনৰ গৱেষণাৰ বিষয় কেৱল এটা নাছিল। তেওঁ পোহৰ, গতি, সময়, শক্তি আৰু পদাৰ্থ আদিৰ ওপৰত একে সময়তে গৱেষণা চলাইছিল।

আইনষ্টাইনে প্ৰতিষ্ঠা কৰা সত্য সমূহৰ এটা হ'ল 'পদাৰ্থ মাত্ৰেই শক্তি।' এটাক আনটোলৈ ৰূপান্তৰিত কৰিব পৰা যায়। ইয়াৰ আগতে মানুহে বিশ্বাস কৰিছিল যে পদাৰ্থ আৰু শক্তি দুটা সম্পূৰ্ণ বেলেগ বস্তু। ইটা এটুকুৰা পদাৰ্থ। উত্তাপ শক্তি। এই ইটা আৰু উত্তাপ দুটা ভিন্ন বস্তু, কিন্তু আইনষ্টাইনে এই ধাৰণা ভুল বুলি প্ৰমাণিত কৰে। সমসাময়িক পদাৰ্থবিদ সকলে চিন্তা কৰিলে যে আইনষ্টাইনৰ এই তথ্য সত্য হ'লে বহুতো অসম্ভৱ কথা সম্ভৱ হ'ব। কেইটামান ক্ষুদ্ৰাতিক্ষুদ্ৰ অণুৰ পৰা মানুহে কল্পনাতীত অসীম শক্তি লাভ কৰিব।

এই তত্ত্বৰ কেইবছৰমানৰ ভিতৰতে তৈয়াৰ কৰা হৈছিল পৰমাণু বোমা আৰু আজিৰ পৃথিৱীত পৰমাণু শক্তিৰ কি প্ৰভাৱ তাক নতুনকৈ দোহৰাৰ নিশ্চয় আৱশ্যক নাই।

অৱশ্যে আইনষ্টাইনৰ এই তথ্য তেওঁৰ আপেক্ষিকতাবাদৰ এটা অংশহে মাথোন। আইনষ্টাইনৰ আবিষ্কাৰ সমূহৰ বাবে তেওঁলৈ আগবঢ়োৱা হয় ১৯২২ চনৰ পদাৰ্থ বিদ্যাত নোবেল পুৰস্কাৰ।

ইতিমধ্যে ইউৰোপ আৰু আমেৰিকাৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ পৰা আইনষ্টাইনক অনেকবাৰ আমন্ত্ৰণ জনোৱা হয় বক্তৃতা দিবৰ বাবে।

১৯৩২ চনত আমেৰিকাত আন্তৰ্জাতিক উচ্চ বিজ্ঞান পৰিষদৰ পৰা এনে এক আমন্ত্ৰণ পাই তেওঁ আমেৰিকালৈ যায়। এই যাত্ৰাত আমেৰিকাৰ পৰা ঘূৰি অহাৰ পিছত তেওঁ জাৰ্মানিত প্ৰৱেশ কৰিব নোৱাৰিলে, কাৰণ এই সময়ছোৱাৰ ভিতৰত জাৰ্মানিত আৰম্ভ হৈছিল ইহুদী নিধন পৰ্ব।

আইনষ্টাইনে ইয়াৰ পিছত বেলজিয়ামত থাকিবলৈ লয়। এখন সমুদ্ৰৱৰ্তী গাঁৱত তেওঁ স্বেচ্ছায় নিৰ্বাসিত জীৱন গ্ৰহণ কৰে; কিন্তু আমেৰিকাৰ প্ৰিন্সটন কলেজত অধ্যাপনাৰ বাবে পোৱা আমন্ত্ৰণ গ্ৰহণ কৰি তেওঁ আমেৰিকালৈ যায় আৰু তাতেই থাকিবলৈ লয়। ১৯৩৬ চনৰ ১৫ জানুৱাৰীত তেওঁ আমেৰিকাৰ নাগৰিকত্ব গ্ৰহণ কৰে। জীৱনৰ শেষ কালছোৱাত তেওঁ আন এটা বৈজ্ঞানিক সত্য উদঘাটন কৰি নাম দিয়ে— 'The unified Field

Theory'। এই তত্ত্বত তেওঁ দেখুৱায় যে গ্ৰহ, তৰা, অণু-পৰমাণু তড়িৎ এই সকলোবোৰ একেটা প্ৰাকৃতিক নিয়মৰেই অধীন।

আইনষ্টাইনৰ গৱেষণাৰ আহিলা আছিল এডাল পেন্সিল আৰু কাগজ আৰু সত্যবোৰ উদঘাটন কৰিছিল সেই কাগজত পেন্সিল টুকুৰাৰে অংক কৰি। আন কোনো যন্ত্ৰপাতিয়েই তেওঁৰ নাছিল।

১৯৫৫ খ্ৰী:ৰ ১৮ এপ্ৰিল তাৰিখে এই বিৰাট প্ৰতিভা সম্পন্ন ব্যক্তি, বিজ্ঞানীসকলৰো বিস্ময় এলবাৰ্ট আইনষ্টাইনৰ ইহলীলাৰ অন্ত পৰে।

এই মহান মনীষী গৱাকীৰ জীৱনৰ এনে বহুতো দিশ আছে যিবোৰৰ চৰ্চা সমানেই আকৰ্ষণীয় আৰু আনন্দদায়ক হ'বহেঁতেন; কিন্তু কেৱল এহেজাৰ শব্দৰ প্ৰবন্ধ এটাত এই সকলোবোৰ কথাৰ আলোচনা সম্ভৱ নহয়।

# কাউণ্ট লিঅ' টলষ্টয়

'ওৱাৰ এণ্ড পিচ্' (War and Peace) আৰু 'আন্না কাৰেনিনা' এই দুখন মহৎ গ্ৰন্থৰ নাম ল'লেই যিকোনো সাহিত্যানুৰাগী ব্যক্তিৰ চকুৰ আগত ভাহি উঠিব এই দুই গ্ৰন্থৰ স্ৰষ্টা কাউণ্ট লিঅ' টলষ্টয়ৰ নাম।

লিঅ' টলষ্টয়ৰ তৰুণ বয়সৰ ৰচনাসমূহ পঢ়ি সেই কালৰ আন এজন সাহিত্যিক টুৰ্গেনিভে কৈছিল, 'এই তৰুণ লিখকৰ যশ খ্যাতিৰ আগত আমাৰ যশ খ্যাতি এদিন ম্লান পৰি যাব।' মেক্সিম গৰ্কীয়ে কৈছিল— 'টলষ্টয়ৰ দুটা চকুত এশটা চকুৰ দৃষ্টি শক্তি আছে।'

কাউণ্ট লিঅ' টলষ্টয়ৰ জন্ম হয়, ১৮২৮ চনৰ ২৮ আগষ্ট তাৰিখে, জাৰ শাসিত ৰুছদেশৰ টুলা ৰাজ্যৰ অন্তৰ্গত তেওঁলোকৰ বিখ্যাত জমিদাৰী য়াচ্নায়া পল্‌য়েনা ইষ্টেট'ত। উনৈশ শতিকাৰ ৰুছ দেশৰ জমিদাৰ পৰিয়ালত জন্ম হোৱা সন্তান মানেই বুলিব লাগিব টলষ্টয়ৰ জন্ম হৈছিল সোণৰ চামুচ মুখত লৈ কল্পনাতীত ভোগ-বিলাস প্ৰাচুৰ্যৰ মাজত।

তথাপি বৰ কোমল বয়সৰ পৰাই টলষ্টয় হৈ পৰে বৰ অসুখ প্ৰকৃতিৰ। তেওঁৰ দুবছৰ বয়সত মাক ঢুকায় আৰু ৯ বছৰ বয়সত দেউতাককো হেৰুৱাব লগীয়া হয়। ইয়াৰ পিছত এটা যৌথ পৰিয়ালৰ আন আন শিশু সন্তান সমূহৰ মাজত টলষ্টয় আৰু তেওঁৰ সহোদৰ ভাতৃ-ভগ্নী সকলৰ প্ৰতিপালন হয় পৰিয়ালৰ আত্মীয় সকলৰ হাতত। এই আত্মীয় সকলৰ মাজতে তাতিয়ানা নামেৰে টলষ্টয়ৰ এগৰাকী খুৰীয়েকে বিশেষভাবে তেওঁৰ যত্ন লৈছিল। বাল্যকালত টলষ্টয়ৰ ওপৰত এই খুৰীয়েক গৰাকীৰ যি প্ৰভাৱ পৰিছিল, তেওঁ তাৰ পৰা জীৱনৰ শেষ অৱস্থালৈকে মুক্ত হ'ব পৰা নাছিল।

ভোগ বিলাসৰ জীৱন হলেও কাউণ্ট পৰিয়ালৰ সকলো সদস্যই আছিল [illegible] ধৰ্মী লোক। পৰিয়ালৰ মুৰব্বী সকলৰ [illegible] পৰা দৈনিক প্ৰাৰ্থনাও

'নান' (Nun) হৈছিল। যুবাবস্থাত ভৰি দিয়াৰ আগতেই টলষ্টয়ৰ মনত, ধৰ্মাচাৰ আৰু ভোগ বিলাস এই দুই বিপৰীত ধৰ্মী ভাবৰ সংঘাত ঘটিছিল। সত্য কি, তেওঁ সেই বয়সতে বিচাৰ কৰাত লাগিছিল আৰু এসময়ত হৈ পৰিছিল সত্যানুসন্ধানী। এটা ক্ষমতাশালী, বিত্তশালী পৰিয়ালৰ সন্তান হৈও তেওঁ নিজকে এজন অতি সাধাৰণ মানুহ বুলি ভাবিবলৈ ভাল পাইছিল আৰু সেইদৰে বিশ্বাসো কৰিছিল।

টলষ্টয়, নিজৰ চেহেৰাটো সম্পৰ্কেও বৰ সচেতন আছিল। তেওঁ নিজকে বৰ আপচু বুলি ভাবিছিল। তেওঁৰ প্ৰকৃত চেহেৰাটো লুকুৱাই ৰাখিবৰ বাবেই দীঘলকৈ দাড়ি ৰখা বুলি কৈছিল, কিন্তু কিছুদিনৰ ভিতৰতেই দীঘল দাড়িৰ, চুটি চাপৰ সাধাৰণ চেহেৰাৰ মানুহজন ইউৰোপৰ দেশে দেশে পূজনীয় হৈ পৰিছিল তেওঁৰ কৰ্মৰাশিৰে, য'ত প্ৰতিফলিত হৈছিল তেওঁৰ মহান চিন্তাধাৰা।

মানৱ প্ৰকৃতি আৰু জীৱন সম্পৰ্কে কিছুমান গুৰুত্বপূৰ্ণ চিন্তাই টলষ্টয়ৰ মনত সকলো সময়তে ক্ৰিয়া কৰিছিল যদিও তেওঁ ছাত্ৰ জীৱনত তেওঁৰ অন্যান্য সহপাঠী সকলৰ দৰেই স্বাভাৱিকভাবে সকলো ধৰণৰ ধাহিৰা খেল ধেমালি আদিতো যোগ দিছিল। আনকি মাজে মাজে তেওঁ জুৱাখেল, মদ আৰু মহিলাৰ সান্নিধ্যতো সময় কটাইছিল। কিন্তু এইবিলাকৰ মাজতে একো সময়ত উপলব্ধি কৰিছিল যে তেওঁৰ জীৱনৰ উদ্দেশ্য সফল হোৱা নাই— সেয়ে তেওঁ নিজকে এই বিলাকৰ পৰা আঁতৰাই ৰাখি নিজৰ নৈতিক চৰিত্ৰৰ গঢ় দিব লাগিব।

১৮৫১ চনত, কাজান বিশ্ববিদ্যালয়ৰ শিক্ষা সমাপ্ত কৰি টলষ্টয়ে তেওঁৰ জীৱনৰ প্ৰথম গুৰুত্বপূৰ্ণ সিদ্ধান্তটো গ্ৰহণ কৰিবলগীয়া হয়। ইতিমধ্যে ২২ বছৰ বয়সত ভৰি দিয়া টলষ্টয়ক তেওঁৰ পৰিয়ালবৰ্গই জমিদাৰীৰ দায়িত্ব গ্ৰহণ কৰিবলৈ কয়। কিন্তু তেওঁ জমিদাৰীৰ দায়িত্ব গ্ৰহণ নকৰি সেই সময়ত ককেছাছত জাৰ সৈন্য বাহিনীৰ বিষয়া হৈ থকা তেওঁৰ ককায়েক নিকলায়ৰ ওচৰলৈ যায় আৰু টাৰ্টাৰ জনজাতীয় সকলৰ বিদ্ৰোহ দমনৰ বাবে চলোৱা অভিযানত স্বেচ্ছাসেৱক হিচাপে যোগদান কৰে। পাহাৰীয়া জনজাতীয় গাঁও এখনত সৈন্য বাহিনীৰ এই অভিযানত তেওঁ আহৰণ কৰা অভিজ্ঞতাৰ ভিত্তিত টলষ্টয়ে ৰচনা কৰে The Raid নামৰ গ্ৰন্থখন। এই গ্ৰন্থ ৰচনাৰ আগতে টলষ্টয়ে চেইন্ট পিটাৰ্চবাৰ্গৰ এখন আলোচনীত প্ৰকাশিত Childhood নামৰ এটি আত্মজীৱনীমূলক কাহিনীৰ ৰচয়িতা হিচাপে ইতিমধ্যেই যথেষ্ট সুনাম অৰ্জন কৰি থৈছিল। কিন্তু বিষয়বস্তুৰ সূক্ষ্ম পৰ্যবেক্ষণ, ঘটনাৱলীৰ ওপৰত গভীৰ

মন্নৰ আৰু সাৱলীল প্ৰকাশভংগীৰ উজ্বল নিদৰ্শন The Raid এ তেওঁলৈ কঢ়িয়াই আনে অশেষ খ্যাতি। ইয়াৰ লগে লগে টলষ্টয়ে তেওঁৰ প্ৰথম পূৰ্ণদৈৰ্ঘ উপন্যাস "The Cossacks" ৰচনাৰ কামত হাত দিয়ে।

'The Cossacks' প্ৰকাশিত হৈ ওলোৱাৰ প্ৰাক্‌কালত টলষ্টয়ে 'চিবাষ্টপল' অৱৰোধৰ ওপৰত ব্যক্ত কৰা তেওঁৰ ভাৱৰাজিৰ ৰচনা পঢ়ি উঠি সেই কালৰ আন এজন মহান সাহিত্যিক টুৰ্গেনিভে মন্তব্য কৰিছিল এনেদৰে— 'এই তৰুণ লিখকজনৰ শৰীৰৰ ছাঁত হয়তো আমি সকলোবোৰ হেৰাই যাম। তেওঁৰ খ্যাতিৰ ওচৰত আমাৰ খ্যাতি ম্লান পৰি যাব। হয়তো ৰোম্নোবাই লিখা মেলা কৰিবলৈকে এৰি দিব পাৰে।

ইয়াৰ মাজতে টলষ্টয় কিছুদিনৰ বাবে সৈন্য বাহিনীত সোমায়। কিন্তু সৈন্য বাহিনীত হোৱা অভিজ্ঞতাই তেওঁক যুদ্ধ বিৰোধীহে কৰি তোলে। ইয়াৰ পিছত তেওঁ ইউৰোপৰ দেশসমূহ ভ্ৰমণ কৰে।

ইউৰোপ ভ্ৰমণৰ পৰা ঘূৰি আহি টলষ্টয় পুনৰ 'য়াচনায়া পলিয়েনা'ৰ তেওঁলোকৰ জমিদাৰীত থাকিবলৈ লয় আৰু কৃষক মজদুৰ সকলৰ জীৱনৰ ওপৰত অধ্যয়ন চলাবলৈ ধৰে।

দুবছৰৰ পাছত টলষ্টয় দ্বিতীয়বাৰৰ বাবে বিদেশ ভ্ৰমণলৈ যায়। এইবাৰ তেওঁৰ ভ্ৰমণৰ উদ্দেশ্য আছিল নতুন শিক্ষাপদ্ধতি সম্পৰ্কে জ্ঞান আহৰণ কৰাটো। সেয়ে এই ভ্ৰমণৰ পৰা ঘূৰি আহি তেওঁ 'য়াচনায়া পলিয়েনা'ত এখন বিদ্যালয় স্থাপন কৰে।

এই বিদ্যালয়ত তেওঁ নিজে শিক্ষাদান কৰিবলৈ লয় আৰু কছ দেশত এক নতুন ধাৰাৰ, কবলৈ গ'লে বৈপ্লৱিক শিক্ষা পদ্ধতিৰ অৱতাৰণা কৰে। এই সময়তে টলষ্টয় পুলিচৰ চকুত সন্দেহৰ পাত্ৰ হৈ পৰে আৰু এদিন বিপ্লৱী নথি পত্ৰৰ সন্ধানত পুলিচে তেওঁৰ বিদ্যালয় ভৱন আৰু ঘৰত খানাতালাচী চলাই সকলো বয়-বস্তু লণ্ড-ভণ্ড কৰে। অৱশ্যে পুলিচে কোনো ধৰণৰ আপত্তিজনক তথ্য বিচাৰি নাপালে যদিও টলষ্টয় তেওঁলোকৰ চকুত সন্দেহৰ পাত্ৰ হৈয়ে থাকি গ'ল।

সেই বছৰতে টলষ্টয় অসুখত পৰে আৰু বিদ্যালয়খনো বন্ধ কৰি দিবলগীয়া হয়। ১৮৬২ চনৰ প্ৰথমাৰ্দ্ধত টলষ্টয়ৰ বিয়া হয় চফিয়া বাৰ্চৰ সৈতে। বিয়া হৈ যোৱাৰ কিছুদিনৰ ভিতৰত টলষ্টয়ে তেওঁৰ অমৰ গ্ৰন্থ War and Peace (যুদ্ধ আৰু শান্তি) ৰচনাৰ কামত হাত দিয়ে। দুটা আত্যৰম্ভ কছ পৰিয়ালক

ক্ষেত্ৰ কৰি ৰচিত হোৱা তেওঁৰ এই মহৎ গ্ৰন্থৰ প্ৰকাশে তেওঁক অভূতপূৰ্ব যশ-খ্যাতি আৰু সন্মান প্ৰদান কৰে। সমালোচক সকলেও একমুখে স্বীকাৰ কৰে টলষ্টয়ৰ সৃষ্টিৰ মহানতা। War and Peace চিহ্নিত হয় এক মহৎ কালজয়ী গ্ৰন্থ হিচাপে।

ইয়াৰ প্ৰায় ১০ বছৰৰ পিছত ১৮৭৩ চনৰ মাৰ্চ মাহত টলষ্টয়ে আৰম্ভ কৰে, তেওঁৰ দ্বিতীয়খন এপিক ধৰ্মী উপন্যাস, Anna Karenina ৰচনাৰ কাম। এই গ্ৰন্থ ৰচনাৰ কালত তেওঁক উপৰ্যুপৰি বিপদে আগুৰি ধৰে। প্ৰথমতে তেওঁৰ অতি মৰমৰ খুৰীয়েক তাতিয়ানাৰ মৃত্যু হয়। ইয়াৰ ঠিক পিছতেই অসুস্থ হৈ পৰে তেওঁৰ পত্নী চফিয়া আৰু প্ৰায় একে সময়তে তেওঁৰ দুটি সন্তানৰ আগপিছাকৈ মৃত্যু হয়। ইফালে যি নতুন শিক্ষা পদ্ধতি প্ৰচলনৰ বাবে তেওঁ সংকল্পবদ্ধ হৈ কামত লাগিছিল তাত তেওঁ বহুদূৰ অগ্ৰসৰো হৈছিল। কিন্তু ৰাজ আজ্ঞাত তেওঁৰ সেই আঁচনি বাতিল কৰিবলগীয়া হয়। এই দুৰ্যোগৰ মাজতো তেওঁ 'Anna Karenina' ৰচনাৰ কাম অব্যাহত ৰাখে আৰু এই গ্ৰন্থ প্ৰকাশ হৈ ওলোৱাৰ লগে লগে বিশ্ব সাহিত্যৰ ভঁৰালৰ সৰ্বোৎকৃষ্ট গ্ৰন্থ সমূহৰ এখন হিচাপে পৰিগণিত হয়। এই গ্ৰন্থই মানৱ প্ৰকৃতিৰ বিভিন্নতাৰ ওপৰত টলষ্টয়ৰ যি গভীৰ মননৰ পৰিচয় দিয়ে, মানৱ প্ৰকৃতি চিত্ৰায়িত কৰাৰ ক্ষেত্ৰত চেক্সপিয়েৰৰ বাহিৰে আন কোনো লিখকে সেই চিন্তন মনন আৰু সৃজনৰ পৰিচয় দিব পৰা নাই।

টলষ্টয়ে ইয়াৰ পৰৱৰ্তী কালত ৰচনা কৰা আন দুখনমান বিখ্যাত গ্ৰন্থ হ'ল— The Power of Darkness, The Krrutzer Sonata আৰু Ressurection । ইয়াৰে প্ৰথমখন কৃষক জীৱনৰ অধ্যয়ন। তেওঁৰ শেষৰখন গ্ৰন্থ 'বিছাৰেকচন'ত তেওঁ মানুহৰ মাজত ভাতৃত্ববোধৰ আৱশ্যকতাৰ ওপৰত গুৰুত্ব দি তেওঁৰ আদৰ্শ দাঙি ধৰিছে। এই গ্ৰন্থ ৰচনাৰ পিছত টলষ্টয়ে আজীৱন এজন সংস্কাৰকৰ ভূমিকাত মানৱ সমাজৰ প্ৰতি তেওঁৰ নিস্বাৰ্থ সেৱা আগবঢ়াই যায়।

জীৱনৰ শেষ কালত তেওঁ সকলো সা-সম্পত্তি ত্যাগ কৰি কৃষক মজদুৰ সকলৰ মাজত মিলি যাবলৈ বিচাৰে। তেওঁৰ এই সিদ্ধান্ত গ্ৰহণত পত্নী চফিয়াই বাধাদান কৰাত পতি-পত্নীৰ মাজত বিৰোধ ভাবে দেখা দিয়ে আৰু ১৯১০ চনৰ এটা সময়ত ঘৰ সংসাৰ ত্যাগ কৰি কাউন্ট লিঅ' টলষ্টয়ে ৰেলত উঠি কোনোবা অনিশ্চিত লক্ষ্যলৈ বুলি যাত্ৰা কৰে। ইয়াৰ এসপ্তাহৰ ভিতৰতে, ৰেলত পৈ থকা অৱস্থাতে টান নৰিয়াত পৰি, ৮২ বছৰ বয়সত সাহিত্য জগতৰ ভোটা-তৰা কাউন্ট লিঅ' টলষ্টয়ে ইহলীলা সম্বৰণ কৰে।

# বাৰ্ট্ৰেণ্ড ৰাছেল

এই শতিকাৰ মহামানৱ বাৰ্ট্ৰেণ্ড ৰাছেল একেধাৰে এজন বিশ্ব শ্ৰেষ্ঠ দাৰ্শনিক, গণিতজ্ঞ আৰু ন'বেল বঁটা বিজয়ী সাহিত্যিক হোৱাৰ উপৰিও এজন মানৱ মুক্তি আৰু মানৱাধিকাৰৰ প্ৰবক্তা আছিল।

১৮৭২ চনৰ ১৮ মে' তাৰিখে জন্ম গ্ৰহণ কৰা বাৰ্টেণ্ড ৰাছেলৰ মাত্ৰ এবছৰ বয়সতেই পিতৃবিয়োগ হয়। বিখ্যাত 'আৰ্ল' (Earl) পৰিয়ালৰ সন্তান বাৰ্ট্ৰেণ্ড ৰাছেলক সেই বয়সতেই ৰিচমণ্ড পাৰ্কৰ (Richmond park) পেমব্ৰ'ক ভৱনলৈ লৈ অহা হয়। ইয়াত তেওঁ আইতাকৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হ'বলৈ ধৰে।

'প্ৰিনচিপিয়া মেথেমেটিকা' (Principia Mathematica) ৰ দৰে বিখ্যাত গ্ৰন্থৰ প্ৰণেতা বাৰ্ট্ৰেণ্ড ৰাছেলে তেওঁৰ প্ৰাৰম্ভিক স্কুলীয়া জীৱনত হেনো পূৰণৰ নেওতাখন মনত ৰাখিব নোৱাৰি কান্দি পেলাইছিল। ইফালে বীজ গণিতখন দেখিলেও তেওঁৰ গাত জ্বৰ উঠিছিল। জ্যামিতিতো তেওঁ আছিল তথৈবচ। কিন্তু সেই ৰাছেলেই এদিন গণিত শাস্ত্ৰৰ মহামূল্যবান গ্ৰন্থ 'প্ৰিনচিপিয়া মেথেমেটিকা'ৰ ৰচনা আৰু প্ৰকাশেৰে বিশ্বক চমক খুৱাই তোলে।

বাৰ্ট্ৰেণ্ড ৰাছেলৰ ককাদেউতাক 'লৰ্ড জন ৰাছেলৰ আছিল এটা প্ৰকাণ্ড ঘৰুৱা পুথিভঁৰাল। বাৰ্ট্ৰেণ্ড ৰাছেলৰ দিনটোৰ বেছিভাগ সময় অতিবাহিত হৈছিল এই পুথিভঁৰাল বা গ্ৰন্থাগাৰত। তেওঁৰ অধ্যয়ন কোনো এটা বিশেষ বিষয়ৰ মাজতে সীমাবদ্ধ নাছিল। ১৬ বছৰ বয়সত ভৰ্তি দিয়াৰ আগতেই বাৰ্ট্ৰেণ্ড ৰাছেলে এই গ্ৰন্থাগাৰটোৰ প্ৰায়বোৰ কিতাপেই পঢ়ি শেষ কৰি পেলাইছিল। পৰৱৰ্তী কালত 'ব্ৰিটেইনৰ সৰ্বশ্ৰেষ্ঠ জ্ঞানী' (The wisest man in Britain) খিতাপী লাভ কৰাৰ মূলতে আছিল ৰাছেলৰ এই অধ্যয়ন। কিন্তু এই অধ্যয়নৰ পৰা হোৱা জ্ঞানোপাৰ্জন আৰু তেওঁৰ স্বকীয় চৰ্চাৰ ফলত তেওঁ কেৱল

ব্ৰিটেইনৰেই সৰ্বশ্ৰেষ্ঠ জ্ঞানী হৈ নাথাকিল, তেওঁ এদিন বিশ্বৰ সৰ্বশ্ৰেষ্ঠ জ্ঞানীৰূপে পৰিচিত হ'ল।

অত্যাধিক অধ্যয়নৰ ফলত ১৬ বছৰ বয়স্রতে ৰাছেলৰ চকুৰ দৃষ্টিশক্তি শোচনীয়ভাৱে হ্ৰাস পায়। ফলস্বৰূপে চিকিৎসকৰ নিৰ্দেশক্ৰমে তেওঁ লিখা-পঢ়াৰ পৰা বিৰত থাকিবলগীয়া হয়।

১৮ বছৰ বয়সত ৰাছেল ট্ৰিনিটি কলেজত ভৰ্তি হয়। সেই সময়ত ট্ৰিনিটিত শিক্ষা গ্ৰহণ কৰি থকা বিখ্যাত লোকসকলৰ ভিতৰত বিশেষভাৱে উল্লেখনীয় আছিল কবি থমাছ মূৰ, হোৱাইটহেদ্, এডিংটন, ৰুদাৰফৰ্ড, মাৰ্ছেল আদি। এই প্ৰখ্যাত ব্যক্তিসকলৰ ভিতৰত হেগেলীয় দাৰ্শনিক মেক্‌টেগাৰ্টো আছিল। ৰাছেলৰ সৈতে টেগাৰ্টৰ বন্ধুত্ব হোৱাৰ উপৰিও টেগাৰ্টোৰ দাৰ্শনিক চিন্তাধাৰাৰ প্ৰভাৱো পৰে ৰাছেলৰ ওপৰত।

কেমব্ৰিজৰ ট্ৰিনিটি কলেজৰ পৰা ওলোৱাৰ কিছুকাল পিছতেই অৰ্থাৎ ১৮৯৪ চনৰ ডিচেম্বৰ মাহত এলীচ্ পিয়েৰছেল্ স্মিথৰ সৈতে ৰাছেলৰ বিয়া হয়।

বহুমুখী প্ৰতিভাৰ অধিকাৰী ৰাছেল ৩৮ বছৰ বয়সলৈকে প্ৰধানকৈ গণিতশাস্ত্ৰৰ চৰ্চাতেই ব্যস্ত থাকে। এই সময়ছোৱাতে তেওঁ তেওঁৰ বিখ্যাত গ্ৰন্থ 'প্ৰিনচিপিয়া মেথেমেটিকা'ৰ তিনিটা খণ্ডৰ কাম শেষ কৰে।

কোনো ধৰণৰ স্থিৰীকৃত সূত্ৰৰ ওপৰত ৰাছেলে বিশ্বাস নকৰিছিল। সেয়ে তেওঁ ধৰ্মীয় নীতি-নিয়মৰ ক্ষেত্ৰত থকা নিৰ্দেশাৱলীতো সত্যতাৰ অভাৱ লক্ষ্য কৰিছিল আৰু ধৰ্মকো তেওঁৰ জীৱনত স্থান দিয়া নাছিল। পৰীক্ষা আৰু পৰিদৰ্শনৰ ওপৰত নিৰ্ভৰশীল তেওঁৰ বহু দৰ্শিতাজনিত (Emperical) দৰ্শনৰ ওপৰত ভিত্তি কৰিহে ৰাছেলে সকলো কথালৈ লক্ষ্য কৰিছিল আৰু সেইমতেই বিশুদ্ধ বৈজ্ঞানিক দৃষ্টিভংগীৰে সকলোবোৰ কথা গ্ৰহণ কৰিছিল। তেওঁ এই দৃষ্টিভঙ্গীৰেই মাৰ্ক্সবাদতো বিশ্বাস কৰিছিল আৰু পিছৰ জীৱনত স্থায়ীভাৱে সমাজতন্ত্ৰকেই গ্ৰহণ কৰিছিল।

বৈবাহিক নীতি-নিয়মৰ ক্ষেত্ৰতো ৰাছেলে বিশ্বাস নাৰাখি মুক্ত প্ৰেমহে (Free Love) পোষকতা কৰিছিল। তেওঁ নিজে চাৰিবাৰ বিয়া কৰাইছিল। কিন্তু সামাজিক নিয়মানুসাৰে এই কেইখন বিয়া হোৱা নাছিল। সমাজৰ প্ৰবৰ্তিত এনে প্ৰতিটো নিয়মৰ উলংঘা কৰি তেওঁ এদিন সমাজহীন হৈ পৰিছিল। এই সময়ত তেওঁ প্ৰচলিত ৰীতি-নীতিত বিশ্বাস নৰখা কেতবোৰ লোক বিচাৰি

লৈছিল বন্ধুত্ব কৰিবৰ বাবে আৰু তেনেকৈয়ে তেওঁৰ বন্ধুত্ব হৈছিল চিড্‌নী, বিয়েট্রিচ্ ৱেব (Beatrice Web), বাৰ্ণাৰ্ড শ্ব, চাৰ্লচ ট্রেভেলিন আৰু হাৰ্বাৰ্ট চেম্বুৰেলৰ দৰে বিখ্যাত ব্যক্তিসকলৰ সৈতে।

ৰাছেলে কেৱল সামাজিক সংস্কাৰবহে যে বিৰোধিতা কৰিছিল এনে নহয়। তেওঁৰ ৰাজনৈতিক দৃষ্টিভঙ্গীও আছিল বৈপ্লৱিক। এই বৈপ্লৱিক দৃষ্টিভঙ্গীৰে তেওঁ প্ৰথম মহাসমৰৰ সময়ত ব্ৰিটেইনে পালন কৰা ভূমিকাৰ ঘোৰ বিৰোধিতা কৰিছিল আৰু ফলস্বৰূপে চৰকাৰৰ অপ্ৰিয়ভাজন হৈছিল। প্ৰথম বিশ্বযুদ্ধই ৰাছেলৰ জীৱন আৰু চিন্তাধাৰাৰ আমূল পৰিবৰ্তন সাধন কৰে। প্ৰথমাৱস্থাত যুদ্ধই তেওঁৰ মনত সৃষ্টি কৰা ত্ৰাস আৰু দুখৰ ভাবৰ পৰা মুক্ত হৈ তেওঁ এইবাৰ যুদ্ধ বিৰোধী আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে। তেওঁ 'ন' কন্‌চক্ৰিপচন্ কমিটী (No Conscription Committee) ৰ সদস্যভুক্ত হয় আৰু যুদ্ধবিৰোধী মুখপত্ৰ 'লেবাৰ লিডাৰ' (Labour Leader) কাকতত চৰকাৰৰ বিৰুদ্ধে সমালোচনাত সৰৱ হৈ উঠে। ইয়াৰ পৰিণতি হিচাপে ১৯১৬ চনৰ ১৫ জুন তাৰিখে তেওঁ গ্ৰেপ্তাৰবৰণ কৰিবলগীয়া হয় আৰু পিছত লণ্ডনৰ লৰ্ড মেয়ৰৰ সমুখত ৰাজকীয় সৈন্য বাহিনীৰ মাজত বিশৃঙ্খলতা সৃষ্টি কৰিবলৈ বিচৰাৰ অভিযোগত তেওঁক ১০০ পাউণ্ডৰ জৰিমনাৰ আদেশ দিয়া হয়। ইয়াৰ লগতে তেওঁক ট্ৰিনিটি কলেজৰ চাকৰিৰ পৰাও বৰ্খাস্ত কৰা হয়। আনকি এই সময়তে তেওঁক আমেৰিকাৰ হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ে অধ্যাপনাৰ বাবে জনোৱা আমন্ত্ৰণো, পৰৰাষ্ট্ৰ বিভাগে তেওঁক সেই দেশলৈ পাৰপত্ৰ নিদিয়াৰ ফলত প্ৰত্যাখ্যান কৰিবলগীয়া হয়।

১৯১৭ চনত ৰাছেলে (No Conscription Committee) 'ন' কনচ্‌ক্ৰিপচন কমিটী'ৰ আন এখন মুখপত্ৰ 'দি ট্ৰাইবুনেল'ত লিখা এটি প্ৰবন্ধৰ বাবে ছমাহ কাৰাবাসত কটাবলগীয়া হয়। 'ব্ৰিক্সটন' কাৰাগাৰৰ্ত দ্বিতীয় শ্ৰেণীৰ বন্দী হিচাপে থকা অৱস্থাত তেওঁক টি-এছ-ইলিয়ট, ডেমেণ্ড মেকাৰ্থে আদিৰ দৰে ব্যক্তিসকলে লগ ধৰিবলৈ যায় আৰু তেওঁলোকৰেই হস্তক্ষেপত ৰাছেলে কাৰাগাৰত লাভ কৰে এটা প্ৰথম শ্ৰেণীৰ 'চেল'। ইয়াৰ পিছত বন্দী অৱস্থাতে "ইনট্ৰডাকচন টু মেথমেটিকেল ফিলচফী' (Introduction to Mathematical Philosophy) গ্ৰন্থখন ৰচনা কৰি শেষ কৰাৰ উপৰিও পৰৱৰ্তী কালত প্ৰকাশ পাবলগীয়া তেওঁৰ 'এনালাইচিচ অব মাইণ্ড' (Analysis of Mind) গ্ৰন্থৰ জুমুঠিটোও তৈয়াৰ কৰে। লগতে দে ৱেৰ (Dewey) 'এচেজ ইন এক্সপেৰি মেণ্টেল লজীক' (Essays in Experimentel Logic) গ্ৰন্থৰ এটি সমালোচনাও লিখি উলিয়ায়।

১৯২০ চনত ছোভিয়েত ইউনিয়নৰ আমন্ত্ৰণক্ৰমে ৰাছেলে সেই দেশ ভ্ৰমণ কৰে। তেওঁৰ এই ভ্ৰমণৰ পটভূমিত ৰচিত হয় 'দি প্ৰেকটিচ এণ্ড থিয়ৰী অব বল্‌ছেভিজিম' (The Practice and theory of Balshevism.)

সেই একে বছৰতে ৰাছেল চীন দেশ ভ্ৰমণতো যায়। চীনদেশ ভ্ৰমণ কালত তেওঁৰ সন্মানাৰ্থে বেইজিং বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে এখনি ৰাছেল পত্ৰিকা প্ৰকাশ কৰে। সেই সময়ৰ অবিসম্বাদী চীনা নেতা চান য়াটচেনে মন্তব্য কৰে যে বাট্ৰেণ্ড ৰাছেলেই ইংলণ্ডৰ একমাত্ৰ ব্যক্তি যি চীনদেশক সম্পূৰ্ণৰূপে বুজি পায়। চীন ভ্ৰমণৰ অন্তত ৰাছেলে প্ৰকাশ কৰে, সেই সময়ৰ চীনৰ সমস্যা ৰাজিৰ ওপৰত ৰচিত 'দি প্ৰব্লেমচ্ অব চাইনা' (The Problems of China)। কিন্তু এই ভ্ৰমণ শেষ কৰাৰ পূৰ্বকালত ৰাছেল অসুস্থ হৈ পৰে আৰু মৃতপ্ৰায় অৱস্থাৰ পৰা ড'ৰা ব্ৰেক নামৰ এগৰাকী পৰিচাৰিকাৰ যত্নত পুনৰ সুস্থতা লাভ কৰে। এই গৰাকী ড'ৰা ব্ৰেক হয়গৈ তেওঁৰ দ্বিতীয়া পত্নী।

ইতিমধ্যে দুবাৰকৈ সংসদৰ নিৰ্বাচনত পৰাজয়বৰণ কৰাৰ পিছতো ৰাছেলে পুনৰ ১৯২২/২৩ চনত সংসদীয় নিৰ্বাচনত লেবাৰ পাৰ্টিৰ প্ৰাৰ্থী হিচাপে অংশগ্ৰহণ কৰে। অৱশ্যে এইবাৰো তেওঁ পৰাজয়বৰণ কৰিবলগীয়া হয়।

ড'ৰা ব্ৰেকৰ সৈতে হোৱা তেওঁৰ দ্বিতীয় বিবাহৰ অন্তত ৰাছেলে তেওঁৰ পত্নীৰ সৈতে লগলাগি 'বেকন হিল স্কুল' (Beacon Hill School) স্থাপন কৰে। এই স্কুল ৰাছেলে নিজ চেষ্টাত দ্বিতীয় মহাসমৰৰ সময়লৈকে চলাই যায়।

১৯৩৫ চনত ৰাছেলৰ, ডৰা ব্ৰেকৰ সৈতে বিবাহ বিচ্ছেদ ঘটে আৰু তৃতীয়বাৰৰ বাবে তেওঁ এইবাৰ বিয়া কৰায় পেট্ৰিচিয়া স্পেন্‌চ্‌ছ্ (Patricia Spence)

১৯৩০ৰ দশকটোৰ ভিতৰত ৰাছেলে ৰচনা কৰে 'দি কনুৱেষ্ট অব হেপিনেচ' (The Conquest of Happiness), ইন প্ৰেইজ্ অব আইড্‌লনেচ' (In Praise of Idleness) আৰু 'ৰিলিজিয়ন এণ্ড চায়েন্স' (Religion and science) নামে তিনিখন গ্ৰন্থ।

দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হোৱাৰ এবছৰমান আগতে ৰাছেলে তেওঁৰ তিনিটি পুত্ৰ আৰু পত্নীসহ আমেৰিকালৈ যায় আৰু প্ৰায় ছবছৰ কাল তাত বসবাস কৰে। এই সময়ছোৱাত ৰাছেলে কেলিফৰ্নিয়া বিশ্ববিদ্যালয়ৰ উপৰিও 'কলেজ অব নিউ ইয়ৰ্ক চিটি' (College of Newyork City) ৰ দৰ্শন বিভাগৰ অধ্যাপক হৈ থাকে। ইয়াৰোপৰি তেওঁ হাৰ্ভাৰ্ড আৰু পেন্‌চিলভেনিয়া

বিশ্ববিদ্যালয়তো বক্তৃতা দান কৰে।

১৯৪৪ চনত ট্রিনিটিৰ আমন্ত্ৰণক্ৰমে তেওঁ পুনৰ ইংলণ্ডলৈ ঘূৰি আহি কেম্ব্রিজ বিশ্ববিদ্যালয়ত যোগদান কৰে।

ইংলণ্ডলৈ প্রত্যাবর্তন কৰাৰ পাছত ৰাছেল এইবাৰ সৰব হৈ উঠে পাৰমাণবিক নিৰস্ত্রীকৰণৰ সমর্থনত। তেওঁ এই উদ্দেশ্য সাধনৰ প্ৰচাৰ অভিযানত অংশগ্ৰহণ কৰে। ১৯৪৮ চনত বি-বি-চিৰ অনুৰোধক্ৰমে ৰাছেলে 'অথৰিটি এণ্ড দি ইনডিভিজুৱেল' শীর্ষক বক্তৃতামালা আগবঢ়ায় আৰু ১৯৪৯ চনত 'অর্ডাৰ অব মেৰিট' (Order of Merit) সন্মানেৰে বিভূষিত হয়।

৭৮ বছৰ বয়সত ১৯৫০ চনত ৰাছেলে ভ্ৰমণ কৰে অষ্ট্রেলিয়া। এই ভ্ৰমণৰ পৰা ঘূৰি গৈ ইংলণ্ড পোৱাৰ কিছুদিনৰ ভিতৰতে লাভ কৰে সাহিত্যৰ নোবেল বঁটা।`

৮০ বছৰ বয়সত ৰাছেলে চতুর্থবাৰ বিয়া কৰায় আৰু সাহিত্যচর্চাত আত্মনিয়োগ কৰে।

১৯৭০ চনত ৯৭ বছৰ বয়সত মৃত্যুবৰণ কৰা বার্ট্রেণ্ড ৰাছেলে তেওঁৰ জীৱনকালত প্ৰকাশ কৰা দর্শন আৰু গণিত শাস্ত্ৰৰ ৰচনাসমূহৰ উপৰিও প্ৰায় ডেৰকুৰি গল্প ৰচনা কৰি তেওঁৰ অসাধাৰণ সাহিত্যিক প্ৰতিভাৰ উদাহৰণ দাঙি ধৰে। বেৰী ৰোহনবার্গৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত আৰু জর্জ এলেন এণ্ড আনউইনৰ দ্বাৰা প্ৰকাশিত 'দি কালেক্টেড ষ্টৰীজ অব বার্ট্রেণ্ড ৰাছেল' (The Collected stories of Bertrend Russel) গ্ৰন্থত ৰাছেলৰ সমূহ সাহিত্য ৰচনা পঢ়িবলৈ পোৱা যায়।

# মহাত্মা গান্ধী

'My life is my message'- 'মোৰ জীৱনেই মোৰ বাণী।' নিজস্ব শক্তিৰ দ্বাৰা ৰাজনীতিক প্ৰভাৱান্বিত কৰি আৰু সেই শক্তিৰ সহায়ত সাম্ৰাজ্যবাদীৰ প্ৰভুত শক্তিক পৰাস্ত কৰি, ভাৰতবৰ্ষৰ স্বাধীনতা অৰ্জন যাৰ জীৱনৰ অতুলনীয় অৱদান, সেই মহৎ ব্যক্তি গৰাকীৰ কণ্ঠতেই এই কথাষাৰ উচ্চাৰিত হৈছিল।

আজীৱন সত্য আৰু অহিংসাৰ পূজাৰী মহাত্মা গান্ধীৰ জন্ম হয় সমুদ্ৰ তীৰৰ এখন সৰু চহৰ পোৰবন্দৰত ১৮৬৯ চনৰ দুই অক্টোবৰত। 'গান্ধী' শব্দটিৰ অৰ্থ বনিয়া; কিন্তু তেওঁলোকে বেচ স্বাচ্ছন্দপূৰ্ণ জীৱন যাপন কৰিছিল।

গান্ধীজীৰ আত্মচৰিত (My experiments with truth) নামৰ কিতাপৰ পৰা জনা যায় যে এক গোড়া ধৰ্মীয় পৰিবেশত তেওঁ ডাঙৰ দীঘল হৈছিল। তেওঁৰ মাক আছিল এগৰাকী ধৰ্মপ্ৰাণা মহিলা। গান্ধীজী সাত বছৰলৈকে পোৰবন্দৰতে আছিল আৰু তাতেই এখন স্থানীয় বিদ্যালয়ত প্ৰাথমিক শিক্ষা আৰম্ভ কৰিছিল। তেওঁৰ আত্মজীৱনীৰ এঠাইত লিখিছে- 'মোৰ বাবে অংক এক ভীতিপ্ৰদ বিষয় আছিল।' তাৰপিছত তেওঁলোক পোৰবন্দৰ ত্যাগ কৰি ৰাজকোটলৈ যায়। তেওঁৰ পিতৃ সেই সময়ত ৰাজ দৰবাৰত দেৱান আছিল।

তেৰ বছৰ বয়সত গান্ধীৰ বিয়া হয়। তেওঁৰ জীৱনসঙ্গিণীৰ নাম আছিল কস্তুৰবা। তেওঁ স্বামীৰ উপযুক্ত সহধৰ্মিণী আছিল। বিয়াৰ পিছত এবছৰ পঢ়া-শুনা বন্ধ আছিল। তাৰ পিছত ৰাজকোটৰ এখন উচ্চ বিদ্যালয়ত গান্ধীজী আকৌ ভৰ্তি হয়; কিন্তু তাৰ পৰিবেশত নিজকে খাপ খুৱাব নোৱৰা বাবে পুনৰ পোৰবন্দৰলৈ উভতি আহে। তাৰ পিছত তেওঁ পৰিয়ালৰ এজন শুভাকাংক্ষীৰ পৰামৰ্শমতে বিলাতত ব্যাৰিষ্টাৰি পঢ়িবলৈ যায়। তেতিয়া তেওঁৰ বয়স আছিল উনৈশ বছৰ।

বিলাতত তেওঁ সহজ-সৰল ছাত্ৰ জীৱন যাপন কৰে। তাত তেওঁ লেটিন আৰু ফৰাচী ভাষা শিকাৰ লগতে ইংৰাজী আৰু মাৰ্কিন সাহিত্যও অধ্যয়ন কৰে। তেওঁ আইন শিক্ষাৰ লগতে পদাৰ্থ-বিদ্যাও অধ্যয়ন কৰিছিল। প্ৰায় চাৰিবছৰ পিছত গান্ধীজীয়ে শিক্ষা সমাপ্ত কৰি ভাৰতবৰ্ষলৈ উভতি আহে। ৰাজকোটত তেওঁ আইন ব্যৱসায় আৰম্ভ কৰে ;কিন্তু আশানুৰূপ কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে। ঠিক সেইসময়তে পোৰবন্দৰৰ এটি ব্যৱসায় প্ৰতিষ্ঠানৰ পৰা তেওঁলৈ অনুৰোধ আহে যে তেওঁ দক্ষিণ আফ্ৰিকালৈ গৈ তেওঁলোকৰ এটি মোকৰ্দমা পৰিচালনা কৰিব লাগে। তাত উক্ত প্ৰতিষ্ঠানটোৰ এটা শাখা আছিল। মোকৰ্দমাটি অতি গুৰুত্বপূৰ্ণ আছিল। গান্ধীজীয়ে সেই মোকৰ্দমাটি পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে।

১৮৯৩ চনৰ এপ্ৰিল মাহ। গান্ধীজীৰ জীৱনৰ এটি স্মৰণীয় তাৰিখ; কিয়নো সেইদিনাই তেওঁ এ বছৰৰ বাবে দক্ষিণ আফ্ৰিকালৈ যাত্ৰা কৰে। কিন্তু তাত তেওঁ কুৰি বছৰবো বেছি কাল অতিবাহিত কৰিবলগীয়া হয়। তেওঁৰ জীৱনৰ এই সুদীৰ্ঘ কুৰি বছৰ আছিল অত্যন্ত গুৰুত্বপূৰ্ণ সময়। গান্ধীজীয়ে তেওঁৰ আত্মজীৱনীত দক্ষিণ আফ্ৰিকাত থকা সময়ৰ কাহিনী সুন্দৰভাৱে লিপিবদ্ধ কৰিছে। সেই আত্মজীৱনীৰ পৰাই আমি জানিব পাৰো যে নাটাল পোৱাৰ সময়ত ভালে কেইটা অপমানজনক ঘটনাই গান্ধীজীৰ মনত ৰাজনৈতিক চেতনা জগাই তোলে। আফ্ৰিকাত তেওঁ দেখিবলৈ পায় যে তাত থকা প্ৰবাসী ভাৰতীয় সকলক শ্বেতাঙ্গ সকলে কিদৰে অপমানজনক তথা ঘৃণাৰ চকুৰে চায়। তাত থকা ভাৰতীয়সকল ব্যক্তিগত ভাৱেই হওক বা সামূহিকভাৱেই হওক পদে পদে সামাজিক তথা ৰাজনৈতিক ভাৱে অপমানিত হ'ব লগাত পৰিছিল। নাটাল পোৱাৰ পিছদিনাখন গান্ধীজী আদালতলৈ যায় মোকৰ্দমাৰ শুনানীত যোগদান কৰাৰ উদ্দেশ্যে। তেওঁ কোট পেন্ট পৰিধান কৰিছিল যদিও তেওঁৰ মূৰত পাগুৰি আছিল। দণ্ডাধীশে তেওঁৰ ফালে কিছুসময় চাই থাকি পাগুৰি খুলিবলৈ হুকুম দিয়ে। তেতিয়া গান্ধীজীয়ে অপমানিত বোধ কৰি আদালত পৰিত্যাগ কৰি গুচি আহে। কিছুদিন পিছত প্ৰিটোৰিয়ালৈ যাবলৈ তেওঁ ৰেলত উঠে। এই ৰেল ভ্ৰমণৰ অপমানজনক অভিজ্ঞতাই তেওঁক আঙুলিয়াই দিয়ে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ সামাজিক শোচনীয় অৱস্থাৰ বিষয়ে। দক্ষিণ আফ্ৰিকাত ইংৰাজসকলে গান্ধীজীক 'কুলি' ব্যাৰিষ্টাৰ বুলি অভিহিত কৰিছিল। যিটো মোকৰ্দমা লৈ গান্ধীজী দক্ষিণ আফ্ৰিকালৈ গৈছিল, প্ৰিটোৰিয়াত সেই মোকৰ্দমাটো বহুত মাহ ধৰি চলি থাকে। অৱশেষত গান্ধীজীৰ ব্যক্তিগত প্ৰয়াসত

মোকৰ্দমাটি আদালতৰ বাহিৰত নিষ্পত্তি হয়। তাৰ পিছত তেওঁ ভাৰতলৈ প্ৰত্যাবৰ্তন কৰিবলৈ ওলায়। সেইসময়ত সংবাদপত্ৰত প্ৰকাশিত এটি ৰিপোর্টত তেওঁ জানিব পাৰিলে যে, নাটাল চৰকাৰে ভাৰতীয়সকলৰ ভোটাধিকাৰ কাঢ়ি লবলৈ উদ্যত হৈছে। এই লৈ ভাৰতীয়সকলৰ মনত প্ৰবল বিক্ষোভ দেখা গৈছিল। গান্ধীজীৰ বন্ধুৰ অনুৰোধত তেওঁ এই অন্যায়ৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ উদ্দেশ্যে ভাৰত প্ৰত্যাবৰ্তন স্থগিত ৰাখে আৰু সাময়িক ভাৱে দক্ষিণ আফ্ৰিকাত থাকি যায়।

তাত 'ক'লা আইন'ৰ বিৰুদ্ধে তেওঁৰ সত্যাগ্ৰহ সংগ্ৰামে তেওঁক ভাৰতীয় সকলৰ লগতে বিশ্ববাসীৰ সৈতে বিশেষ ভাৱে পৰিচিত কৰি তোলে। এই সংগ্ৰামত অংশ গ্ৰহণ কৰা বাবে তেওঁ দক্ষিণ আফ্ৰিকাৰ কাৰাগাৰত আঢ়েমাহ কাৰাদণ্ড ভোগ কৰিবলগীয়া হয়।

১৯১৫ চনত সত্যাগ্ৰহৰ বিজয় তিলক পৰিধান কৰি গান্ধীজী ভাৰতবৰ্ষলৈ উভতি আহে একেটি লক্ষ্য লৈ-ব্ৰিটিছৰ অধীনৰ পৰা জন্মভূমিক মুক্ত কৰিব লাগে। প্ৰথম বছৰটো তেওঁ সমগ্ৰ ভাৰতবৰ্ষ পৰিভ্ৰমণ কৰি দেশৰ ৰাজনৈতিক অৱস্থাৰ লগত প্ৰত্যক্ষভাৱে পৰিচিত হয়। তেতিয়াৰ পৰাই পুলিচৰ তীক্ষ্ণ দৃষ্টি তেওঁৰ ওপৰত পৰে। নিজদেশত তেওঁৰ প্ৰথম পৰীক্ষা হয় বিহাৰৰ চম্পাৰণত। তাত নীলকৃষকসকলৰ ওপৰত অত্যাচাৰ কৰা হয়। তেওঁলোকৰ অৱস্থা পৰ্যবেক্ষণ কৰিবলৈ গান্ধীজী চম্পাৰণলৈ আহে। জমিদাৰ আৰু কৰ্তৃপক্ষৰ বিৰোধিতা সত্ত্বেও গান্ধীজীয়ে ইয়াত শান্তিপূৰ্ণ সত্যাগ্ৰহ সংগ্ৰাম পৰিচালনা কৰি জয়যুক্ত হয়।

১৯১৯ চনত প্ৰথম বিশ্বযুদ্ধ শেষ হয়। এই যুদ্ধত ভাৰতবাসী ধনবল আৰু জনবল দি শাসক জাতিক সহায় কৰে। স্বয়ং গান্ধীজীয়ে সৈন্য সংগ্ৰহৰ কামত সহায় কৰিছিল। কিন্তু ইয়াৰ বিনিময়ত ভাৰতবাসীক উপহাৰ দিয়া হ'ল ৰাওলাট আইন। ভাৰতবাসীয়ে ইয়াৰ নাম দিলে ক'লা আইন। এই আইনৰ প্ৰতিবাদত সমগ্ৰ ভাৰতত শান্তিপূৰ্ণ সত্যাগ্ৰহ ঘোষণাৰ নিৰ্দেশ দিয়ে গান্ধীজীয়ে। ছয় এপ্ৰিলত হিন্দু-মুছলমানে মিলিতভাৱে এই আইনৰ প্ৰতিবাদ কৰে। বহু ঠাইত নিৰস্ত্ৰ জনতাৰ ওপৰত পুলিচ-মিলিটাৰিয়ে নিৰ্বিচাৰে গুলি চলায়। ১৩ এপ্ৰিলত অমৃতসৰৰ জালিয়ানাৱালাবাগত সমবেত প্ৰায় কুৰি হাজাৰ নিৰস্ত্ৰ জনতাৰ ওপৰত নিৰ্বিচাৰে গুলি চলোৱাৰ হুকুম দিয়ে জেনেৰেল ডায়াৰে। শ শ লোক নিহত হয়। সমগ্ৰ পঞ্জাবত সেইদিনা সামৰিক আইন জাৰি কৰা হৈছিল।

এই বিক্ষুব্ধ পৰিবেশতেই ১৯১৯ চনত অমৃতসৰত জাতীয় কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন বহিছিল। এই কংগ্ৰেছেই আছিল প্ৰথম গান্ধী কংগ্ৰেছ; অৰ্থাৎ এই সময়ৰ পৰা স্বাধীনতা লাভ নোহোৱা পৰ্যন্ত কংগ্ৰেছত মহাত্মা গান্ধীৰ নেতৃত্বই আছিল অবিসম্বাদী। ১৯২১ চনত মহাত্মা গান্ধীয়ে আৰম্ভ কৰে অহিংস অসহযোগ আন্দোলন। যিদিনা কংগ্ৰেছৰ নাগপুৰ অধিবেশনত এই প্ৰস্তাব গৃহীত হৈছিল সেইদিনা মহাত্মা গান্ধীয়ে দেশবাসীক আশ্বাস দি কৈছিল, 'যদি মোৰ আহ্বানত তোমালোকে সহঁাৰি দিয়া, তেনেহ'লে মই প্ৰতিজ্ঞা কৰিছো এবছৰৰ ভিতৰতে তোমালোকে স্বৰাজ লাভ কৰিব পাৰিবা।' এই মানুহজনৰ আহ্বানত সকলো আহি সমবেত হ'ল কংগ্ৰেছৰ ত্ৰিবৰ্ণৰঞ্জিত পতাকাৰ তলত। ব্ৰিটিছ ৰাজশক্তিৰ বিৰুদ্ধে ঘোষিত হ'ল এক পৰাধীন জাতিৰ অহিংস সংগ্ৰাম। গান্ধীজীৰ আহ্বানত সহঁাৰি জনাই স্কুল কলেজ বৰ্জন কৰি ওলাই আহিল ছাত্ৰদল, আদালত বৰ্জন কৰিলে সুপ্ৰতিষ্ঠিত আইনজীৱী সকলে। বিলাতী বস্ত্ৰৰ ঠাই অধিকাৰ কৰিলে খদ্দৰ কাপোৰে। ইংৰাজৰ কাৰাগাৰ ৰাজনৈতিক বন্দীৰে ভৰি পৰিল। নেতাসকলো কাৰাৰুদ্ধ হ'ল। গান্ধীজী যাব লগা হয় সবৰমতী কাৰাগাৰলৈ ছয় বছৰ কাৰাদণ্ড ভোগ কৰিবলৈ।

১৯২১ৰ পৰা ১৯৪২ লৈ এই একৈশ বছৰ ভাৰতৰ স্বাধীনতা সংগ্ৰামক তেওঁ নিভীক ভাৱে নেতৃত্ব দি জয়যুক্ত কৰি তুলিছিল। ১৯৩৯ চনত যেতিয়া দ্বিতীয় বিশ্ব যুদ্ধ হয় তেতিয়া ব্ৰিটিছে ভাৰতীয় সকলৰ সহযোগিতা বিচাৰে। গান্ধীজীয়ে ক'লে, 'সহযোগিতা কৰিবলৈ ৰাজী আছো এটি চৰ্তত, যুদ্ধৰ পিছত ভাৰতবৰ্ষক পূৰ্ণ স্বাধীনতা দিব লাগিব।' শাসক জাতি ইমান ডাঙৰ ঔপনিবেশ বা সাম্ৰাজ্য হাতৰ মুঠিৰ পৰা এৰি দিবলৈ সম্মত নহয়। বিলাতত গান্ধীজী প্ৰমুখ্যে কংগ্ৰেছ নেতাসকলৰ লগত আলোচনা কৰা হ'ল; কিন্তু আলোচনা বিফল হ'ল। তেতিয়া পৰিস্থিতি সাপেক্ষে বিবেচনা কৰি, মুক্তিকামী ভাৰতবাসীক গান্ধীজীয়ে এটি পথৰ সন্ধান দিয়ে- 'কৰেঙ্গে ইয়া মৰেঙ্গে'। আৰু ব্ৰিটিচ সাম্ৰাজ্যবাদী সকলক ক'লে 'ভাৰত ত্যাগ কৰা।' ১৯৪২ চনৰ ৮ আগষ্টত বোম্বাইত কংগ্ৰেছৰ এক বিশেষ অধিবেশন বহে। এই অধিবেশনত সিদ্ধান্ত হ'ল ভাৰতীয় সকলৰ দাবী মানি নললে আকৌ নতুনকৈ আইন অমান্য আন্দোলন আৰম্ভ কৰা হ'ব। কিন্তু আন্দোলন আৰম্ভ হোৱাৰ আগেয়ে ৰাতিৰ অন্ধকাৰত গান্ধীজী প্ৰমুখ্যে কংগ্ৰেছৰ প্ৰধান নেতৃবৃন্দক গ্ৰেপ্তাৰ কৰা হ'ল আৰু তেওঁলোকক অজ্ঞাত স্থানত বিনা বিচাৰে আটক কৰি ৰখা হ'ল।

১৯৪৫ চনৰ মে' মাহত দ্বিতীয় বিশ্বযুদ্ধৰ অৱসান ঘোষিত হ'ল। ১৫ জুনত কংগ্ৰেছ নেতাসকল কাৰামুক্ত হয়। বৰলাট লৰ্ড ওৱাভেলে 'চিমলাত এক সৰ্বদলীয় বৈঠক আহ্বান কৰিলে। যুদ্ধৰ শেষত তেতিয়া বিলাতত শ্ৰমিক দলৰ নেতৃত্বত নতুন মন্ত্ৰীসভা গঠন হৈছে। অৱশেষত দীৰ্ঘ আলাপ-আলোচনাৰ অন্তত: ব্ৰিটিচ চৰকাৰ ভাৰতবাসীৰ হাতলৈ ক্ষমতা হস্তান্তৰ কৰিবলৈ সন্মত হয়। ১৯৪৭ চনৰ ১৫ আগষ্ট ভাৰতৰ মুক্তিসংগ্ৰামৰ ইতিহাসৰ এক স্মৰণীয় তাৰিখ। এইদিনটোতে মাজনিশা ভাৰতবৰ্ষই আকাংক্ষিত স্বাধীনতা লাভ কৰে। দিল্লীৰ লাল কিল্লাত সেইদিনা মাজনিশা স্বাধীন ভাৰতৰ ত্ৰিৰঙ্গ পতাকা উৰে। স্বাধীনতা লাভৰ পিছত মহাত্মাগান্ধী জীৱিত আছিল মাত্ৰ পাঁচ মাহ। ১৯৪৮ চনৰ ৩০ জানুৱাৰীত দিল্লীৰ প্ৰাৰ্থনা সভালৈ যোৱাৰ সময়ত এই মহামানৱ গৰাকীৰ আততায়ীৰ গুলিত জীৱনাবসান ঘটে। মুহূৰ্তৰ ভিতৰতে সমগ্ৰ ভাৰতত এই দু:সংবাদ বিয়পি পৰে; শোকৰ ছাঁই আবৰি ধৰে গোটেই ভাৰতবৰ্ষ। সেইদিনা শোকাৰ্ত জাতিৰ উদ্দেশ্যে অনাতাঁৰ ভাষণত স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী নেহৰুৱে কৈছিল,- 'আমাৰ জীৱনৰ পৰা পোহৰ হেৰাই গৈছে, এতিয়া সৰ্বত্ৰ অন্ধকাৰ বিৰাজ কৰিছে।'

# উইনষ্টন স্পেনচাৰ চাৰ্চিল

উইনষ্টন স্পেনচাৰ চাৰ্চিল। যোদ্ধা, সেনানায়ক, লেখক, ৰাষ্ট্ৰনেতা। বিশ্ব যুৰঞ্জীৰ এটা সম্পূৰ্ণ অধ্যায়ৰ নায়ক।

শিশু উইনষ্টনক তেওঁৰ এগৰাকী শিক্ষয়িত্ৰীয়ে আখ্যা দিছিল 'পৃথিৱীৰ আটাইতকৈ দুষ্ট ল'ৰাটো' বুলি। উইনষ্টনৰ দেউতাক ৰেণডলফ। সেই সময়ৰ ইংল্যাণ্ডৰ টৰী ডেমক্ৰেট সকলৰ প্ৰিয় নেতা। ৰেণডলফ চাৰ্চিলে পুতেকৰ গাত সম্ভ্ৰান্ত বংশৰ সন্তানৰ মাজত থাকিবলগীয়া সদগুণ, বিশেষকৈ পঢ়া শুনাৰ প্ৰতি ধাউতি নেদেখি মনে মনে হতাশ হৈ ভাবিছিল, হয়তো পুতেক শিক্ষিত জগতৰ মানুহ হ'ব নোৱাৰিব। কিন্তু শিক্ষাৰ প্ৰতি ধাউতি নাথাকিলেও উইনষ্টনৰ শিৰাই শিৰাই প্ৰবাহিত হৈছিল ৰাণী এনিৰ পৃথিৱী বিখ্যাত সেনাপ্ৰধান মাৰ্লবৰ'ৰৰ প্ৰথম ডিউকৰ তেজ। উইনষ্টন আছিল মাৰ্লবৰ'ৰৰ সপ্তম ডিউকৰ নাতি। যুদ্ধ বিগ্ৰহৰ প্ৰতি আগ্ৰহৰ ভাব যিহেতু তেওঁৰ তেজত নিহিত হৈ আছিল সেয়ে তেওঁৰ শৈশৱৰ খেল-ধেমালিও চলিছিল কিছুমান পুতলা সৈনিকক লৈ।

স্কুলৰ দেওনাখন কোনোমতে পাৰ হৈ উইনষ্টন ভৰ্তি হ'ল বিখ্যাত ছান্দহাৰ্ষ্ট মিলিটেৰী কলেজত আৰু ইয়াতেই তেওঁ সকলো কথাতে পৈণত হৈ পৰিল। ইতিমধ্যে ৰাজনীতিৰ প্ৰতিও তেওঁ আকৃষ্ট হৈ পৰিছিল।

ছান্দহাৰ্ষ্টৰ পৰা পাছ কৰি এজন অফিচাৰ হিছাপে তেওঁ নিয়োজিত হ'ল তেতিয়াৰ চতুৰ্থ হাছাৰ ৰেজিমেণ্টত। সেই ৰেজিমেণ্টত লগে লগে যুদ্ধলৈ যোৱাৰ কোনো সুবিধা নাছিল। সেয়ে তেওঁ অনেক কৌশল কৰি স্পেইন আৰু কিউবাৰ বিদ্ৰোহী সকলৰ মাজত চলি থকা যুদ্ধখনত যোগ দিবৰ বাবে যাত্ৰা কৰিলে।

যুদ্ধ কৰাৰ লগতে উইনষ্টনে ভাল পাইছিল লিখিবলৈ। সেইবাবেই তেওঁ যুদ্ধলৈ ওলোৱাৰ আগে আগে ইংলেণ্ডৰ দৈনিক সংবাদ পত্ৰ 'ডেইলি গ্ৰাফিক' কাকতলৈ যুদ্ধৰ খবৰ পঠিওৱাৰ বন্দোবস্ত কৰি ল'লে। তেওঁ যুদ্ধৰ বাতৰি দি সংবাদ পত্ৰখনলৈ পঠিওৱা প্ৰতিখন চিঠিৰ বাবদ পাইছিল পাঁচ পাউণ্ডকৈ। এনেকৈয়ে তেওঁ এজন নিখুঁত সাংবাদিকৰ কামো কৰিছিল।

১৮৯৬ চনত তেওঁ ৰেজিমেণ্টৰ লগত ভাৰতলৈ আহিল। ইয়াত তেওঁ অৱসৰ সময়খিনি কটাইছিল বিখ্যাত ইংৰাজ সাহিত্যিক, বুৰঞ্জীবিদ, দাৰ্শনিক আৰু বিখ্যাত বিজ্ঞানীসকলৰ লিখনিসমূহ পঢ়ি। লগতে শিকিছিল সুন্দৰকৈ পল' খেলিবলৈ। এনেতে ভাৰতৰ উত্তৰ পশ্চিম সীমান্তত হোৱা এখন যুদ্ধলৈ তেওঁ আহে 'ডেইলি টেলিগ্ৰাফ' আৰু 'এলাহাবাদ পায়'নিয়াৰ' কাকতৰ সংবাদদাতা হিচাপে। তেওঁ ইয়াতো যুদ্ধত জড়িত হৈ পৰে আৰু এই যুদ্ধৰ এখন আঁচনি সম্পৰ্কে এখন কিতাপো লিখি উলিয়ায়। এই কিতাপখনৰ প্ৰকাশে তেওঁলৈ যথেষ্ট খ্যাতি কঢ়িয়াই আনে যদিও ইয়াত সেনাবাহিনীৰ কৰ্তৃপক্ষৰ যি চোকা সমালোচনা হৈছিল তাৰ বাবে তেওঁৰ ওপৰত কৰ্তৃপক্ষ অসন্তুষ্ট হৈ পৰিছিল।

ইয়াৰ দুবছৰৰ পিছত ১৮৯৮ চনত উইনষ্টন চাৰ্চিলে লৰ্ড কিচেনাৰে দাভিচ বিদ্ৰোহীসকলৰ বিৰুদ্ধে আৰম্ভ কৰা সমৰ অভিযানত যোগ দিয়ে। এইবাৰ তেওঁ বিখ্যাত 'মৰ্ণিং প'ষ্ট' কাকতলৈ যুদ্ধৰ বাতৰি পঠিওৱাৰ কাম পালে।

এই যুদ্ধৰ পৰা ঘূৰি আহি তেওঁ 'দি ৰিভাৰ ওৱাৰ' (The River war) নামে দুটা খণ্ডৰ এখন কিতাপ লিখে। এই প্ৰকাণ্ড গ্ৰন্থখন মিছৰত হোৱা সেই যুদ্ধ আৰু সেই সময়ৰ মিছৰীয় সমাজৰ ওপৰত এক গভীৰ মননশীল অধ্যয়ন হিচাপে চিহ্নিত হয়। এই কিতাপৰ প্ৰকাশে তেওঁলৈ যশ আৰু খ্যাতিৰ লগতে কঢ়িয়াই আনে প্ৰচুৰ অৰ্থ। ইয়াৰ পিছতে তেওঁ ৰাজনীতিত যোগ দিয়াৰ সিদ্ধান্ত লয়।

১৮৯৯ চনত তেওঁ অ'ল্ডহামৰ পৰা প্ৰথমবাৰ উপ-নিৰ্বাচনত পৰাজয় বৰণ কৰে।

এই সময়তে দক্ষিণ আফ্ৰিকাত যুদ্ধ হয়। উইনষ্টন সেই যুদ্ধলৈ যায় 'মৰ্ণিং প'ষ্ট' কাকতৰ মুখ্য সংবাদদাতা হিচাপে। মাজ পথতে তেওঁ যাত্ৰা কৰা ৰেলৰ ওপৰত আক্ৰমণ চলে আৰু তেওঁক তাৰ পৰা শত্ৰুপক্ষৰ সৈন্য বাহিনীয়ে

যুদ্ধবন্দী কৰি লৈ যায় প্ৰিটৰিয়ালৈ। কিন্তু তেওঁক বঁন্দীসকলৰ বন্দীশালে বেছি দিনলৈ ধৰি ৰাখিব নোৱাৰিলে। এনিশা তেওঁ তাৰ পৰা পলাল। শত্ৰুপক্ষই তেওঁক ধৰি দিয়াৰ বাবে পঁচিশ পাউণ্ডৰ পুৰস্কাৰ ঘোষণা কৰিলে। জীৱন্তে অথবা মৃত যিকোনো অৱস্থাতে উইনষ্টন চাৰ্চিলক ধৰি দিব লাগে; কিন্তু ইতিমধ্যে চাৰ্চিল গৈ ইংল্যাণ্ড ওলালগৈ। ব্ৰিটিচ সৈন্যৰ পৰাজয়ৰ বাতৰিয়ে ইংল্যাণ্ডত তেতিয়া বিষন্নতাৰ ছাঁ পেলাইছিল যদিও উইনষ্টন চাৰ্চিলৰ প্ৰত্যাৱৰ্তনত ব্ৰিটিচ চৰকাৰ যথেষ্ট আনন্দিত হৈছিল।

এইবাৰ ব্ৰিটিচ সৈন্য বাহিনীৰ বিষয়াসকলে সমৰ সংবাদদাতাৰ কাম কৰিব নোৱাৰে বুলি এখন অধ্যাদেশ জাৰি হ'ল। উইনষ্টন চাৰ্চিল পুনৰ সামৰিক বিষয়া হিচাপে দক্ষিণ আফ্ৰিকাৰ যুদ্ধলৈ গ'ল। দক্ষিণ আফ্ৰিকাৰ যুদ্ধ ক্ষেত্ৰত দেখুওৱা তেওঁৰ সাহস আৰু সামৰিক কৌশলৰ বাবে তেওঁ বহুলভাবে জনপ্ৰিয় হৈ পৰে।

১৯০০ চন। চাৰ্চিলে অংশ ল'লে ব্ৰিটেইনৰ সাধাৰণ নিৰ্বাচনত আৰু প্ৰথমবাৰৰ বাবে অ'ল্ডহামৰ পৰা বিজয়ী হ'ল। নিৰ্বাচনত জয়ী হৈ তেওঁ সমগ্ৰ মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু ব্ৰিটেইন ভ্ৰমণ কৰে আৰু জনসাধাৰণৰ সন্মুখত তেওঁৰ যুদ্ধ জীৱনৰ ভাৰত আৰু আফ্ৰিকাৰ বিষয়ে তেওঁৰ অভিজ্ঞতাৰ কথা বিভিন্ন ভাষণেৰে দাঙি ধৰে। ১৯০১ চনত উইনষ্টন চাৰ্চিলে পাৰ্লিয়ামেণ্টত তেওঁৰ প্ৰথম ভাষণটো দিয়ে। এই ভাষণে তেওঁৰ জনপ্ৰিয়তা যথেষ্ট বঢ়ায় যদিও তেওঁৰ দলৰ নেতাসকলক এই ভাষণৰ স্পষ্টবাদিতাই ক্ষুণ্ণ কৰে। ১৯০৪ চনত তেওঁ লিবাৰেল দলত যোগ দিয়ে আৰু ১৯০৬ চনত উইনষ্টন চাৰ্চিল ব্ৰিটিছ উপনিবেশসমূহৰ আণ্ডাৰ চেক্ৰেটেৰী পদত অধিষ্ঠিত হয়।

১৯১০ চনত চাৰ্চিলে গৃহদপ্তৰত যোগ দিয়ে। এই সময়তে তেওঁ জীৱনৰ কেইটিমান উল্লেখযোগ্য কাম কৰে। খনি দুৰ্ঘটনা আইন ১৯১০ আৰু কয়লাখনি আইন ১৯১১ প্ৰণয়ন কৰে। এই দুখন আইনৰ বাহিৰেও ১৪ বছৰৰ তলৰ শিশু শ্ৰমিকক খনিৰ ভিতৰত কাম কৰাটো বন্ধ কৰি আন এখন আইন প্ৰণয়ন কৰে। কমনওৱেলথ দেশৰ সকলোবোৰ ঠাইতে এইবোৰ আইন এতিয়াও বলবৎ আছে আৰু সেয়ে খনি শ্ৰমিকসকলে মহান চাৰ্চিলৰ নাম আজিও শ্ৰদ্ধাৰে সোঁৱৰে।

১৯১১ চনৰ নৱেম্বৰ মাহত চাৰ্চিল ব্ৰিটিচ নৌ বাহিনীৰ 'ফাৰ্ষ্টলৰ্ড' ৰূপে বিভূষিত হয়। সেই সময়তে তেওঁ নৌ বাহিনীৰ এক বিৰাট সম্প্ৰসাৰণ ঘটায়

আৰু ১৯১৪ চনৰ আহুকালি সম্ভাব্য বিশ্বযুদ্ধৰ উমান পাই এই নৌ-বাহিনীয়ে এক বৃহৎ আখৰা চলায়। সেই বাহৰবে চাবি আগষ্ট অবিখে যেতিয়া প্ৰথম বিশ্বযুদ্ধৰ ৰণশিঙা বাজি উঠে তেতিয়া যুদ্ধৰ বাবে সষ্টম হৈ থকা ব্ৰিটিচ নৌবহৰে সাগৰৰ পৰা জাৰ্মান নৌ বহৰক সম্পূৰ্ণভাবে আঁতৰাই পেলাবলৈ সক্ষম হয়। শত্ৰুপক্ষৰ শ শ জাহাজ সম্পূৰ্ণৰূপে ধ্বংস হৈ যায়। এই সময়তে চাৰ্চিলে নৌ বাহিনীৰ লগত থকা বিমান বাহিনীটোও পুনৰ সংগঠিত কৰে, যাতে ব্ৰিটেইনৰ উপকূল সুৰক্ষিত কৰি ৰাখিব পাৰি। তেওঁ এই সময়তে কছ মিত্ৰপক্ষৰ সৈতে সাগৰেদি যোগাযোগৰ পথ সুগম কৰিবৰ অৰ্থে জাৰ্মান শক্তি দুৰ্বল কৰি তুলিবলৈ তুৰস্কৰ ওপৰত নৌবহৰ আৰু বিমান বাহিনীৰে এটা যৌথ আক্ৰমণৰ পৰিকল্পনা গ্ৰহণ কৰে। কিন্তু আন এজন ব্ৰিটিচ জেনেৰেল কিছনাৰৰ হেঁয়াহিৰ ফলত সৈন্য সৰবৰাহ নোহোৱাত চাৰ্চিলৰ পৰামৰ্শৰ বিৰুদ্ধে দাৰ্দানেলিচ অভিযান পৰিত্যাগ কৰা হয় আৰু বিফলতাৰ অপযশ অনাহকত মূৰ পাতি লবলগীয়া হয় উইনষ্টন চাৰ্চিলে। ইতিমধ্যে ১৯১৫ চনৰ মে' মাহত চৰকাৰ পুনৰ গঠন হ'ল আৰু সংযুক্ত চৰকাৰৰ কালত চাৰ্চিলে তেওঁৰ পূৰ্বৰ পদ হেৰুৱালে।

তেওঁ এইবাৰ পুনৰ সেনাবাহিনীলৈ ঘূৰি যায় আৰু ষষ্ঠ ৰয়েল স্কট্‌চ ফিউজিলিয়াৰত কৰ্ণেল হিচাপে নিযুক্তি পায়। ইয়াৰ পিছৰ কালছোৱাত লয়ড জৰ্জৰ সহযোগিতাত ১৯১৭ চনৰ জুলাই মাহত তেওঁ মন্ত্ৰী সভাত যোগদানৰ সুযোগ পালে আৰু তেতিয়াৰ পৰা ব্ৰিটিচ ৰাজনীতিৰ এক ধামখুমীয়া পৰিবেশত পুনৰ জড়িত হৈ পৰিল।

১৯১৯ চনৰ সাধাৰণ নিৰ্বাচনৰ পিছৰ পৰা দ্বিতীয় বিশ্বযুদ্ধৰ সময়লৈকে এক নৈৰাশ্যজনক সময়। ব্ৰিটেইনৰ অৰ্থনীতি সেই সময়ত হৈ পৰিছিল নিবনুৱা সমস্যা, খাদ্য সমস্যা আদিৰে জুৰুলা। গতিকে চাৰ্চিলে মন্ত্ৰী সভাৰ কোনো সদস্য পদলৈ প্ৰত্যাশা নকৰি প্ৰশাসনৰ সংগ্ৰামী সমালোচকৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। আজৰি সময়তহে মাথোন কিতাপ লিখিছিল, ছবি আঁকিছিল আৰু কলা-চৰ্চা কৰিছিল।

চাৰ্চিলৰ ভৱিষ্যৎবাণী অনুক্ৰমেই ১৯৩৯ চনৰ ছেপ্তেম্বৰ মাহত দ্বিতীয় বিশ্বযুদ্ধ আহি পৰিল। এইবাৰ তেওঁক ব্ৰিটিচ নৌবহৰৰ দায়িত্বলৈ মাতি নিয়া হ'ল। চাৰ্চিলৰ তত্বাৱধানত মহাযুদ্ধৰ প্ৰাৰম্ভিক সময়ছোৱাত ব্ৰিটিচ নৌবহৰেহে প্ৰকৃততে সফলতা প্ৰদৰ্শন কৰিলে। আনহাতে বিমান বাহিনীয়ে বিশেষ পাৰদৰ্শিতা দেখুৱাব নোৱাৰিলে।

সেই সময়ৰ ব্ৰিটিচ প্ৰধানমন্ত্ৰী নেভিল চেম্বাৰলিনে যুদ্ধক্ষেত্ৰত দেশক নেতৃত্ব দিয়াত বিফল হয় আৰু তাৰ ফলস্বৰূপে জাৰ্মান বাহিনীয়ে ১৯৪০ চনৰ এপ্ৰিল মাহত 'ডেনমাৰ্ক আৰু নৰবে' অধিকাৰ কৰি লয় আৰু বেলজিয়াম আৰু হলেণ্ডত আক্ৰমণ চলায়। এই ভয়াবহ পৰিস্থিতিৰ মাজতেই চেম্বাৰলিনে পদত্যাগ কৰে। এক ভীষণ পৰীক্ষা সন্মুখত লৈ চাৰ্চিলে ব্ৰিটিচ প্ৰধানমন্ত্ৰীৰ পদ গ্ৰহণ কৰিবলগীয়া হয়।

প্ৰধানমন্ত্ৰীৰ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই চাৰ্চিলে দেশবাসীৰ প্ৰতি ঘোষণা কৰে যে, তেওঁৰ এই সময়ত 'তেজ, ঘাম, চকুৰ পানী আৰু কষ্টৰ বাহিৰে দেশবাসীক দিবলৈ একোৱেই নাই।'

ইতিমধ্যে ফ্ৰান্স আৰু ইউৰোপৰ এক বৃহৎ অঞ্চল হিটলাৰৰ কবলত পৰিল। চাৰ্চিলে ঘোষণা কৰিলে যে তেওঁ নাজী স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে প্ৰয়োজন হলে অকলেই অভিযান চলাই যাব,—

"আমি ফ্ৰান্সত যুদ্ধ কৰিম, আমি সাগৰ আৰু মহাসাগৰত যুদ্ধ কৰিম। আমি অধিক আত্মপ্ৰত্যয় আৰু অধিক শক্তিৰে বায়ুমণ্ডলত যুদ্ধ কৰিম। আমি সাগৰৰ উপকূলত যুদ্ধ কৰিম, আমি সমতলত যুদ্ধ কৰিম, আমি পথাৰ আৰু ৰাজপথত যুদ্ধ কৰিম, আমি পাহাৰে পৰ্বতে যুদ্ধ কৰিম, আমি কেতিয়াও আত্মসমৰ্পণ নকৰোঁ।"

চাৰ্চিলৰ এই আত্মপ্ৰত্যয়িত অমৰ উক্তিয়ে আজিও মুক্ত বিশ্বৰ প্ৰতিৰক্ষা বাহিনীৰ প্ৰতিজন লোকক গভীৰ ভাবে অনুপ্ৰাণিত কৰে।

দ্বিতীয় বিশ্বযুদ্ধৰ এক সন্ধিক্ষণত চাৰ্চিলৰ এনে ধৰণৰ উক্তিয়ে যুদ্ধৰ গতিকেই সলনি কৰি দিছিল।

চাৰ্চিলৰ জীৱনৰ শ্ৰেষ্ঠতম কৃতিত্ব হ'ল আমেৰিকা আৰু ছোভিয়েত ৰাছিয়াৰ সৈতে মিত্ৰতা কৰি নাজী বাহিনীৰ বিৰুদ্ধে মিত্ৰপক্ষ গঠন কৰাটো। এই মিত্ৰপক্ষৰ হাততেই শেষত বিশ্বৰ পৰা নাজী অত্যাচাৰ প্ৰতিহত হৈছিল। ইয়াৰ বাহিৰেও চাৰ্চিলে মাৰ্কিন প্ৰেচিডেন্ট ৰুজভেল্টৰ সৈতে সম্পন্ন কৰা ঐতিহাসিক 'আটলাণ্টিক চাৰ্টাৰো' তেওঁৰ জীৱনৰ উল্লেখযোগ্য ঘটনা। এই চনদৰ আধাৰতে পিছৰ কালত ভালেকেইখন আন্তঃৰাষ্ট্ৰীয় চুক্তি স্বাক্ষৰিত হয়। এই চুক্তি অনুসৰি যিকোনো আক্ৰমণাত্মক কাৰ্যকলাপ ৰোধ কৰিব পৰাকৈ আন্তঃৰাষ্ট্ৰীয় নিৰাপত্তামূলক ব্যৱস্থা বলবৎ হয় আৰু লগতে সমগ্ৰ বিশ্বৰ দেশসমূহৰ মাজত সামাজিক ন্যায়, স্বাধীনতা আৰু সমতাৰ বুনিয়াদ ৰচিত হয়।

চার্চিলৰ প্ৰতিভা যে কেৱল সমৰ নীতি বা ৰাজনীতিৰ ক্ষেত্ৰতে সীমাবদ্ধ আছিল এনে নহয়। চার্চিলক বিশ্বশান্তিৰ অগ্ৰদূত আৰু অত্যাচাৰিত, নিষ্পেষিত বিশ্ববাসীৰ ত্ৰাণকৰ্তাৰূপেও ইতিহাসে মনত ৰাখিব। তেওঁৰ সাহিত্য-কৰ্ম, সংবাদসেৱা আদিও বিশ্ববাসীৰ মনত চিৰস্মৰণীয় হৈ থাকিব। ছটা খণ্ডত সম্পূৰ্ণ 'দ্বিতীয় মহাযুদ্ধৰ ইতিহাস' শীৰ্ষক তেওঁৰ সুবৃহৎ গ্ৰন্থৰ বাবে তেওঁ সাহিত্যৰ নোবেল বঁটা লাভ কৰে। তাৰ উপৰিও তেওঁৰ অন্যান্য ৰচনাৱলীয়ে আজিও বিশ্বৰ সুধী সমাজত তেওঁক স্মৰণীয় কৰি ৰাখিছে।

১৯৫৫ চনৰ ৫ এপ্ৰিলত আশী বছৰ বয়স অতিক্ৰম কৰা অৱস্থাত বিশ্ববৰেণ্য প্ৰবীণ ৰাজনীতিজ্ঞ চার্চিলে সক্ৰিয় কৰ্মজীৱনৰ পৰা অৱসৰ লয়। ১৯৬২ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰই তেওঁলৈ বিশিষ্ট নাগৰিকৰ সন্মান আগবঢ়ায়। ১৮৭৪ চনত জন্মগ্ৰহণ কৰা এই গৰাকী মনীষীয়ে ১৯৬৫ চনৰ ২৪ জানুৱাৰীত ইহলীলা সম্বৰণ কৰে।

# থিয়ড'ৰ ৰুজভেল্ট

আধুনিক মাৰ্কিন যুক্তৰাষ্ট্ৰৰ নিৰ্মাতা, যুক্তৰাষ্ট্ৰৰ ২৬ তম ৰাষ্ট্ৰপতি আৰু শান্তিৰ ন'বেল বঁটা বিজয়ী থিয়ড'ৰ ৰুজভেল্টৰ জন্ম হৈছিল ১৮৫৮ চনৰ ২৭ অক্টোবৰত নিউইয়ৰ্ক চহৰত।

একেধাৰে সমাজ সংস্কাৰক, ৰাজনীতিজ্ঞ, প্ৰাণীতত্ত্ববিদ, অনুসন্ধানকাৰী, লেখক আৰু বিশ্বৰ এগৰাকী আগশাৰীৰ কূটনীতিবিদ হিচাপে প্ৰভূত খ্যাতি অৰ্জন কৰা থিয়ড'ৰ ৰুজভেল্টে তেওঁৰ আত্মজীৱনীত নিজৰ শৈশৱৰ বিষয়ে এইদৰে উল্লেখ কৰিছে,— 'মই সৰুকালত বৰ দুৰ্বল আৰু ৰুগীয়া আছিলোঁ। কেতিয়াবা উশাহ ল'ব নোৱাৰা হৈ যেতিয়া মই চটফটাই থাকিবলগীয়া হৈছিল তেতিয়া দেউতাই মোক কোলাত লৈ গোটেই নিশাটো ঘৰটোৰ ভিতৰতে অহা-যোৱা কৰি কটাই দিয়া আজিও মোৰ মনত পৰে।'

শৈশৱৰ সেই ৰোগ আৰু শাৰীৰিক দুৰ্বলতাই কিন্তু থিয়ড'ৰ ৰুজভেল্টক দমাই ৰাখিব নোৱাৰিলে। তেওঁ দহ-বাৰ বছৰমান বয়সৰ পৰাই ব্যায়াম কৰিবলৈ লয়। ৰুজভেল্টে মনে মনে সংকল্প ললে এটা সুস্বাস্থ্যৰ গৰাকী হোৱাৰ আৰু ১৮ বছৰ বয়সত যেতিয়া ৰুজভেল্ট হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ত ভৰ্তি হয়, তেতিয়া সকলোকে চমক খুৱাব পৰাকৈ তেওঁ এটা সুন্দৰ পেশীবহুল দেহৰ অধিকাৰী হ'লগৈ। ৰুজভেল্ট কেনেধৰণৰ অদম্য মানসিক শক্তিৰ অধিকাৰী আছিল এয়া তাৰেই এটা উজ্জ্বল দৃষ্টান্ত।

১৮৮১ চনত মাত্ৰ ২৩ বছৰ বয়সত ৰুজভেল্টে নিউইয়ৰ্ক বিধানসভাৰ ল'ৱাৰ হাউচলৈ ৰিপাব্লিকান সদস্য হিচাপে নিৰ্বাচিত হয়।

১৮৮৪ চনত থিয়ড়'ৰ ৰুজভেল্ট এক মানসিক সংঘাতৰ সন্মুখীন হয়। মাত্ৰ কেইঘণ্টামানৰ ব্যৱধানত তেওঁৰ মাক আৰু পত্নী এলিচৰ মৃত্যু হয়।

সেই অসহনীয় দুখৰ মাজতে জেমছ্ গ্লেইন নামৰ তেওঁৰ এজন ঘৃণিত ব্যক্তি ৰাষ্ট্ৰপতি হিছাপে নিৰ্বাচিত হোৱা কথাই ৰুজভেল্টৰ মানসিক পীড়া দুগুণে বঢ়াই তুলিলে। মনৰ দুখত তেওঁ ৰাজনীতিৰ পৰা আঁতৰি আহে আৰু লোকালয়ৰ পৰা বাহিৰত, তেতিয়া 'ওৱাইল্ড চেষ্ট' নামে খ্যাতি অৰ্জন কৰা বনাঞ্চলত এখন গৰুৰ পাম খুলি তাক চলাবলৈ লয়।

দুবছৰ কাল সেইদৰে কটোৱাৰ পিছত ১৮৮৬ চনত তেওঁ তাৰ পৰা ঘূৰি আহি দ্বিতীয়বাৰ বিয়া কৰায়। এই বিয়াৰ পিছত নিউইয়ৰ্কৰ মেয়ৰ হিছাপে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবৰ বাবে তেওঁৰ দলে কৰা অনুৰোধ ৰক্ষা কৰি তেওঁ নিৰ্বাচনত নামে যদিও পৰাজয় বৰণ কৰে। এই সময়তে তেওঁৰ ৰাজনৈতিক কাম-কাজত কিছু ব্যাঘাত ঘটে। ইয়াৰ তিনি বছৰমানৰ পিছত তেওঁ তেতিয়াৰ ৰাষ্ট্ৰপতি হেৰিছনৰ আমন্ত্ৰণক্ৰমে আমেৰিকাৰ লোকসেৱাত যোগ দিয়ে।

দেশৰ পৰা দুৰ্নীতি দূৰ কৰাৰ দৃঢ় সংকল্প লৈ এসময়ত ৰাজনীতিত নমা ৰুজভেল্ট, চিভিল চাৰ্ভেন্ট হিছাপে কামত যোগ দিয়াৰ লগে লগে সকলোবোৰ দুৰ্নীতি পৰায়ণ ৰাজনীতিক আৰু চৰকাৰী বিষয়াৰ শত্ৰু হৈ পৰিল। সেই পদত কিছুকাল থকাৰ পিছত ইস্তফা দি নিউইয়ৰ্কৰ পুলিচ কমিছনাৰ হয়। এইবাৰ তেওঁ পুলিচ বাহিনীত চলি থকা দুৰ্নীতি আঁতৰ কৰাত উঠি-পৰি লাগে। অক্লান্ত চেষ্টা আৰু পৰিশ্ৰমেৰে তেওঁ সেই কামত কৃতকাৰ্যতা লাভ কৰে আৰু নিউইয়ৰ্ক পুলিচ বাহিনীটো দেশৰ অন্যান্য পুলিচ বাহিনীৰ ভিতৰতে এক আদৰ্শ বাহিনী হিছাপে গণ্য হয়।

পুলিচ বাহিনীত সাধন কৰা কৃতিত্বৰ বাবে তেওঁক তাৰ পৰা নি নৌ-বাহিনীৰ সহকাৰী সচিব হিছাপে নিয়োগ কৰা হয়। তেওঁ নৌবাহিনীটো নতুন ৰূপ দিয়াত যথেষ্ট কৃতিত্ব অৰ্জন কৰে। এনে সময়তে স্পেইনৰ সৈতে আমেৰিকাৰ যুদ্ধ হয়। সেই যুদ্ধত এটা অশ্বাৰোহী বাহিনীৰ কৰ্ণেলৰ ভূমিকাত ৰুজভেল্টে এজন বীৰ যোদ্ধা হিছাপে বিৰাট সাফল্য আৰু খ্যাতি লাভ কৰিলে। দেশৰ মানুহৰ বাবে তেওঁ হৈ পৰে ৰূপকথাৰ বীৰ।

যুদ্ধক্ষেত্ৰৰ পৰা ঘূৰি আহি ৰুজভেল্ট নিউইয়ৰ্কৰ ৰাজ্যপাল পদৰ বাবে ৰিপাব্লিকান প্ৰাৰ্থী হিছাপে থিয় হয়। দলৰ যিসকল কৰ্ম-কৰ্তাই প্ৰাৰ্থী মনোনয়ন কৰিছিল সেইসকলে তেওঁক আন্তৰিকভাৱে ভাল নাপাইছিল। অৱশ্যে লগতে ভয়ো কৰিছিল। তেওঁলোকৰ মতত ডেমক্ৰেট প্ৰাৰ্থীজনক পৰাজিত কৰিব পৰাকৈ ৰুজভেল্টৰ বাহিৰে আন কোনো প্ৰাৰ্থী নথকা বাবেহে তেওঁলোকে

কজভেল্টক প্ৰাৰ্থী হিছাপে থিয় কৰাইছিল। সেই নিৰ্বাচনত কজভেল্ট জয়ী হ'ল। সামাজিক আৰু ব্যক্তিগত জীৱনৰ ছত্ৰে ছত্ৰে বিৰাজমান দুৰ্নীতিসমূহ আঁতৰ কৰিবৰ বাবে তেওঁ ব্যস্ত হৈ পৰিল; কিন্তু ৰিপাব্লিকান দলৰ বাবে তাতোকৈ ডাঙৰ কথা হৈ পৰিছিল কজভেল্টক যেনে তেনে নিউইয়র্ক প্ৰদেশৰ ৰাজনীতিৰ পৰা দূৰলৈ আঁতৰাই পঠিওৱাটোহে। নহ'লে তেওঁলোকৰ দুৰ্নীতিৰ কথা কজভেল্টৰ আগত ধৰা পৰিলে হয়তো তেওঁলোকৰ প্ৰত্যেকেই ৰাজনীতিৰ পৰা চিৰবিদায় ল'ব লাগিব।

অৱশেষত যেন তেওঁলোকৰ বাবে সুযোগ ওলাল। ১৯০০ চনত উপ-ৰাষ্ট্ৰপতি নিৰ্বাচন। ৰিপাব্লিকানসকলে কজভেল্টক দলৰ প্ৰাৰ্থী মনোনীত কৰিলে। এইবাৰ দলৰ সন্মান ৰক্ষাৰ বাবে নহয়, কজভেল্টক দলৰ পৰা সম্পূৰ্ণৰূপে বাদ দিবৰ বাবেহে। কিন্তু তেওঁলোকে ভবামতে কাম নহ'ল। কজভেল্ট আকৌ জয়ী হ'ল, অৰ্থাৎ তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰৰ উপ-ৰাষ্ট্ৰপতি নিৰ্বাচিত হ'ল। উপ-ৰাষ্ট্ৰপতি হিছাপে এবছৰ কাল পূৰ্ণ হোৱাৰ আগতে ৰাষ্ট্ৰপতি মেক্ কিন্‌লেক আততায়ীয়ে হত্যা কৰাত থিয়ড'ৰ কজভেল্ট আমেৰিকাৰ ২৬ তম ৰাষ্ট্ৰপতি ৰূপে ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত হয়। পৰৱৰ্তী ৰাষ্ট্ৰপতিৰ নিৰ্বাচনত তেওঁ জয়লাভ কৰিবলৈ সক্ষম হয়।

ইয়াৰ পিছত কজভেল্ট চাৰে-সাত বছৰ কাল ৰাষ্ট্ৰপতি হৈ থকা সময়ছোৱা আমেৰিকাৰ বুৰঞ্জীৰ সবাতোকৈ গুৰুত্বপূৰ্ণ আৰু উল্লেখযোগ্য সময় হিছাপে চিহ্নিত হয়। এই চাৰে সাত বছৰৰ ভিতৰত ভূতপূৰ্ব ৰাষ্ট্ৰপতি কিন্‌লেৰ কাৰ্যকালৰ বাকী থকা ম্যাদ শেষ হোৱাত ১৯০৪ চনৰ নিৰ্বাচনত পুনৰবাৰ বিপুল সংখ্যাগৰিষ্ঠতা লাভ কৰি ক্ষমতালৈ ঘূৰি আহে।

ৰাষ্ট্ৰপতি হিছাপে কাৰ্যনিৰ্বাহ কৰি থকা সময়ছোৱাত তেওঁ সম্পাদন কৰা আটাইতকৈ উল্লেখযোগ্য ঘটনাসমূহৰ ভিতৰত প্ৰথম আৰু প্ৰধান হ'ল (তেওঁৰ মৃত্যুৰ ঠিক এবছৰৰ পিছত মুকলি কৰা) 'পানামা' খালৰ নিৰ্মাণ। ইয়াৰ সমানেই আনটো উল্লেখযোগ্য ঘটনা হ'ল ৰুছ-জাপান যুদ্ধৰ অৱসান ঘটোৱাৰ ক্ষেত্ৰত তেওঁৰ অৰিহণাৰ বাবে ১৯০৬ চনত শান্তিৰ নোবেল বঁটা লাভ।

দ্বিতীয়বাৰ ৰাষ্ট্ৰপতি হোৱাৰ পিছতেই কজভেল্টে ঘোষণা কৰিছিল যে তেওঁ ১৯০৮ চনত হ'বলগীয়া নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা নকৰে। সেয়ে পিছৰটো কাৰ্যকালৰ ভিতৰতে তেওঁ দেশৰ প্ৰশাসনৰ ক্ষেত্ৰত থকা সকলোবোৰ বেমেজালি আৰু ৰাষ্ট্ৰীয় আৰু সমাজ জীৱনৰ আঁহে আঁহে শিপাই থকা দুৰ্নীতি

দূৰ কৰাত আৰু দেশখনৰ প্ৰাকৃতিক সম্পদৰাজিৰ সংৰক্ষণৰ বাবে কাম কৰা তেওঁৱেই প্ৰথম ৰাষ্ট্ৰপতি হিচাপে আমেৰিকাবাসীয়ে আজিও তেওঁক শ্ৰদ্ধাৰে সোঁৱৰে।

দেশবাসীয়ে ৰবকৈ বিচৰা সত্ত্বেও কিন্তু তেওঁ তৃতীয়টো কাৰ্যকালৰ বাবে নিৰ্বাচনত অংশগ্ৰহণ নকৰি দেশক এজন যোগ্য প্ৰাৰ্থী বিচাৰি ল'বৰ বাবে অনুৰোধ জনাই আফ্ৰিকালৈ যায়গৈ।

দুবছৰকাল আফ্ৰিকাত থকাৰ পিছত তাৰ পৰা ঘূৰি আহি তেওঁ দেখে যে দেশ তেতিয়া 'টাফট' নামে এজন অতি অকামিলা আৰু অযোগ্য ৰাষ্ট্ৰপতিৰ হাতত। ৰুজভেল্ট হতাশ হৈ দ্বিতীয়বাৰৰ বাবে স্ব-নিৰ্বাসন লয়। এইবাৰ তেওঁ যায় ব্ৰাজিলৰ গভীৰ বনভূমিলৈ।

ব্ৰাজিলত এবছৰ কাল কটোৱাৰ পিছত তেওঁ ভগ্ন স্বাস্থ্য লৈ ঘৰলৈ ওভতে। ইয়াৰ পিছত তেওঁৰ জীৱনৰ শেষৰ চাৰিটা বছৰ তেতিয়াৰ ৰাষ্ট্ৰপতি উড্ৰ' উইলচনৰ ৰাষ্ট্ৰীয় নীতিৰ সমালোচনা আৰু তাৰ বিৰোধিতা কৰোঁতেই অতিবাহিত হয় আৰু ১৯১৯ চনৰ পাঁচ জানুৱাৰীৰ মাজনিশা শুই থকা অৱস্থাতে তেওঁৰ মৃত্যু হয়।

ৰুজভেল্টৰ কাৰ্যকলাপ কেৱল ৰাজনীতি আৰু জনসেৱাৰ মাজতে সীমাবদ্ধ নাছিল। এজন আগশাৰীৰ লিখক হিচাপেও তেওঁৰ ৰচিত গ্ৰন্থসমূহৰ মাজত নিজকে প্ৰতিষ্ঠিত কৰি থৈ গৈছে। কে'বাখনো জীৱনী আৰু আত্মজীৱনীৰ লগতে তেওঁ ৰচনা কৰা আন কেইখনমান প্ৰখ্যাত গ্ৰন্থ হ'ল— "Winning of The West", "Hunting Trips of a Ranchman", "African Game Train", "Through The Brazilian Wilderness" আৰু "The Rough Riders".

# ডা: চান য়াটচেন

স্বেচ্ছাচাৰী মাঞ্চু শাসকবৰ্গৰ ৪০০০ বছৰজোৰা নিস্পেষণৰ পৰা চীনা জনসাধাৰণক মুক্ত কৰিবৰ বাবে উনৈশ শতিকাৰ শেষৰ ফালে চীনত যি বিপ্লৱ চলিছিল ডা: চান য়াটচেন আছিল সেই বিপ্লৱৰ কাণ্ডাৰী। হাজাৰ হাজাৰ বছৰজোৰা নিস্পেষণে নি:স্ব কৰা এটা জাতিৰ মুক্তিদাতা।

ডা: চান য়াটচেনৰ জন্ম হৈছিল মাকাও দ্বীপৰ এখন সৰু গাঁৱৰ এটা অতি দুখীয়া পৰিয়ালত, ১৮৬৬ চনৰ ২ নবেম্বৰ তাৰিখে। জন্মৰে পৰা কেৱল দুখৰ মাজতে দিন কটোৱা চান য়াটচেনে সৰুকালতে এটা কথা গভীৰভাৱে অনুভৱ কৰিছিল যে পৃথিৱীখন কেৱল একোটা ৰাজপৰিয়ালৰ ভোগৰ বাবে হ'ব নোৱাৰে। পৃথিৱীখনত ধনী-দুখীয়া নিৰ্বিশেষে সকলোৰে সমান অধিকাৰ থকাটো উচিত। তেওঁৰ এই বিশ্বাসৰ ওপৰতে এসময়ত জন্ম হৈছিল তেওঁৰ বিখ্যাত শ্লোগান The earth and the universe belong to everyone.

১৪ বছৰ বয়স পৰ্যন্ত চানৰ বিশেষ শিক্ষা-দীক্ষা হোৱা নাছিল। গাঁৱত কৰিবলৈও একো কাম বন নাছিল। এনেতে এবাৰ তেওঁ সুবিধা পালে— সেই সময়ত হাৱাই দ্বীপত থকা তেওঁৰ ককায়েক আ'মেইৰ ওচৰলৈ যোৱাৰ। চানে সেই সুযোগ গ্ৰহণ কৰিলে।

আ'মেই আছিল এজন ব্যৱসায়ী। তেওঁ চানক তাতে থাকি পঢ়া-শুনা কৰিবৰ বাবে খৃষ্টিয়ান মিচনেৰী স্কুল এখনত নাম লগাই দিলে। আচৰিত কথা— এই স্কুলত শিক্ষা গ্ৰহণ কৰি চান য়াটচেন, চীনৰ ভাৱী নেতা এজন আদৰ্শ খৃষ্টিয়ান হৈ পৰিল। ধৰ্মীয় কাৰ্যকলাপৰ লগতে তেওঁৰ থকা-মেলাতো পশ্চিমীয়া আদব কায়দাৰ গভীৰ ছাঁ পৰিল। এইবোৰ দেখি-শুনি ককায়েকে

মনে মনে ভয় খাইছিল ভায়েকে কেনেবাকৈ বিপথে যায় বুলি আৰু সেইবাবেই চানক লবালবিকৈ চীনলৈ ওভোতাই পঠিয়াই দিয়ে।

এই সময়ত চীনত দাস প্ৰথাৰ প্ৰচলন আছিল। দাসবিলাকৰ বেচাঁ-কিনা হৈছিল মুক্তভাৱে বজাৰত। একোটা পৰিয়ালৰ কৰ্মঠ যুৱকবোৰক বন্ধা বনুৱা হিচাপে আৰু যুৱতী ছোৱালীবিলাকক বেশ্যাবৃত্তিৰ বাবে চালান কৰা হৈছিল সেই বজাৰৰ পৰা।

দেশলৈ ঘূৰি আহি ইতিমধ্যে যৌৱনত ভৰি দিয়া চান মনে মনে বহি থাকিব নোৱাৰিলে। সমাজৰ কুসংস্কাৰ আৰু মাঞ্চু নিষ্পেষণৰ বিৰুদ্ধে তেওঁৰ বিদ্ৰোহী কণ্ঠ সৰৱ হৈ উঠিল। লগে লগে তেওঁক (মাঞ্চু শাসনৰ বিৰুদ্ধে) ৰাজদ্ৰোহী বুলি চিনাক্ত কৰা হ'ল আৰু দেশৰ পৰা বিতাড়িত কৰা হ'ল। সাময়িকভাৱে ইয়াৰ ভিতৰতে ১৮ বছৰ বয়সত চানৰ বিয়া হয় এগৰাকী কৃষকৰ ছোৱালীৰ লগত। বিয়াৰ পিছতে নৱ-বিবাহিতা পত্নীক নিজ ঘৰত মাকৰ সৈতে এৰি থৈ চান য়াটচেন আহে হংকঙলৈ।

১৮৮৭ চনত ডাক্তৰ জেমচ্ কেণ্টাইল নামে এজন ব্ৰিটিছ চিকিৎসাবিদে হংকঙত এখন চিকিৎসা মহাবিদ্যালয় খোলে। চান য়াটচেন সেই চিকিৎসা মহাবিদ্যালয়ত ভৰ্তি হয়। একালে ডাক্তৰী পঢ়া আৰু আনকালে বিপ্লৱী কাৰ্যকলাপৰ গুৰি ধৰা— দুয়োটা কাম চানে সুকলমেই চলাই যায়। পাঁচ বছৰৰ মূৰত চিকিৎসক হৈ ওলাই অহাৰ লগে লগেই তেওঁ গঢ়ি তোলে এটা সন্ত্ৰাসবাদী দল, নাম 'Dare to die' মৃত্যু বাহিনী। এই নৱগঠিত সন্ত্ৰাসবাদী দলটোৱে ৰাজতন্ত্ৰৰ বিৰুদ্ধে চলোৱা তেওঁলোকৰ প্ৰথম অভিযানত অৱশ্যে সফল হ'ব নোৱাৰিলে। দলৰ কেইবাজনো নেতৃস্থানীয় লোক ধৰা পৰে আৰু মৃত্যুদণ্ডেৰে দণ্ডিত হয়। চান য়াটচেনে বিদেশলৈ পলাই সাৰে। ইয়াৰ পিছত প্ৰায় তিনি বছৰকাল স্ব-নিৰ্বাসনত থাকে। এইছোৱা সময়ৰ ভিতৰত তেওঁ বৈপ্লৱিক কাৰ্যসূচীৰ কেইবাটাও প্ৰয়োজনীয় কাম সমাধা কৰে। ইয়াৰ ভিতৰত প্ৰধান হ'ল— বিপ্লৱ চলাই নিবৰ বাবে আৱশ্যকীয় পুঁজি সংগ্ৰহ, প্ৰবাসী চীনা নাগৰিকসকলক বিপ্লৱৰ সৈতে জড়িত কৰা আৰু বৈদেশিক সম্পৰ্ক স্থাপন।

চীনত মাঞ্চু শাসকগোষ্ঠীয়ে চানৰ মূৰৰ ওপৰত এক লাখ পাউণ্ডৰ পুৰস্কাৰ ঘোষণা কৰিলে। জীৱিত অথবা মৃত যিকোনো অৱস্থাতে চান য়াটচেনক ধৰি দিওঁতাজনক দিয়া হ'ব এই পুৰস্কাৰ। সেই সময়ত চান ইংলেণ্ডত। এই পুৰস্কাৰৰ

খবৰ ইতিমধ্যে ইংল্যণ্ডতো ওলাইছিল। চানৰ বাসস্থানৰ ওচৰতে থকা এজন চীনা লোকৰ সহায়ত এদিন চান বন্দী হ'ল; কিন্তু চীনলৈ চালান হোৱাৰ আগতেই তেওঁ মুক্ত হয় তেওঁৰ পুৰণা বন্ধু ডাক্তৰ জেমচ কেন্টাইলৰ অনুৰোধক্রমে লর্ড চেলিচবাৰীৰ হস্তক্ষেপত।

১৯০০ চনৰ বক্সাৰ যুদ্ধৰ ঠিক পিছতেই চানৰ নেতৃত্বত ইউৰোপ আৰু জাপানত বসবাস কৰি থকা চীনা প্রবাসীসকলক লৈ গঠিত হয় চীনা বিপ্লৱী সংঘ (Chinese Revolutionary League)। এই সংঘৰ যোগেদি চানে চীনৰ বাহিৰত পৃথিৱীৰ বিভিন্ন দেশত বসবাস কৰা চীনাসকলৰ এই বিপ্লৱৰ প্রতি পূর্ণ সমর্থনৰ লগতে প্রচুৰ পৰিমাণৰ অর্থ সংগ্রহ কৰাতো সমর্থ হয়।

লাহে লাহে পোহৰ পৰিবলৈ ধৰিলে বিপ্লৱৰ পথত। চান আৰু তেওঁৰ কমৰেড্সকলৰ বাবে কামবোৰ সহজ হৈ আহিল। চানৰ ঘনিষ্ঠ সহযোগী চার্লি চুং আছিল এজন প্রকাশক। তেওঁৰ নিজৰ এটা ছপাখানাও আছিল। তেওঁৰ কাম আছিল খৃষ্টিয়ান মেথোডিষ্ট দর্শন প্রচাৰ কৰা। বিপ্লৱত যোগ দিয়াৰ পিছতে তেওঁ ধর্মীয় লিখনিসমূহৰ লগতে বৈপ্লৱিক বার্তাৰ প্রচাৰো পূর্ণমাত্রাই চলাই যাবলৈ ধৰে। দেশৰ বাহিৰে ভিতৰে চানৰ লিখিত এই বৈপ্লৱিক বাণীসমূহে চীনা জনসাধাৰণক মাথো শোষণ, নিষ্পেষণ আৰু অত্যাচাৰৰ বিৰুদ্ধে একগোট হৈ থিয় হোৱাৰ মহামন্ত্র দান কৰে।

চার্লি চুঙৰ তিনিজনী ছোৱালী আছিল। আটাইকেইজনী ছোৱালী আছিল সমানেই ধুনীয়া। দুজনীৰ ইতিমধ্যে বিয়া হৈছিল দুজন আগশাৰীৰ বিপ্লৱী নেতাৰ সৈতে। চার্লি চুঙৰ বিপদ হ'ল কেৱল কন্যা চিংলিঙৰ পৰা। চিংলিঙে সৰুকালৰ পৰাই চীনৰ অদ্বিতীয় বিপ্লৱী বীৰ চান য়াটচেনক পূজা কৰিছিল। ডাঙৰ হৈ অহাৰ পৰা এই শ্রদ্ধা ভক্তিৰ ভাব পৰিবর্তিত হয় গভীৰ প্ৰেমলৈ। তেওঁ পৰিয়ালৰ ওচৰত দৃঢ় কণ্ঠেৰে ব্যক্ত কৰিলে যে তেওঁ চান য়াটচেনৰ সৈতেহে বিয়া হ'বলৈ বিচাৰে। পৰিয়ালৰ সকলোৱে এই কথাৰ তীব্র বিৰোধিতা কৰিলে, বিশেষকৈ দেউতাকে; কিয়নো চান য়াটচেন আৰু চিংলিঙৰ দেউতাক চার্লি চুং আছিল সমবয়সী। চান চিলিঙতকৈ বয়সত প্রায় ২৫ বছৰে ডাঙৰ। ইফালে বিবাহিত; কিন্তু এইবোৰ কথালৈ চিংলিঙে কাণ নিদিলে। এদিন তাই পলাই গৈ চানৰ ওচৰ পালেগৈ আৰু লগে লগে বিয়া হ'ল।

১৯১১ চন। চীনৰ ভিতৰত বেতিয়া বিপ্লৱে শীর্ষ বিন্দু পাইছিল গৈ তেতিয়া চান য়াটচেন আমেৰিকাত। তেওঁ বিদেশতে খবৰ কাকতত পঢ়িবলৈ

পালে যে দেশত ইতিমধ্যে মাঞ্চু শাসনৰ ওৰ পৰিছে। বিপ্লৱীসকলৰ চৰকাৰ প্ৰতিষ্ঠিত হৈছে। চিয়াংকাই-চেক হৈছে নতুন চৰকাৰৰ সেনাধিনায়ক আৰু চান য়াটচেনক তেওঁৰ অনুপস্থিতিতেই ৰাষ্ট্ৰপতি মনোনীত কৰা হৈছে। পৃথিৱীবাসীক চমৎকৃত কৰিলে চীনৰ ঘটনাৰাজিয়ে।

১৯১২ চনৰ জানুৱাৰী মাহত চান য়াটচেন চীনলৈ ঘূৰি আহে আৰু নান্‌কিঙত বহা জাতীয় অভিবৰ্তনত অস্থায়ী ৰাষ্ট্ৰপতি হিছাপে শপত গ্ৰহণ কৰে। চান য়াটচেনৰ বিপাব্লিকান দলৰ লগতে মাঞ্চু শাসনৰ বিৰুদ্ধে এই বিপ্লৱৰ গুৰিৰে পৰা আন আৰু দুটা বিপ্লৱী দলে কাম কৰি আহিছিল। এটা দল বামপন্থী কুমিন্টাং আৰু আনটো আছিল লিবাৰেল। ৰাজতন্ত্ৰ ওফোৰাই পেলোৱাৰ ক্ষেত্ৰত সকলোবোৰ দলে একেলগে কাম কৰিছিল যদিও নতুন শাসন ব্যৱস্থাৰ ক্ষেত্ৰত তেওঁলোকৰ মাজত গুৰুতৰ মত বিভেদৰ সৃষ্টি হয়। তথাপি চান য়াটচেনৰ ত্যাগ আৰু সঁচা সমাজবাদী আদৰ্শৰ প্ৰতি সকলোৱে শ্ৰদ্ধা আৰু স্বীকৃতি জনাই তেওঁকেই স্থায়ী ৰাষ্ট্ৰপতি হিছাপে মনোনীত কৰে; কিন্তু ৰাষ্ট্ৰপতিৰ আসনত বহি তেওঁ অতি অলপ সময়ৰ ভিতৰতে উপলব্ধি কৰিলে যে এই কাম তেওঁৰ নহয়। তেওঁ মনে মনে ভাবিলে, দেশ চলাবলৈ এজন অভিজ্ঞ ৰাজনীতিজ্ঞ হোৱাটো উচিত।

তেওঁ য়ুয়ান চী-কাই নামে এজন লিবাৰেলৰ প্ৰতি ৰাষ্ট্ৰপতি পদৰ বাবে নিজৰ সমৰ্থন আগবঢ়াই নিজে ইস্তফা দিয়ে; কিন্তু য়ুয়ান চী-কাই ক্ষমতাশীন হৈয়েই হৈ পৰে স্বেচ্ছাচাৰী। অকল সেয়েই নহয়, য়ুয়ানে ১৯১৫ চনত নিজকে চীনৰ সম্ৰাট বুলি ঘোষণা কৰে। ফলস্বৰূপে বিদ্ৰোহৰ জুই জ্বলি উঠে। দেশৰ চাৰিওফালে সন্ত্ৰাসবাদ, হত্যাকাণ্ড আদিয়ে ভয়াবহ অৱস্থাৰ সৃষ্টি কৰিলে। সেই অৱস্থাৰ মাজতে য়ুয়ান চী-কাই কাইৰ মৃত্যু হয়। দেশ চেন চিউন চিঙৰ সামৰিক শাসনৰ অধীনলৈ যায়। ১৯২১ চনত চান য়াটচেনৰ প্ৰচেষ্টাত এই সামৰিক শাসনৰো ওৰ পৰে; কিন্তু দেশত অৰাজক অৱস্থা দীৰ্ঘকালৰ বাবে বাহাল থাকে।

চান য়াটচেন ইয়াৰ পিছত বেছিদিনলৈ জীয়াই থকা নাছিল। ১৯২৫ চনৰ জানুৱাৰী মাহত পিকিঙত বহা এখন অধিবেশনত যোগ দি ঘূৰি অহাৰ তিনি মাহৰ পিছতে কেন্সাৰ ৰোগত আক্ৰান্ত চান য়াটচেনে ১৯২৫ চনৰ ১২ মাৰ্চ তাৰিখে ৫৯ বছৰ বয়সত ইহলীলা সম্বৰণ কৰে।

চান য়াটচেনৰ মৃত্যুৰ বহুকাল পিছলৈও চীনৰ গৃহযুদ্ধ চলিয়েই আছিল।

ইয়াৰ মাজতে চিয়াং কাই-চেকৰ নেতৃত্বত এটি জাতীয় চৰকাৰ ১৯৬৬ চনত গঠন হৈছিল যদিও সি ক্ষণস্থায়ী আছিল। ১৯৪৯ চনৰ অক্টোবৰ মাহত চীনত স্থায়ীভাৱে প্ৰতিষ্ঠিত হয় পৰৱৰ্তী কালৰ অবিসম্বাদী নেতা মাও চে' তুঙৰ নেতৃত্বাধীন কমিউনিষ্ট চৰকাৰ। তথাপিও অত্যাচৰী ৰাজতন্ত্ৰৰ তলত শত-সহস্ৰ বছৰ অভিশপ্ত জীৱন অতিবাহিত কৰা কোটি কোটি মুক্তিপ্ৰয়াসী চীনালোকৰ বাবে ডাঃ চান য়াটচেন আজিও এক স্মৰণীয় নাম।

# আলফ্ৰেড নোবেল

মানৱ জাতিৰ উন্নয়নৰ বাবে ব্যৱহৃত ভূগৰ্ভস্থ সম্পদৰাজি উদ্ধাৰ কৰাৰ ক্ষেত্ৰত ডিনামাইট নামৰ বিস্ফোৰক পদাৰ্থৰ প্ৰয়োগ অপৰিহাৰ্য; কিন্তু আনহাতে আধুনিক বিশ্বৰ যুদ্ধক্ষেত্ৰ সমূহত ব্যৱহৃত মাৰণাস্ত্ৰ সমূহৰ নিৰ্মাণৰ ক্ষেত্ৰতো ইয়াৰ প্ৰয়োজন অনস্বীকাৰ্য। এক কথাত ক'বলৈ গ'লে মানৱ জাতিৰ কল্যাণ সাধনৰ ক্ষেত্ৰত এই বিস্ফোৰক পদাৰ্থৰ যি ভূমিকা, ধ্বংসৰ ক্ষেত্ৰতো পৃথিৱীব্যাপী ইয়াৰ ভয়াবহতা সমানেই গুৰুত্বপূৰ্ণ।

এই ডিনামাইটৰেই আবিষ্কাৰক আৰু পৰৱৰ্তীকালত নোবেল পুৰস্কাৰৰ প্ৰতিষ্ঠাতা আলফ্ৰেড নোবেল আধুনিক বিশ্বৰ এগৰাকী 'স্মৰণীয় ব্যক্তি'।

দুটা পৰস্পৰবিৰোধী ভাবৰ অধিকাৰী আলফ্ৰেড নোবেলে সকৰে পৰাই কবিতা ভাল পাইছিল, তেওঁ নিজেও কবিতা লিখিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। কিন্তু তেওঁৰ মনৰ চিন্তাশক্তিয়ে কবিতাৰ ঠাইত এসময়ত জন্ম দিছিল মাৰাত্মক বিস্ফোৰক পদাৰ্থ 'ডিনামাইট'ৰহে।

আলফ্ৰেড নোবেলৰ জন্ম হৈছিল ১৮৩৩ চনত ষ্টকহম্ চহৰত। তেওঁৰ জন্ম হোৱা বছৰতেই তেওঁৰ ব্যৱসায়ী দেউতাক ইমানুৱেল ব্যৱসায়ত দেউলীয়া হয়। সেয়ে তেওঁ ভাগ্যৰ অন্বেষণত তিনিটা শিশু সন্তানৰ সৈতে পৰিয়ালক এৰি থৈ ফিনলেণ্ডলৈ যায়গৈ।

জন্মৰে পৰা নিশকতীয়া শিশু আলফ্ৰেড বৰ বেছিদিন বাচি থাকিব বুলি কোনেও আশা কৰা নাছিল; কিন্তু মাকৰ স্নেহসিক্ত শুশ্ৰূষাই তেওঁক জীয়াই ৰাখিলে। আলফ্ৰেডৰ শৈশৱৰ চাৰি বছৰকাল তেওঁলোকৰ পৰিয়ালটো দেউতাকৰ পৰা বিচ্ছিন্ন হৈ থাকে আৰু এই চাৰি বছৰকাল মাকৰ ওপৰতে একান্ত নিৰ্ভৰশীল হোৱা বাবে ইয়াৰ প্ৰভাৱ তেওঁৰ পিছৰ জীৱনতো পৰিলক্ষিত হোৱা দেখা যায়। ১৮৪২ চনত দেউতাক ইমানুৱেলৰ ব্যৱসায়িক অৱস্থা ভাললৈ

আছে আৰু সমগ্ৰ পৰিয়ালটো ষ্টকহম্‌ৰ পৰা ৰুছদেশৰ চেণ্টপিটাৰ্চবাৰ্গলৈ উঠি যায়।

ইয়াত দেউতাকে ল'ৰা কেইটাৰ বাবে এজন চুইডিছ ঘৰুৱা শিক্ষক নিযুক্ত কৰি দিয়ে আৰু তেওঁৰ তত্ত্বাৱধানতে আলফ্ৰেডে ৰাছিয়ান, ইংলিছ, ফৰাছী আৰু জাৰ্মান ভাষাত ব্যুৎপত্তি লাভ কৰে।

ৰুছদেশত ইমানুৱেলৰ ব্যৱসায়ে যথেষ্ট উন্নতি লাভ কৰে। ইতিমধ্যে আলফ্ৰেডৰ ককায়েক লাডউইগৰ বয়স ১৮ বছৰ আৰু আলফ্ৰেডৰ ১৬ বছৰ অতিক্ৰম কৰে আৰু শিক্ষা জীৱনো শেষ হয়। দেউতাকে ইয়াৰ পিছত আলফ্ৰেডক বিশ্বভ্ৰমণৰ বাবে পঠিয়ায়। এই ভ্ৰমণকালত আলফ্ৰেডে প্ৰায় দুবছৰকাল ইউৰোপ আৰু আমেৰিকাৰ বিভিন্ন দেশ ভ্ৰমণ কৰে। ভ্ৰমণ শেষ কৰি তেওঁ দেউতাকৰ ব্যৱসায়তে আত্মনিয়োগ কৰে।

উল্লেখযোগ্য যে তেওঁৰ দেউতাকৰ ব্যৱসায়ো আছিল বিবিধ বিস্ফোৰক সামগ্ৰী সৰবৰাহ কৰা। আলফ্ৰেডে দেউতাকক ব্যৱসায়ত সাহায্য কৰাৰ উপৰিও এবিধ মাৰাত্মক বিস্ফোৰক সামগ্ৰী 'নাইট্ৰোগ্লিচাৰিণ'ৰ ওপৰত গৱেষণা আৰম্ভ কৰে।

সেই সময়লৈকে 'নাইট্ৰোগ্লিচাৰিন' জুলীয়া অৱস্থাতহে পোৱা গৈছিল। এই যৌগটোৰ ব্যৱহাৰ ইঞ্জিনীয়াৰিং শিল্প, পাথৰ ভঙা আদি কামত ব্যৱহাৰ হৈছিল যদিও তাৰ ব্যৱহাৰ অতি বিপদসংকুল আছিল। আলফ্ৰেড নিজে আছিল ৰসায়ন বিজ্ঞানৰ ছাত্ৰ। তেওঁ চিন্তা কৰিলে কেনেকৈ 'নাইট্ৰোগ্লিচাৰিণ' সহজে পৰিবৰ্তন কৰিব পৰা যায় আৰু ইয়াৰ ভয়াবহতা মানুহৰ নিয়ন্ত্ৰণাধীন কৰি ৰাখিব পৰা যায়। এই গৱেষণাত তেওঁ লগত লগে সহোদৰ ভাতৃ অস্কাৰ এমিলক। এদিন বিস্ফোৰকৰ গৱেষণাগাৰত আলফ্ৰেডৰ ভায়েক এমিল আৰু আন সহকৰ্মী তিনিজনে গৱেষণা-কাৰ্যত লিপ্ত থকা অৱস্থাতে 'নাইট্ৰোগ্লিচাৰিণ'ৰ এক প্ৰচণ্ড বিস্ফোৰণ ঘটে আৰু ভায়েক এমিলৰ সৈতে গৱেষণাগাৰত থকা চাৰিজন লোকৰ খিতাতে মৃত্যু হয়। এই ভয়াবহ ঘটনাই কিন্তু আলফ্ৰেডক বিচলিত কৰিব নোৱাৰিলে। ভায়েকৰ সেই সকৰুণ মৃত্যুৰ পিছতো তেওঁ গৱেষণা চলাই যোৱাৰ সিদ্ধান্ত কৰিলে আৰু আলফ্ৰেডৰ এই গৱেষণাক পৃষ্ঠপোষকতা কৰিবলৈ বহুতো প্ৰতিষ্ঠান আগবাঢ়ি আহিল। ইয়াৰ ফলস্বৰূপেই চুইডেন বিশ্বৰ ভিতৰতে বিস্ফোৰক পদাৰ্থৰ বিকাশৰ ক্ষেত্ৰত অগ্ৰগামী হৈ পৰিল।

আলফ্ৰেডে তেওঁৰ গৱেষণাত সম্পূৰ্ণ সফলতা লাভ কৰে ১৮৬৭ চনত আৰু তেতিয়াৰ পৰা তেওঁৰ প্ৰতিষ্ঠিত নোবেল এণ্ড কোম্পানীয়ে পৃথিৱীৰ

বিভিন্ন প্রান্তৰলৈ জুলীয়া 'নাইট্ৰোগ্লিচাৰিণ'ৰ ঠাইত নোবেলে আবিষ্কৃত গুৰি বা পাউদাৰ জাতীয় 'নাইট্ৰোগ্লিচাৰিণ' সৰবৰাহ কৰাত লাগে। এই পদাৰ্থবিধৰ নাম ৰখা হয় 'ডিনামাইট'। নোবেলৰ এই নতুন উদ্ভাবনে বিশ্বৰ বিস্ফোৰক বজাৰলৈ এক নতুন জোৱাৰ আনে আৰু ১৮৬৮ চনত 'চুইডিছ অকাডেমী অব্ ছায়েন্স' আলফ্ৰেড নোবেলক তেওঁৰ প্ৰতিভাৰ স্বীকৃতি স্বৰূপে আৰু মানৱ কল্যাণৰ হকে শিল্প-সাহিত্য আৰু বিজ্ঞানৰ ক্ষেত্ৰত এক নতুন দিশৰ সন্ধান দিয়া বাবে বঁটা আৰু সন্মান প্ৰদান কৰে।

ইয়াৰ পিছত অতি কম সময়ৰ ভিতৰতে দেশে-বিদেশে বিস্ফোৰক সামগ্ৰীৰূপে ডিনামাইটৰ বহুল প্ৰচলন আৰম্ভ হয়। নোবেল প্ৰতিষ্ঠানে বাণিজ্যিক দিশত বিপুল সফলতা অৰ্জন কৰে আৰু প্ৰভূত অৰ্থ উপাৰ্জন কৰিবলৈ সক্ষম হয়।

এনে সময়তে তেওঁৰ প্ৰতিষ্ঠানত চেক্ৰেটাৰী হিছাপে কাম কৰিবলৈ অহা বাৰ্থা ভন্‌চাটনাৰ নামৰ ৩৩ বছৰীয়া সুশিক্ষিতা আৰু অপৰূপা ৰমণী এগৰাকীৰ সৈতে আলফ্ৰেডৰ সান্নিধ্য ঘটে। ইতিমধ্যে ৪৩ বছৰ বয়স অতিক্ৰম কৰা আলফ্ৰেড তেতিয়াও অবিবাহিত। তেওঁলোকৰ মাজত দুটা মনৰ এক মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল যদিও তেওঁলোক বিবাহ বন্ধনৰ পৰা দূৰতে থাকি যায়। অকলশৰীয়া আলফ্ৰেডৰ জীৱনক কিন্তু এই বিদুষী আৰু অপৰূপা ৰমণীৰ সাহচৰ্যই শেষ দিনলৈকে মোহিত কৰি ৰাখিছিল। কিন্তু বাৰ্থাই নোবেল প্ৰতিষ্ঠানত কাম কৰি থকা অৱস্থাতে অষ্ট্ৰিয়াৰ আৰ্থাৰ চাট্‌নাৰ নামৰ এজন 'বেৰণ'ৰ সৈতে বিবাহ বন্ধনত আবদ্ধ হয়। বিবাহৰ পাছত এই বিদূষী মহিলা গৰাকীয়ে 'লে ডাউন আৰ্মচ' নামৰ এখন গ্ৰন্থ লিখাৰ উপৰিও বিশ্ব শান্তিৰ হকে বহুখিনি কাম কৰি ইউৰোপত প্ৰখ্যাত হৈ পৰে। বিশ্বশান্তিৰ বাবে দেশে বিদেশে হোৱা শান্তি সমিতিবোৰে তেওঁক আহ্বান কৰিবলৈ ধৰিলে। তৃতীয় বিশ্বশান্তি কংগ্ৰেছত বাৰ্থাই অষ্ট্ৰিয়ান প্ৰতিনিধি দলৰ সভানেত্ৰীৰূপে যোগদান কৰে। বাৰ্থাই এই সময়ৰে পৰা আলফ্ৰেড নোবেলে বিস্ফোৰক সামগ্ৰী লৈ বিশ্বত যি আলোড়ন সৃষ্টি কৰিবলৈ লৈছিল, সেই বিষয়েও গভীৰভাৱে চিন্তা চৰ্চাত মনোনিবেশ কৰে। বাৰ্থাই আলফ্ৰেডক সাক্ষাৎ কৰি, বাৰ্ণত বহিবলগীয়া চতুৰ্থ বিশ্বশান্তি কংগ্ৰেছত যোগদানৰ বাবে অনুৰোধ কৰি বিশ্বশান্তিৰ হকে মহৎ কিবা এটা কৰি যাবলৈ অনুৰোধ কৰিছিল।

আলফ্ৰেডৰ জীৱনত বাৰ্থাৰ প্ৰভাৱ ইমানেই গভীৰ আছিল যে বাৰ্থাৰ কথা উপেক্ষা কৰিব পৰা নাছিল আৰু তেওঁৰ অনুৰোধ অনুসাৰেই আলফ্ৰেডে

তেওঁৰ স্বোপার্জিত সা-সম্পত্তিৰ কিছু অংশ বিশ্বশান্তিৰ উদ্দেশ্যে নিয়োগ কৰিবলৈ সিদ্ধান্ত লৈছিল। চুইজাৰলেণ্ডত দুয়োৰে মাজত হোৱা সাক্ষাতকাৰৰ পিছত, বিদায়পৰত আলফ্ৰেডে বাৰ্থাক প্ৰতিশ্ৰুতি দিছিল যে বিশ্বশান্তিৰ হকে তেওঁ নিশ্চয় কিবা এটা কৰি যাব।

১৮৯৩ চনৰ ৭ জানুৱাৰীত আলফ্ৰেডে বাৰ্থালৈ লিখিছিল,— 'মই মোৰ সম্পত্তিৰ এটা অংশৰে এটা ন্যাস গঠন কৰিম আৰু প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে শান্তিৰ উদ্দেশ্যে বিশেষ অৰিহণা আগবঢ়োৱা সকলৈ ইয়াৰ পৰা পুৰস্কাৰ আগবঢ়োৱা হ'ব।'

নোবেল পুৰস্কাৰৰ প্ৰসংগ এই চিঠিতেই প্ৰথম উল্লেখ হয়। ইয়াৰ দুবছৰৰ পিছত ১৮৯৫ চনৰ নবেম্বৰ মাহত আলফ্ৰেডে তেওঁ ভবাৰ দৰেই এখন উইল প্ৰস্তুত কৰি তাত স্বাক্ষৰ কৰে। উইলখনত পুৰস্কাৰ সমূহ কেনেকে দিয়া হ'ব তাৰো বিৱৰণি আছিল।

'বিশ্বৰ ৰাষ্ট্ৰসমূহৰ মাজত ভাতৃত্বৰ বান্ধোন সুদৃঢ় কৰিবলৈ সবাতোকৈ অধিক অৰিহণা যোগোৱা, কোনো ৰাষ্ট্ৰৰ সেনাবল হ্ৰাস কৰা বা নোহোৱা কৰাত ব্ৰতী আৰু শান্তি কংগ্ৰেছ সংগঠিত আৰু জনপ্ৰিয় কৰি তোলাত বিশেষ অৰিহণা যোগোৱা ব্যক্তি বিশেষকেই এই বঁটা প্ৰদান কৰা হ'ব।'

আলফ্ৰেডৰ মৃত্যুৰ পিছত এই উইলৰ সূত্ৰকেই পুৰস্কাৰৰ ক্ষেত্ৰত চৰকাৰীভাৱে গ্ৰহণ কৰা হয়।

আলফ্ৰেডে চূড়ান্ত উইলখন প্ৰস্তুত কৰাৰ বছৰতেই চুইডেনলৈ প্ৰত্যাবৰ্তন কৰে আৰু নাটক লিখিবলৈ লয়; কিন্তু নাটখন ইমানেই বেয়া হৈছিল যে কোনেও মঞ্চস্থ নকৰিলে আৰু প্ৰকাশো নকৰিলে। অৱশেষত পৰিচিত গৈ তেওঁ সেইখন নিজে প্ৰকাশ কৰিবলৈ লয়; কিন্তু নাট ছপা হৈ ওলোৱাৰ আগতেই তেওঁৰ অকলশৰীয়া জীৱনৰ একমাত্ৰ সহচৰ লগুৱাজনে তেওঁক পঢ়া টেবুলৰ ওপৰতে মৃত অৱস্থাত পায়। সেইদিনা আছিল ১৮৯৬ চনৰ ১০ ডিচেম্বৰ। টেবুলৰ ড্ৰয়াৰত বিভিন্ন সমৰাস্ত্ৰৰ নতুন নতুন নক্সাৰ নকল আৰু নথি পত্ৰৰ মাজতে তেওঁৰ শেষ ইচ্ছাপত্ৰ, সেই বিখ্যাত উইল বিশ্বশান্তিৰ চনদখন পোৱা গৈছিল।

আলফ্ৰেড নোবেলৰ মৃত্যুৰ প্ৰথম পাঁচোটা বছৰত নোবেল পুৰস্কাৰৰ বাবে কাকো নিৰ্বাচন কৰা হোৱা নাছিল,— যিহেতু নোবেল ন্যাসৰ প্ৰশাসনত খেলি-মেলি লাগি আছিল। ইয়াৰ পিছত ১৯০১ চনৰ ১০ ডিচেম্বৰত

প্ৰথমবাৰৰ বাবে আগবঢ়োৱা নোবেল পুৰস্কাৰ যুটীয়াভাৱে লাভ কৰে ৰেডক্ৰছৰ প্ৰতিষ্ঠাপক চুইজাৰলেণ্ডৰ হেনৰি ডুনাণ্ট আৰু ফৰাচী দেশৰ শান্তি প্ৰয়াসী ফ্ৰেডৰিক পেচীয়ে।

যাৰ অনুপ্ৰেৰণাত আলফ্ৰেড নোবেলে তেওঁৰ বিখ্যাত শান্তি চনদৰ জৰিয়তে নোবেল বঁটা প্ৰতিষ্ঠা কৰি গ'ল, সেই বিদূষী মহিলা বাৰ্থা ভন চাট্‌নাৰে ১৯০৫ চনত শান্তিৰ বাবে আগবঢ়োৱা নোবেল বঁটা লাভ কৰে।

# গাগ্লিয়েল্ম' মার্কনি

বেতাঁৰ যন্ত্ৰৰ আবিষ্কাৰক গাগ্লিয়েল্ম' মাৰ্কনিয়ে তেওঁৰ আবিষ্কাৰৰ প্ৰাক্‌কালত ডায়েৰীৰ এঠাইত লিখিছে—, 'বেতাঁৰ যন্ত্ৰ এটাৰ কাৰ্যকাৰিতাৰ ওপৰত মোৰ যি ধাৰণা আছে, সেই ধাৰণাক মানুহে আচৰিত বা উদ্ভত কিবা এটা বুলি ভাবিছে; কিন্তু দৰাচলতে ই এটা অতি সহজ আৰু সাধাৰণ কথা। এই অতি সাধাৰণ কথাটো বুজিবলৈ মানুহে কিয় ইমান টান পাইছে, মই সেইটোহে বুজা নাই।'

পৃথিৱীৰ আদিৰে পৰা সভ্যতাৰ বিকাশৰ ক্ষেত্ৰত চিন্তাবিদসকলে সৃষ্টিশীলতাৰ যিকোনো দিশতে উপস্থাপিত কৰা তেওঁলোকৰ নিজ নিজ বৈজ্ঞানিক দৃষ্টিভংগী সমূহৰ প্ৰতি প্ৰথমাৱস্থাত মানুহে যি সন্দেহ আৰু অবিশ্বাসৰ ভাব পোষণ কৰি আহিছে, বেতাঁৰ যন্ত্ৰ আবিষ্কাৰৰ পূৰ্বে মাৰ্কনিও সেই একেই অবিশ্বাস আৰু সন্দেহৰ পাত্ৰ হৈ অশেষ লঘু-লাঞ্ছনা, দুখ-কষ্ট ভোগ কৰিবলগীয়া হৈছিল। তথাপি তেওঁ জীৱনত হতাশ নাছিল। এই দুখ-কষ্ট, লঘু-লাঞ্ছনা আওকাণ কৰি তেওঁ লক্ষ্যত উপনীত হৈছিল। পৃথিৱীত এটা নতুন যুগৰ সূচনা কৰাত সমৰ্থ হৈছিল নিজ ধাৰণাৰ নিৰ্ভুলতা আৰু ইয়াৰ কাৰ্যকাৰিতা সম্পৰ্কে অতল বিশ্বাস আৰু গভীৰ আত্মপ্ৰত্যয়ৰ বাবে।

গাগ্লিয়েলম' মাৰ্কনিৰ জন্ম হয় ইটালিৰ বলগ্‌না চহৰত ১৮৭৪ চনৰ ২৫ এপ্ৰিলত। দেউতাকৰ নাম গিয়াচেপ মাৰ্কনি আৰু মাকৰ নাম আছিল এনি জেম্‌চন্‌। বিয়াৰ পূৰ্বে অপৰাপা এনি জেমচনৰ ঘৰ আছিল আয়াৰলেণ্ডত। তেওঁ ঘৰৰ অমতত আয়াৰলেণ্ডৰ পৰা পলাই আহি, বয়সত তেওঁতকৈ ১৭ বছৰৰ ডাঙৰ, ইটালিয়ান গিয়াচেপ মাৰ্কনিৰ লগত বিয়া সোমাইছিলহি। বিয়াৰ ঠিক এবছৰৰ পিছতে ডাঙৰ পুতেক এল্‌ফনচৰ জন্ম হৈছিল যদিও সৰু পুতেক গাগ্লিয়েল্ম'ৰ জন্ম হৈছিল তাৰ ন-বছৰৰ পিছতহে।

গাগ্লিয়েল্‌ম'ৰ বয়স যেতিয়া ৬/৭ বছৰ তেতিয়াৰ পৰাই বিদ্যুৎ শক্তি আৰু বৈদ্যুতিক সা-সঁজুলিৰ প্ৰতি তেওঁৰ মনত জন্ম হয় প্ৰচণ্ড আকৰ্ষণ। দেউতাক গিয়াচপে এই বিষয়ত কোনো ধৰণৰ উৎসাহ দিয়া নাছিল যদিও মাক এনি জেম্‌চনে মাৰ্কনিক যোগাইছিল অফুৰন্ত উৎসাহ। বেতাঁৰ যন্ত্ৰৰ আবিষ্কাৰেৰে পৃথিৱীত এটা যুগৰ পৰিবৰ্তনত মাকে যে কেৱল অনুপ্ৰাণিতই কৰিছিল এনে নহয়, ইয়াৰ বাহিৰেও আবিষ্কাৰটোৰ বহুতো দিশত মাক এনি জেমচনৰ অবদানৰ গুৰুত্ব অসীম।

মাৰ্কনিৰ বয়স ১০ বছৰ পূৰ্ণ হোৱাৰ আগতেই, এনি জেমচনে পুতেকৰ সৃষ্টিশীল কাৰ্যকলাপৰ প্ৰতি লক্ষ্য ৰাখি তেওঁলোকৰ থকা ঘৰটোৰ ওপৰ মহলাৰ এটা কোঠাত পুতেকৰ বাবে বৈদ্যুতিক সা-সৰঞ্জামেৰে স্থাপন কৰি দিয়ে এটি ক্ষুদ্ৰ গৱেষণাগাৰ। কিশোৰ মাৰ্কনিয়ে ককায়েক এল্‌ফনচ'ৰ সৈতে তেওঁলোকৰ অন্যান্য খেলনাৰ লগতে কেতবোৰ বৈদ্যুতিক আহিলাপাতি লৈ খেলৰ মাজে মাজে গভীৰ মনোযোগেৰে কিবাকিবি পৰীক্ষা কৰাত লাগে।

মাৰ্কনিৰ বয়স যেতিয়া ১৫ বছৰ। সেই সময়তে হেনৰিখ হাৰ্টজ নামৰ এজন জাৰ্মান পদাৰ্থবিদে ইথাৰত শব্দতৰংগ সম্পৰ্কে এটি নতুন সূত্ৰ দাঙি ধৰে। সেই সূত্ৰৰ সৈতে সংগতি ৰাখি ডেভিদ হিউজেচ নামৰ এজন ইংৰাজে 'লেডেন্‌-জাৰ-কন্‌ডেনচাৰ' এটাৰ সহায়ত দস্তা আৰু ৰূপৰ মাজত সংযোগ ঘটাই এটা বৈদ্যুতিক 'কন্‌ডাক্টৰ' তৈয়াৰ কৰি উলিয়ায়। প্ৰায় একে সময়তে এডৱাৰ্ড ব্ৰেনলি নামৰ এজন ফৰাচী বিজ্ঞানীয়েও ওপৰোক্ত সূত্ৰবোৰৰ ভিত্তিত এটা পৰীক্ষামূলক 'কহেৰাৰ' নিৰ্মাণ কৰে। এই 'কহেৰাৰ' হ'ল এডাল কাঁচৰ নলীৰ ভিতৰত দস্তা আৰু ৰূপৰ সংযোগ ঘটোৱা এটা ব্যৱস্থা।

মাৰ্কনিয়ে তেওঁৰ গৱেষণাগাৰটোৰ ভিতৰত এই পৰ্যন্ত বৈদ্যুতিক শক্তিৰ দ্বাৰা ইথাৰৰ মাজেৰে তৰংগক প্ৰভাৱিত কৰিব পৰা এই নতুন কৌশল সমূহৰ ওপৰত গভীৰ পৰীক্ষা-নিৰীক্ষা আৰম্ভ কৰি দিলে। এই সূত্ৰবোৰৰ ওপৰত পৰীক্ষা কাৰ্য চলাবলৈ তেওঁক প্ৰয়োজনীয় অৰ্থ সাহায্য আৰু প্ৰেৰণা যোগালে মাকে আৰু গৱেষণাৰ কামত বিভিন্ন ধৰণৰ সহায় কৰি দিলে ককায়েক এল্‌ফনচ'ই। এনেকৈয়ে তেওঁ এদিন ঘৰতে এটা প্ৰেৰক যন্ত্ৰ (Transmeter). নিৰ্মাণ কৰি উলিয়ায় আৰু তাৰ পিছত সম্পূৰ্ণৰূপে নিজৰ উদ্ভাৱিকা শক্তিৰে তৈয়াৰ কৰে এটা গ্ৰাহক যন্ত্ৰ (Receiver)। এইক্ষেত্ৰত তেওঁৰ নিজা আৱিষ্কৃত উদ্ভাৱনাটো হ'ল যে তেওঁৰ দ্বাৰা নিৰ্মিত এই প্ৰেৰক যন্ত্ৰটোৰ পৰা কোনো

তাঁৰ আদিৰ সহায় নোহোৱাকৈয়ে যিকোনো দূৰত্বৰ পৰা গ্ৰাহক যন্ত্ৰটোত ধ্বনি সৃষ্টি কৰিব পৰা যাব।

এইবাৰ আৰম্ভ হ'ল এক নতুন পৰীক্ষা।

গৱেষণাগাৰটোৰ এটা মূৰে প্ৰেৰক যন্ত্ৰটো স্থাপন কৰি তাৰ কাষত মাৰ্কনি নিজে থিয় হৈ ৰ'ল আৰু আন এটা মূৰে গ্ৰাহক যন্ত্ৰটো পাতি তাৰ কাষত থিয় হ'ল ককায়েক এলফ'ন্চ। এটা সাধাৰণ টেলিগ্ৰাফিক (দুটা আঙুলিৰ সহায়ত খটখটকৈ শব্দ কৰি সাংকেতিক লিখনৰ দ্বাৰা সিটোৰে তাঁৰ বাৰ্তা পঠোৱা হয়)। এনেধৰণৰ এটা টেলিগ্ৰাফিক কিৰ দ্বাৰা মাৰ্কনিয়ে লাহে লাহে তেওঁৰ প্ৰেৰক যন্ত্ৰটোত শব্দ কৰিবলৈ ধৰিলে। মনত গভীৰ উৎকণ্ঠা। কোঠাটোৰ আনটো মূৰে সমান উৎকণ্ঠাৰে ৰৈ থকা ককায়েকে গভীৰ মনোযোগেৰে কাণ পাতি আছে গ্ৰাহক যন্ত্ৰটোত।

খট্ খট্ খটকৈ তিনিটা ক্ষীণ শব্দ ধ্বনিত হ'ল বিচিভাৰটোত। লগে লগে ককায়েক এলফনচ'ৰ মুখখন উদ্ভাসিত হৈ উঠিল। 'আহিছে আহিছে শব্দ আহিছে' বুলি তেওঁ চিঞৰিবলৈ ধৰিলে। ইতিমধ্যে পুতেকহঁতৰ কাম চাবলৈ আহি কোঠাটোৰ একাষে থিয় হৈ থকা মাকৰ চকুৰে বৈ আহিল দুধাৰি লোটক। আনন্দাশ্ৰু। মাৰ্কনি য'ত আছিল তাতেই বহি পৰিল। দীঘল দীঘলকৈ ললে কেইটামান স্বস্তিৰ নিশ্বাস। ককায়েক দৌৰ মাৰি আহি বুকুৰ মাজত সাৱতি ধৰিলে ভায়েক মাৰ্কনিক। জন্ম হ'ল বেতাঁৰ বিদ্যুৎ বাৰ্তা- 'ওৱায়াৰলেচ টেলিগ্ৰাফি'। তেতিয়া মাৰ্কনিৰ বয়স কুৰি বছৰ পূৰ্ণ হোৱা নাই।

এই আবিষ্কাৰ সম্বন্ধে বাহিৰৰ পৃথিৱীখনক জনোৱাৰ আগতে আৰু দুই তিনি বছৰ মানলৈ মাৰ্কনিয়ে যন্ত্ৰটোৰ খুটি নাটিবোৰৰ ওপৰত কেতবোৰ নতুন পৰীক্ষা-কাৰ্য চলাই গ'ল।

১৮৯৫ চনৰ ছেপ্তেম্বৰ মাহৰ শেষৰ ফালে এই আবিষ্কাৰ সম্পৰ্কে জনোৱা হ'ল ইটালিৰ চৰকাৰক; কিন্তু চৰকাৰে এই আবিষ্কাৰৰ ওপৰত কোনো গুৰুত্ব নিদিলে। তেওঁলোকে মাৰ্কনি পৰিয়ালক জনালে যে দেশত বেতাঁৰ বাৰ্তা প্ৰেৰণ পদ্ধতিৰ কোনো প্ৰয়োজন নাই। ইটালিৰ ডাক-তাঁৰ বিভাগৰ মন্ত্ৰীৰ এই উত্তৰত মাৰ্কনি স্বভেক্ৰৰ কাৰণে হতাশাত ভাগি পৰিল; কিন্তু মাক এনি জেমচন ইমান সহজে ভাগি পৰা বিধৰ মহিলা নহয়। তেওঁ পুতেকক আশ্বাস দিলে আৰু অন্য উপায় চিন্তা কৰাত লাগিল।

১৮৯৬ চনৰ ফেব্ৰুৱাৰী মাহত মাৰ্কনি মাকৰ সৈতে ইংল্যাণ্ডলৈ যাত্ৰা কৰিলে। লগত ললে তেওঁৰ আবিষ্কৃত যন্ত্ৰটো আৰু কেইপদমান সা-সঁজুলি।

কিন্তু ইংল্যাণ্ডত জাহাজৰ পৰা নামিয়েই তেওঁলোক এক নতুন বিপদৰ সন্মুখীন হ'ল। কাষ্টমছ্ বিভাগৰ লোকে তেওঁলোকৰ টাপি টোপোলাবোৰ খুলি তাৰ ভিতৰৰ পৰা মাৰ্কনিৰ যন্ত্ৰ-পাতিবোৰ উলিয়াই পেলালে আৰু তাৰ ভিতৰত থকা বেটেৰী, কনডেনচাৰ, তাঁৰৰ টুকুৰা আৰু ভায়েল আদি দেখি সেইবোৰ কিবা মাৰাত্মক অস্ত্ৰ বুলি ভাবি যন্ত্ৰটোৰ সৈতে সকলোবোৰ ভাঙি চিঙি নষ্ট কৰি পেলালে। দুখ আৰু শোকত মাৰ্কনি আৰু মাকৰ অৱস্থা অবৰ্ণনীয় হ'ল। চকুত চকুলোৰে মাক-পুতেক দুয়ো গৈ, সেই সময়ত ইংল্যাণ্ডত বাস কৰা, হেনৰী নামৰ এনিৰ এজন সম্পৰ্কীয় ভায়েকৰ তাত উঠিলগৈ।

ইংল্যাণ্ডত মাৰ্কনিয়ে হেনৰীৰ সহযোগত পুনৰ নতুনকৈ এটা যন্ত্ৰ তৈয়াৰ কৰি উলিয়ালে। এই যন্ত্ৰটোৰ সৈতে মাৰ্কনিক লগত লৈ হেনৰী গ'ল লণ্ডন চহৰৰ এটা পেটেণ্ট অফিচলৈ। এই পেটেণ্ট অফিচত যন্ত্ৰটোৰ সকলোবোৰ দিশ পৰীক্ষা কৰি চাই ১৮৯৭ চনৰ ২ জুলাই তাৰিখে ১২,০৩৯ পেটেণ্ট নম্বৰেৰে ইয়াক অনুমোদিত কৰা হয়। আবিষ্কাৰকৰ নাম ঠিকনাৰ ঠাইত লিখা হ'ল গাম্ৰিয়েল্‌মৃ' মাৰ্কনি, ৭১ হিয়েৰ ফৰ্ড ৰ'ড, ৱেজৱাটাৰ, কাউণ্টি অৱ মিড্‌ল চেক্স। ইটালি দেশৰ নাগৰিক হৈও মাৰ্কনি আবিষ্কাৰক হিচাপে হ'ল ইংলণ্ডবাসী। অৱশ্যে পিছলৈ মাৰ্কনিয়ে ইংল্যাণ্ডৰ নাগৰিকত্বও গ্ৰহণ কৰিছিল।

ইয়াৰ পিছত হেনৰীৰ সহায়তেই মাৰ্কনিৰ পৰিচয় হয় ইংল্যাণ্ডৰ ডাক তাঁৰ বিভাগৰ সঞ্চালক প্ৰধান উইলিয়াম প্ৰীচৰ লগত। তেওঁ নিজেও এনে এটা যন্ত্ৰ তৈয়াৰৰ চেষ্টাত বহুদিন ধৰি লাগি আছিল। মাৰ্কনিয়ে ইতিমধ্যে যন্ত্ৰটো আবিষ্কাৰ কৰিবলৈ সমৰ্থ হোৱা বাবে উইলিয়াম প্ৰীচে তেওঁক আন্তৰিক অভিনন্দন জনায় আৰু নিজৰ গৱেষণাগাৰটো মাৰ্কনিৰ বাবে এৰি দিয়ে।

ইয়াৰ পিছত ইংৰাজ বিশেষজ্ঞ সকলৰ সন্মুখত আৰম্ভ হ'ল দীঘলীয়া অনুশীলন পৰ্ব। যন্ত্ৰ দুটাৰ মাজত দূৰত্ব ৰখা হ'ল ১০০ গজ। তাৰ পৰা ক্ৰমাৎ দূৰত্ব বাঢ়ি গ'ল। যেতিয়া ছয়মাইল দূৰৰ পৰাও প্ৰেৰক যন্ত্ৰটোৰ বাৰ্তা গ্ৰাহক যন্ত্ৰটোৱে গ্ৰহণ কৰাত কৃতকাৰ্য হয়, তেতিয়া বিশেষজ্ঞ সকলবো মাৰ্কনিৰ আবিষ্কাৰৰ ওপৰত আৰু কোনো সন্দেহ নাথাকিল।

নিশাটোৰ ভিতৰতে মাৰ্কনি ইংল্যাণ্ডৰ বাহিৰে ভিতৰে প্ৰখ্যাত হৈ পৰিল। তেওঁৰ এই বিৰাট সাফল্যৰ বিষয়ে ইউৰোপৰ দেশে দেশে চৰ্চা হ'বলৈ ধৰিলে। ইতিমধ্যে ইটালিৰো চকু মুকলি হ'ল; আৰু ইটালিয় চৰকাৰে মাৰ্কনিক স্বদেশলৈ ঘূৰি আহিবৰ বাবে অনুৰোধ জনালে; কিন্তু ইতিমধ্যে আবিষ্কাৰটোৰ ব্যৱসায়িক

দিশত যথেষ্ট অগ্ৰগতি লাভ কৰা মাৰ্কনিয়ে সামৰিকভাবে সেই অনুৰোধ প্ৰত্যাখ্যান কৰিলে; কিয়নো, ইয়াৰ আগতেই ইংল্যণ্ডত মাৰ্কনিৰ 'ওৱাৰ্য়াৰলেচ টেলিগ্ৰাফ এণ্ড চিগনেল কোম্পানি' প্ৰতিষ্ঠা কৰা হৈছিল।

লাহে লাহে বেতাঁৰ বাৰ্তা প্ৰেৰণৰ নতুন পদ্ধতিটোৱে পৃথিৱীৰ সকলোবোৰ দেশলৈ প্ৰসাৰ লাভ কৰে আৰু সকলোৰে মাজত জনপ্ৰিয়তা অৰ্জন কৰে।

গাগ্লিয়েলম' মাৰ্কনিয়ে ইয়াতে ক্ষান্ত নাথাকি তেওঁৰ গৱেষণা চলাই যায় আৰু ফলস্বৰূপে অনাতাঁৰ ৰেডিঅ'ৰ জন্ম হয়। তাৰ লগে লগে ১৯১৯ চনত চেমচফৰ্ডত পৃথিৱীৰ প্ৰথম অনাতাঁৰ কেন্দ্ৰটো স্থাপিত হয়। অৱশ্যে ইয়াৰ আগতে মাৰ্কনিলৈ ১৯১৯ চনত পদাৰ্থ বিজ্ঞানত নোবেল পুৰস্কাৰ আগবঢ়োৱা হয়। প্ৰতিকূল পৰিস্থিতিত মাৰ্কনিয়ে স্বদেশ এৰিবলগীয়া হৈছিল যদিও তেওঁ সদায়েই এজন নিষ্ঠাবান দেশপ্ৰেমিক আছিল। জীৱনৰ শেষৰকালে মাৰ্কনি স্বদেশ ইটালিলৈ ঘূৰি আহে আৰু দেশসেৱাৰ কামত আত্মনিয়োগ কৰে। কৰ্মনিপুণতা আৰু আত্মবিশ্বাসেৰে উন্নতিৰ সৰ্বোচ্চ শিখৰলৈ উঠি পৃথিৱীক এটা নতুন যুগৰ সন্ধান দি থৈ যোৱা এই অবিস্মৰণীয় ব্যক্তি গাগ্লিয়েল্‌ম' মাৰ্কনিৰ দেহাৱসান ঘটে ১৯৩৭ চনত।

তেওঁৰ মৃত্যুৰ পূৰ্বেই পৃথিৱীৰ দেশে দেশে নগৰীয়ে নগৰীয়ে সহস্ৰাধিক অনাতাঁৰ ৰেডিঅ' আৰু ওৱাৰ্য়াৰলেচ কেন্দ্ৰ স্থাপিত হয়। তেওঁৰ মৃত্যুৰ বাতৰি প্ৰচাৰৰ লগে লগে পৃথিৱীৰ এই আটাইবোৰ অনাতাঁৰ কিছু সময় ধৰি স্তব্ধ হৈ যায় মাৰ্কনিৰ প্ৰতি সন্মান প্ৰদৰ্শনত।

# মার্ক টোৱাইন

মার্ক টোৱাইনে নিজৰ জন্মৰ বিষয়ে তেওঁৰ আত্মজীৱনীমূলক গ্ৰন্থত ৰসিকতা কৰি এইদৰে লিখিছে,— 'মই হেইলীৰ ধূমকেতুটোৰ লগে লগে পৃথিৱীলৈ আহিছিলোঁ আৰু মোৰ বোধেৰে এই ধূমকেতুৰ লগতে মই পৃথিৱী এৰিম।'

'মার্ক টোৱাইন' ছদ্ম নামেৰে খ্যাতি লাভ কৰা এই বিশ্ববৰেণ্য ব্যক্তিজনৰ জন্ম হৈছিল সঁচাকৈয়ে ১৮৩৫ চনৰ ৩০ নবেম্বৰ তাৰিখে যিদিনা আকাশত হেইলীৰ ধূমকেতুটোৰ আগমন ঘটিছিল আৰু তাৰ ৭৪ বছৰৰ পিছত ১৯৪০ চনত এই ধূমকেতুৰ পুনৰ আগমন ঘটাৰ ঠিক দুদিন পিছতে ২১ এপ্ৰিল তাৰিখে হৈছিল তেওঁৰ মৃত্যু।

কেৱল সাহিত্যিক প্ৰতিভাৰেই নহয়, জীৱনৰ সকলোবোৰ দিশতে এক মহান ব্যক্তি হিচাপে নিজৰ নাম অমৰ কৰি থৈ যোৱা মার্ক টোৱাইনৰ আচল নাম আছিল চেমুৱেল লংহৰ্ণ ক্লিমেন্স। আমেৰিকা যুক্তৰাষ্ট্ৰৰ মিচৌৰীৰ এখন সৰু গাঁও ফ্লৰিডাত তেওঁৰ জন্ম হৈছিল এটা নিম্ন মধ্যবিত্ত পৰিয়ালত। চেমুৱেলৰ দেউতাকৰ নাম আছিল জন মার্চেল ক্লিমেন্স।

চেমুৱেলৰ চাৰি বছৰমান বয়সতে তেওঁলোকৰ পৰিয়ালটো মিচৌৰীৰ পৰা মিচিচিপি নদীৰ পাৰৰ হানিবেল নামৰ ঠাইলৈ উঠি যায়গৈ। তেওঁৰ বিখ্যাত টম ছয়াৰ গ্ৰন্থৰ পটভূমি আছিল এই হানিবেল। আনকি টম ছয়াৰত বৰ্ণিত বেকী থেচাৰ নামৰ স্ত্ৰী চৰিত্ৰটিৰ পাৰ্শ্বভূমিত থকা ৰক্ত মাংসৰ আচল চৰিত্ৰটিৰ লগত তেওঁৰ বন্ধুত্বও হৈছিল ইয়াতেই। বেকী থেচাৰ আচলতে আছিল চেমুৱেলৰ কৈশোৰ সংগিনী ল'ৰা হকিন্স।

তেওঁৰ আন এখন বিশ্ববিখ্যাত গ্ৰন্থ 'হাক্‌ল্ বেৰী ফীন'ৰ প্ৰকৃত হাক্‌লবেৰীৰ সৈতেও তেওঁৰ পৰিচয় ঘটে হানিবেলতেই। বাস্তৱ জীৱনত চৰিত্ৰটিৰ নাম আছিল টম বেলফ্লেনচেপ।

চেমুৱেল ক্লিমেন্সৰ আনুষ্ঠানিক শিক্ষা বুলিবলৈ প্ৰায় একেবাৰেই নাছিল। হানিবেলত থকা কালতেই এখন প্ৰাথমিক বিদ্যালয়লৈ কিছুদিন অহা-যোৱা কৰিছিল। তাতেই সাং হৈছিল তেওঁৰ স্কুলীয়া শিক্ষা।

চেমুৱেলৰ ১২ বছৰ বয়সত তেওঁৰ দেউতাক ঢুকায়। দেউতাকৰ মৃত্যুৰ পিছত কিশোৰ চেমুৱেলৰ মনৰ এক অদ্ভুত পৰিবৰ্তন ঘটিবলৈ ধৰিলে। তেওঁ মনে মনে ভাবিবলৈ ধৰে যে হয়তো দেউতাকৰ জীৱিতকালত তেওঁৰ অবাধ্য হোৱা আৰু অন্যান্য বিষয়ত তেওঁক চেমুৱেলে দিয়া আমনিৰ বাবেই দেউতাকে সকলোকে এৰি থৈ গুচি গৈছে। এদিন মাকে চেমুৱেলৰ নিজ মুখৰ পৰা এই বিষয়ে জানিবলৈ পাৰি তেওঁক অতীতৰ সকলো কথা পাহৰি গৈ ভৱিষ্যতে ভাল হোৱাৰ চেষ্টা কৰিবলৈ কয়। চেমুৱেলেও মনে মনে প্ৰতিজ্ঞা কৰে ইয়াৰ পিছত আৰু কোনো দিনে একো বেয়া কাম নকৰে বুলি আৰু মাকে তেওঁক কেৱল ভাল কামৰ যোগেদি জীৱনত কৃতকাৰ্য হ'বৰ বাবে দিয়া উপদেশ তেওঁ অন্তৰেৰে সৈতে গ্ৰহণ কৰে।

বিখ্যাত আমেৰিকান সাহিত্যিক ৱাল্ট হুইটমেন, আৰ্টেমচ ৱাৰ্ড আৰু ব্ৰেড হাৰ্টৰ দৰে চেমুৱেলেও তেওঁৰ বয়:প্ৰাপ্তিৰ পিছত জীৱনৰ প্ৰথম খোজ পেলায় এটা ছপাখানাৰ যোগালী হিছাপে। হানিবেলৰ বিভিন্ন ছপাখানা আৰু কাকত আলোচনীৰ কাৰ্যালয়ত ভিন ভিন বিভাগত কিছুকাল কাম কৰাৰ পিছত তেওঁ হানিবেলৰ পৰা 'চেন্ট লুই ইভিনিং নিউজ' নামৰ কাকতৰ কাৰ্যালয়ত কম্পোজিতৰৰ কামত সোমায়। এই সময়ছোৱাত তেওঁৰ একমাত্ৰ লক্ষ্য আছিল কিছু টকা জমা কৰি নিউইয়ৰ্কলৈ যোৱা। তেওঁৰ এই বাসনা পূৰ্ণ হয় ১৮৫৩ চনত। তেতিয়া চেমুৱেলৰ বয়স ১৮ বছৰ। নিউইয়ৰ্ক চহৰলৈ আহি তেওঁ পুনৰ এটা ছপাখানাৰ কামত সোমায়। দৰমহা সপ্তাহত চাৰি ডলাৰ। থাকিবলৈ লয় মেকানিকসকলৰ বৰ্ডিঙত। নিউইয়ৰ্ক চহৰৰ বিশালতা, ইয়াৰ সদাব্যস্ত জীৱনধাৰা, তাৰোপৰি চহৰৰ বাছ মটৰ আদিয়ে চেমুৱেলক অবাক কৰে। তেওঁৰ বাবে নিউইয়ৰ্কৰ আটাইতকৈ ডাঙৰ কথাটো হ'ল যে ইয়াত কোনেও পানীৰ কল মাৰি পানী উঠাব নালাগে। ইফালে ৰাস্তাৰ তলেদি যোৱা বিয়াগোম নলাবোৰ। সেইবোৰৰ ভিতৰেদিতো মানুহে অনায়াসে খোজকাঢ়ি যাব পাৰে।

কিন্তু এইবোৰকে চাই-চিতি তেওঁ নিউইয়ৰ্কতে বহি থাকিলে নহ'ব। চেমুৱেল ক্লিমেন্সে ইয়াৰ পিছত অলপদিনৰ ভিতৰতে নিউইয়ৰ্ক চহৰো ত্যাগ কৰি প্ৰথমতে ফিলাডেলফিয়া, তাৰ পৰা পুনৰ চেন্ট লুইলৈ প্ৰত্যাবৰ্তন কৰে

আৰু 'ইভিনিং নিউজ'ৰ পুৰণা চাকৰিত কাল অতিবাহিত কৰে। ইতিমধ্যে তেওঁ কম্পোজ কৰাৰ কামত ইমানেই পাৰ্গত হৈ পৰিছিল যে তেওঁ দিনে দহ হেজাৰ ক্ৰমলৈকে কম্পোজ কৰিব পাৰিছিল। ২২ বছৰ বয়সলৈকে চেমুৱেলে আমেৰিকাৰ বিভিন্ন সৰু বৰ চহৰৰ ছপাখানাত এই চাকৰিকে চলাই যায়।

১৮৫৭ চনত চেমুৱেলে প'ল জনচ্ জাহাজৰ কেপ্তেইন ইৰেচ বিক্সবীক লগ পায়। তেতিয়াৰ পৰা তেওঁ কেপ্তেইন বিক্সবীৰ লগ লাগে আৰু তেওঁৰ জাহাজতে জাহাজ চালনাৰ প্ৰশিক্ষণ লয়। দুবছৰৰ ভিতৰত তেওঁ এই প্ৰশিক্ষণ শেষ কৰি ১৮৫৯ চনত পাইলটৰ লাইচেঞ্চ লাভ কৰে। ইয়াৰ পিছত দুবছৰকাল চেমুৱেলে সেইখন জাহাজতে কেপ্তেইন বিক্সবীৰ কো' পাইলট হিচাপে চাকৰি কৰে।

১৮৬১ চনত আৰম্ভ হোৱা গৃহযুদ্ধৰ সময়ত চেমুৱেল হানিবেললৈ ঘূৰি আহে আৰু সেই ৰাজ্যৰ প্ৰতিৰক্ষাত নিযুক্ত অশ্বাৰোহী বাহিনীত যোগ দিয়ে। এই চাকৰিত থকাকালতে তেওঁ অসুস্থ হৈ পৰে আৰু প্ৰতিৰক্ষা বিভাগৰ চাকৰিৰ পৰা ওলাই আহিব লগা হয়।

এইবাৰ চেমুৱেলে নেভেদা সীমান্তত চেক্ৰেটেৰী পদত কাৰ্যনিৰ্বাহ কৰি থকা তেওঁৰ ককায়েক অৰিয়নৰ ব্যক্তিগত সচিবৰূপে কামত যোগ দিয়ে। পিছে ইয়াতো তেওঁ সুখী হ'ব নোৱাৰি কেইদিনমানৰ কাৰণে সোণ খনৰৰ কামত লাগে আৰু তাতো একো লাভ নেদেখি কেইদিনমানতে সেই কাম এৰি পেলায়।

এইবাৰ চেমুৱেল ক্লিমেন্সে মনৰ পৰা আন সকলো চিন্তা আঁতৰ কৰি হাতত কলম তুলি লয়। গৃহযুদ্ধ সম্পৰ্কত তেওঁ লিখা প্ৰথম ৰিপোৰ্টটো "ভাৰ্জিনিয়া চিটি এণ্টাৰ-প্ৰাইজ" নামৰ এখন কাকতত প্ৰকাশ পোৱাৰ লগে লগে তেওঁৰ লিখনিয়ে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে।

তেওঁৰ জীৱনৰ প্ৰথম লিখনিটো প্ৰকাশ পোৱাৰ কেইদিনমানৰ ভিতৰতে 'এণ্টাৰ-প্ৰাইজ' কাকতৰ সম্পাদকৰ পৰা মাহে এশ ডলাৰ দৰমহাত সেই কাকতৰ সংবাদদাতা হিচাপে যোগ দিবৰ বাবে চেমুৱেললৈ নিযুক্তি পত্ৰ আহে। চেমুৱেলে সেই চাকৰি লগে লগে গ্ৰহণ কৰে। কিন্তু সেই সময়ত তেওঁৰ অৱস্থা ইমানেই শোচনীয় আছিল যে চাকৰিত যোগ দিবৰ বাবে তেওঁ ভাৰ্জিনিয়ালৈ ৭৫ মাইল পথ খোজকাঢ়ি অতিক্ৰম কৰোঁতে তেওঁৰ সময় লাগে চাৰিদিন।

সংবাদদাতা হিচাপে চেমুৱেলে অতি কম সময়ৰ ভিতৰতে তেওঁৰ লিখনিৰে এক অতুলনীয় নিদৰ্শন দাঙি ধৰে। এনে সময়তে কাকতৰ সম্পাদকে চেমুৱেললৈ পৰামৰ্শ আগবঢ়ায় তেওঁ এটা ছদ্মনাম গ্ৰহণ কৰিবৰ বাবে। চেমুৱেলে এটা ছদ্মনামৰ বিষয়ে চিন্তা কৰি থকা অৱস্থাতে শুনিবলৈ পালে যে ইছিয়াহ চেলাৰ্ছ নামৰ তেওঁৰ এজন পুৰণা চিনাকি লোকৰ মৃত্যু হৈছে। ইছিয়াহ চেলাৰ্ছে জীৱিতাৱস্থাত 'মাৰ্ক টোৱাইন' ছদ্মনামেৰে বহুতো প্ৰবন্ধাদি লিখিছিল আৰু ইতিমধ্যে যথেষ্ট খ্যাতিও অৰ্জন কৰিছিল। চেমুৱেলে এই ছদ্ম নামটোকে নিজৰ বাবে ব্যৱহাৰ কৰাৰ সিদ্ধান্ত লয়।

'মাৰ্ক টোৱাইন' নামেৰে তেওঁৰ প্ৰথম প্ৰবন্ধটো প্ৰকাশিত হ'ল ১৮৬৩ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে কাৰচন চহৰৰ পৰা। যিসকল পৰিচিত লোকে তেওঁক এই ছদ্মনামত জানিছিল তেওঁলোকে চেমুৱেলক তেতিয়াৰে পৰা 'মাৰ্ক' বুলিয়েই মাতিবলৈ ললে। কালক্ৰমত তেওঁৰ আচল নামটো হেৰাই গ'ল আৰু তাৰ ঠাইত তেওঁ প্ৰসিদ্ধি লাভ কৰে মাৰ্ক টোৱাইন নামেৰে।

১৮৬৩ চনৰ পৰা ১৮৬৬ চনলৈ বিভিন্ন কাকতৰ বাবে সাংবাদিকতা কৰাৰ পিছত মাৰ্ক টোৱাইন হাৱাই দ্বীপলৈ যায় এটা অভিযানকাৰী দলৰ লগত। এই অভিযানৰ ওপৰত মাৰ্ক টোৱাইনে লিখি উলিয়ায় তেওঁৰ প্ৰথম প্ৰকাশিত পুথি 'দি ইনোচেন্‌চ্ এব্ৰ'ড' (The Innocents Abroad) এইখন ভ্ৰমণ কাহিনীৰ কিতাপ। কিন্তু ইয়াৰ কথন ভংগীৰ সাৱলীলতা আৰু ভাষাৰ লালিত্যৰ লগতে অনুপম ৰসিকতাৰ বাবে গ্ৰন্থখনে আশাতীত জনপ্ৰিয়তা লাভ কৰে। এই পৰ্যন্ত সদায় অৰ্থাভাৱৰ মাজতেই কাল কটোৱা মাৰ্ক টোৱাইনৰ আৰ্থিক অৱস্থাও এই পুথি প্ৰকাশ পোৱাৰ লগে লগে সলনি হৈ পৰে।

১৮৭০ চনত মাৰ্ক টোৱাইনে অলিভিয়া লেঙডনক বিয়া কৰায়। অলিভিয়া আছিল তেওঁৰ এজন বন্ধুৰ ভনীয়েক। মাৰ্ক টোৱাইনে তেওঁৰ সেই বন্ধুজনৰ হাতত এবাৰ অলিভিয়াৰ এখন ফটো দেখিয়েই তেওঁৰ প্ৰেমত পৰিছিল।

১৮৭২ চনত টোৱাইনে পৰিয়ালে হাৰ্ডফোৰ্ডত থিতাপি লয়। ইয়াত মাৰ্ক টোৱাইনে তেওঁৰ চুবুৰীয়া হিচাপে পায় "Uncle Tom's Cabin"ৰ ৰচয়িতা মিছেছ হেৰিয়েট বীচাৰষ্টৱ'ক। এই একে বছৰতে মাৰ্ক টোৱাইন ইংল্যাণ্ডলৈ যায় তেওঁৰ 'দি ইনোচেন্‌চ্ এব্ৰ'ড' পুথিৰ আন এটা সংস্কৰণৰ বাবে। কিন্তু পুথিখনৰ এটা সংস্কৰণ ইতিমধ্যে ইংল্যাণ্ডত ছপা হৈ ওলাইছিলেই আৰু প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিছিল।

এই সময়ৰে পৰা মাৰ্ক টোৱাইনে মনোনিৱেশ কৰে কেৱল গ্ৰন্থ ৰচনাত। 'দি ইনোচেন্‌চ্ এব্ৰ'ড'ৰ পৰৱৰ্তী ৰচনা 'ৰাফিং ইট' আৰু 'গিল্ডেড এজ' প্ৰকাশ হৈ ওলোৱাৰ পিছত ৰস সাহিত্যিক হিচাপে মাৰ্ক টোৱাইনৰ নাম চাৰিওফালে বিয়পি পৰে।

ইয়াৰ পিছতেই মাৰ্ক টোৱাইনে তেওঁৰ 'টম ছয়াৰ' গ্ৰন্থখনি ৰচনা কৰাত লাগে। এই পুথিৰ ৰচনা কালত তেওঁ সকলো ধৰণৰ আৰাম পৰিহাৰ কৰি পুৱাৰ পৰা সন্ধ্যালৈ কেৱল লিখাৰ কামতে ব্যস্ত থাকে। গোটেই দিনৰ শেষত কেৱল এসাজ আহাৰ খায় আৰু নিশা শুবলৈ যোৱাৰ আগতে তেওঁৰ দিনটোৰ লিখাখিনি পত্নীৰ আগত পঢ়ি শুনায় আৰু পত্নীয়ে কৰা সমালোচনা মনোযোগেৰে শুনি প্ৰয়োজন অনুসাৰে লিখাখিনিৰ সালসলনি ঘটায়। মাৰ্ক টোৱাইনে লিখিবও পাৰিছিল বৰ দ্ৰুতগতিত। তেওঁ দিনে প্ৰায় ৫০ পৃষ্ঠামানলৈ লিখি উলিয়াইছিল।

মাৰ্ক টোৱাইনে তেওঁৰ পুথিসমূহ ৰচনা কৰিছিল শিশু পুথি হিচাপে। কিন্তু একো একোখন পুথি প্ৰকাশ পোৱাৰ পিছত বয়সস্থ লোকসকলৰ মাজতেই ই সৰ্বাধিক জনপ্ৰিয়তা লাভ কৰিছিল।

'টম ছয়াৰ'ৰ ৰচনাকালৰ পৰা ৯ বছৰৰ পিছত ইয়াৰ সংযুক্ত পৰ্ব 'হাকলবেৰী ফীন' ৰচনা হোৱাৰ সময়লৈকে মাৰ্ক টোৱাইনে বিশ্বৰ প্ৰথম শাৰীৰ সাহিত্যিক সকলৰ মাজৰ এজন হিচাপে নিজৰ স্থান দখল কৰিলে।

১৯০৭ চনত অক্সফোৰ্ড বিশ্ববিদ্যালয়ে মাৰ্ক টোৱাইনক 'অনাৰেৰী ডক্টৰ অব লেটাৰ্চ' উপাধিৰে সন্মানিত কৰে। অক্সফোৰ্ডৰ দৰে এক বিখ্যাত অনুষ্ঠানে এই সন্মান জনোৱা মাৰ্ক টোৱাইনেই হ'ল একমাত্ৰ বিশুদ্ধ ৰস সাহিত্যৰ স্ৰষ্টা। ইংৰাজী সাহিত্যত ক্লাচিক্‌চ্ হিচাপে স্থান লাভ কৰা মাৰ্ক টোৱাইনৰ 'টম ছয়াৰ' আৰু 'হাকলবেৰী ফীন' লিখকৰ জীৱনকালত যিমান জনপ্ৰিয় আছিল, এই দুখন পুথিয়ে আজি এশ বছৰ পিছত হয়তো তাতোকৈও অধিক জনপ্ৰিয়তা লাভ কৰিছে।

# পাব্‌ল' পিকাছ'

১৮৮১ চনৰ ২৫ অক্টোবৰৰ মাজনিশা। স্পেইনৰ মালাগাত এটা অৰ্দ্ধমৃত শিশুৰ জন্ম হ'ল। দেউতাক ডন জ' ৰূই ব্লাস্ক' আৰু মাক মাৰিয়া পিকাছ' লপেজক শিশুটি মৃত বুলি জানিবলৈ দি সেইটো এখন টেবুলৰ ওপৰত এৰি থৈ জন্ম দিয়াবলৈ অহা ধাই-গৰাকীয়ে প্ৰস্থান কৰিলে। সেই নিদাৰুণ ক্ষণটোৰ ভিতৰতে তাত উপস্থিত হ'ল শিশুটিৰ খুৰাক ডন ছলিভাড'ৰ আৰু লগে লগে দৌৰিলে এজন ডাক্তৰ বিচাৰি। ডাক্তৰ আহিল। টেবুলখনৰ ওপৰত পৰি থকা মৃতপ্ৰায় শিশুটিক পৰীক্ষা কৰিলে। জীয়াই থকাৰ কোনো লক্ষণেই নাই। তথাপি ডাক্তৰ হিছাপে যৎপৰোনাস্তি চেষ্টা চলালে। ইয়াৰ পিছত দুখত ভাগি পৰা মাক-দেউতাকক ঈশ্বৰৰ ওপৰত ভৰসা কৰিবলৈ কৈ ডাক্তৰ গ'লগৈ। খুৰাক ডন ছালভাড'ৰে এখন কাপোৰেৰে মেৰিয়াই শিশুটি মাকৰ বুকুত দিলে। ৰাতিপুওৱাৰ সময়লৈ জন্মৰ চাৰিঘণ্টাৰ পিছত প্ৰথমবাৰৰ বাবে কান্দি উঠিল শিশুটিয়ে।

পৃথিৱীৰ ৰূপ প্ৰত্যক্ষ কৰাৰ আগতেই মুদ খাই যাব খোজা যি যুৰি চকু সেইদিনা পুনৰ মেল খাইছিল, সেই যুৰি চকুৱে এদিন বিশ্ববাসীক দেখুৱাইছিল বিশ্বৰ এক মোহনীয় ৰূপ। সেই অৰ্দ্ধমৃত শিশুটি জীয়াই থাকি এদিন পৃথিৱীত সৃষ্টি কৰিছিল শিল্পকলাৰ নতুন যুৰঙী। সেই শিশুটিয়েই আছিল— বিশ্ববন্দিত শিল্পী পাবল' ৰূই পিকাছ'।

পাবল'ৰ দেউতাক ডন জ'ৰূই ব্লাস্ক' সুকুমাৰ কলাৰ অধ্যাপক হোৱাৰ লগতে স্থানীয় সংগ্ৰহালয়টোৰো কিউৰেটৰ আছিল। পাবল'ই স্বাভাৱিকতেই তেওঁৰ দেউতাকৰ পৰাই চিত্ৰাংকন আৰু সুকুমাৰ কলাৰ, সূক্ষ্মজ্ঞান লাভ কৰিছিল। শিশু অৱস্থাত পাবল'ই কাগজত পেঞ্চিলেৰে আঁক-বাক কৰি নিজৰ মনৰ ভাব প্ৰকাশ কৰিব পাৰিছিল। সেই বয়সতে তেওঁ ঘণ্টাৰ পিছত ঘণ্টা

ধৰি ছবি আঁকি যোৱাত কাগজৰ দম বাঢ়িছিল। মাক-দেউতাকৰ লগত সাগৰৰ পাৰত ফুৰিবলৈ যোৱাৰ সময়তো বালিৰ ওপৰত আঙুলিৰে কেৱল ছবিকে আঁকিছিল। ছবি অঁকাৰ বাহিৰে শিশুসকলে কৰা অন্য খেল-ধেমালিৰ প্ৰতি তেওঁৰ কোনো আগ্ৰহ নাছিল। এনেকৈয়ে ১৪ বছৰ বয়সত ভৰি দিয়াৰ আগতেই কিশোৰ পিকাছ' এজন প্ৰথম শ্ৰেণীৰ চিত্ৰশিল্পী হিছাপে চিহ্নিত হৈছিল।

'বুল-ফাইট' অৰ্থাৎ ষাঁড় গৰুৰে সৈতে মানুহৰ যুঁজ কৰা ঠাইবোৰ হ'ল স্পেইনৰ পৰম্পৰাগত আমোদৰ স্থান। সেই দেশৰ চহৰে চহৰে আছে এই খেল প্ৰদৰ্শনৰ স্থান 'বুল ৰিং'। অন্যান্য স্পেনীয় শিশুৰ দৰে পিকাছ'কো দেউতাকে বৰ কম বয়সৰ পৰাই এই বুল-ফাইট দেখুৱাবলৈ লৈ যায়। শিল্পী প্ৰাণ শিশু পাবল'ৰ মনত এই 'বুল ফাইট'বোৰৰ যি গভীৰ ছাপ বৈ যায় তাক তেওঁৰ অতি কোমল বয়সৰ ছবিবোৰতো প্ৰকাশ কৰিবলৈ ধৰিলে। প্ৰতীকি অৰ্থাৎ এই বুল ফাইট হ'ল ভাল আৰু বেয়াৰ মাজত চলি অহা সনাতন যুদ্ধখন। ইয়াত ঘোঁৰা আৰু মানুহৰ প্ৰতীকি অৰ্থ হ'ল শুভশক্তি আৰু ষাঁড় গৰুৰ প্ৰতীকি অৰ্থ অন্ধকাৰ বা দুষ্ট শক্তি।

পৰৱৰ্তী কালত পিকাছ'ৰে ১৯৩৭ চনৰ পেৰিছ 'ৱৰ্ল্ড ফেয়াৰ'ৰ স্পেনীয় পেভিলিয়ানত এই প্ৰতীকি ৰূপসমূহৰ আধাৰত অংকণ কৰে তেওঁৰ বিশ্ববিখ্যাত মিউৰেল' গে'ৰ্নিকা। এই চিত্ৰত, সেই সময়ত স্পেইনত চলি থকা গৃহযুদ্ধৰ ফলত স্পেনীয় জনসাধাৰণৰ দুখ-দুৰ্দশা, শুভশক্তিৰ ওপৰত চলোৱা দুষ্ট শক্তিৰ নিৰ্যাতন, এটা মুমূৰ্ষ ঘোঁৰাৰ বিৰুদ্ধে এটা ষাঁড়ৰ আসুৰিক বিজয় চিত্ৰায়িত হৈছিল।

পাবল'ৰ ১৪ বছৰমান বয়সত দেউতাক ডন জ'ৰ আৰ্থিক অৱস্থা অতি শোচনীয় হৈ পৰে। ইয়াৰ পিছত পৰিয়ালটোৱে সুদীৰ্ঘ তিনি বছৰ কাল দৈন্যৰ মাজত স্পেইনৰ ভিন ভিন ঠাইত কটাবলগীয়া হয়। তেওঁলোকৰ এই কষ্টৰ অন্ত পৰে ডন জ'ৰে ১৮৯৪ চনত 'বাৰ্চেলনা স্কুল অৱ ফাইন আৰ্টছ'ত শিক্ষক হিছাপে যোগ দিয়াৰ পিছত।

বাৰচেল'নালৈ অহাৰ পিছত পিকাছ'ৰে মন-প্ৰাণ ঢালি ছবি আঁকিবলৈ লয়। এই প্ৰাৰম্ভিক কালছোৱাত পাবল' অতিকৈ প্ৰভাৱিত হৈছিল Vincent Van Gogh, Daumier আৰু Toulouse Lautree ৰ কেতবোৰ পুনৰ চিত্ৰিত ছবিৰ পৰা। ১৮৯৭ চনত ১৬ বছৰীয়া পিকাছ'ৰ কেতবোৰ ছবিৰ

এখন প্ৰদৰ্শনী বাৰচেলʼনা চহৰৰ আৰ্ট গেলেৰীত অনুষ্ঠিত হয়। ইয়াৰ লগে লগে পাবলʼই মাদ্ৰিডৰ ৰয়েল একাডেমি অৱ ফাইন আৰ্টছত প্ৰৱেশাধিকাৰ লাভ কৰে। এই প্ৰতিষ্ঠানটোত সোমোৱাৰ দিনাই তেওঁৰ চিত্ৰাংকন প্ৰতিভাই একাডেমিৰ অধ্যাপকসকলক বিস্ময়াভিভূত কৰে। ইমান কম বয়সতে পাবলʼ এনে নিপুণ হাতৰ অধিকাৰী হোৱাটোৱেই অধ্যাপক সকলৰ বিস্ময়ৰ প্ৰধান কাৰণ আছিল। এই একাডেমীত দুবছৰ কটাই পাবলʼ বাৰচেলʼনালৈ ঘূৰি যায় আৰু ১৯০৪ চনলৈকে অক্লান্ত পৰিশ্ৰমেৰে পৰৱৰ্তী পাঁচ বছৰ কালৰ ভিতৰত অংকিত তেওঁৰ চিত্ৰসমূহে জন্ম দিয়ে এক অভূতপূৰ্ব নতুন চিত্ৰশৈলীৰ। তেওঁৰ এই সময়ৰ ছবিবোৰৰ মুখ্য বিষয়বস্তু আছিল ভিক্ষাৰীৰ দল আৰু চাৰ্কাচৰ লোকসকল।

১৯০৪ চনৰ পৰা পিকাছʼ পেৰিছ চহৰতে নিগাজিকৈ থাকিবলৈ লয়। ১৯১২ চনত লণ্ডন চহৰৰ ষ্টেফৰ্ড গেলেৰীত প্ৰদৰ্শিত হয় পিকাছʼৰ চিত্ৰ সমূহৰ আন এখন গুৰুত্বপূৰ্ণ প্ৰদৰ্শনী। এই প্ৰদৰ্শনীৰ পিছতেই তেওঁ লাভ কৰে আন্তৰ্জাতিক খ্যাতি।

১৯১৮ চনত পাবলʼৱে ৰুছ বেলে-নৃত্যাঙ্গনা অল্‌গা-কক্‌লভাক বিয়া কৰায়।

ইতিমধ্যে প্ৰথম বিশ্বযুদ্ধৰ অন্ত পৰে যদিও ইয়াৰ ধ্বংসকাৰী প্ৰভাৱৰ পৰা পৃথিৱী মুক্ত হোৱা নাছিল। এই যুদ্ধত পিকাছʼৰ পৰম বন্ধু কবি এপলিনেয়াৰৰ মৃত্যু হয়। বন্ধুৰ মৃত্যুৱে পাবলʼৰ মনত এনে এক গভীৰ ক্ষতিৰ সৃষ্টি কৰে যে তেওঁ ইয়াৰ পিছৰে পৰা সঘনাই তেওঁৰ আত্ম প্ৰতিকৃতি ৰচনা কৰাৰ অভ্যাসটো চিৰদিনৰ কাৰণে এৰি পেলায়।

পিকাছʼৰ অতুলনীয় শিল্প প্ৰতিভাৰ প্ৰধান বৈশিষ্ট্য হʼল আধুনিক কালৰ সুকুমাৰ কলাৰ সকলো বিভাগতে অৰ্জন কৰা তেওঁৰ বিচক্ষণতা।

পাবলʼ পিকাছʼ আছিল কুৰি শতিকাৰ সৰ্বাত্মক বিপ্লৱী চিত্ৰকাৰ। ইউৰোপীয় চিত্ৰকলাৰ মঞ্চলৈ পাবলʼ পিকাছʼৰ আগমন ঘটাৰ আগলৈকে ইউৰোপীয় চিত্ৰশৈলীৰ পৰম্পৰাগত ভেঁটি আছিল ৰেনেছাঁ যুগৰ মহান ইটালীয় শিল্পী মাইকেল এঞ্জেলো, ৰাফেল আৰু লিঅʼনাৰ্ড দ্য ভিন্‌চিয়ে মধ্যযুগীয় দ্বি মাত্ৰিক ৰূপ ভাঙি তাৰ ঠাইত সৃষ্টি কৰা ত্ৰি-মাত্ৰিক ৰূপৰ আৰ্হি। পিছে পিকাছʼৱে ১৯০৪ চনত বাৰচেলʼনাত থকাকালতে অংকন কৰা এখনি চিত্ৰই ইউৰোপীয় চিত্ৰশৈলীৰ এই পৰম্পৰা ভাঙি দিয়ে আৰু তাৰ ঠাইত ভৱিষ্যতৰ

যাবে নির্মাণ কৰে এক নতুন বৈপ্লৱিক ধাৰা। পিকাছ'ৱে অনা এই পৰিবৰ্তন হ'ল Realism অৰ ঠাইত Cubism প্ৰতিভাৰ সৃষ্টি এই কিউবিজিম্ কেৱল যে চিত্ৰাংকন পদ্ধতিতে সীমাবদ্ধ থাকিলে এনে নহয়, ইয়াৰ জ্যামিতিক প্ৰয়োগত নিৰ্মাণ হৈ ওলাল পৃথিৱীৰ সকলোবোৰ আধুনিক উপকৰণৰ আকৃতি।

দ্বিতীয় মহাযুদ্ধ শেষ হোৱাৰ আগে আগে পিকাছ'ৱে ফৰাছী কমিউনিষ্ট দলত যোগদান কৰে। এই যোগদান সম্পৰ্কে তেওঁৰ নিজ ব্যাখ্যা এনেদৰে দাঙি ধৰে— 'কমিউনিষ্ট পাৰ্টিৰ লগত মোৰ ঘনিষ্ঠ যোগ মোৰ সমগ্ৰ জীৱনৰ স্বাভাৱিক ক্ৰম পৰিণতি। .....নিজৰ বুলিবলৈ এখন দেশ বিচাৰি পোৱাৰ কাৰণে কিমান যে উদ্বিগ্ন হৈ আছিলোঁ। মই সদায়েই নিৰ্বাসিত আছিলোঁ। কিন্তু এতিয়া মোৰ সেই জীৱনৰ ওৰ পৰিল। স্পেইনে মোক আকৌ কেতিয়াবা এদিন নমতালৈকে ফৰাছী কমিউনিষ্ট পাৰ্টিয়ে মোক আঁকোৱালি ল'লে।'

ইয়াৰ পিছত পিকাছ'ৱে ১৯৪৮, ৪৯ আৰু ৫০ চনত ক্ৰমে ৰকল', পেৰিছ আৰু শ্ব'ফিল্ডত কমিউনিষ্ট পাৰ্টিৰ দ্বাৰা আয়োজিত বিশ্বশান্তি কংগ্ৰেছ সমূহত যোগদান কৰে। ইয়াৰে, পেৰিছত অনুষ্ঠিত দ্বিতীয়খন কংগ্ৰেছৰ বাবে পিকাছ'ৱে অংকন কৰে, তেতিয়াৰে পৰা সৰ্বজন সমাদৃত হৈ অহা তেওঁৰ বিখ্যাত 'পিচপষ্টাৰ'খনি। ইয়াত শান্তিৰ প্ৰতীক হিছাপে চিত্ৰিত কৰা হৈছে এটি বগা কপৌ চৰাই। পিছত ইয়াক পৃথিৱীৰ সকলোবোৰ দেশেই শান্তিৰ প্ৰতীক হিছাপে গ্ৰহণ কৰে।

১৯৫৪ চনত তেওঁ জেকেলিন ৰ'ক নামৰ এগৰাকী অপৰূপা সুন্দৰীক দ্বিতীয়বাৰৰ বাবে বিয়া কৰায়। তেওঁৰ এই সুন্দৰী পত্নীৰ বিভোৰ চিত্ৰ অংকন কৰে সেই সকলোবোৰ চিত্ৰই প্ৰচুৰ সমাদৰ লাভ কৰে।

১৯৬৮ চনত পাবল' পিকাছ'ৰ বয়স যেতিয়া ৮৭ বছৰ তেওঁ তেতিয়াও বিশ্বক চমৎকৃত কৰি মাত্ৰ সাত মাহ সময়ৰ ভিতৰতে মানুহৰ যৌন জীৱন কেন্দ্ৰিক ৩৪৭ খন 'এনগ্ৰেভিং' নিৰ্মাণ কৰে।

জীৱিত কালতে পিকাছ'ৱে নিজে আঁকা একোখন চিত্ৰৰ দাম পঞ্চাশৰ পৰা আশী লাখ টকালৈ উঠিছিলগৈ।

এই মহান বিপ্লৱী শিল্পীৰ মৃত্যু হয় ১৯৭৩ চনৰ ৮ এপ্ৰিলত ৯২ বছৰ বয়সত।

# ইগ্‌নেচ্ জেন্ পেডেৰেস্কি

ডিচৰেলী আছিল ঔপন্যাসিক প্ৰধানমন্ত্ৰী, উইনষ্টন চাৰ্চিল আছিল এজন বুৰঞ্জীবিদ প্ৰধানমন্ত্ৰী আৰু পল ক্লডেল এজন বিশ্ববৰেণ্য কবি হোৱাৰ উপৰিও আছিল এজন আন্তৰ্জাতিক খ্যাতিসম্পন্ন কূটনীতিবিদ। শীৰ্ষস্থানীয় ৰাজনৈতিক নেতা একোগৰাকী হোৱাৰ উপৰিও একে সময়তে সাহিত্য আৰু কলাৰ ক্ষেত্ৰতো বিশ্বখ্যাতি লাভ কৰা এনে আৰু শতাধিক উদাহৰণ দিব পাৰি। কিন্তু ইগ্‌নেচ্ জেন পেডেৰেস্কি আছিল এই ক্ষেত্ৰত এক বৈশিষ্ট্যৰ অধিকাৰী। বাৰ্ণাৰ্ড শ্বৰ মতে 'পৃথিৱীৰ সৰ্বকালৰ শীৰ্ষস্থানীয় পিয়ান'বাদক পেডেৰেস্কি, যি সময়ত তেওঁৰ শিল্পকৃতিৰ উচ্চতম শিখৰত আৰোহণ কৰিছে আনহাতেদি সেই একে সময়তে তেওঁ নিৰ্বাচিত হৈছে পোলেণ্ডৰ ৰাষ্ট্ৰপতি হিছাপে।

১৮৬০ চনৰ ১৮ নবেম্বৰত তেতিয়াৰ ৰুছ দেশৰ অন্তৰ্গত পোলেণ্ডত জন্ম গ্ৰহণ কৰিছিল ইগ্‌নেচ্ জেন পেডেৰেস্কিয়ে। ঠাইখনৰ নাম আছিল ক্ৰিলৱকা।

ইগ্‌নেচ্‌ৰ জন্মৰ কেইমাহমানৰ ভিতৰতে তেওঁৰ জন্মদায়িনী মাকৰ মৃত্যু হৈছিল। দেউতাকে দ্বিতীয়বাৰ বিয়া কৰোৱা নাছিল বাবে ইগ্‌নেচ্ তেওঁৰ অকণমাণি বায়েক এন্টনিনাৰ সৈতে পৰিচাৰিকাৰ হাতত ডাঙৰ দীঘল হৈছিল। পেডেৰেস্কিৰ মাতৃ মেডাম পেডেৰেস্কিৰ সংগীতত বৰ ৰাপ আছিল আৰু দেউতাকেও বেহেলা বজাব পাৰিছিল। ঘৰত এটা পিয়ান'ও আছিল। তিনি বছৰ বয়স সম্পূৰ্ণ কৰাৰ পূৰ্বেই পেডেৰেস্কিক এই বাদ্য-যন্ত্ৰটিয়ে আকৰ্ষিত কৰে। দিনটোৰ বেছিভাগ সময় অন্য খেলা-ধূলা বাদ দি শিশু পেডেৰেস্কিয়ে পিয়ান'টোত সুৰ সৃষ্টি কৰাৰ প্ৰয়াস কৰিছিল।

সোতৰ শতিকাৰ পৰা ঊনৈশ শতিকাৰ মাজভাগলৈকে ৰচিত পোলেণ্ডৰ ৰাজনৈতিক বুৰঞ্জী নানান উত্থান পতনৰ ঘটনাৰে ভৰা। পূব ইউৰোপীয়

দেশবিলাকৰ ভিতৰত সেই সময়ত পোলেণ্ডৰ অৱস্থাই সৰ্বাধিক দুখ:জনক আছিল। বিশেষকৈ ১৭৭২, ১৭৯৩ আৰু ১৮১৫ চনত মাত্ৰ তেত্ৰিশ বছৰৰ ভিতৰত এই দেশ তিনিবাৰকৈ ৰাছিয়া, প্ৰুচিয়া আৰু অষ্ট্ৰিয়াৰ মাজত ভাগ হয়। সেই সময়ত জাৰ শাসিত ৰাছিয়াৰ অন্তৰ্ভুক্ত পোলেণ্ডবাসী সকলৰ ওপৰত চলিছিল কছাকসকলৰ উৎপীড়ন। এই উৎপীড়নৰ বিৰুদ্ধে পোলেণ্ডবাসীসকল বিদ্ৰোহী হৈ উঠিছিল। সেই বিদ্ৰোহৰ সমৰ্থক হোৱাৰ অভিযোগত এদিন কছাক সৈন্যৰ এটা দলে মাজনিশা পেডেৰেস্কিৰ দেউতাক জেন পেডেৰেস্কিক ঘৰৰ পৰা ধৰি লৈ যায়। ইয়াৰ পিছত ১৮ মাহৰ কাৰণে শিশু ইগ্‌নেছ্ আৰু এন্টনিনাক অকলশৰে এৰি দেউতাক চাইবেৰিয়াৰ বন্দীশালত আবদ্ধ হৈ থাকে।

বন্দীশালৰ পৰা ওলাই অহাৰ পিছত জেন পেডেৰেস্কিয়ে পুতেক ইগ্‌নেছ্‌ৰ বাবে এজন পিয়ান' শিক্ষক নিযুক্ত কৰি দিয়ে। পিছে এই শিক্ষকজনৰ পৰা ইগ্‌নেচে পিয়ান'বাদনৰ বিশেষ শিক্ষা লাভ কৰিব নোৱাৰিলে। এই বিষয়ে তেওঁ আত্মজীৱনীৰ এঠাইত ইগ্‌নেচে এইদৰে উল্লেখ কৰিছে, I learned nothing from him but that didnot stop me from making some progress. I taught myself to improvise.

ইয়াৰ পিছত কেৱল নিজ চেষ্টাৰ ফলত ইগ্‌নেচে ১২ বছৰ বয়স সম্পূৰ্ণ কৰাৰ আগতেই পিয়ান' বাদনত অতুলনীয় দক্ষতা লাভ কৰে। ১২ বছৰ বয়সত ইগ্‌নেচে প্ৰথমবাৰৰ বাবে ৰাজহুৱা মণ্ডপত কন্‌চাৰ্ট পৰিবেশন কৰে। কিশোৰ ইগ্‌নেছ্‌ৰ কোমল আঙুলিৰ যাদুকৰী পৰশত সৃষ্টি হোৱা সুৰৰ মায়াজালে তন্ময় কৰি ৰাখে কনচাৰ্ট শুনিবলৈ অহা হাজাৰ শ্ৰোতাক।

এই কনচাৰ্ট পৰিবেশনৰ কেইদিনমানৰ ভিতৰতে পেডেৰেস্কি পৰিয়ালৰ শুভাকাংক্ষী সকলৰ পৰামৰ্শত ইগ্‌নেছ্‌ক ভৰ্তি কৰোৱা হয় ৱাৰশ্ব'ত থকা সংগীত বিদ্যালয়ত। কিন্তু এই বিদ্যালয়ত ভৰ্তি হোৱাৰ দিনাই এজন পিয়ান' শিক্ষকে ইগ্‌নেছ্‌ক কয় যে তেওঁ কোনোদিনে পিয়ান' বাদক হ'ব নোৱাৰিব, আৰু তাৰ ঠাইত তেওঁ 'কম্পজাৰ' হ'বলৈ চেষ্টা কৰাহে উচিত হ'ব। পিছে আন এজন শিক্ষকে তেওঁক ইয়াৰ সম্পূৰ্ণ বিপৰীতটোহে ক'লে।

প্ৰথমজন শিক্ষকৰ বিপৰীতে মন্তব্য কৰা শিক্ষকজন সেই বিদ্যালয়ত বেছিদিন নাথাকিল। ইগ্‌নেছ্‌ক প্ৰেৰণা যোগাবলৈও তাত আৰু কোনো নাথাকিল। তথাপি অতিশয় প্ৰতিকূল পৰিস্থিতিৰ মাজতো ইগ্‌নেচে মনোবল নেহেৰুৱালে। এনেকৈ তিনিবছৰ পাৰ হ'ল। ইগ্‌নেচে সংগীত বিদ্যালয়ৰ

শেষ পৰীক্ষাত যি কনচাৰ্ট পৰিবেশন কৰিলে সেই কনচাৰ্টে তেওঁৰ প্ৰতি সদায় হতাশজনক মন্তব্য দি অহা শিক্ষক মণ্ডলীকো চমক খুৱাই দিলে। ইগ্‌নেচ্‌ক অনাৰ্চ সহকাৰে ডিপ্লোমা প্ৰদান কৰা হ'ল। ১৮৭৮ চনত এই বিদ্যালয়ত ইগ্‌নেচ্‌ক শিক্ষক হিছাপে নিযুক্তি দিয়া হয়।

১৮৮০ চনত এই সংগীত বিদ্যালয়ৰে এগৰাকী ছাত্ৰী, এণ্টনীনা কৰছাকৰ সৈতে ইগ্‌নেচ্‌ৰ বিয়া হৈ যায়; কিন্তু বিয়াৰ এবছৰৰ ভিতৰতে এটি পুত্ৰ সন্তান এৰি থৈ এণ্টনীনাৰ মৃত্যু হয়। ইতিমধ্যে তেওঁৰ পত্নীৰ নামত থকা এক বুজন পৰিমাণৰ টকা তেওঁৰ হাতলৈ আহে। ইয়াৰ লগে লগে তেওঁ সেই বিদ্যালয়ৰ চাকৰি এৰি দি ভিয়েনা পায়গৈ আৰু তাত বিখ্যাত সংগীতজ্ঞ, পিয়ান' বাদক আৰু শিক্ষক থিয়ডৰ লেজেৰেস্কীৰ লগ লাগে। থিয়ডৰ লেজেৰেস্কীৰ তত্ত্বাৱধানত ইগ্‌নেচে নতুন উদ্যমেৰে তেওঁৰ সাধনাৰ পূৰ্ণতা প্ৰাপ্তিৰ বাবে অনুশীলনৰ পিছত অনুশীলন চলাই যায়।

লেজেৰেস্কীৰ পৰামৰ্শ অনুযায়ী ১৮৮৭ চনত ইগ্‌নেচে ভিয়েনা চহৰত কনচাৰ্ট পৰিবেশন কৰে। ভিয়েনাত অভূতপূৰ্ব সফলতা অৰ্জন কৰি তেওঁ যায় পেৰিচলৈ। পেৰিচত তেওঁ অগা পিচাকৈ পৰিবেশন কৰা দুটা কনচাৰ্টৰ সময়তেই অৰ্জন কৰে আন্তৰ্জাতিক সুখ্যাতি।

ইয়াৰ পৰৱৰ্তী কালত তেওঁৰ দ্বাৰা পৰিবেশিত কনচাৰ্টবোৰৰ অন্যতম উল্লেখযোগ্য হ'ল লণ্ডনৰ চেন্ট জেমছ্ হলত ধাৰাবাহিকভাৱে পৰিবেশন কৰা ৪০ টা কনচাৰ্টৰ এটি অনুষ্ঠান। এই অনুষ্ঠানতেই তেওঁৰ প্ৰতি বাৰ্নাৰ্ড শ্বই উপৰোক্ত মন্তব্যটি প্ৰকাশ কৰিছিল। ইয়াৰ পিছত ইগ্‌নেচে পৃথিৱীৰ বিভিন্ন দেশত তেওঁৰ পিয়ানো বাদন পৰিবেশন কৰি ভূয়সী প্ৰশংসা লাভ কৰে। ইয়াৰ লগে লগে তেওঁ ইউৰোপীয় সংগীতলৈ এক নতুন ধাৰা কঢ়িয়াই আনে 'বি মাইনৰ' চিম্ফণীৰ সংযোগ স্থাপনেৰে।

এই সময়তেই প্ৰথম বিশ্বযুদ্ধৰ বিভীষিকাই অন্যান্য ইউৰোপীয় দেশৰ দৰেই পোলেণ্ডকো ছানি ধৰে। এজন আন্তৰ্জাতিক খ্যাতিসম্পন্ন সংগীতজ্ঞ হ'লেও পেডেৰেস্কি সদায়েই এজন দেশপ্ৰেমিকো আছিল আৰু সংগীত চৰ্চাৰ লগে লগে দেশ সেৱাৰ কামো চলাই গৈছিল। বিশ্বযুদ্ধ আৰম্ভ হোৱাৰ লগে লগে তেওঁ নিজ দেশৰ ভগনীয়াসকলৰ সাহায্যৰ কামত আত্মনিয়োগ কৰে। ইয়াৰ কিছুদিনৰ ভিতৰতে ৰাছিয়াত আৰম্ভ হয় যুগান্তকাৰী অক্টোবৰ বিপ্লৱ। এই সুযোগ পোলেণ্ডবাসীসকলেও গ্ৰহণ কৰে জাৰ-শাসনৰ পৰা মুক্ত হোৱাৰ

বাবে। ইয়াৰ বাবে আৰম্ভ হোৱা বিপ্লৱত অগ্ৰণী ভূমিকা লয় ইগ্‌নেছ্‌ পেডেৰেস্কিয়ে। দেশৰ এক ভূখণ্ড এই বিপ্লৱে জাৰ সাম্ৰাজ্যবাদীৰ দখলৰ পৰা মুক্ত কৰিবলৈ সমৰ্থ হয়। পোলেণ্ডৰ এই স্বাধীনতা সংগ্ৰামত আমেৰিকা আৰু পশ্চিম ইউৰোপৰ দেশবোৰে প্ৰভূত সহযোগ আগবঢ়ায় কেৱল পেডেৰেস্কিৰ প্ৰতি থকা সেই দেশসমূহৰ জনসাধাৰণৰ ভাল পোৱাৰ ভাবৰ বাবে। ইয়াৰ পিছত অন্য ৰাজনৈতিক কাৰণ থাকিলেও ইও এটা প্ৰধান কাৰণ বুলি ক'ব পাৰি।

১৯১৯ চনত হোৱা স্বাধীন পোলেণ্ডৰ প্ৰথম নিৰ্বাচনতে পেডেৰেস্কি দেশৰ প্ৰথম ৰাষ্ট্ৰপতি হিছাপে নিৰ্বাচিত হয়। অৱশ্যে তেওঁৰ শাসনকাল বৰ বেছি দীঘলীয়া হ'বলৈ নাপালে। তথাপি এখন স্বাধীন পোলেণ্ডৰ ভেটি ৰচনা কৰাৰ ক্ষেত্ৰত তেওঁৰ নাম চিৰকাললৈ থাকিব, যেনেকৈ তেওঁৰ নাম থাকিব সৰ্বকালৰ এজন শীৰ্ষস্থানীয় পিয়ান' বাদক হিছাপে।

এই মহান সংগীতজ্ঞ ৰাজনৈতিক নেতাজনৰ মৃত্যু হয় ১৯৪১ চনৰ ২ জুনত আমেৰিকাৰ নিউইয়ৰ্ক চহৰত।

# চিগ্‌মণ্ড ফ্ৰয়েড

উনৈশ শতিকাত অষ্ট্ৰিয়াই জন্ম দিয়া কেইবাজনো মহিমামণ্ডিত ব্যক্তিৰ ভিতৰত এজন হ'ল চিগ্‌মণ্ড ফ্ৰয়েড। মনস্তত্ত্বক, দৰ্শনৰ পৰা এটা পৃথক বিষয় হিছাপে চিহ্নিত কৰি ইয়াক গুৰুত্বপূৰ্ণ অধ্যয়নৰ বাবে প্ৰতিষ্ঠা কৰে চিগ্‌মণ্ড ফ্ৰয়েডে। ইয়াৰ আগলৈকে অধ্যয়নৰ এটা গুৰুত্বপূৰ্ণ বিষয় হিছাপে মনস্তত্ত্বৰ বিশেষ স্থান নাছিল। কিন্তু ১৯ শতিকাৰ শেষৰ ফালে চিগমণ্ড ফ্ৰয়েডে মানুহৰ মন আৰু শৰীৰৰ মাজৰ কিছুমান সূক্ষ্ম সম্পৰ্কৰ ওপৰত চলোৱা গৱেষণাৰ অন্তত 'মনস্তত্ত্ব' এটা অতি গুৰুত্বপূৰ্ণ অধ্যয়নৰ বিষয় হিছাপে প্ৰতিষ্ঠিত হয়। ইয়াৰ পিছত কুৰি শতিকাৰ আৰম্ভণিৰে পৰা বৰ্তমান কাললৈকে এই বিষয়টোৰ ওপৰত হোৱা বহুল চিন্তা-চৰ্চা আৰু গৱেষণা আদিৰ ফলস্বৰূপে আজি আমি দেখিবলৈ পাইছো বিশ্বৰ লক্ষ লক্ষ মানসিক ৰোগী আৰু মানসিকভাৱে অক্ষম লোকৰ ক্ষেত্ৰত এই বিষয়টোৰ কাৰ্যকাৰিতা।

চিগমণ্ড ফ্ৰয়েডৰ জন্ম হয় ১৮৫৬ চনৰ ৬ মে' তাৰিখে অষ্ট্ৰিয়াৰ এখন সৰু চহৰ ফ্ৰেবাৰ্গত। ফ্ৰয়েডৰ দেউতাক জেকভ ফ্ৰয়েড আছিল এটা ক্ষুদ্ৰ কাপোৰৰ মিলৰ মালিক। চিগমণ্ড, জেকব ফ্ৰয়েডৰ দ্বিতীয় পক্ষৰ প্ৰথম সন্তান আছিল। জেকবৰ প্ৰথমা পত্নীৰ চাৰিটা সন্তানৰ আটাইকেইটাই চিগমণ্ডতকৈ ডাঙৰ আছিল। মাহীমাকৰ পুতেক,— চিগমণ্ডৰ ডাঙৰ ককায়েকজনে ইতিমধ্যে বিয়া কৰাইছিল আৰু এটি সন্তানৰ পিতৃও হৈছিল। ডাঙৰ ককায়েকৰ এই পুত্ৰ সন্তানটি চিগমণ্ডৰ শৈশৱ আৰু কৈশোৰৰ সংগী আছিল। শৈশৱত বয়সৰ চিগমণ্ডৰ ওপৰতো তেওঁৰ এই কৈশোৰৰ সংগীটিৰ প্ৰচুৰ প্ৰভাৱ পৰিছিল।

বিশ্ববৰেণ্য ব্যক্তিসকলৰ বহুতৰে জীৱনৰ চৰম সাফল্যৰ পিছত একোগৰাকী মাতৃ বা কাৰোবাৰ ক্ষেত্ৰত নিজ পত্নীৰ অৱদানৰ অসীম গুৰুত্ব

লক্ষ্য কৰা যায়। এই ক্ষেত্ৰত 'Behind every successful man there is a woman' বুলি কৰা উক্তিটি প্ৰণিধানযোগ্য।

চিগমণ্ড ফ্ৰয়েডৰ জীৱনৰ চৰম সাফল্যৰ পিছতো আছিল তেওঁৰ মাতৃ আমেলীয়া ফ্ৰয়েডৰ অপৰিসীম অৱদান। শিশু চিগমণ্ডৰ মাত ফুটিবলৈ লোৱাৰে পৰা তেওঁৰ কাৰ্যকলাপলৈ লক্ষ্য কৰি মাক আমেলীয়াই, এই কথা বুজি পোৱাৰ লগতে গভীৰভাৱে বিশ্বাসো কৰিছিল যে তেওঁৰ সন্তান চিগমণ্ড কোনো এক অসাধাৰণ কাৰ্য সাধনৰ বাবেই জন্ম হৈছে। সেয়ে বাল্যকালৰে পৰা চিগমণ্ডৰ সকলো ইচ্ছা পূৰ্ণ কৰি আহিছিল মাকে। চিগমণ্ডৰ সকলো ধৰণৰ আৱদাৰ পূৰ্ণ কৰা হৈছিল।

চিগমণ্ডে নিজে তেওঁৰ মাকৰ সম্পৰ্কে মন্তব্য কৰিছে এনেধৰণে—
'A man who has been the undisputed Favourite of his mother all his life has the feeling of a conquerer, and has such confidence of success that actual success is often induced by it.'

অৰ্থাৎ, নিজ মাতৃৰ পৰা গোটেই জীৱনজুৰি নিৰ্বিৰোধ স্নেহাদৰ লাভ কৰি অহা এজন ব্যক্তিয়ে নিজকে এজন বিজেতাৰ দৰে অনুভৱ কৰে আৰু সফলতা লাভৰ এনে প্ৰত্যয়ৰ ভাৱে তেওঁৰ মনত ঠাই পায় যে ইয়েই স্বৰূপাৰ্থত তেওঁক প্ৰকৃত সফলতা লাভত প্ৰবৃত্ত কৰায়।'

১৮৪০ চনত অষ্ট্ৰিয়াতো শিল্প বিপ্লৱৰ প্ৰভাৱ পৰে। ইয়াৰ ফলত সৰ্বাধিকভাবে ক্ষতিগ্ৰস্ত হয় অষ্ট্ৰিয়াৰ বস্ত্ৰ উদ্যোগসমূহ। কাপোৰ বোৱা অতি ক্ষুদ্ৰ মিল এটাৰ মালিক জেকব ফ্ৰয়েড এই সময়ত নতুনকৈ আৰম্ভ হোৱা ডাঙৰ মিল মালিকসকলৰ প্ৰতিযোগিতাৰ মাজত তিষ্ঠি থাকিব নোৱাৰিলে। জেকব পৰিয়াল এদিন ফ্ৰেবাৰ্গৰ পৰা স্থানান্তৰিত হ'ল ভিয়েনালৈ। চিগমণ্ডৰ বয়স তেতিয়া চাৰি বছৰ।

ফ্ৰয়েডসকল হ'ল ইহুদী জাতিৰ লোক। সেই সময়ছোৱাত জ্ঞান-বিজ্ঞানৰ প্ৰায়বোৰ ক্ষেত্ৰতে ভালে সংখ্যক ইহুদীলোকে চূড়ান্ত সফলতা অৰ্জন কৰিবলৈ সক্ষম হোৱা সত্ত্বেও অষ্ট্ৰিয়ান সকলৰ মাজত তেওঁলোকৰ সমাদৰ নাছিল। আছিল ঘৃণা আৰু ইহুদীবিৰোধী ইৰ্ষাৰ ভাব। ইহুদীসকলক প্ৰকাশ্যভাবে উপহাস কৰা হৈছিল। ৰাজহুৱা স্থানত অপমানিত কৰা হৈছিল। ডেকাকালত চিগমণ্ডৰ দেউতাক জেকবে যেনেকৈ এই ইহুদী বিৰোধী ভাবৰ চিকাৰ হৈ, দুখ যাতনা ভোগ কৰিবলগীয়া হৈছিল, যুৱক চিগমণ্ডো বাৰে বাৰে লাঞ্ছিত হৈছিল ইহুদী

হৈ জন্ম লোৱাৰ ফলত। চিগমণ্ডক আৰ্য-ইউৰোপীয় সকলৰ এই ইহুদী বিদ্বেষ আৰু লগতে তেওঁ নিজে ভোগ কৰা লঘু লাঞ্ছনাই তেওঁৰ সংকল্পক কঠোৰ কৰি তুলিলে। ইহুদী হলেও— ইহুদী হৈও মানুহ হিচাপে তেওঁ আৰ্য-ইউৰোপীয় সকলৰ মাজত প্ৰমাণ কৰি দেখুৱাব তেওঁৰ শ্ৰেষ্ঠতা।

ইহুদী হিচাপে চিগমণ্ডে বাহিৰত যিমান সতৰ্কতা অৱলম্বন কৰিব লগা হৈছিল তাতকৈও অধিক সতৰ্ক হ'ব লগা হৈছিল ঘৰৰ ভিতৰত থকা সময়তহে। কিয়নো, এটা গোৰা ইহুদী পৰিয়ালৰ মুৰব্বীৰ ভূমিকাত দেউতাক জেকব ফ্ৰয়েডৰ কঠোৰ অনুশাসনৰ তলত চলিব লাগে পৰিয়ালৰ সকলো সদস্য। জেকবৰ কঠোৰ অনুশাসনে পৰিয়ালৰ সকলোৰে মনত এক ধৰণৰ সু-শৃঙ্খল নিয়মানুবৰ্তিতাৰ ভাব জগাই তুলিছিল। বিশেষকৈ সন্তানসকলৰ মাজত। চিগমণ্ডৰ মনত সৰুৰে পৰা, সেইবাবে দেউতাকৰ প্ৰতি এক ভয়-মিহলি ভাল পোৱাৰ ভাবে ঠাই লৈছিল। সেইবাবে মাক আমেলীয়া ফ্ৰয়েড আৰু দেউতাক জেকব ফ্ৰয়েডৰ সৈতে থকা চিগমণ্ডৰ যি মানসিক সম্পৰ্ক সেই দুয়োটাৰে মাজত অনেক তফাৎ আছিল।

আঠ বছৰমান বয়সলৈকে চিগমণ্ডক দেউতাকে ঘৰতে পঢ়া-শুনা শিকাইছিল। খোজ কঢ়াৰ বাহিৰে চিগমণ্ডৰ আন কোনো খেলা-ধূলাৰ প্ৰতি আগ্ৰহ নাছিল। সৰুৰে পৰা কেৱল পঢ়া-শুনাতে অত্যন্ত আগ্ৰহী আছিল চিগমণ্ড। সকলো বিষয়ৰ পঢ়াতে তেওঁ প্ৰখৰ বুদ্ধি মত্তাৰ পৰিচয় দিব পাৰিছিল। সেই বয়সতে, পঢ়িবলৈ হাতত তুলি লোৱা যিকোনো ধৰণৰ এখন কিতাপৰ মাজত তেওঁ হেৰাই গৈছিল সম্পূৰ্ণভাৱে। আঠ বছৰ বয়সত তেওঁক ভিয়েনাৰ 'পাৰ্ল হাইস্কুল'ত ভৰ্তি কৰোৱা হয়। স্কুলৰ প্ৰথম পৰীক্ষাতে চিগমণ্ডে নিজ শ্ৰেষ্ঠতা প্ৰমাণ কৰি শ্ৰেণীৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰে আৰু ইয়াৰ পিছৰ আঠোটা বছৰে সেই স্কুলত সকলোবোৰ পৰীক্ষাতে তেওঁ সেই স্থান অটুট ৰাখে।

মাত্ৰ তেৰ বছৰ বয়সতে চিগমণ্ড আকৃষ্ট হয় জাৰ্মান সাহিত্য আৰু চেক্সপীয়েৰৰ ৰচনা সমূহৰ প্ৰতি। ১৪ বছৰ বয়সতেই পঢ়িবলৈ লয় হেগেল, চ'ফেনিয়াৰ, ফিক্টে, কান্ট আদিৰ দাৰ্শনিক ৰচনা সমূহ।

স্কুলীয়া শিক্ষা শেষ হোৱাৰ আগে আগে চিগমণ্ডে ভাবিছিল তেওঁ এজন দাৰ্শনিক হ'ব। কিন্তু স্কুলীয়া শিক্ষা সাং কৰি তেওঁ পঢ়িবলৈ ল'লে ডাক্তৰী।

ডাক্তৰী পঢ়িবৰ বাবে ভিয়েনা বিশ্ববিদ্যালয়ত ভৰ্তি হোৱাৰ লগে লগেই ফ্ৰয়েড পুনৰবাৰ জাতি বিদ্বেষৰ লক্ষ্য হৈ পৰে। অন্যান্য ইউৰোপীয় জাতিৰ

শিক্ষক ছাত্র সকলোৱেই ইহুদী চিগমণ্ডক নিকৃষ্ট জাতিৰ লোক বুলি গণ্য কৰি চিগমণ্ডৰ পৰা বিশেষ সম্মান দাবী কৰে। কিন্তু তেওঁলোকৰ এই অন্যায়পূর্ণ দাবী ফ্ৰয়েডে মানি নলয়। তেওঁ নিজকে ইহুদী বুলি আনতকৈ কোনো ক্ষেত্ৰতে নিকৃষ্ট বুলি ভাবিব নোৱাৰে।

ভিয়েনা বিশ্ববিদ্যালয়ত তেওঁ সেইকালৰ বিখ্যাত শৰীৰ বিজ্ঞানী আৰ্নষ্ট ব্ৰুকৰ সান্নিধ্য লাভ কৰে। আৰ্নষ্ট ব্ৰুকে সেই সময়ত ভিয়েনা বিশ্ববিদ্যালয়ত 'শৰীৰ বিজ্ঞান' বিষয়ত অধ্যাপনা কৰি থকাৰ লগতে বিষয়টোৰ ওপৰত গৱেষণাও চলাই আছিল। চিগমণ্ড ফ্ৰয়েডে ব্ৰুকৰ এই গৱেষণাৰ কামত সহায় কৰি দিছিল। কিন্তু বিজ্ঞানী ব্ৰুকৰ গৱেষণাৰ প্ৰতি ফ্ৰয়েডৰ মনোযোগ অধিক হৈ পৰাত তেওঁৰ বাকীবোৰ বিষয়ৰ পঢ়াত যথেষ্ট ব্যাঘাত জন্মে আৰু ইয়াৰ পৰিণতি হিচাপে ৫ বছৰৰ ভিতৰত শেষ কৰিবলগীয়া তেওঁৰ ডাক্তৰী শিক্ষা শেষ কৰোতে ৮ বছৰ সময় লাগে। বিশ্ববিদ্যালয়ৰ পৰা ডাক্তৰ হৈ ওলোৱাৰ পিছত ফ্ৰয়েডে 'ভিয়েনা জেনেৰেল হস্পিতেল'ত 'জুনিয়ৰ ৰেচিডেন্ট ফিজিচিয়ান'ৰ চাকৰিত যোগদান কৰে। এই চিকিৎসালয়ত চাকৰি কৰি থকা অৱস্থাত তেওঁ প্ৰভাৱান্বিত হয় আন এজন বিশ্ববিখ্যাত চিকিৎসা বিজ্ঞানী, মনস্তত্ত্ববিদ থিয়ড'ৰ মে'নাৰ্টৰ দ্বাৰা। এই প্ৰখ্যাত বিজ্ঞানীজনৰ তলত ফ্ৰয়েডে মানৱ শৰীৰৰ 'চেণ্ট্ৰেল নাৰ্ভাচ চিষ্টেম' সম্পৰ্কে অধ্যয়ন কৰিবলৈ লয়।

ডাক্তৰী এটা পেশা হিচাপে লৈ জন-সেৱাৰ লগতে টকা উপাৰ্জন কৰিবৰ বাবে ফ্ৰয়েডে তেতিয়ালৈকে লাভ কৰা চিকিৎসা শাস্ত্ৰৰ জ্ঞানেই নিশ্চিতভাৱে যথেষ্ট আছিল। পিছে তেওঁৰ জ্ঞানপিপাসা ইমানেই বেছি আছিল যে তেওঁ সেইখিনি শিক্ষা আহৰণতে সন্তুষ্ট নাথাকি স্নায়বিক ৰোগৰ ওপৰত অধিকতৰ জ্ঞান লাভৰ আশাৰে পেৰিচত বাস কৰা এই বিষয়ৰ বিশেষজ্ঞ জিন্ চাৰকতৰ ওচৰলৈ যায় ১৮৮৫ চনত।

স্নায়বিক ৰোগৰ বিশেষজ্ঞ আৰু গৱেষক জিন চাৰকতৰ লগত এবছৰ কাল কটাই ফ্ৰয়েডে ১৮৮৬ চনত ভিয়েনালৈ ঘূৰি আহে আৰু নিজাববীয়াকৈ 'প্ৰেক্টিচ চলাবলৈ লোৱাৰ লগতে গৱেষণাৰ কামো আৰম্ভ কৰে।

চিকিৎসক হিচাপে কাম আৰম্ভ কৰাৰ লগে লগেই চিগমণ্ড ফ্ৰয়েড পুনৰ তীব্ৰ সমালোচনাৰ পাত্ৰ হৈ পৰে। ফ্ৰয়েডৰ চিকিৎসা পদ্ধতিত প্ৰয়োগ কৰা, তেওঁৰ শিক্ষক 'চাৰকত' আৰু 'মেনাৰ্ট'ৰ পৰা ইতিপূৰ্বে আহৰণ কৰা সন্মোহনী শক্তিৰ প্ৰয়োগৰ বাবে তেওঁক 'ভিয়েনা মেডিকেল চচাইটি'য়ে 'ইনষ্টিটিউট অৱ চেৰিব্ৰেল এনাটমী'ৰ পৰা বহিৰ্ভূত কৰে। লগতে নিষিদ্ধ কৰে ফ্ৰয়েডৰ

প্ৰেক্টিচ। অৱশ্যে তৎসত্ত্বেও ফ্ৰয়েডৰ ওচৰলৈ ৰোগীৰ আহ্-যাহ্ থাকে। ফ্ৰয়েডে এইসকল ৰোগীৰ চিকিৎসা চলাই থকাৰ লগতে তেওঁৰ গৱেষণাও বাহাল ৰাখে। এনেকৈ ১৮৯৫ চনত ফ্ৰয়েডে তেওঁৰ গৱেষণাৰ প্ৰথম ফলাফল প্ৰকাশ কৰে 'Studies in Hysteria' নামৰ গ্ৰন্থত। এই গ্ৰন্থৰ বিষয়বস্তুৱে চিকিৎসা বিজ্ঞানৰ বুৰঞ্জীত সংযোজিত কৰে এক নতুন অধ্যায় 'Madical Psychology' (মেডিকেল চাইক'লজি)।

চিকিৎসাশাস্ত্ৰত ফ্ৰয়েডে উন্মোচন কৰা নতুন দিশটোৱে দেখুৱালে যে সকলোধৰণৰ স্নায়বিক অসুখৰ জন্মস্থান হ'ল মানুহৰ অৰ্দ্ধচেতন মন। সেয়ে এই ধৰণৰ অসুখৰ চিকিৎসা আৰু নিৰাময় কেৱল মনস্তাত্ত্বিক বিশ্লেষণেৰেহে সম্ভৱ হ'ব পাৰে। এনেকৈয়ে চিকিৎসাশাস্ত্ৰত 'Psychoanalysis' বা মনস্তাত্ত্বিক বিশ্লেষণ পদ্ধতিয়ে স্থান লাভ কৰিলে। অৱশ্যে পণ্ডিত মহলত ইয়াৰ সত্যাসত্যতাৰ ওপৰত বাদানুবাদ চলি থাকিল।

১৮৮৬ চনৰ শেষৰ ফালে ফ্ৰয়েডে তেওঁৰেই চিকিৎসাধীন এগৰাকী মহিলা মাৰ্থা বাৰনেইজক বিয়া কৰায়।

চিগমণ্ড ফ্ৰয়েড আবিষ্কৃত পৰৱৰ্তী কাৰ্যৰ সূত্ৰসমূহ হ'ল,— The Psychopathology of everyday life (1904). Wit and its relation to the unconcious আৰু Three contributions to the Theory of Sexuality (1905).

ইয়াৰ বাহিৰেও ১৯১৩ চনত ফ্ৰয়েডে ধৰ্মীয় অনুসন্ধানমূলক তেওঁৰ সৰ্বোৎকৃষ্ট ৰচনা 'টটেম এণ্ড টেবু' (Totem and Tabu) প্ৰকাশ কৰে।

ইতিমধ্যে জাৰ্মানিত নাজি শাসন আৰম্ভ হয় আৰু ইহুদী ফ্ৰয়েডৰ সকলোবোৰ ৰচনা জুইত পুৰি ভস্মীভূত কৰাৰ লগতে তেওঁৰ সকলোবোৰ সম্পত্তিও বাজেয়াপ্ত কৰা হয়। অকল ইয়াতেই ক্ষান্ত নাথাকি নাজি শাসনে ফ্ৰয়েডৰ পৰা কুৰি হাজাৰ পাউণ্ডৰ জৰিমনা দাবী কৰে। ফ্ৰয়েডৰ প্ৰশংসক গ্ৰীচৰ যুৱৰাজ জৰ্জে ফ্ৰয়েডৰ হৈ নাজি শাসকক এই টকা দিয়ে।

১৯৩৮ চনৰ ৪ জুনত ফ্ৰয়েডে লণ্ডনত উপস্থিত হয়। ইয়াৰ পোন্ধৰ মাহৰ পিছত ১৯৩৯ চনৰ ২৪ চেপ্তেম্বৰ তাৰিখে ৮৩ বছৰ বয়সত এই বিৰাট প্ৰতিভাবান ব্যক্তিজনাৰ ইহজীৱনৰ ওৰ পৰে।

# আৰ্নেষ্ট হেমিংওৱে

কুৰি শতিকাৰ বিশ্ব সাহিত্যত আৰ্নেষ্ট হেমিংওৱেৰ লিখনিৰ যি ব্যাপক প্ৰভাৱ পৰা দেখা যায় কোনো আগশাৰীৰ লিখকৰ লিখনিৰ ক্ষেত্ৰত সেইটো দেখা নাযায়। ইয়াৰ কাৰণ, সম্ভৱতঃ তেওঁৰ লিখনিৰ বলিষ্ঠতা।

হেমিংওৱেৰৰ সম্পূৰ্ণ নাম হ'ল— আৰ্নেষ্ট মিলাৰ হেমিংওৱে। তেওঁৰ জন্ম হয় ১৮৯৮ চনৰ ২১ জুলাই তাৰিখে চিকাগোৰ সমীপৱৰ্তী 'অ'ক পাৰ্কত। দেউতাক ক্লেৰেনচ্ হেমিংওৱে আছিল এজন খ্যাতনামা চিকিৎসক। মাক গ্ৰেচ হেমিংওৱে আছিল এগৰাকী বিখ্যাত গায়িকা।

সৰুৰে পৰা হেমিংওৱে আগ্ৰহী আছিল প্ৰাকৃতিক জগতখনৰ প্ৰতি। দিনটোৰ বেছিভাগ সময় হাবিয়ে বননিয়ে ঘূৰি ফুৰি নানান চৰাই-চিৰিকতি নিৰীক্ষণ কৰি গছ-বন-পাহাৰ-নদীৰ সৌন্দৰ্য উপভোগ কৰিয়েই কটাই দিছিল। ইয়াৰ লগতে তেওঁ ভালপোৱা আন দুটা কাম হ'ল— ককায়েকৰ সৈতে শহা চিকাৰ কৰিবলৈ যোৱা আৰু লিখা। হয়তো তেওঁৰ ভাল লগা বা কৰি ভাল পোৱা সকলোবোৰ কামৰ ভিতৰত লিখাটোৱেই আছিল সৰ্বাধিক প্ৰিয় কাম।

স্কুলীয়া শিক্ষা শেষ হোৱাৰ বহু পূৰ্বৰ পৰাই তেওঁ সকলো সময়তে এজন লিখক হোৱাৰেই সপোন দেখিছিল। সেয়ে স্কুলীয়া শিক্ষাৰ অন্তত দেউতাকে বিচৰামতে ডাক্তৰী পঢ়িবলৈ নগৈ গ'ল 'কানছাচ চিটি ষ্টাৰ' নামে কাকতত ৰিপ'ৰ্টাৰ হিচাপে যোগ দিবলৈ।

'কানছাচ চিটি ষ্টাৰ' কাকতৰ সম্পাদকে ১৬ বছৰীয়া হেমিংওৱেক পৰীক্ষা কৰি চাব খুজিলে। সেইদিনাই কানছাচ চহৰত এটা সাংঘাতিক অগ্নিকাণ্ডৰ ঘটনাই ইতিমধ্যে ধ্বংসাত্মক ৰূপ-ধাৰণ কৰিছে। হেমিংওৱেক সম্পাদকে এই অগ্নিকাণ্ডৰ বিষয়ে খবৰ সংগ্ৰহ কৰি লিখিবলৈ ক'লে। নতুন চাকৰি পোৱাৰ

উদাহৃত অগ্নিকাণ্ডৰ খবৰ সংগ্ৰহ কৰিবলৈ গৈ হেমিংওৱে জুইকুৰাৰ ইমান কাষ পালেগৈ যে জুইৰ ফিৰিঙতি আহি তেওঁৰ কাপোৰত পৰিলহি আৰু নতুনকৈ চিলাই লোৱা চুটযোৰ কেইবা ঠাইতো পুৰি নষ্ট কৰি পেলালে।

কুৰি মিনিট সময়ৰ পিছত ষ্টাৰ কাকতৰ সম্পাদকৰ সমুখত হেমিংওৱেৰ দ্বাৰা প্ৰস্তুত অগ্নিকাণ্ডৰ ৰিপ'ৰ্টটো ৰখা হ'ল। তাৰ এঘণ্টাৰ পিছত খবৰটো পুৱাৰ সংস্কৰণৰ প্ৰথম পৃষ্ঠাত ছপা হ'ল। হেমিংওৱেই যেনেদৰে লিখিছিল ঠিক তেনেদৰেই। লিখাটো সুন্দৰ হৈছিল। সম্পাদকে হেমিংওৱেক ইয়াৰ বাবে শলাগ জনালে। প্ৰত্যুত্তৰত হেমিংওৱেই ধন্যবাদ জনাই নিজৰ নষ্ট হোৱা নতুন চুটযোৰৰ কথা কলে কিজানি সম্পাদকে ইয়াৰ সলনি এযোৰ নতুন 'চুট' দিয়ে। কিয়নো তেওঁৰ চুটযোৰ নষ্ট হৈছে এই খবৰ সংগ্ৰহ কৰিবলৈ যোৱা অৱস্থাত। কাকতৰ সম্পাদকে হেমিংওৱেক বুজালে, 'চোৱা হেমিংওৱে.... জীৱনত কিবা কিবি পাবলৈ মাজে মাজে আমি বিপদৰ সন্মুখীন হ'ব লাগিব।'

এইবিষয়ে হেমিংওৱেই পিছত কৈছিল 'মোক সম্পাদকৰ কথাষাৰে সেইদিনা এটা কথা শিকালে, কিবা এটা সম্পূৰ্ণৰূপে হেৰুৱাই পেলাবৰ বাবে প্ৰস্তুত নোহোৱালৈকে কোনো বিপদৰ সন্মুখীন হ'ব নালাগে।' গোটেই জীৱনৰ বাবে হেমিংওৱেই কথাষাৰ মনত ৰাখিছিল।

উপৰোক্ত ঘটনাটোৰ কেইমাহমান পিছতে আমেৰিকা যুক্তৰাষ্ট্ৰ প্ৰথম বিশ্বযুদ্ধত জড়িত হৈ পৰিল। হেমিংওৱেই সৈন্য বাহিনীত ভৰ্তি হ'ব খুজিলে। পিছে তেওঁৰ দৃষ্টিশক্তি ক্ষীণ হোৱাৰ বাবে সৈনিক হোৱাৰ সুযোগ নাপালে আৰু তাৰ পৰিবৰ্তে তেওঁ স্থান পালে আমেৰিকান ৰেডক্ৰছত। তেওঁক ইটালীয় সীমান্তলৈ পঠোৱা হ'ল এজন এম্বুলেঞ্চ চালক আৰু ষ্ট্ৰেচাৰ বিয়েৰাৰ হিচাপে। ৰেডক্ৰচৰ চাকৰি কৰি থকা অৱস্থাত হেমিংওৱে মাৰাত্মকভাবে আহত হয় পিয়েভ নদীৰ পাৰৰ যুদ্ধ ক্ষেত্ৰত। যুদ্ধক্ষেত্ৰত প্ৰথমে তেওঁৰ গাত মৰ্টাৰৰ পৰা উফৰি অহা টুকুৰা এটাই সামান্য ধৰণৰ ক্ষত এটাৰহে সৃষ্টি কৰিছিল, কিন্তু শত্ৰুপক্ষৰ প্ৰচণ্ড আক্ৰমণৰ মাজতো তেওঁ সেই আঘাতৰ কথা পাহৰি গৈ এজন সৈনিকক বচাবলৈ যোৱা অৱস্থাত দ্বিতীয়বাৰ মেচিনগানৰ লক্ষ্য হৈ পৰে আৰু এইবাৰ গুৰুতৰভাবে আহত হয়।

ইয়াৰ পিছত তিনিমাহ কাল তেওঁ চিকিৎসালয়ত চিকিৎসাধীন অৱস্থাত কটাবলগীয়া হয়। এইখিনি সময়ৰ ভিতৰতে আৰ্নেষ্ট হেমিংওৱে প্ৰথমবাৰৰ বাবে প্ৰেমত পৰে, সেই চিকিৎসালয়ৰে এগৰাকী নাৰ্চৰ সৈতে। কিন্তু নাৰ্চ

গৰাকী তেওঁৰ সৈতে বিবাহত সোমাবলৈ অমান্তি হয়। কিন্তু বছৰৰ পিছত তেওঁৰ অমৰ সৃষ্টি 'এ ফেয়াৰৱেল টু আৰ্মছ' (A Fare well to Arms) নামৰ গ্ৰন্থত এই নাৰ্চ গৰাকীক কেথেৰীন বাৰ্কলে নামেৰে কেন্দ্ৰীয় চৰিত্ৰৰ হিচাপে চিত্ৰায়িত কৰা হয়।

যুদ্ধ শেষ হোৱাৰ পিছত হেমিংওৱে ঘৰলৈ উভতিল। কিন্তু সকলো পশ্চিমীয়া লিখকৰ দৰে হেমিংওৱেৰ বাবেও বেছিদিন একে ঠাইতে বহি থকাটো সম্ভৱ নাছিল। তেওঁ টৰণ্ট'ৰ এটা সম্ভ্ৰান্ত পৰিয়ালত ঘৰুৱা শিক্ষকৰ চাকৰি এটা যোগাৰ কৰি ললে আৰু এদিন চিকাগোৰ পৰা সুদূৰ টৰণ্ট' পালেগৈ। ইয়াত তেওঁৰ পৰিচয় ঘটে 'টৰণ্ট' ষ্টাৰ' কাকতৰ সম্পাদকৰ সৈতে আৰু সেই কাকতত লিখা মেলা কৰাৰ সুবিধা পায়। কিন্তু কিছুদিনৰ ভিতৰতে পুনৰ তেওঁৰ মনত ভ্ৰমণ বিলাসে ঠাই পায় আৰু চাকৰি বাকৰি সকলো বাদ দি টৰণ্ট'ৰ পৰা মিচিগান পায়গৈ।

১৯২০ চনত, মিচিগান পোৱাৰ কেইমাহমান পিছতে, তেওঁ বিয়া কৰায় তেওঁৰ প্ৰথমা পত্নী হেড্লীক। টৰণ্ট' এৰি গলেও 'টৰণ্ট' ষ্টাৰ' কাকতৰ বাবে তেওঁৰ লিখা মেলা চলি আছিল। ১৯২১ চনত তেওঁক এই কাকতৰ ফালৰ পৰা পেৰিচৰ প্ৰতিনিধি নিযুক্ত কৰা হয়।

পেৰিচলৈ অহাৰ পিছতে হেমিংওৱেই আৰু কবিতা লিখাত হাত দিয়ে। তেওঁৰ এই গল্প কবিতাসমূহ প্ৰকাশ কৰাৰ বাবে তেওঁক উৎসাহিত কৰে এজ্ৰা পাউণ্ড, গাৰট্ৰুত ষ্টেইন্ আদি প্ৰতিষ্ঠিত কবি সাহিত্যিক সকলে। এওঁলোকৰ প্ৰেৰণাৰ ফলত প্ৰকাশ পায় হেমিংওৱেৰ প্ৰথম পুথি 'থ্ৰী ষ্টৰীজ এণ্ড টেন পয়েমচ' (Three Stories and Ten Poems) । এই পুথি প্ৰকাশ পোৱাৰ কিছুদিনৰ ভিতৰতেই হেমিংওৱেৰ চুটি গল্প সংকলন 'ইন আওৱাৰ টাইম' (In Our Time) প্ৰকাশিত হয়।

এই সময়তে হেমিংওৱে দম্পতিৰ মাজলৈ আহে তেওঁলোকৰ প্ৰথম সন্তান। সন্তান জন্মৰ বাবে তেওঁলোক কিছুদিনৰ কাৰণে নিজ ঘৰলৈ যায়। ইতিমধ্যে 'টৰণ্ট' ষ্টাৰ' কাকতৰ সম্পাদকৰ সৈতে হোৱা এক বিবাদৰ অন্তত হেমিংওৱেই সেই চাকৰি ইস্তফা দিয়ে যদিও পেৰিচলৈ পুনৰ ঘূৰি আহে আৰু লিখক হিচাপে কৃতকাৰ্য হোৱাৰ সংকল্প লৈ তেওঁৰ প্ৰথম প্ৰকাশিত উপন্যাস 'দি চান অলচ' ৰাইজেচ' (The Sun Also Rises) ৰচনাৰ কামত হাত দিয়ে। তেওঁৰ এইখন উপন্যাস প্ৰকাশিত হয় ১৯২৫ চনত। লগে লগে

তেওঁ সমগ্ৰ ইংৰাজীভাষী পৃথিৱীখনৰ সৈতে পৰিচিত হৈ পৰে। উপন্যাসখনে তৎকালেই প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰে।

১৯২৭ চনত হেমিংওৱেৰ আন এটা চুটি গল্প সংকলন 'মেন উইদাউট উইমেন' (Man without woman) প্ৰকাশ পায়। এইবছৰৰ শেষৰ ফালে প্ৰথমা পত্নী হেড্‌লীৰ সৈতে তেওঁৰ বিবাহ বিচ্ছেদ ঘটে আৰু দ্বিতীয়া পত্নী প'লীনক বিয়া কৰায়।

ইয়াৰ দুবছৰমান পিছৰে পৰা হেমিংওৱেই তেওঁৰ পত্নী পুত্ৰসহ ফ্লৰিডাত থাকিবলৈ লয় আৰু তেওঁৰ সৰ্বকালৰ অমৰ সৃষ্টি 'এ ফেয়াৰৱেল টু আৰ্মচ' (A Farewell to Arms) ৰ ৰচনাত হাত দিয়ে। এই গ্ৰন্থৰ ৰচনাকালতে হেমিংওৱেৰ দেউতাকে ঋণৰ বোজা আৰু শাৰীৰিক অসুস্থতাৰ অসহনীয় অৱস্থাত আত্মহত্যা কৰে। পিতাকৰ এই কামে তেওঁক গভীৰভাৱে আলোড়িত কৰি থৈ যায়।

১৯৩১ চনত, তেওঁৰ তৃতীয় সন্তানটি জন্ম হোৱাৰ পিছৰে পৰা হেমিংওৱে কিউবাত থাকিবলৈ লয়। সাহসিকতা প্ৰদৰ্শনৰ ক্ষেত্ৰত শিল্পী সাহিত্যিকসকল বিশেষ উৎসাহী হোৱা দেখা নাযায়। কিন্তু হেমিংওৱেই তেওঁৰ সংঘাতপূৰ্ণ জীৱনৰ বহুতো বিপদসংকুল ক্ষণত অদম্য সাহসৰ পৰিচয় দি উত্তীৰ্ণ হৈছিল। তেওঁৰ এই পুৰুষ সুলভ সাহসী মনটোৰ প্ৰতিফলন ঘটিছে তেওঁৰ প্ৰায়বোৰ ৰচনাতে। হেমিংওৱেৰ লিখনিৰ এইটোৱেই প্ৰধান বৈশিষ্ট্য যে তেওঁ যিকোনো এটা বিষয়ত যেতিয়ালৈকে নিজে অভিজ্ঞতা অৰ্জন কৰা নাই তেতিয়ালৈকে সেই বিষয়টোক তেওঁৰ ৰচনাত স্থান দিয়া নাই। তেওঁৰ সত্যনিষ্ঠ সাহিত্য সৃষ্টিৰ এই আদৰ্শই তেওঁৰ সমসাময়িক আৰু পৰৱৰ্তী কালৰো বহুতো লিখকক প্ৰভাৱিত কৰিছে।

১৯৩৬ চনত মাৰ্কিন বাতৰি কাকত সংস্থা এটাৰ প্ৰতিনিধি হৈ তেওঁ স্পেইনলৈ যায়, সেই সময়ত স্পেইনত চলি থকা গৃহযুদ্ধৰ বাতৰি পৰিবেশনৰ বাবে। ইতিমধ্যে আৰ্নেষ্ট হেমিংওৱেই বিশ্বখ্যাতি অৰ্জন কৰিছে।

স্পেইনৰ গৃহযুদ্ধই তেওঁৰ মনত পুনৰ যি আলোড়নৰ সৃষ্টি কৰে তাৰেই ভাবানুভূতিৰ পৰা জন্ম পায় তেওঁৰ আন এখন বিখ্যাত গ্ৰন্থ 'ফৰ হুম দি বেল টলচ' (For whom the bell tolls) । স্পেইনৰ পটভূমিত ৰচিত আৰু স্পেইনৰ পৰাই প্ৰকাশিত তেওঁৰ এই গ্ৰন্থৰ ৰয়েলটিৰ বাবদ সেই দেশৰ চৰকাৰক ৪০,০০০ ডলাৰ দিবলগীয়া হয়। স্পেইনতে তেওঁ তৃতীয়বাৰৰ বাবে মাৰ্থা লেগহৰ্ণ নামে এগৰাকী মহিলাক বিয়া কৰায়।

১৯৪১ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰ দ্বিতীয় মহাসমৰত জড়িত হোৱাৰ সময়ত তেওঁ মাৰ্কিন চোৰাংচোৱা বিভাগৰ কামত নিযুক্ত হয়। এই সময়তো তেওঁ অপৰিসীম সাহসৰ পৰিচয় দি যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিৰ পৰা লাভ কৰে এখন প্ৰশস্তি পত্ৰ।

১৯৫০ চনত, মহাসমৰৰ পটভূমিত ৰচিত তেওঁৰ উপন্যাস 'এক্ৰচ্ দি ৰিভাৰ এণ্ড ইন টু দি ট্ৰিজ' (Across the River and in to the Tress) প্ৰকাশ হোৱাৰ কিছু পূৰ্বে তেওঁ চতুৰ্থবাৰৰ বাবে মেৰী নামৰ আন এগৰাকী মহিলাক বিয়া কৰায়। ইয়াৰ দুবছৰৰ পিছত ১৯৫২ চনত তেওঁৰ ন'বেল বঁটা বিজয়ী উপন্যাস অমৰ গ্ৰন্থ 'দি অ'ল্ড মেন এণ্ড দি চী' (The old Man and the Sea) প্ৰকাশিত হয়।

ইতিমধ্যে তেওঁ কিউবা ত্যাগ কৰি আইডাইত থাকিবলৈ লয় আৰু ইয়াতেই ১৯৬১ চনৰ ২ জুলাই তাৰিখে বন্দুকৰ গুলীৰে আত্মহত্যা কৰি নিজ জীৱনৰ ওৰ পেলায়। তেওঁৰ জীৱনৰ এই কৰুণ পৰিসমাপ্তিয়ে বিশ্ববাসীক সেইদিনা চমক খুৱাই তুলিছিল।

# ফেডেৰিকো গাৰ্চিয়া লৰকা

পৃথিৱীৰ দেশে দেশে সময়ান্তৰত একোজাক পৰিবৰ্তনৰ বতাহ বয়। সেই বতাহে সজাগ কৰি তোলে মানুহক। সোঁৱৰাই দিয়ে যে পৰিবৰ্তনৰ সময় সমাগত। এই পৰিবৰ্তন যিকোনো ক্ষেত্ৰতে হ'ব পাৰে যেনে কৃষি, শিল্প, সাহিত্য, ৰাজনীতি, বিজ্ঞান। এইবোৰ ক্ষেত্ৰত মানুহৰ মনৰ আওপুৰণি চিন্তাধাৰাৰ সলনি কৰি তাৰ ঠাইত এই পৰিবৰ্তনৰ বতাহে তেওঁলোকক অধিকতৰ প্ৰগতিৰ বাবে প্ৰদান কৰে নতুন দৃষ্টি, নতুন চিন্তাধাৰা। এনে অৱস্থাত একোখন দেশৰ শিল্পী সাহিত্যিক সকলে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা দেখা যায়। বিশেষভাবে এই পৰিবৰ্তন যেতিয়া ৰাজনৈতিক ক্ষেত্ৰত হয়। দেশৰ ৰাজনীতিত প্ৰত্যক্ষভাবে জড়িত নোহোৱাকৈও তেওঁলোকে দেশৰ সংকটাপন্ন অৱস্থাত জনগণক সঠিক মাৰ্গৰ সন্ধান দিয়ে। সামাজিক দায়বদ্ধতাৰ আদৰ্শক সাৰোগত কৰি সমাজক এনেকৈ নতুন পথৰ সন্ধান দিবলৈ যাওঁতে বহু সময়ত এনে শিল্পী সাহিত্যিক প্ৰতিক্ৰিয়াশীল শক্তিৰ হাতত বলি হয়।

স্পেইনৰ মহান সাহিত্যিক, শক্তিশালী কবি, নাট্যকাৰ ফেডেৰিকো গাৰ্চিয়া লৰকাৰ জীৱনৰো করুণ পৰিসমাপ্তি ঘটিছিল এনেকৈয়ে, মাত্ৰ ৩৮ বছৰ বয়সত।

১৮৯৮ চনত স্পেইনৰ গ্ৰেনাদাত লৰকাৰ জন্ম হয়। সেই বছৰতে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সৈতে হোৱা যুদ্ধত স্পেইনৰ শোচনীয় পৰাজয় ঘটে। এই পৰাজয়ৰ গ্লানিয়ে দেশৰ জনমানসত এক বিস্তৃত পৰিবৰ্তন আনে। এই পৰিবৰ্তন প্ৰতিফলিত হয় সাহিত্য- শিল্প-কৰ্ম সংস্কৃতি ইত্যাদিত। এই পৰিবৰ্তনৰ প্ৰভাৱ অন্যান্যৰ লগতে স্পেইনৰ সেইটো পৰিয়ালতো পৰিছিল, যিটো পৰিয়ালত জন্ম হৈছিল গাৰ্চিয়া লৰকাৰ। লৰকাৰ মাক আছিল এগৰাকী প্ৰসিদ্ধ পিয়ানো বাদিকা। তেওঁৰ আত্মীয় স্বজন সকলো আছিল বিশেষ বিশেষ ক্ষেত্ৰত থকা

এজন গৰাকী বিশিষ্ট ব্যক্তি। কোনোবা দাৰ্শনিক, কোনোবা এজন হয়তো শিল্পী। জন্মৰে পৰা লৰকা প্ৰতিপালিত হৈছিল এই পৰিবেশত।

অতি কম বয়সৰ পৰাই লৰকাৰ মন ঢাল খায় সাহিত্যৰ প্ৰতি। তেওঁ যেতিয়া প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ সেই সময়ত লৰকাই নাটক ৰচনাত হাত দিয়ে। তেওঁৰ ল'ৰাকালত লিখা সেই নাটক অভিনীত হয় তেওঁলোকৰ পৰিয়ালৰ মাজতে। তাৰ পিছত স্কুলীয়া শিক্ষা শেষ হোৱাৰ আগতেই লৰকা বিশেষভাবে আকৃষ্ট হয় স্পেইনৰ লোককলা আৰু জিপ্চী সংগীতৰ প্ৰতি। ইতিমধ্যে তেওঁৰ ৰচিত কবিতা আদি বিভিন্ন কাকত আলোচনীত প্ৰকাশ পাবলৈ ধৰে। তেওঁৰ ছাত্ৰ- জীৱনৰ প্ৰথম অৱস্থাৰ সৃষ্টিয়েই পঢ়ুৱৈ সমাজত যথেষ্ট সমাদৰ লাভ কৰে।

.বিংশ শতাব্দীৰ দ্বিতীয় দশকৰ আৰম্ভণি। তেতিয়াও স্পেইনৰ জনজীৱন পাৰ হৈছে পৰিবৰ্তনৰ প্ৰক্ৰিয়াটোৰ মাজেদি। যুৱক লৰকা ইতিমধ্যে এজন শক্তিশালী আধুনিক কবি হিচাপে প্ৰতিষ্ঠিত হৈছে।

এই সময়ছোৱাতে স্পেইনৰ শিক্ষা, সংগীত আৰু শিল্পকলাত সঞ্চাৰিত হৈছে এক নতুন চেতনা। কবিৰ কবিতাত, নাট্যকাৰৰ নাটকত, চিত্ৰকৰৰ চিত্ৰত চিত্ৰায়িত হৈছে এই নৱ-চেতনাৰ ভাব। স্পেইনৰ সামাজিক পৰিবৰ্তনৰ পথত লৰকাৰ কবিতা, লৰকাৰ নাটকে নতুন পোহৰ পেলাইছে। সৰ্বপ্ৰকাৰে নিপীড়িত জনৰ বাবে তেওঁৰ কবিতাই দিছে মুক্তিৰ বাৰ্তা। ইয়াৰ আগৰ প্ৰায় তিনিশ বছৰ কাল স্থবিৰ হৈ আছিল স্পেনীয় সাহিত্য। লৰকাৰ দৰে সাহিত্যিকসকলে সেই স্থবিৰতা ভাঙি দি সূচনা কৰে নতুন যুগৰ সাহিত্য।

১৯২৯-৩০ চনৰ ভিতৰত লৰকা কিছুদিনৰ বাবে আমেৰিকাত থাকিবলৈ লয়। এইখিনি সময়ত তেওঁৰ ওপৰত পশ্চিমীয়া সাহিত্যৰ 'চুৰিয়েলিজিমৰ' প্ৰভাৱ পৰে। এই ভাৱধাৰাত তেওঁ দেখিবলৈ পাইছিল ক্ৰুদ্ধ আক্ৰোশ, হতাশা আৰু শানিত বিদ্ৰুপৰ প্ৰতিচ্ছবি। ইয়াৰ পূৰ্ণ প্ৰতিফলন ঘটে তেওঁৰ নাটক আৰু কবিতাত। সামাজিক পৰিবৰ্তনৰ যি প্ৰভাৱ লৰকাৰ ওপৰত পৰিছিল, সেয়েই তেওঁৰ কাব্য সৃষ্টিৰ মূল কথা নহয়। তেওঁৰ সৃষ্টিত জীৱনৰ এটা মহৎ সুৰ প্ৰতিধ্বনিত হোৱা দেখা যায়। তেওঁৰ ৰচনাই পাঠকক সোঁৱৰাই দিয়ে অতীতৰ মহান কবি সকলৰ কথা।

মৃত্যুৰ কেইবছৰমানৰ আগৰে পৰা লৰকাই স্পেইনৰ প্ৰাচীন নাটক সমূহৰ বহুল প্ৰচাৰৰ চেষ্টা চলাবলৈ লয়। ইয়াৰ লগে লগে নিজেও কেৱল নাটক ৰচনাৰ কামতেই আত্মনিয়োগ কৰে। এই নাটকসমূহ ঠায়ে ঠায়ে অভিনীত

হোৱাৰ লগে লগে তেওঁ বিশ্বৰ আগশাৰীৰ নাট্যকাৰ সকলৰ মাজত স্থান লাভ কৰে।

লৰকাৰ ২৩ বছৰ বয়সত, ১৯২১ চনত তেওঁৰ প্ৰথম কবিতা সংকলন Libro de Poemas (Book of Poems) প্ৰকাশিত হয়।

স্পেইনৰ যাযাবৰ সকলৰ সংগীত আৰু যাযাবৰী জীৱন ধাৰাৰ দ্বাৰা প্ৰভাৱিত তেওঁৰ দ্বিতীয়খন কবিতা পুথি Deep Song প্ৰকাশ পায় ১৯২২ চনত।

লৰকাৰ জীৱন কালৰ ভিতৰত প্ৰকাশ পোৱা আৰু তেওঁক বিশ্ব সাহিত্যৰ দৰবাৰত প্ৰতিষ্ঠা প্ৰদান কৰা আন ৰচনা সমূহ হ'ল First Book of Gypsy Ballads, Lament for the Death of a Bullfighter and other Poems কবিতা পুথি, আৰু Mariana Pineda, Blood wedding, yerma বিয়োগান্ত আৰু হাঁহি-কান্দোনৰ নাটক Dona Rasita the Spinster, ইয়াৰ বাহিৰেও The House of Bernard Alba' আৰু হাস্যৰসৰ বিখ্যাত নাটক The Shoemakers Prodigious wife ১৯৩০ চনতে প্ৰকাশিত হয় যদিও ইংৰাজী ভাষালৈ অনুদিত হৈ ওলায় ১৯৪১ চনতহে।

স্পেইনৰ যাযাবৰী জীৱন আৰু সাধাৰণ শ্ৰেণীৰ মানুহৰ জীৱনৰ সপোন আৰু বাস্তৱৰ সংঘাত আছিল লৰকাৰ সৃষ্টিৰ প্ৰধান উপাদান।

লৰকা কেৱল স্পেইনৰেই প্ৰাণৰ কবি নহয়, তেওঁৰ কবিতাৰ ধ্বনি আৰু নাটকৰ সংলাপে পৃথিৱীৰ সকলোবোৰ দেশৰে ভৌগলিক সীমা চেৰাই সমগ্ৰ বিশ্ববাসীৰ মনতেই কাব্যৰ ৰসাস্বাদনৰ যি সুখানুভূতি বিলাই আহিছে সি বিশ্ব জনমানসতো লৰকাক অতি আপোন, অতি মৰমৰ কৰি তুলিছে।

১৯৩৬ চনত স্পেইনত হোৱা ভয়ংকৰ গৃহযুদ্ধৰ সময়ত এই বিৰাট প্ৰতিভাবান কবিসত্ত্বাক অতি নিৰ্মম, অতি নিষ্ঠুৰভাবে ৰাজনৈতিক স্বাৰ্থৰ বলি কৰা হয়। সেইদিনা আছিল আগষ্ট মাহৰ ১৯ তাৰিখ। ফ্ৰাংকৰ নেচনেলিষ্ট দলৰ ফেচীবাদীহঁতৰ ক্ৰুৰতাই নিশাৰ আন্ধাৰক অধিকতৰ অন্ধকাৰ কৰি তুলিছিল। সেই অন্ধকাৰৰ মাজেৰে বধ্যভূমিলৈ চোচোৰাই নিয়া হৈছিল লৰকাক। প্ৰথমতে বেয়নেটেৰে খুচি সংজ্ঞাহীন কৰা হৈছিল আৰু তাৰ পিছত গোটেই দেহতে গুলীবৰ্ষণ কৰি স্তব্ধ কৰা হৈছিল এই অতুলনীয় কবিৰ প্ৰাণৰ স্পন্দন।

লৰকাৰ জীৱনৰ এই কৰুণ পৰিসমাপ্তি বিশ্বৰ কবিতা প্ৰেমীৰ মনত আজিও ৰৈ আছে এক গভীৰ বেদনাদায়ক গাঁথা হিচাপে।

# হাৰ্বাৰ্ট জৰ্জ ওৱেলচ

ভৱিষ্যদ্ৰষ্টা, ঐতিহাসিক আৰু এক বিস্ময়কৰ সাহিত্যিক প্ৰতিভাৰ গৰাকী হাৰ্বাৰ্ট জৰ্জ ওৱেলচৰ জন্ম হৈছিল ইংলণ্ডৰ কেণ্ট্ নামে ঠাইৰ এটা অতি অভাৱী পৰিয়ালত ১৮৬৬ চনৰ ২১ চেপ্তেম্বৰ তাৰিখে। সেয়া আছিল ভিক্তোৰিয়ান যুগৰ শেষ অৱস্থাৰ ইংলণ্ড। লৰ্ড, আৰ্ল আদি ৰাজকীয় উপাধিধাৰী সম্ভ্ৰান্ত ব্যক্তিসকলৰ প্ৰাসাদ সমূহত তেতিয়াও দলে দলে লগুৱা-লিগিৰী ৰখাৰ ফেচন বিদ্যমান। এনে এটা সম্ভ্ৰান্ত পৰিয়ালৰেই লিগিৰী (maid servant) ৰ কামত ন্যস্ত আছিল হাৰ্বাৰ্ট ওৱেলচৰ মাক, শ্ৰীমতী জোচেফ ওৱেলচ। হাৰ্বাৰ্টৰ দেউতাক জোচেফ ওৱেলচ্ আছিল এজন পেশাদাৰী ক্ৰিকেট খেলুৱৈ। কিন্তু সেই কালত কেৱল ক্ৰিকেট খেলিয়েই জীৱন নিৰ্বাহ কৰিব পৰা নগৈছিল। সেয়ে জোচেফ ওৱেলচেও সেই একেটা পৰিয়ালৰ ফৰ্মাচ্ খাটি দিবলগীয়া হৈছিল। তথাপি, সংসাৰ চলিছিল অসহনীয় দুখ কষ্টৰ মাজত।

সেই অভাৱগ্ৰস্ত সংসাৰখনত চতুৰ্থ সন্তান হিচাপে হাৰ্বাৰ্ট আছিল অনাহূত। কিয়নো, সেই সময়তে আৰু এটা সন্তানৰ জন্ম হোৱা মানে খাবৰ বাবে আৰু এখন মুখৰ সৃষ্টি হোৱা। তথাপি, হাৰ্বাৰ্ট ওৱেলচৰো জন্ম হৈছিল, সেই দুৰৱস্থাৰ মাজতে।

ওৱেলচৰ জীৱনত এই অভাবগ্ৰস্ত সংসাৰখনৰ যি প্ৰভাৱ পৰিছিল, সি তেওঁক সমাজত মানুহ হিছাপে থিয় হোৱাৰ বাবে এক অনমনীয় দৃঢ়তা প্ৰদান কৰিছিল।

ওৱেলচ পৰিয়ালৰ থকা-মেলাৰ বাবে সুকীয়াকৈ এটা ঘৰ নাছিল। বন্ধনশালাটোৰ লগতে থকা এটা অলাগতিয়াল কোঠাতে বাস কৰিছিল জোচেফৰ পৰিয়ালে।

হাৰ্বাৰ্টৰ মাকৰ ঈশ্বৰৰ ওপৰত অচলা ভক্তি আছিল। তেওঁ ঈশ্বৰৰ ওচৰত

নিয়মিত প্ৰাৰ্থনা কৰিছিল। হাৰ্বাৰ্টে শিশু অৱস্থাৰে পৰা মাকৰ এই প্ৰাৰ্থনাবোৰ বৰ মন দি শুনিছিল আৰু এদিন গভীৰ ভাবে উপলব্ধি কৰিছিল ইয়াৰ নিষ্ফলতা আৰু লগে লগে ধৰ্ম, ঈশ্বৰ আদিৰ অন্ধ ধাৰণাবোৰ বিসৰ্জন দিছিল তেওঁৰ মনৰ পৰা।

হাৰ্বাৰ্ট শিশু অৱস্থাৰ পৰাই বৰ দুৰ্বল আৰু ক্ষীণকায় আছিল। তেওঁৰ মাক-দেউতাকে যিঘৰ মানুহৰ ঘৰত চাকৰি কৰিছিল সেই পৰিয়ালৰে এজন সদস্যাই এদিন ৯/১০ বছৰ বয়সীয়া হাৰ্বাৰ্টক ডাঙি লৈ 'এইটো কাৰ ল'ৰা' বুলি ওপৰলৈ দলি মাৰি পঠিয়ালে। কিন্তু কিবা অন্যমনস্কতাৰ বাবে তললৈ পৰি যোৱা অৱস্থাত হাৰ্বাৰ্টক ধৰি ৰাখিব নোৱাৰিলে। ফলত, মাটিৰ ওপৰত পৰি যোৱা হাৰ্বাৰ্টৰ ভৰি এখনত প্ৰচণ্ড আঘাত লাগে। ইয়াৰ কাৰণে তেওঁ সুদীৰ্ঘ ৪ মাহ কাল বিছনাত পৰি কটাবলগীয়া হয়। কিন্তু সেই ঘৰৰ গৃহিনীয়ে বিছনাত পৰি থকা হাৰ্বাৰ্টৰ বাবে নানান সুস্বাদু ফল-মূল আৰু বিভিন্ন বিষয়ৰ কিতাপ পত্ৰাদি যোগান ধৰে। দুৰ্দশাগ্ৰস্ত ওৱেলচ্ পৰিয়ালৰ ল'ৰা হাৰ্বাৰ্টৰ বাবে সেই ফলমূল খাবলৈ পোৱাটো আছিল পৰম ভাগ্যৰ কথা। যেন স্বৰ্গসুখৰ আস্বাদন। কিন্তু হাৰ্বাৰ্ট জৰ্জ ওৱেলচ্‌ৰ বাবে বিনামূলীয়াকৈ পোৱা সেই অমূল্য গ্ৰন্থসমূহ পঢ়িবলৈ পোৱাটো তাতোকৈও ডাঙৰ কথা আছিল। তেওঁৰ আত্মজীৱনীমূলক গ্ৰন্থত এই বিষয়ে উল্লেখ কৰি কৈছে যে তেওঁৰ সেই ভঙা ভৰিটো তেওঁৰ বাবে আশীৰ্বাদ স্বৰূপ আছিল। কিয়নো, ইয়াৰ বাবে তেওঁৰ যিবোৰ কিতাপ পত্ৰাদি পঢ়াৰ সৌভাগ্য ঘটিল— সিয়েই তেওঁৰ জীৱনৰ গতি সলনি কৰি পেলাইছিল। নহলে হয়তো কাপোৰৰ দোকানৰ সহকাৰী হিচাপেই তেওঁ জীৱন অতিবাহিত কৰিব লাগিলহেঁতেন।

জোচেফ ওৱেলচ্‌ৰ সংসাৰখনৰ অভাৱ অনাটনৰ জোৰা মাৰিবলৈ হাৰ্বাৰ্টে ১৪ বছৰ বয়সতে পঢ়া-শুনা এৰি এখন কাপোৰৰ দোকানত সহকাৰীৰ চাকৰিত সোমায়। তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে কৰা সেই চাকৰিত অৱশ্যে তেওঁ বেছিদিন তিষ্ঠি থাকিব নোৱাৰিলে। ইয়াৰ পিছত অ'ত ত'ত তেওঁ আৰু দুই এটা চাকৰি কৰিছিল। কিন্তু সকলো সময়তে তেওঁৰ প্ৰধান চিন্তা আছিল যে জীৱনৰ মহৎ আকাংক্ষা পূৰ্ণ কৰিবলৈ তেওঁক শিক্ষাৰ প্ৰয়োজন। তেওঁ যিকোনো উপায়েৰে সেই উচ্চ শিক্ষা লাভৰ বাবে সংকল্পবদ্ধ হ'ল আৰু অনেক কষ্টকৰ দিন আৰু সুদীৰ্ঘ প্ৰতীক্ষাৰ অন্তত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা ১৮৯৪ চনত বি,এচ্,চি ডিগ্ৰী লাভ কৰিছিল। কিন্তু ইতিমধ্যেই তেওঁ সাহিত্য ক্ষেত্ৰত যথেষ্ট

সুনাম অৰ্জন কৰিছিল— 'The Saturday Review' আৰু 'Pall Mall Gazette' পত্ৰিকাত প্ৰকাশিত তেওঁৰ চুটি গল্প আৰু অন্যান্য প্ৰবন্ধ পাতিৰ যোগেদি। এই একে বছৰতে 'Pall Mall Gazette' নামৰ আলোচনীখনে হাৰ্বাৰ্ট ওৱেলচ্ ৰচিত প্ৰথম বিজ্ঞানভিত্তিক উপন্যাস 'The Time Machine' প্ৰকাশৰ বাবে লয় আৰু ইয়াৰ বাবে ওৱেলচ্‌ক এশ পাউণ্ড পাৰিশ্ৰমিক প্ৰদান কৰে।

'The Time Machine' প্ৰকাশ পোৱাৰ প্ৰায় লগে লগেই হাৰ্বাৰ্ট ওৱেলচে লাভ কৰে আন্তৰ্জাতিক খ্যাতি, যদিও এইখন তেওঁৰ ৰচিত প্ৰথম উপন্যাস আছিল।

১৮৯৫ চনৰ পৰা ১৮৯৭ চনলৈ মাত্ৰ দুটা বছৰৰ ভিতৰতে ওৱেলচৰ 'The Stolen Bacillus', 'The Island of Dr. Morean', 'The war of the worlds' আৰু 'The Invisible Mac.— এই চাৰিখন বিখ্যাত গ্ৰন্থ প্ৰকাশ পায়। ইয়াৰ বাহিৰেও When the Sleeper wakes আৰু Love and Mr. Lewisham অৰ কামো প্ৰায় একে সময়তে সম্পূৰ্ণ কৰে। কি প্ৰচণ্ড গতিত এইচ্, জি, ওৱেলচে লিখিব পাৰিছিল ই তাকেই প্ৰমাণ কৰে।

সেই সময়ৰ আন কেইগৰাকীমান বিশ্ববিখ্যাত লিখক সাহিত্যিক কনৰাড হেন্ৰী জেমচ্, মেডক্স ফৰ্ড, চেষ্টোৰটন আৰ্নলড বেনেট আৰু সৰ্বোপৰি শ্ব'ৰ সান্নিধ্য লাভ কৰা এইচ, জি, ওৱেলচে মাত্ৰ ৩০ বছৰ বয়সৰ ভিতৰতেই তেওঁৰ অতুলনীয় সাহিত্য কীৰ্তিৰ দ্বাৰা বৌদ্ধিক জগতৰ এক বিশিষ্ট স্থান অধিকাৰ কৰে।

ওৱেলচে তেওঁৰ লিখনি সমূহৰ দ্বাৰাই বিজ্ঞান আৰু শিল্পক্ষেত্ৰত ভৱিষ্যতে দেখা দিব পৰা বিপদৰ বিষয়ে সকীয়নি দি যিবোৰ সমস্যালৈ আঙুলিয়াই দিছিল— আজিৰ পৃথিৱীখনত সেই সেই ক্ষেত্ৰত সেইবোৰেই প্ৰধান সমস্যা হৈ দেখা দিছে।

ওৱেলচৰ ৰচনাৰ কেন্দ্ৰীয় চৰিত্ৰ সমূহৰ প্ৰায় প্ৰতিটি চৰিত্ৰই আছিল একোজন সাধাৰণ মানুহ। যেনে— 'কিপচ্', 'বাৰ্ট স্মলৱেইজ', 'মি:পলি', 'মিলিউবিকেম।' এই ধৰণৰ চৰিত্ৰ সৃষ্টিৰ মূলতে আছিল ওৱেলচৰ জীৱনৰ সৈতে থকা গভীৰ আত্মিক সম্পৰ্ক। সমাজৰ অন্যায় অবিচাৰ আদিৰ বিৰুদ্ধে তেওঁৰ মনত যি তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল তাৰ প্ৰতিফলন ঘটিছিল তেওঁ সৃষ্টি কৰা চৰিত্ৰবোৰৰ জীৱনালেখ্যত।

১৯০০ চনৰ পৰা ১৯১৮ চনৰ ভিতৰত লিখা তেওঁৰ Love and Mr. Lewishan, Kipps, Tons-Bungay, Arn veronica, The History of Mr Polly, The Passionate Friends, আৰু Joan and Peter. এই কেইখন কিতাপে ৱেলচ্‌ৰ বৈশিষ্ট্যপূৰ্ণ প্ৰতিভাৰ পৰিচয় প্ৰদান কৰে। তেওঁৰ এই ৰচনা সমূহৰ নায়কসকলে যন্ত্ৰযুগৰ বন্দিত্বৰ পৰা নিজে মুক্ত হোৱাৰ বাবে, মানৱতাক মুক্ত কৰাৰ বাবে সংগ্ৰাম চলাইছে।

যি সমস্যা জৰ্জৰিত অৱস্থাৰ মাজেৰে তেওঁ দ'ৰা কালত প্ৰতিপালিত হৈছিল সেই অৱস্থাৰ প্ৰভাৱে তেওঁক এজন প্ৰকৃত সমাজবাদী কৰি গঢ়ি তোলে আৰু এসময়ত তেওঁ বাৰ্ণাৰ্ড শ্ব, চিডনী, বিয়েত্ৰিচ ওৱেব আৰু লৰ্ড অলিভাৰৰ নেতৃত্বত সংগঠিত ইংলণ্ডৰ 'ফেবিয়ান ছচাইটি'ত যোগদান কৰে। কিন্তু ফেবিয়ান ছচাইটি অৰ্থাৎ সমাজবাদী সংঘৰ কেতবোৰ ভুল ত্ৰুটিলৈ আঙুলিয়াই দিয়া 'The Faults of the Fabians' শিৰোনামাৰে ওৱেলচে লিখা এটি প্ৰবন্ধ প্ৰকাশ পোৱাৰ লগে লগেই তেওঁ সংঘৰ নেতা সকলৰ অপ্ৰিয় হৈ পৰে।

প্ৰথম বিশ্বযুদ্ধৰ সময়ত ৰচিত 'Mr. Brtling sees It Through' হাৰ্বাৰ্ট ওৱেলচ্‌ৰ আন এখন অতি জনপ্ৰিয় পুথি। ইয়াত তেওঁ ইংৰাজ সকলৰ ওপৰত, যুদ্ধৰ প্ৰতিক্ৰিয়া সম্পৰ্কে সবিস্তাৰ বৰ্ণনা দিছে।

জীৱনৰ শেষৰ ফালে হাৰ্বাৰ্ট ওৱেলচে ইতিহাস প্ৰণয়নৰ কামত হাত দিয়ে আৰু প্ৰথম বিশ্বযুদ্ধ ওৰ পৰাৰ পিছতেই তেওঁৰ যুগমীয়া কীৰ্তি The Outline of History আৰু A short History of the world প্ৰকাশ হৈ ওলায়।

ওৱেলচ্‌ৰ 'The Outline of History' ত সন্নিবিষ্ট তথ্যসমূহে 'ইতিহাস' বিষয়টোৰ ওপৰত নতুনকৈ আলোকপাত কৰে আৰু ইয়াৰ কেতবোৰ নতুন দিশ উন্মোচন কৰি দেখুৱায়।

ইয়াৰ পিছতো ওৱেলচে জীৱনৰ বাকী দিনকেইটা লিখা মেলা কৰিয়েই কটায়। অৱশ্যে তেওঁৰ শেষ জীৱনৰ ৰচনাসমূহে আগৰ ৰচনা সমূহৰ সমানে জনপ্ৰিয়তা অৰ্জন কৰিব নোৱাৰিলে।

১৯৪৬ চনৰ আগষ্ট মাহত একেধাৰে সাহিত্যিক, বুৰঞ্জীবিদ আৰু ভৱিষ্যদ্ৰষ্টা এই মহান ব্যক্তিজনাৰ ইহজীৱনৰ অন্ত পৰে।

# উইলিয়াম ছমাৰছেট্ মম

পেৰিছৰ ব্ৰিটিছ দূতাবাসৰ ছলিচিটৰ ৰবাৰ্ট মমৰ ষষ্ঠ আৰু নুমলীয়া সন্তান উইলিয়াম ছমাৰছেট মমৰ জন্ম হয় ১৮৭৪ চনৰ ২৫ জানুৱাৰী তাৰিখে। ছমাৰছেট মমৰ জন্মৰ পূৰ্বেই অৱশ্যে তেওঁৰ দুজন ককায়েকৰ মৃত্যু হৈছিল। তাৰ পিছত, তেওঁৰ ৮ বছৰ বয়সত তেওঁৰ মাকৰ মৃত্যু হয় আৰু ছমাৰছেটৰ বয়স যেতিয়া ১০ বছৰ, তেতিয়া মৃত্যু হয় তেওঁৰ দেউতাক ৰবাৰ্ট মমৰ।

দহ্ বছৰ বয়সতে পিতৃ-মাতৃৰ আদৰ যত্নৰ পৰা বঞ্চিত হোৱা ছমাৰছেটক প্ৰতিপাল কৰিবৰ বাবে, সেই সময়ত কেন্ট্ চহৰৰ এটা গীৰ্জাৰ ধৰ্ম যাজক হৈ থকা তেওঁৰ খুৰাক ৰেভাৰেণ্ড হেনৰি মমে লৈ যায়।

নি:সন্তান হেনৰি মম আৰু তেওঁৰ পৰিবাৰৰ ইতিমধ্যে জীৱনৰ আদ বয়স পাৰ হৈছিল ল'ৰা-ছোৱালীৰ জঞ্জাল নোপোৱাকৈয়ে। সেয়ে তেওঁলোকে নাজানিছিল ছমাৰছেটৰ বয়সৰ শিশু এটিৰ প্ৰতি কেনে ধৰণৰ ব্যৱহাৰ কৰিব লাগে। ইফালে কিছু পৰিমাণে শাৰীৰিক অসুস্থতাত ভুগি থকা ছমাৰছেটক তেওঁলোকে সম্পূৰ্ণৰূপে বুজি উঠিবও পৰা নাছিল। ছমাৰছেটেও মুখ ফুটাই একো নকৈছিল। খুৰাক বা খুৰীয়েকে কেতিয়াবা কিবা কামৰ বাবে পাচিলে, শাৰীৰিক দুৰ্বলতাৰ বাবে তেওঁ যদি সেই কাম কৰিব নোৱাৰিছিল তেতিয়া খুৰাক-খুৰীয়েকে তেওঁক অবাধ্য বুলি ধৰি লৈছিল বা কেতিয়াবা এলেহুৱা বুলি কৈছিল।

মাক-দেউতাক জীয়াই থকা অৱস্থাত ছমাৰছেটৰ প্ৰতি কোনো কথাতে আদৰ যত্নৰ ত্ৰুটি হোৱা নাছিল। পিতৃস্নেহ-মাতৃস্নেহৰ লগতে শিশু এটিয়ে বিচাৰিব পৰা সকলোবোৰ বস্তু তেওঁ উভৈনদীকৈ পাইছিল। খেলিবৰ বাবে নানান ধৰণৰ খেলনা-পুতলা আৰু পঢ়িবৰ বাবে বিভিন্ন বিষয়ক কিতাপ পত্ৰাদি, একোৰে অভাৱ নাছিল তেওঁৰ।

ধৰ্ম যাজকৰ ঘৰত খেলা বস্তুৰ কথাটো বাদেই, তেওঁলোকৰ ধৰ্মীয় পুথি বাইবেলখনৰ বাহিৰে আন কোনো বাহিৰা কিতাপ পত্ৰ পঢ়াৰ অনুমতি নাপাইছিল শিশু ছমাৰছেটে।

ছমাৰছেটে কথা কওঁতে অলপ খোনাইছিল। স্কুলত ভৰ্তি হোৱাৰ পিছত তেওঁৰ এই দোষটোৰ বাবে তেওঁ সহপাঠী সকলৰ ঠাট্টা-বিদ্ৰুপৰ পাত্ৰ হৈছিল।

সেই স্কুলৰ পৰা পাছ কৰি ওলোৱাৰ পাছত ছমাৰছেট জাৰ্মানিৰ হিডেলবাৰ্গ বিশ্ববিদ্যালয়ত ভৰ্তি হয়। জাৰ্মানিৰ এই বিশ্ববিদ্যালয়ত ভৰ্তি হোৱাৰ সময়ৰে পৰা ছমাৰছেটৰ জীৱনলৈ এক বিৰাট পৰিবৰ্তন আহে। এই বিশ্ববিদ্যালয়ৰ সুন্দৰ শৈক্ষিক পৰিবেশৰ মাজত তেওঁৰ সাহিত্য শিল্প-কলাৰ পৃথিৱীখনৰ সৈতে গভীৰ সম্পৰ্ক গঢ়ি উঠে।

জাৰ্মানিত অৰ্জন কৰা অভিজ্ঞতাৰ ভিত্তিতেই তেওঁ সংকল্প লয় এজন লেখক হোৱাৰ। তথাপি, জাৰ্মানিৰ পৰা ঘূৰি অহাৰ পিছত তেওঁ খুৰাকৰ ইচ্ছানুযায়ী, ১৮ বছৰ বয়সত ছেইণ্ট্ টমাছ মেডিকেল স্কুলত স্থায়ী ছাত্ৰ হিছাপে ভৰ্তি হয়।

চিকিৎসাবিদ্যা গ্ৰহণ কৰি থকা সময়খিনিৰ ভিতৰতো ছমাৰছেটে মনে মনে লেখক হিছাপে আত্মপ্ৰকাশ কৰাৰ তেওঁৰ যি লক্ষ্য, সেই লক্ষ্যত উপনীত হোৱাৰ প্ৰস্তুতি চলাই থাকে। তেওঁ বেছিভাগ আজৰি সময় ইংৰাজী আৰু অন্যান্য ইউৰোপীয় সাহিত্যৰ চৰ্চাতেই কটায়। ইয়াৰ উপৰিও তেওঁ অধ্যয়ন কৰা প্ৰতিখন গ্ৰন্থৰেই চৰিত্ৰ সমূহৰ বিষয়ে একোটাকৈ টোকা লিখি যায় আৰু গল্পৰ পটভূমি আদি নিৰ্বাচনৰ ক্ষেত্ৰত প্ৰয়োজনীয় কেতবোৰ গুৰুত্বপূৰ্ণ কথাও ইয়াৰ লগতে সন্নিবিষ্ট কৰি ৰাখে।

চিকিৎসা বিদ্যালয়ত পঢ়াৰ লগতে, তেওঁ কেৰেণীৰ চাকৰি এটাও কৰি থাকে। ইয়াৰ পৰা তেওঁৰ এটা আছুতীয়া উপাৰ্জন হোৱাৰ উপৰিও মানুহৰ শাৰীৰিক মানসিক যন্ত্ৰণা-দুখ বেদনাবোধ আদিৰ একোখন স্পষ্ট ছবি মনৰ গভীৰতাত সাঁচি ৰখাৰ সুবিধা পায়।

সেইবোৰ ছবিয়েই তেওঁৰ ভবিষ্যৎ জীৱনৰ ৰচনা সমূহত প্ৰতিফলিত হয়। জনজীৱনৰ সুখ-দুখ, আনন্দ-বেদনা প্ৰকৃতভাৱে চিত্ৰায়িত হোৱা সেইসমূহ সমৃদ্ধ ৰচনা সমাদৃত হয় পৃথিৱীৰ দেশে দেশে।

ছেইণ্ট টমাছ চিকিৎসা বিদ্যালয়ৰ শিক্ষা সাং কৰি ছমাৰছেট মমে ৰয়েল কলেজ অব ফিজিচিয়ান (Royal College of Physician) আৰু ৰয়েল

কলেজ অব ছাৰ্জনচ্ (Royal College of Surgeons) ৰ স্বীকৃতি লাভ কৰি 'প্ৰেক্‌টিচ' কৰাৰ যোগ্যতা অৰ্জন কৰে। সেই একে বছৰতে প্ৰকাশ পায় তেওঁৰ প্ৰথম উপন্যাস 'লিজা অব লেমবেথ' (Liza of Lambath) তেতিয়া ছমাৰছেট মমৰ বয়স ২৩ বছৰ। তেওঁৰ এই গ্ৰন্থই বৰ বেছি অসাধাৰণত্ব দাবী কৰিব পৰা নাছিল যদিও ই তেওঁৰ মনলৈ আনি দিছিল আত্ম প্ৰত্যয়ৰ ভাব আৰু সেই আত্ম প্ৰত্যয়ৰ বলতেই তেওঁ এজন সাহিত্যিক হিছাপে থিয় হোৱাৰ উদ্দীপনা লাভ কৰিছিল।

'লিজা অব্ লেমবেথ্' (Liza of Lambath) প্ৰকাশ হৈ ওলোৱাৰ পিছতেই তেওঁ দীঘলীয়া বিদেশ ভ্ৰমণলৈ ওলায়। এই ভ্ৰমণত তেওঁ ইউৰোপৰ প্ৰায় সকলোবোৰ দেশলৈ যায় আৰু তেওঁৰ ভৱিষ্যৎ লিখনি সমূহৰ বাবে অভিজ্ঞতা আহৰণ কৰে।

১৮৯৭ চনৰ পৰা ১৯০৮ চনলৈ দহ বছৰ কাল তেওঁ পেৰিছত বাস কৰে। পেৰিছত থকা সময়ছোৱাত তেওঁ নিজৰ লিখনিৰ যোগেদি বছৰি এশ পাউণ্ড মানকৈ উপাৰ্জন কৰে। তেওঁৰ এইখিনি সময়ত প্ৰকাশিত আৰু মঞ্চস্থ হোৱা দুখন নাটকে জনসমাজৰ ভূয়সী প্ৰশংসা লাভ কৰে। এই দুখন নাটক হ'ল 'এ মেন অব অনাৰ' আৰু 'লেডী ফ্ৰেডেৰিক।' এই দুখন নাটকৰ সাফল্যৰ পিছত তেওঁৰ ৰচিত আন তিনিখন নাটক 'জেকষ্ট্ৰ' 'মিছেছ উদ' আৰু 'দি এক্স প্ল'ৱাৰ' লণ্ডন চহৰৰ মঞ্চ সমূহত একে সময়তে মঞ্চস্থ হয় আৰু ছমাৰছেট মম হৈ পৰে ঘৰে ঘৰে পৰিচিত এটা নাম। প্ৰথম বিশ্বযুদ্ধ আৰম্ভ হোৱাৰ আগে আগে মমে আৰু পাঁচখন নাটক লিখি সম্পূৰ্ণ কৰে।

১৯১২ চনত ছমাৰছেট মমে আৰম্ভ কৰে তেওঁৰ বিখ্যাত গ্ৰন্থ 'অব্ হিউমেন বণ্ডেজ' ৰচনাৰ কাম। মমৰ এই মহৎ গ্ৰন্থ প্ৰকাশ হৈ ওলায় ১৯১৫ চনত। একে সময়তে, তেওঁৰ আন এখন বিশ্ববিখ্যাত গ্ৰন্থ 'দি মুন এণ্ড চিক্স পেন্স' প্ৰকাশ পায়।

১৯১৬ চনত ছমাৰছেট মমে বিখ্যাত চিকিৎসক ডাক্তৰ বাৰ্ণাৰ্ডৰ কন্যা চিৰিক বিয়া কৰায়। তেতিয়া মমৰ বয়স ৪২ বছৰ। কিন্তু তেওঁৰ বিবাহিত জীৱন হৈ পৰে বিষময় আৰু মাত্ৰ দহ বছৰৰ বিবাহিত জীৱনৰ পিছতে পত্নীৰে সৈতে ১৯২৭ চনত তেওঁৰ বিবাহ বিচ্ছেদ ঘটে।

১৯২১ চনৰ পৰা ১৯৩১ চনৰ দহ বছৰ কাল তেওঁ বিশ্বৰ বিভিন্ন দেশ ভ্ৰমণ কৰে আৰু ইয়াৰ ভিতৰতে ৰচনা কৰি উলিয়ায় বিখ্যাত হাস্যৰসৰ

নাটক 'দি চাৰ্কল', 'দি কনষ্টেন্ট', 'ওৱাইফ' আৰু 'দি ব্ৰেড্‌উইনাৰ' বিদেশী পটভূমিত ৰচিত তেওঁৰ বিখ্যাত গল্পসমূহ; প্ৰথম শ্ৰেণীৰ ভ্ৰমণ কাহিনীৰ কিতাপ 'দি জেন্টেলমেন ইন দি পাৰলৰ' আৰু হোৱাইট্টেবলত কটোৱা তেওঁৰ আগ বয়সৰ জীৱনৰ বিষয়ে ৰচিত বিশ্ববিখ্যাত উপন্যাস 'কেক্‌চ্ এণ্ড এল।' সমালোচক সকলে মমৰ এই উপন্যাসখনক তেওঁৰ সমূহ ৰচনাৰ শীৰ্ষস্থানীয় বুলি আখ্যা দিয়ে।

১৯২৮ চনত মমে মণ্টেকাৰ্লৰ ওচৰৰ 'কেপ ফেৰাট' নামে ঠাইত এটা ঘৰ কিনি বসবাস কৰিবলৈ লয়। ইয়াৰ পৰাই তেওঁ প্ৰতি বছৰে এবাৰ বা দুবাৰ পৃথিবী ভ্ৰমণৰ বাবে যায়।

দ্বিতীয় বিশ্বযুদ্ধত জাৰ্মান সেনাই ফ্ৰান্স আক্ৰমণ কৰাৰ সময়ত ছমাৰছেট মমে তেওঁৰ ফ্ৰান্সৰ ঘৰ-দুৱাৰ এৰি থৈ ইংলণ্ডলৈ যায়। ইংলণ্ডত তেওঁক ব্ৰিটিচ প্ৰচাৰ বিভাগৰ মন্ত্ৰী দাফ কুপাৰে এটা সদিচ্ছামূলক প্ৰচাৰ অভিযানৰ নেতৃত্ব দি যুক্তৰাষ্ট্ৰলৈ পঠিয়ায়।

১৯৪৬ চনত যুদ্ধোত্তৰ ফ্ৰান্সলৈ ঘূৰি আহি তেওঁ এৰি থৈ যোৱা ঘৰটো মেৰামতি কৰি পুনৰ তাত বাস কৰিবলৈ লয়। সেই সময়ৰ পৰা ১৯৫০ চনৰ ভিতৰত তেওঁ ৰচনা কৰি উলিয়ায় তেওঁৰ সৰ্বোৎকৃষ্ট সাহিত্য সৃষ্টি 'দি ৰেজৰছ এজ।' এইখন আছিল তেওঁৰ শেষ উপন্যাস। ইয়াৰ পিছৰ দহ বছৰত তেওঁ সাহিত্য সমালোচনাৰ বহু সংখ্যক প্ৰবন্ধপাতি ৰচনা কৰে। এই প্ৰবন্ধৰাজিৰ সংকলন 'পইন্টছ অব ভিউ' প্ৰকাশ পায় ১৯৫৮ চনত।

একেধাৰে নাট্যকাৰ, ঔপন্যাসিক আৰু সাহিত্য সমালোচক হিচাপে বিশ্ব সাহিত্য দৰবাৰৰ প্ৰথম শাৰীৰ আসনত আসীন উইলিয়াম ছমাৰছেট মমে ৯১ বছৰ বয়সত ফ্ৰান্সৰ তেওঁৰ নিজ বাস ভৱনত শেষ নিশ্বাস ত্যাগ কৰে ১৯৬৫ চনৰ ডিচেম্বৰ মাহত।

মৃত্যুৰ বহু পূৰ্বেই ১৯৫০ চনতে তেওঁ ইংলণ্ডত এটি পুঁজি গঠন কৰি প্ৰতিবছৰে একোজন উদীয়মান ইংৰাজ লেখকক যোগ্যতা অনুসৰি পাঁচ শ পাউণ্ডৰ একোটা বঁটা প্ৰদান কৰাৰ ব্যৱস্থা কৰে। ইয়াৰ পৰাই বুজিব পাৰি যে তেওঁ কেৱল নিজৰ নামটোকেই সৰ্বকালৰ বাবে বিশ্ব সাহিত্যত জিলিকি থকাটো বিচৰা নাছিল। এই মহান সাহিত্যিকজনৰ মৃত্যুত বিশ্ব সাহিত্যৰ এক অপূৰণীয় ক্ষতি হয়।

# ভ্লাদিমিৰ কৰলেনকো

মেক্সিম গৰ্কী আৰু লিঅ' টলষ্টলৰ সমসাময়িক আন এজন বিশ্ববৰেণ্য ৰুছ সাহিত্যিক হ'ল ভ্লাদিমিৰ গেলেকচনভিচ কৰলেনকো।

ভ্লাদিমিৰ কৰলেনকোৰ জন্ম হয়, ৰুছদেশৰ উকৰেইন প্ৰদেশৰ জিটমিৰ চহৰত, ১৮৫২ চনৰ ২৭ জুলাই তাৰিখে।

কৰলেনকো কিশোৰ অৱস্থাত থাকোতেই তেওঁৰ দেউতাকৰ মৃত্যু হয়। সেইসময়ত পৰিয়ালত কোনো উপাৰ্জনক্ষম লোক নথকা বাবে কৰলেনকোৰ মাকে বৰ কষ্টৰ মাজেৰে সংসাৰ চলোৱাৰ লগতে সন্তানসকলৰ শিক্ষা গ্ৰহণৰ প্ৰতিও লক্ষ্য ৰাখিব লগীয়া হৈছিল। কৰলেনকোৰ জীৱনৰ এই কালছোৱাৰ বিষয়ে তেওঁৰ আত্মজীৱনীত এইদৰে উল্লেখ কৰিছে, 'আমাৰ এই কঠিন সময়ছোৱাত মোৰ আইৰ সাহস আৰু দৃঢ়তাৰ লগতে আমাৰ জীৱন চলাই নিয়াত সহায়ক হৈছিল ৰাজ্যিক পৰ্যায়ত লাভ কৰা যৎসামান্য অনুদানেৰে।' কৰলেনকোৰ ভৱিষ্যত জীৱন গঢ় দিয়াৰ ক্ষেত্ৰতো তেওঁৰ মাকৰ অপৰিসীম অৱদান আছিল। শিশু অৱস্থাৰে পৰাই কৰলেনকোৱে মাকৰ পৰা পাইছিল নৈতিকতাৰ শিক্ষা। কিশোৰ কৰলেনকোক মাকে দিছিল সাহসী আৰু স্পষ্টবাদী হোৱাৰ শিক্ষা। বাল্যকালত মাকৰ পৰা পোৱা এইধৰণৰ শিক্ষাৰ ফলশ্ৰুতি হিচাপে জন্ম পাইছিল কৰলেনকোৰ শক্তিশালী কলমৰ পৰা নিঃসৃত তেওঁৰ যুৱাৱস্থাৰ বিখ্যাত গ্ৰন্থ 'ইনবেড কম্পেনি।'

মাকে অনেক কষ্ট কৰি কৰলেনকোক পেট্ৰৈ'ভস্কায়া (আজি কালিৰ টিমিৰয়াজেভ) একাডেমীত ভৰ্তি কৰোৱায়। কিন্তু ১৮৭৬ চনত, কৰলেনকো যেতিয়া তৃতীয় বাৰ্ষিকৰ ছাত্ৰ সেই সময়ত সেই একাডেমীত সংঘটিত হোৱা এটা ছাত্ৰ বিক্ষোভৰ গুৰি ধৰাৰ অপৰাধত কৰলেনকোক ৰুছিয়াৰ ৰাজনৈতিক পুলিচে গ্ৰেপ্তাৰ কৰে আৰু নিৰ্বাসনত মস্কোৰ বাহিৰলৈ পঠিয়ায়।

এই ঘটনাই কৰলেনকোৰ জীৱনলৈ কঢ়িয়াই আনে এক আমূল পৰিবৰ্তনৰ ধাৰা। ইয়াৰ পিছত মাত্ৰ কেইমাহমানৰ বিৰতিৰ বাহিৰে তেওঁ সুদীৰ্ঘ ন বছৰ কাল জাৰ শাসিত ৰুছ দেশৰ বিভিন্ন বন্দী শিবিৰত সীমাহীন দুখ কষ্টৰ মাজেৰে কটাবলগীয়া হয়। এই সময়ছোৱাৰ ভিতৰতো কৰলেনকোই শাসকগোষ্ঠীৰ সৈতে বুজাপৰা কৰিবলৈ অমান্তি হোৱাত তেওঁক চূড়ান্ত ভাৱে চাইবেৰীয়ালৈ নিৰ্বাসনত পঠিওৱা হয়।

১৮৮১ চনত দ্বিতীয় জাৰ আলেকজেণ্ডাৰৰ প্ৰতি দেশৰ বিভিন্ন শিৱিৰত থকা নিৰ্বাসিত ব্যক্তিসকলৰ আনুগত্য বিচৰা হয়। সেই সময়তো কৰলেনকোই জাৰ শাসকৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিবলৈ অমান্তি হয়। এইবাৰ কৰলেনকোক পুনৰ ৰাজদ্ৰোহিতাৰ অপৰাধত ইউৰোপীয় ৰুছিয়াৰ পৰা য়াকুটিয়াৰ বনাঞ্চললৈ পঠিওৱা হয়। য়াকুটিয়াৰ বনাঞ্চলত কৰলেনকোক থাকিবলৈ দিয়া হয় পোহনীয়া জন্তুৰে সৈতে এটা অকণমানি নিৰন্ত্ৰ ঘৰত। এই বন্দী জীৱনত কৰলেনকোই দিনটোৰ অক্লান্ত পৰিশ্ৰমৰ মাজতো নিজৰ প্ৰয়োজনীয় দৈনন্দিন জীৱনৰ সকলোবোৰ কাম কৰি লবলগীয়া হৈছিল।

১৮৮৫ চনত যেতিয়া কৰলেনকোক নিৰ্বাসিত জীৱনৰ পৰা মুক্তি দিয়া হয় সেই সময়ত তেওঁৰ বয়স ৩২ বছৰ। নিৰ্বাসিত জীৱনৰ পৰা মুক্ত হ'লেও কৰলেনকোক দেশৰ কোনো ৰাজধানী চহৰত বসবাস কৰাৰ ওপৰত থকা নিষেধাজ্ঞাৰ বাবে নিজ্‌নিনভ্‌গৰ নামে ঠাইত থাকিবলৈ লয়।

ইয়াতেই তেওঁ সাহিত্যিক জীৱনৰ পাতনি মেলে। 'মাকাৰ্চ ড্ৰিম' (Makar's Dream) নামৰ এটা চুটি গল্পৰ প্ৰকাশে তেওঁক প্ৰথম যশস্যা প্ৰদান কৰে: তেওঁৰ এই গল্প আছিল এটা মদাহী, চোৰ, অৰ্দ্ধয়াকুট প্ৰবঞ্চকৰ জীৱনৰ ওপৰত আধাৰিত। এই গল্পত দেখুওৱা হৈছে ৰুছ সমাজৰ বৈষম্যমূলক সামাজিক হেঁচাত কেনেকৈ এই প্ৰৱঞ্চক মদাহীজনৰ জন্ম হৈছে। কৰলেনকোৰ এনে ধৰণৰ ৰচনাত প্ৰতিফলিত হৈছে সমাজ জীৱন অধ্যয়নৰ ক্ষেত্ৰত তেওঁৰ মননশীলতাৰ গভীৰতা, তেওঁৰ মানৱতাবোধ আৰু মানুহৰ প্ৰতি গভীৰ প্ৰেম।

ইয়াৰ পিছত ছাইবেৰীয়াৰ পটভূমিত ৰচিত 'ছকলিনেটচ' (Sokolinets) আৰু 'মাৰ্দাৰাৰ' (Murderer) এই দুটা গল্প আৰু 'ইমবেড কম্পেনী' Inbad Company) নামৰ এখন সৰু উপন্যাসে কৰলেনকোক এজন প্ৰথম শাৰীৰ লেখক হিছাপে প্ৰতিষ্ঠিত কৰে। তেওঁৰ এই ৰচনাসমূহৰ ভাষা আছিল সাধাৰণ কৃষক শ্ৰমিক শ্ৰেণীৰ মাজত কথিত ভাষা। এই ভাষাত তেওঁৰ সাৱলীল

প্ৰকাশভংগী আৰু স্পষ্টতাৰ ওপৰত মন্তব্য কৰি লিঅ' টলষ্টয়ে কৈছিল 'What amazing language! I have known nothing like it in entire Russian literature' (অৰ্থাৎ কি চমৎকাৰ ভাষা। মই সমগ্ৰ ৰুছ সাহিত্যৰ ভিতৰতে এনে ভাষাৰ প্ৰয়োগ দেখা নাই) এণ্টন চেখভে কৈছিল 'Sokolinets Sounded like a good musical composition' (অৰ্থাৎ ছকলিনেটচত এটি সুন্দৰ সাংগীতিক ধ্বনি শুনিবলৈ পোৱা যায়।

১৮৮৬ চনত প্ৰকাশিত কৰলেনকোৰ আন এখন চুটি উপন্যাস 'দি ব্লাইন্দ মিউজিচিয়ান' (The Blind Musician) তেওঁৰ সৰ্বোৎকৃষ্ট সাহিত্য কীৰ্তি হিছাপে চিহ্নিত হয়। তেওঁৰ এই গ্ৰন্থ পৃথিৱীৰ প্ৰায় সকলোবোৰ ভাষালৈকে অনূদিত হয় আৰু ই পৃথিৱীৰ সকলো সাহিত্যানুৰাগীৰ লগতে সকলো শ্ৰেণীৰ সমালোচকৰ পৰাও অকুণ্ঠ প্ৰশংসা লাভ কৰে।

'দি ব্লাইন্দ মিউজিচিয়ানচ'ৰ প্ৰতিপাদ্য বিষয় আৰু ইয়াৰ অন্তৰ্নিহিত ভাবধাৰাত দেখুওৱা হৈছে মানৱ জীৱনৰ সুখ শান্তিৰ বাবে অহংভাব জয় কৰাৰ প্ৰয়োজনীয়তা। এই গ্ৰন্থৰ পাতনিত কাৰলেনকোৱে ইয়াৰ প্ৰধান চৰিত্ৰটিৰ জীৱনলৈ অহা পৰিবৰ্তনৰ বিষয়ে এইদৰে কৈছে, 'এসময়ত স্বাৰ্থপৰতাৰ বাবে কেৱল দুখৰ মাজতে জীৱন নিৰ্বাহ কৰা মানুহজনে এতিয়া আনৰ দুখ কষ্টৰ সমভাগী হৈ নিজে সুখী হৈছে।'

কৰলেনকোৱে নিজ্‌নিনভগৰদ অঞ্চলত ভ্ৰমণ কৰা কালৰ আৰু সেই ভ্ৰমণৰ সময়ত বৰণ কৰিবলগীয়া হোৱা শাৰীৰিক, মানসিক দুখ যাতনাৰ বিষয়ে এনেকৈ লিখিছে, 'নভগৰড গোবেৰণীয়া অঞ্চলত এঠাইৰ পৰা আন এঠাইলৈ খোজ কাঢ়ি যোৱাৰ বাহিৰে আন উপায় নাছিল। বন-জংঘল, পাহাৰ-নদী, পথাৰ সমাৰৰ ওপৰেদি মাইলৰ পিছত মাইলকৈ খোজ কাঢ়ি যাবলগীয়া হৈছিল, পিঠিত এটা বাধ্যতামূলক বোজা লৈ। পাঁচ ছদিনৰ অকল্পনীয় দুখ কষ্টৰ মাজত কেতিয়াবা কোনোবা এদিন নদীৰ পাৰৰ মুকলি আকাশৰ তলতে নিশা কটাবলগীয়া হৈছিল, মাছমৰীয়াসকলৰ মাজত। ভয়ংকৰ বতাহ বৰষুণৰ এনিশা মই আশ্ৰয় লৈছিলো এখন নাৱৰ তলত।

কৰলেনকোৰ নভ্‌গৰড ভ্ৰমণৰ এই অধ্যায়ৰ শেষত নভগৰডৰ পটভূমিত জন্ম পাইছিল তেওঁৰ বিখ্যাত কাব্যিক ৰচনা 'দি ৰিভাৰ প্লেজ' (The River plays) আৰু 'ইন ডেজাৰটেড প্লেচেজ' (In Deserted Places)। 'দি ৰিভাৰ প্লেজ' পঢ়ি মেক্সিম গৰ্কীয়ে মন্তব্য কৰিছিল, 'ৰুছিয়াৰ কৃষক শ্ৰমিকসকলৰ

জীৱনৰ ওপৰত বহুতো গ্ৰন্থ ৰচিত হৈছে। কিন্তু 'দি বিভাৰ প্লেজ' প্ৰভৃত কৰলেনকোৱে সাধাৰণ কৃষক শ্ৰমিকসকলৰ জীৱন নিৰ্বাহৰ, তেওঁলোকৰ দুখ কষ্ট, তেওঁলোকৰ নিৰ্যাতিত জীৱনৰ আলেখ্য, হৃৎপিণ্ডৰ প্ৰতিটো স্পন্দনৰ যি নিৰ্ভুল ছবি দাঙি ধৰিছে তাৰ উদাহৰণ আন কোনো ৰুছ লিখকৰ ৰচনাত পাবলৈ নাই।

কৰলেনকোৰ আন এটা বিশ্ববিখ্যাত চুটি গল্প 'এট দাভান'। (At-Davn) তেওঁৰ ছাইবেৰিয়াত কটোৱা নিজ নিৰ্বাসিত জীৱনৰ ভিত্তিত ৰচিত হৈছিল।

কৰলেনকোৱে ১৮৯৩ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰ ভ্ৰমণ কৰে, এই ভ্ৰমণত হোৱা তেওঁৰ অভিজ্ঞতাৰ ওপৰত ৰচিত হয় তেওঁৰ আন এখন বিশেষ ৰচনা 'উইডাউত এ টাং' (Without A Toung)। ইয়াত দৰ্শোৱা হৈছে মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ ভাগ্যৰ সন্ধানত যোৱা এজন উক্ৰেইনিয়ান শ্ৰমজীৱীৰ জীৱনৰ হাস্যৰসাত্মক বৰ্ণনা। কৰলেনকোই কেৱল নিজ দেশৰেই নহয়, পৃথিৱীৰ সকলো ঠাইৰে দুৰ্গতিজনৰ ওপৰত হোৱা অন্যায় অবিচাৰৰ বিৰুদ্ধে প্ৰতিবাদ জনাই গৈছিল তেওঁৰ শক্তিশালী লিখনিৰে। জাৰ শাসিত ৰুছ দেশৰ আমোলা শ্ৰেণী, পুলিচ বিভাগ, সকলো শোষকৰ বিৰুদ্ধে শোষিত জনসাধাৰণৰ মনত তীব্ৰ সচেতনতা আনি দিয়াটোৱেই আছিল তেওঁৰ জীৱনৰ প্ৰধান লক্ষ্য।

১৮৯১-৯২ চনত নিজনিনভগৰদ গোবেৰণিয়া অঞ্চলত এক অভূতপূৰ্ব খাদ্যসংকটে দেখা দিয়ে। এই সময়ত কৰলেনকোই অঞ্চলটোৰ গাঁৱে গাঁৱে ভ্ৰমণ কৰি ভোকাতুৰ শ্ৰমজীৱীসকলৰ বাবে স্থাপন কৰি দিয়ে ৰাজহুৱা কেণ্টিন। ইয়াৰ বাবে তেওঁ অশেষ কষ্ট কৰি দান বৰঙণি আদি সংগ্ৰহ কৰিবলগীয়া হৈছিল। চৰকাৰী প্ৰচাৰ যন্ত্ৰই লুকুৱাই ৰাখিবলৈ বিচৰা এই মাৰাত্মক খাদ্যাভাৱৰ বিষয়ে তেওঁ নিজ লিখনিৰ যোগেদি দেশবাসীক জানিবলৈ দিছিল। তেওঁৰ এই সময়ত প্ৰকাশিত প্ৰবন্ধৰাজি একত্ৰিত কৰি 'দি ইয়াৰ অফ দি ফেমিন' (The year of the Famine) নামত গ্ৰন্থাকাৰ প্ৰকাশ কৰিছিল।

নিজনিনভগৰদত কৰলেনকোৰ সামাজিক আৰু সাহিত্যিক ক্ষেত্ৰত কৰা অক্লান্ত সেৱাই তেওঁক অঞ্চলটোৰ এজন অবিসম্বাদী নেতা হিছাপে চিহ্নিত কৰে। কৰলেনকো নভগৰদত থকা এই সময়খিনিক গৰ্কীয়ে কৰলেনকোৰ যুগ (Korlenko's Time) বুলি আখ্যা দিছে। ১৮৯৬ চনত কৰলেনকো নিজনি নভগৰদৰ পৰা 'চেইণ্ট পিটাৰছবাৰ্গ (St. petersburg) লৈ স্থানান্তৰিত হয়। সেই সময়ৰ পৰা ১৯০০ চনলৈকে চাৰি বছৰ কাল পিটাৰছবাৰ্গত কটোৱাৰ

সময়ত ‘ৰাস্কয়া বগাতচ্ৱ’ (Russkoye Bogatstvo) পত্ৰিকাখনৰ সম্পাদনাৰ কামত ব্যস্ত থাকে। এই পাণ্ডুলিপিৰ সময়তে তেওঁ তৰুণ লিখকসকলৰ পাণ্ডুলিপিসমূহ অধ্যয়ন কৰি ইয়াৰ সমূহ খুটিনাটিলৈ আঙুলিয়ায় আৰু লগতে সৃষ্টিশীল লিখনিৰ বাবে প্ৰয়োজনীয় দিহা-পৰামৰ্শ আগবঢ়ায়। বিভিন্ন কাকত পত্ৰাদিত প্ৰবন্ধাকাৰে প্ৰকাশিত হোৱা এই পৰামৰ্শসমূহ পঢ়ি মেক্সিম গৰ্কীয়ে নিজেও লাভবান হোৱা বুলি মন্তব্য কৰিছিল।

১৯০৫ চনত জাৰ শাসনৰ বিৰুদ্ধে হোৱা বিপ্লৱৰ অসফলতাৰ পিছত দলে দলে বিপ্লৱীসকলক প্ৰাণদণ্ড দিয়াৰ বিৰুদ্ধে প্ৰতিবাদ জনাই কৰলেনকোই “এভ্ৰিদে অকাৰেঞ্চ” (Everyday Occurrence) শিৰোনামাৰে লিখা এলানি প্ৰবন্ধ পঢ়ি উঠাৰ পিছত লিঅ’ টলষ্টয়ে কৰলেনকোলৈ এইদৰে এখন চিঠি লিখিছিল ‘ভ্লাদিমিৰ গেলেকচনভিচ! বিপ্লৱীসকলৰ মৃত্যুদণ্ড সম্পৰ্কীয় আপোনাৰ সদ্য প্ৰকাশিত প্ৰবন্ধ পাঠ কৰি চকুৰ পানী সামৰি ৰখাটো দূৰৰ কথা, মই মোৰ উচুপনিও ৰোধ কৰিব নোৱাৰিলো। অন্তৰৰ গভীৰতম স্থলত আলোড়িত কৰা আপোনাৰ এই প্ৰবন্ধৰ বাবে আপোনাক কৃতজ্ঞতা আৰু ভালপোৱা জনাবলৈ মোৰ আজি ভাষা নাই।’

ইয়াৰ পিছত কৰলেনকো পোলটাভা (Poltava) ত থাকি তেওঁৰ আত্মজীৱনীমূলক বিখ্যাত গ্ৰন্থ ‘দি হিষ্ট্ৰি অফ মাই কনটেম্পৰি’ (The History of My Contemporary) ৰ কামত হাত দিয়ে। কিন্তু এই গ্ৰন্থৰ কাম সম্পূৰ্ণ হোৱাৰ আগতেই ১৯২১ চনৰ ২৫ ডিচেম্বৰ তাৰিখে মহান মানৱতাবাদী সাহিত্যিক কৰলেনকোৰ মৃত্যু হয়।

# আলেকজেণ্ডাৰ ফ্লেমিং

চিকিৎসা বিজ্ঞানৰ 'নবেল' বঁটা বিজয়ী 'পেনিচিলিন' ঔষধৰ আবিষ্কাৰক আলেকজেণ্ডাৰ ফ্লেমিঙৰ জন্ম হয় ১৮৮১ চনত। দেউতাক আছিল এজন পাহাৰীয়া শ্ৰমজীৱী মানুহ। তেওঁলোকৰ বাসস্থান আছিল স্কটলেণ্ডৰ আয়াৰ নামে ঠাইত।

ফ্লেমিঙৰ সৰু কালৰে পৰা খেলা-ধূলাৰ প্ৰতি প্ৰচণ্ড আগ্ৰহ আছিল। কিশোৰ বয়সৰ ফ্লেমিঙে কাণসমনীয়া ককায়েক ভায়েকহঁতৰ সৈতে দূৰ দূৰণিৰ বনলৈ গৈছিল চিকাৰ কৰিবৰ বাবে। অনেক কৌশলেৰে শহাপহু ধৰিছিল ককায়েক ভায়েকে মিলি। ইয়াৰ বাহিৰেও বনৰ মাজতে লুকাভাকু খেলা, দৌৰা-দৌৰি, গছত বগোৱা ইত্যাদি আছিল ফ্লেমিঙৰ প্ৰিয় খেল। এনেকৈয়ে সুখৰ মাজত দিন গৈছিল। কিন্তু অন্যান্য স্কটিচ্ পৰিয়ালৰ দৰে ফ্লেমিং পৰিয়ালো এসময়ত ভাগ্যৰ সন্ধানত লণ্ডন চহৰলৈ যায়। লণ্ডনত আলেকজেণ্ডাৰ থাকিবলৈ লয় তেওঁৰ বায়েকৰ ঘৰত।

১৮৯৫ চনত আলেকজেণ্ডাৰ ফ্লেমিঙৰ বয়স যেতিয়া ১৪ বছৰ তেতিয়াই তেওঁ এটা জাহাজ কোম্পানিত কেৰাণীৰ চাকৰিত সোমায়। হয়তো এই চাকৰিতেই ফ্লেমিঙৰ জীৱন অতিবাহিত হ'লহেঁতেন; কিন্তু তেওঁৰ ককায়েক টম আলেকজেণ্ডাৰ এই চাকৰি লৈ সন্তুষ্ট নাছিল। তেওঁ সকলো সময়তেই ভায়েকক মেডিকেল পঢ়িবৰ বাবে জোৰ কৰিছিল। টমৰ নেৰানেপেৰা খাটনিৰ মূৰত এদিন আলেকজেণ্ডাৰ মেডিকেল স্কুলত ভৰ্তি হৈছিল।

যিকোনো নতুন কথা শিকাৰ বা শুনাৰ বাবে আলেকজেণ্ডাৰৰ মনত যি প্ৰচণ্ড আগ্ৰহ আছিল, সেই আগ্ৰহ আৰু অতুলনীয় মেধাৰ ফলস্বৰূপে তেওঁ অতি অলপদিনৰ ভিতৰতে সেই শিক্ষানুষ্ঠানৰ এজন শীৰ্ষস্থানীয় ছাত্ৰ

হিছাপে স্বীকৃতি লাভ কৰে। ইয়াতেই তেওঁ লগ পায় বিখ্যাত জীৱাণু তত্ত্ববিদ এলম্ৰথ ৰাইটক। এলম্ৰথ ৰাইটৰ পেডিংটনৰ চেইন্ট মেৰীচ চিকিৎসালয়ত এটা নিজা গৱেষণাগাৰ আছিল। যুৱক ফ্লেমিঙক ৰাইটে তেওঁৰ গৱেষণাগাৰত কাম কৰাৰ সুবিধা দিয়াৰ লগতে পাৰ্যমানে উৎসাহিত কৰিছিল। ফ্লেমিঙে এই গৱেষণাগাৰত জীৱাণুতত্ত্বৰ ওপৰত অশেষ মূল্যবান ব্যৱহাৰিক জ্ঞান লাভ কৰিছিল।

১৯০৮ চনত ফ্লেমিঙে চেইন্ট মেৰীচ চিকিৎসা মহাবিদ্যালয়ৰ পৰা চিকিৎসক হৈ ওলায়। কিন্তু ইয়াৰ পিছত তেওঁ সকলোকে আচৰিত কৰি দি সৈন্য বাহিনীত ভৰ্তি হয়। অৱশ্যে পিছত জনা গৈছিল যে তেওঁৰ সৈন্যবাহিনীত যোগদানৰ উদ্দেশ্যও আছিল জীৱাণুতত্ত্বৰ আন এটা দিশ উন্মোচন কৰাটো। সৈনিক জীৱনত বন জংঘলৰ মাজে মাজে ঘূৰি ফুৰোতে তেওঁ দেখিবলৈ পোৱা যিকোনো ধৰণৰ গেলাপচা ফলমূল আৰু ভেকুৰ জাতীয় বস্তু তেওঁ সংগ্ৰহ কৰি আনিছিল আৰু সেইবিলাকৰ ভিতৰত অৱস্থিত জীবাণুৰ সৈতে আহত সৈনিক সকলৰ শৰীৰত হোৱা ঘাঁ আদিৰ জীৱাণুৰ সৈতে ইয়াৰ সম্পৰ্ক বিচাৰি উলিওৱাৰ গৱেষণা চলাইছিল। সৈন্য বাহিনীত কিছুদিন থাকি ফ্লেমিং পুনৰ ওলাই আহে আৰু 'বুল'ন' চহৰৰ চিকিৎসা গৱেষণা কেন্দ্ৰ এটাত যোগ দিয়ে। ইয়াতেই তেওঁৰ গৱেষণাৰ প্ৰথম পৰীক্ষামূলক সফলতা লাভ কৰে। এনেতে প্ৰথম বিশ্বযুদ্ধত আহত হোৱা সৈনিকবোৰে ইউৰোপৰ বিভিন্ন চিকিৎসালয় ভৰি পৰে। আহত সৈনিকসকলৰ বেছিভাগৰেই শৰীৰৰ ঘাঁত বৰ্তিত জীৱাণু বা 'বেকটেৰিয়া' সাধাৰণ 'এন্টিচেপটিক' ঔষধেৰে ধ্বংস কৰিব পৰা নগৈছিল। আন আন অসহায় চিকিৎসকসকলৰ লগতে ফ্লেমিঙেও আহত সৈনিকসকলৰ প্ৰাণ বচাবলৈ যৎপৰোনাস্তি চেষ্টা চলাই অসফল হৈছিল।

এই অসহায় সময় আৰু তেওঁৰ নিৰূপায়তাৰ বিষয়ে ফ্লেমিঙে লিখিছিল—

**"Sorrounded by all these infected wounds by men who were suffering and dying without our being able to do anything to held them. I was consumed by a desire to discover, after all this struggling and waiting something which will kill those microbes.**

[আমাৰ সকলোৰে অসহায়তাৰ সন্মুখত সংক্ৰমিত ঘাঁৰ যন্ত্ৰণা ভোগ কৰি মৃত্যু হোৱা মানুহবোৰৰ মাজত থিয় হৈ মই কেৱল অনুভৱ কৰিছিলো

যে এই মৃত্যু যন্ত্রণাৰ কাৰণ জীৱাণুসমূহ ধ্বংস কৰিবৰ বাবে কিবা এটা আৱিষ্কাৰ কৰাৰ প্ৰয়োজন।]

১৯১৮ চনৰ নবেম্বৰ মাহত যুদ্ধ শেষ হ'ল। কিন্তু ফ্লেমিঙে সেই সময়লৈও তেওঁৰ গৱেষণাৰ সম্পূৰ্ণ সুফল লাভ কৰিব পৰা নাই। অৱশ্যে তেওঁৰ গৱেষণাৰ দীঘলীয়া পথত যে তেওঁৰ ভুল হোৱা নাই কিছুমান পৰীক্ষা নিৰীক্ষাৰ মাজেৰে তেওঁ সেইটো বুজিব পাৰিছে। এই বিষয়ে তেওঁ ইতিমধ্যে এটা সত্যত উপনীত হৈছে যে 'বেকটেৰিয়া' বা জীৱাণুসমূহ ধ্বংস কৰিবলৈ মানুহৰ শৰীৰতে প্ৰয়োজনীয় প্ৰতিৰোধক শক্তিৰ জন্ম দিব পৰা যায়। এই সিদ্ধান্তত উপনীত হোৱাৰ পিছত ফ্লেমিঙে মানুহৰ শৰীৰৰ পৰা নি:সৃত ঘাম, চকুৰ পানী ইত্যাদিৰ 'বেকটেৰিয়া'ৰ ওপৰত প্ৰয়োগ ঘটাই তাৰ প্ৰতিক্ৰিয়াৰ এটা সন্তোষজনক ফলাফলৰ সন্ধান পায়। তেওঁ শিখিলে যে 'বেকটেৰিয়া' ধ্বংস কৰিব পৰা মানুহৰ চকুৰ পানীত থকা দ্ৰব্যগুণ কিছুমান বনজ উদ্ভিদতো পোৱা যায়। তাৰ উপৰিও এই দ্ৰব্য মানুহৰ নখ, চুলি আৰু চালতো পোৱা যায়। ফ্লেমিঙৰ গৱেষণাৰ প্ৰথম পৰ্যায়ত আবিষ্কৃত এই দ্ৰব্যৰ নাম Lysozyme নামেৰে নামাকৰণ কৰা হয়।

১৯২১ চনত লিচ'জিম আবিষ্কাৰ হোৱাৰে পৰা সুদীৰ্ঘ আঠ বছৰ কাল অক্লান্ত পৰিশ্ৰমৰ মাজেৰে নিজ গৱেষণা চলাই গৈ ১৯২৯ চনত আলেকজেণ্ডাৰ ফ্লেমিঙে আৱিষ্কাৰ কৰে Pencillium Notat বা চমুকৈ Penicillin (পেনিচিলিন)। আৱিষ্কাৰটোৰ প্ৰথম অৱস্থাত ইয়াক স্থায়ীভাৱে ৰখাত কিছু অসুবিধাই দেখা দিয়ে। ইয়াৰ বাবে ফ্লেমিঙে আৰু কিছুকাল গৱেষণা চলাবলগীয়া হয়। ইয়াৰ প্ৰায় ১২ বছৰ পিছত ১৯৪১ চনত ফ্লেমিঙে এই বিষয়ত সম্পূৰ্ণ সফলতা লাভ কৰে।

ফ্লেমিঙৰ এই আৱিষ্কাৰৰ প্ৰকৃত মূল্য অৱশেষত সকলোৱে বুজি উঠে আৰু ইংলেণ্ড আৰু আমেৰিকাৰ বিভিন্ন ঔষধ কোম্পানিয়ে এই ঔষধৰ উৎপাদনৰ ভাৰ নিত্য গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহে। সেই সময়ত চলি থকা দ্বিতীয় বিশ্বযুদ্ধত আহত লাখ লাখ সৈনিকৰ জীৱন বচোৱাত 'পেনিচিলিন' হৈ পৰিল অপৰিহাৰ্য। কেৱল সেয়ে নহয়, বিশ্বযুদ্ধ শেষ নোহোৱালৈকে এই ঔষধৰ প্ৰয়োগ কোনো অসামৰিক লোকৰ বাবে ব্যৱহাৰ কৰিবলৈ দিয়া হোৱা নাছিল। এই আৱিষ্কাৰে আলেকজেণ্ডাৰ ফ্লেমিঙক খ্যাতি আৰু সন্মানৰ চূড়ান্ত শিখৰলৈ লৈ যায়। ১৯৪৪ চনৰ জুলাই মাহত বাকিংহাম ৰাজ দৰবাৰত তেওঁক 'নাইটহুদ' (Knighthood) প্ৰদান কৰা হয়।

এবছৰৰ পিছত ১৯৪৫ চনৰ শেষৰফালে আলেকজেণ্ডাৰ ফ্লেমিঙলৈ আগবঢ়োৱা হয় সেই বছৰৰ চিকিৎসা বিজ্ঞানৰ 'নবেল' পুৰস্কাৰ। ইয়াৰ পিছতো জীৱনৰ বাকী দহ বছৰ কাল মানব সেৱাতেই অতিবাহিত কৰি এই মহান চিকিৎসা বিজ্ঞানী তথা আবিষ্কাৰকজনে ১৯৫৫ চনত ইহলীলা সম্বৰণ কৰে।

# ডা: ছেমুৱেল হেনিমেন

ডা: ছেমুৱেল হেনিমেনৰ গৌৰৱ উজ্বল যুগ কেইটামানৰ চমু বিৱৰণ তলত দাঙি ধৰা হ'ল। হেনিমেনৰ বয়স যেতিয়া ৮০ বছৰ হৈছিল, তেতিয়া তেওঁ পয়ত্রিশ বছৰীয়া ফৰাচী ভদ্র মহিলা এগৰাকীক বিয়া কৰাইছিল। তেওঁৰ নাম আছিল মেডি মোৱাচিলি মেৰি মিলানি ডি হাৰভেলি। এটা আচৰিত আৰু অবিশ্বাস্য ঘটনা। কিন্তু ইয়াৰো কাৰণ আছিল। তাৰে এটা হ'ল সেই ভদ্র মহিলা গৰাকীয়ে বহুদিন ধৰি এটা পুৰণা ৰোগত ভুগি আছিল আৰু সেই ৰোগটো ইউৰোপত আৰোগ্য হোৱাৰ কোনো সম্ভাবনাই নাছিল। সেইবাবে জাৰ্মানিলৈ গৈ সম্পূৰ্ণ আৰোগ্য হোৱাৰ আশা কৰি হেনিমেনৰ গাৰ ওচৰ চাপিছিল। লগতে তেওঁ ছদ্ম নামেৰে আত্মজীৱনী এখন লিখিছিল।

হেনিমেনৰ বুদ্ধিবৃত্তিৰ প্ৰশংসা কৰি তেওঁৰ দয়াতে যে তেওঁ ডেউকা বিহীন চৰাইৰ নিচিনা অৱস্থাৰ পৰা আৰোগ্য হ'ল, তাৰে কৃতজ্ঞতাত লিখিছিল যে তেওঁৰ জীৱনৰ বাকী দিন কেইটা তেওঁ কৰা মহৎ উপকাৰৰ বাবে কেনেকৈ তেওঁৰ সেৱা আগবঢ়াই যাব পাৰে তাৰ বাবে সহায় কৰিব লাগে। স্ত্রীসুলভ আচৰণত মুগ্ধ হৈ তেওঁৰ অন্তৰত গভীৰ ভাল পোৱাই গজালি মেলিছিল আৰু দুয়ো বিবাহ পাশত আবদ্ধ হৈছিল।

যি সময়ত হেনিমেনক জাৰ্মানিৰ লোকে গৰিহণা দিছিল, ঘৃণা কৰিছিল, বিৰোধী পক্ষই অত্যাচাৰ উৎপীড়ন কৰিছিল আদালতত গোচৰ দিছিল, সেই সময়ত ফ্ৰান্সত হেনিমেনে পাইছিল, শ্ৰদ্ধা আৰু প্ৰশংসা। সেই বাবে শ্ৰীমতী হেনিমেনৰ নিজৰ স্বাস্থ্যৰ প্ৰতি নজৰ ৰাখি সেই ঠাই পৰিবৰ্তন কৰি পেৰিছলৈ যোৱাৰ বাবে উৎসাহ দিছিল আৰু হোমিওপেথিক চিকিৎসাত আত্মনিয়োগ কৰাটো নিজৰ কৰ্তব্যৰ ভিতৰত, তাক বাৰে বাৰে সোঁৱৰাই দিছিল। গতিকে হেনিমেন ১৮৩৫ চনৰ ৭ জুনৰ দিনা জাৰ্মানিৰ পৰা সপত্নীক ফ্ৰান্সলৈ গুচি

খায়। হেনিমেনক ফ্ৰান্সৰ হোমিওপাথ সকলে স্বাগতম্ জনাইছিল, আৰু ১৯৩৫ চনত তেওঁক পেৰিছত হোমিওপেথিক পদ্ধতি অনুসাৰে চিকিৎসা কৰাৰ বাবে ৰাজকীয় ভাবে সন্মান দিয়া হৈছিল আৰু ১৯৩৫ চনৰ আগষ্টৰ ১২ তাৰিখে চৰকাৰী হোমিওপেথিক চিকিৎসাৰ চৰকাৰী মৰ্যাদা দিয়া হৈছিল। পেৰিছত গলিক হোমিওপেথিক সমাজৰ তৰফৰ পৰা হেনিমেনক আনুষ্ঠানিক সম্বৰ্দ্ধনা জনোৱা হৈছিল। আৰু গোটেই জীৱন কালৰ বাবে সন্মানিত ভাবে সভাপতিৰ পদত অধিষ্ঠিত কৰিছিল। এই সন্মান জাৰ্মানিৰ কোনেও পোৱা নাছিল। এইখিনিতে তেখেতক তেখেতৰ সদৃশ (Homeo) বিধান পদ্ধতিৰ ষোল্ল বছৰীয়া উৎসৱ পালন কৰি এটা সোণৰপদকো উপহাৰ দিয়া হৈছিল। ইতিমধ্যে বিশ্বৰ বহু ঠাইৰ পৰা তেওঁৰ লগত সাক্ষাৎ কৰি এই নতুন চিকিৎসা বিজ্ঞানৰ কলা কৌশল শিকাৰ বাবে মানুহৰ সোঁত বৈছিল।

তাৰ পিছত তেখেতৰ শিষ্যসকলৰ দ্বাৰা ৰজা জমিদাৰৰ পৰা ডাল দৰিদ্ৰলৈকে সকলোৰে চিকিৎসা আৰম্ভ হ'ল। এইখিনিতে পেৰিছৰ চাৰিও পিনে শান্তিপূৰ্ণ পৰিবেশ গঢ়ি উঠিল। লগতে ১৮৪২ চনত তেওঁৰ গ্ৰন্থৰ ষষ্ঠ সংস্কৰণ সম্পূৰ্ণ কৰিলে। এই কামত তেখেতৰ পত্নীয়েও অংশ গ্ৰহণ কৰিছিল। লগতে নেচাৰ অব ট্ৰপিক ডিজিজৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হৈছিল। তেখেতৰ এই মহৎ অৱদানৰ বাবে মানৱজাতি তথা হোমিওপাথ সকল চিৰঋণী হোৱাৰ চিন স্বৰূপে ফিলা-ডেল ফিয়াত তেখেতৰ এটা প্ৰতিমূৰ্তি নিৰ্মাণ কৰিছিল এলেন নগৰৰ পূব প্ৰান্তত। কিন্তু সি স্থায়ী হৈ নাথাকিল।

১৮৪৩ চনৰ জুলাই মাহৰ ২ তাৰিখে পুৱতি নিশা ৫ বজাত তেওঁ পেৰিছত শেষ নিশ্বাস ত্যাগ কৰে। তেওঁৰ শেষ বাক্যটো আছিল I have not lived in vain মোৰ জীৱন অথলে নগ'ল। প্ৰসংগ ক্ৰমে শ্ৰীমতী হেনিমেনে নিজে কোৱা কথাখিনি মন কৰিবলগীয়া, মই তেওঁক এটা সদ্যজাত কেচুৱাক কৰাৰ দৰে মৰম চেনেহ আৰু শুশ্ৰূষা কৰিছিলো। মই তেওঁৰ একান্ত বাধ্য আলধৰা আৰু সচিব আছিলো। মই যিমান পাৰোঁ স্নেহ ভক্তিৰে আঠুকাঢ়ি তেওঁক শুশ্ৰূষা, মৰম কৰিছিলো আলফুলকৈ যত্ন লৈছিলো, যেতিয়ালৈকে সুস্থ সবল হৈ নুঠে। ঘড়ীৰ লগত সময়ৰ সম্পৰ্কৰ নিচিনাকৈ এই সম্পৰ্কয়ো দকৈ সাচ বহুৱাব পাৰিছিল। শ্ৰীমতী হেনিমেনে কৈছিল মোৰ জীৱনটো তোমাৰ হাকে বচনে চলিবলৈ সাজু হৈ আছে। তোমাৰ সেৱা শুশ্ৰূষা কৰাৰ বাবেই মোৰ সকলো উছৰ্গা কৰিম। তোমাৰ মহৎ অন্তৰতেই মই মোৰ ভবিষ্যতৰ সপোন দেখিছো। এই সংসাৰৰ মায়াত বাহিৰে মোৰ একোলৈকে ইচ্ছা নাই।

মৃত্যুৰ দুদিন আগতে হেনিমেনে তেওঁক কৈছিল— মই তোমাক মোৰ সকলো শিষ্যৰ ভিতৰত মোৰ বৈজ্ঞানিক আদৰ্শৰ উত্তৰাধিকাৰী আৰু বিশ্বাসী শিষ্যা হিচাপে ভাল পাওঁ। ই মানৱজাতৰ বাবে অতি আৱশ্যকীয়। তুমি তেওঁলোকক শিকাবা আমি কৰা কামবোৰ যেন মানৱ কল্যাণৰ বাবে সৰ্বকাললৈ চলি থাকে। মোৰ সেৱা কঢ়িয়াই নিবা চিৰকালৰ বাবে। ৰাখিবা যুগমীয়াকৈ। আগুৱাই যাবা সংগ্ৰামৰ মাজেদি। বতাহৰ বিপৰীতে কঠোৰ ভাবে কাম কৰি যাবা সকলো সময়তে। সকলো সময়তে, সৰ্বাঙ্গীণ উন্নতিৰ হকে আৰোগ্যৰ উৎস আৰু সেৱা আগত ৰাখি একেৰাহে লাগি থাকিবা। তুমি বৰ্তমান এই চলিত পদ্ধতিক ন্যায়ৰ ভেটিত প্ৰতিষ্ঠা কৰাৰ বাবে দেহেকেহে লাগিবা। তোমাৰ পথত কোনোবাই প্ৰতিবন্ধক জন্মাব খুজিলে, তুমি সম্মানপূৰ্বক ভাবে তাৰ বিৰোধিতা কৰিবা আৰু তোমাৰ কাৰ্যৰ গতিপথ যাতে বন্ধ কৰিব নোৱাৰে, তাৰ বাবে তোমাৰ পথটোত বিশ্বাস ৰাখিবা লগতে ভক্তিও অটুট ৰাখি সমৰ্থন কৰিবা। মই তোমালোকক নোকোৱা কথাও শিকিবা, এই ক্ষেত্ৰত তুমি অকলশৰীয়া বুলি জানিও কৈ থলো। পৃথিৱীত তুমি যিমান দিনলৈ জীয়াই থাকিবা, তুমি আহি মোৰ হাতত হাত মিলাবা। তোমালৈ অপেক্ষা কৰি আছো। তোমাৰ শৰীৰটো মোৰ কফিনতেই ভৰাবা, বেলেগে কবৰ নিদিয়াবা আৰু ভিতৰত আমাৰ দুয়োৰো কবৰ বুলি লিখিবা। জীৱিত কালত আমাৰ প্ৰেম গঢ়ি উঠিছিল পৰস্পৰে পৰস্পৰৰ প্ৰতি ভালপোৱা আৰু বুজাবুজিৰ মাজেদিহে। গতিকে ইয়েই হওক আমাৰ ভালপোৱাৰ চিন স্বৰূপ। হাড়ে হিমজুৰে সিৰাই সিৰাই ছাঁই ছাঁই যেন মৰম চেনেহ নিহিত হৈ থাকে আমাৰ ভাল পোৱাৰ প্ৰতীক স্বৰূপে।

হেনিমেনৰ মৃত্যুত তেওঁ ইমান আঘাত পাইছিল যে স্বামীৰ মৃতদেহৰ কাষতে দহদিন শুই আছিল। এই দহ দিনৰ ভিতৰত তেওঁ কোনো মিতিৰ কুটুমক খবৰ দিয়া নাছিল। এটা সাধাৰণ কবৰখানাত ৪ / ৫ জন লোক বিশেষকৈ তেওঁৰ ডাঙৰ ল'ৰা-ছোৱালীজনী আৰু এটা চাকৰ উপস্থিত আছিল। এইটো তেওঁৰ বাবে নাভূত-নাশ্ৰুত কথা। কোনেও ইয়াৰ ব্যাখ্যা দিব নোৱাৰে। তেওঁক এনে এটা গোপন কবৰত সমাধিস্থ কৰা হৈছিল যে বিশ্বৰ কোনেও আন নালাগে ফ্ৰান্সৰ হোমিওপাথ সকলেই গম পোৱা নাছিল। এই বিষয়ে জাৰ্মান আৰু ফ্ৰান্সৰ হোমিওপাথ সকলৰ ডাঙৰ সমস্যাই হৈছিল। সম্পূৰ্ণ পঞ্চাশ বছৰ ধৰি অনুসন্ধান চলোৱাৰ পিছত ১৮৭২ চনত ডা: উইল ক্লুৱে লিপজিগৰ

হোমিওপেথিক বেকেলেণ্ডাৰত প্ৰকাশ কৰিছিল যে হেনিমেনৰ সমাধিৰ ওচৰতে শ্ৰীমতী হেনিমেনক কবৰ দিয়া হৈছিল। সেই ঠাইত কোনো ধৰণৰ লেখনি নাছিল। সেই শৱ যাত্ৰাত তেওঁৰ ডাঙৰ ল'ৰাজন আছিল। সম্পূৰ্ণ পঞ্চাশ বছৰ আগৰ কথাখিনি জনাৰ এবছৰ আগতে এটা ধুনীয়া প্ৰতিমূৰ্ত্তি কৰা হৈছিল। সেই সময়ত কবৰ স্থানত এনে ধৰণৰ নমুনা আঁকাটো নিষিদ্ধ আছিল। এমেৰিকান হোমিওপাথ সকল এই বিষয়ত বৰ সজাগ আছিল। কিয়নো এই মহান বিজ্ঞানী আৰু হোমিওপেথিক চিকিৎসাৰ জন্মদাতাজনৰ স্মৃতি চিহ্ন ৰাখি তেওঁক উচ্চ স্থান দিয়াৰ বাবে ফিলাডেল ফিয়াৰ ডা: থামাচ লিন্দিছিল বেডফৰ্ড বিচাৰ্ড হেলক সহায় কৰিছিল হোমিওপেথিক কলেজৰ এজন ছাত্ৰই। এৱেঁই তেওঁৰ জীৱন দৰ্শন আৰু কামৰ একমাত্ৰ অধিকাৰী। সেই কলেজৰ এজন অধ্যাপক ডা: প্লেটোৱে ইউৰোপ ভ্ৰমণ কৰি বেডফোৰ্ডৰ উপদেশ মতে আচল ঠাইখিনি বিচাৰি উলিয়ালে। সেয়া হ'ল ৯ নং ১৬ শাখাৰ কবৰটো শ্ৰীমতী হেনিমেনৰ। অকল সেয়ে নহয় ডা: হেনিমেনৰ কবৰটোও নিশ্চয় ওচৰতে থাকিব লাগিব বুলি অনুসন্ধান কৰি তথ্যপাতি লৈ ৮ নং কবৰটো হেনিমেনৰ বুলি চিনাক্ত কৰা হ'ল। প্ৰফেচাৰ প্লেটোৱে হেনিমেনৰ ডাঙৰ ল'ৰালৈ লিখিছিল যে ৮ নং কবৰটো যে হেনিমেনৰ কোনো সন্দেহ নাই। কাৰণ, তাৰ ওচৰৰ কবৰৰ ইটাবোৰ তেওঁৰ বৰদেউতাকৰ কবৰৰ ইটা। গতিকে পলম নকৰি এই ৮ নং কবৰটো চকুত লগাকৈ সজাই পৰাই উলিয়াব লাগে। সেইমতে ফিলাডেল ফিয়া কলেজৰ কৰ্মকৰ্তা সকলে আৰ্থিক সাহায্য আগবঢ়াইছিল। এই ক্ষেত্ৰত এমেৰিকান, জাৰ্মান, ফৰাচীৰ হেমিওপাথ সকলে লগ লাগি কিবা এটা কৰিব লাগে বুলি ১৮৯৬ চনত সিদ্ধান্ত কৰা হয়। তাৰ ভিতৰত বহুতে স্মৰণ কৰিলে যে যিহেতু হেনিমেনৰ শেষ ইচ্ছা তেওঁৰ পত্নীৰ কবৰতে একেলগে থাকিব,

গতিকে বৰ্তমানৰ ঠাইখিনি উপযুক্ত নহয় বুলি সেই ঠাইৰ পৰিবৰ্তে পেৰিছত এটা আটক ধুনীয়া কবৰ স্থান নিৰ্মাণ কৰা হ'ল। স্মৃতি চিহ্ন হিছাপে। পেৰিছৰ বিখ্যাত লোকে কবৰস্থলীত ১৮৯৮ চনৰ এপ্ৰিল মাহত বিশ্বৰ বহু খ্যাতনামা চিকিৎসকৰ উপস্থিতিত সেই শুভকাৰ্য সম্পন্ন কৰা হয়। পয়ত্ৰিশজন বিভিন্ন দেশৰ প্ৰতিনিধিৰ উপস্থিতিত চৰকাৰৰ পৰা বিশেষ ধৰণৰ হুকুম লৈ সেই কবৰটো খান্দি তাৰ পৰা কফিনটো উলিয়াই আনি দেখে যে হেনিমেনৰ গাৰ চাৰিওপিনে তিৰোতা মানুহৰ দীঘল চুলি একোছা মেৰিয়াই থোৱা আছিল।

সেই চুলিটাৰী তেওঁৰ ঘৈণীয়েকৰে আছিল আৰু আছিল ফ্ৰান্সৰ নিয়ম

অনুসাৰে ইজনে সিজনৰ আঙুঠি পিন্ধি থকা। তাত লিখা আছিল হেমুৱেল হেনিমেন আৰু শ্ৰীমতী হাৰভেলি। তেওঁলোক ১৮৩৫ চনত লগ হৈছিল। প্ৰকাশ যে পুলিচ কমিচনাৰে সেই আঙুঠি দুটা শৱ শৰীৰৰ পৰা উলিয়াই আনিবলৈ কৈছিল। ডা: গেলেনৰ ৰিপোৰ্ট মতে লগতে এটা সোণৰ পদকো পোৱা হৈছিল হেনিমেনৰ। পদকটো হেনিমেনৰ মহৎ অবদানৰ বাবে দিয়া। আনহাতে তেওঁ স্মৃতি স্তম্ভ Simila Simila Gutery পুলিচ কমিচনাৰৰ আদেশ মতে তেওঁলোকৰ ভাল পোৱাৰ স্মৃতি চিহ্নবোৰ কটো তুলি লোৱা হৈছিল।

হেনিমেন আৰু তেওঁৰ পত্নীৰ কফিন দুটা দহজন লোকৰ দ্বাৰা শৱযাত্ৰা কৰি পিয়েৰ লিমৰ কবৰ স্থানলৈ নিয়া হৈছিল। সেই শৱ যাত্ৰাত আছিল তেওঁৰ ডাঙৰ ল'ৰা Suss Holimen মি: স্কোয়েশীল Dr. Richerd Hugum আৰু তিনিগৰাকী প্ৰতিনিধি ডা: ছিফা, ডা: হেৰিমেন আৰু ডা: কাৰ্টাৰ। এই সকলৰ সাক্ষাতত শৱদেহ চমজাই দিয়া হৈছিল কবৰ থানাত। তেওঁৰ পত্নীক এটা সৰু কফিনত ভৰাই হেনিমেনৰ ভৰিৰ পিনে থোৱা হৈছিল— উক্ত সাক্ষীসকলৰ সাক্ষাতত। যিয়েই নহওক তাৰ দুবছৰ পিছত ১৯০০ চনত আন্তৰ্জাতিক হোমিওপেথিক কংগ্ৰেছৰ সিদ্ধান্তক্ৰমে এটা স্মৃতিস্তম্ভ সজা হয়। সেই উৎসৱত প্ৰতিনিধিত্ব কৰিছিল ফ্ৰান্স, জাৰ্মান, বেলজিয়াম, ইংলেণ্ড, ইটালি, ৰুছিয়া, স্পেইন, আমেৰিকা আদি দেশৰ খ্যাতনামা চিকিৎসকসকলে। ফ্ৰান্সৰ মাটিত হেনিমেনৰ স্মৃতিচিহ্ন চিৰদিনৰ বাবে জিলিকি থকাৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰিছে তেওঁলোকে।

জাৰ্মানিত জন্মগ্ৰহণ কৰা, হোমিওপেথিক চিকিৎসাবিজ্ঞানৰ ভেটি স্থাপন কৰা মহৎ ব্যক্তিজনৰ স্মৃতিস্তম্ভ ফ্ৰান্সৰ মাজ ঠাইত নিৰ্মাণ কৰি বিৰিলাকে এই মহৎ কাম সমাধা কৰিছিল তেওঁলোকে গোটেই মানৱ জাতিৰ কল্যাণৰ বাবেই এই কাম কৰিছিল।

এই কামখিনি কৰাৰ এমাহ আগতে ৰাজহুৱাভাৱে বাইজৰ মাজত প্ৰচাৰ কৰা হৈছিল আমেৰিকাৰ ৰাজধানী ওৱাশিংটনৰ পৰা। আমেৰিকান হোমিওপাথসকলে ৭৫০০০ ডলাৰ খৰচ কৰিছিল এই উদ্দেশ্যে। অথচ হেনিমেন কোনোকালেই আমেৰিকান নাছিল। হেনিমেনৰ বিষয়ে সু-সিদ্ধান্তত উপনীত হোৱাৰ বাবে আমেৰিকাৰ ৰাষ্ট্ৰপতিৰ পৰা হুকুম আনিব লগা হৈছিল। বৰ্তমানেও স্কট চহৰৰ পূব প্ৰান্তত এটা স্মৃতিচিহ্ন আছে ৰাজহুৱা খণ্ডত।

ইয়াৰ পৰাই পৰিষ্কাৰভাৱে বুজা যায় হেনিমেনৰ বৈজ্ঞানিক আৱিষ্কাৰৰ প্ৰতি বিশ্বৰ কিমান শ্ৰদ্ধা। এই স্মৃতিস্তম্ভটো নেছে চুছেটচ এভিনিউত প্ৰতিষ্ঠা কৰা আন এটা আকৰ্ষণীয় কাম ১৬ নং পথত বৃহৎ ৰাজহৱা খণ্ডৰ এই স্মৃতিস্তম্ভটো বৰ মনোমোহা। ইয়াৰ পৰা বুজিব পাৰি গোটেই বিশ্বই তেওঁৰ বৈজ্ঞানিক আৱিষ্কাৰ শ্ৰদ্ধাৰে গ্ৰহণ কৰিছে।

# আব্ৰাহাম লিংকন

সেইদিনা আছিল'গুদ ফ্ৰাইডে'। শান্তিৰ দিন । ১৮৬৫ চনৰ ১৪ এপ্ৰিল। 'হোৱাইট হাউচৰ চৌপাশে অগণন জনতাৰ ভিৰ। দ্বিতীয়টো কাৰ্যকালৰ বাবে বিপুল ভোটত পুনৰবাৰ বিজয়ী হৈ অহা তেওঁলোকৰ প্ৰিয় নেতা আব্ৰাহাম লিংকনক এপলকৰ বাবে হলেও চাই লোৱাৰ হেঁপাহ। যিজন মহান নেতাৰ সবলনেতৃত্বৰ তলত তেওঁলোক এক সুদীৰ্ঘ সংকট পূৰ্ণ সময়ৰ মাজেৰে উত্তীৰ্ণ হৈ আহিছে। ইতিহাসৰ যুগ পুৰুষ সেই আব্ৰাহাম লিংকনক কিঞ্চিত সময়ৰ বাবে হলেও এবাৰ দেখা পোৱাৰ হাবিয়াহ সকলোৰে মনত। ৰাষ্ট্ৰপতি লিংকন 'হোৱাইট হাউচৰ' বাহিৰলৈ ওলাই এবাৰ সকলোকে দেখা দিলে দাড়ি কেইডালৰ মাজেৰে মুখত এটা অনাবিল হাঁহি লৈ।

সেই দিনাই ঘন কুৱলীৰ মাজেৰে ৰাষ্ট্ৰপতি লিংকনৰ সৈতে তেওঁৰ পত্নীলৈ তেওঁলোকৰ ঘোঁৰাৰ বাগীখন গৈ ৰ'লগৈ 'ফ'ড থিয়েটাৰ' হলৰ সন্মুখত। ৰাষ্ট্ৰপতিৰ উপস্থিতিত বিখ্যাত শিল্পী 'লোৱাৰা কীনে' পৰিবেশন কৰিবলগীয়া 'আৱাৰ আমেৰিকান কজিন' (Our American Cousin) চাবৰ বাবে ইতিমধ্যে হলঘৰ ভৰি পৰিছে। দৰ্শকেৰে ভৰিপৰা হলঘৰত ৰাষ্ট্ৰপতি লিংকনে প্ৰবেশ কৰাৰ লগে লগেই হৰ্ষধ্বনি কৰি উঠিল সমূহ দৰ্শক থিয় হৈ। প্ৰিয় নেতাক সকলোৱে অভিনন্দন জনালে। তাৰ পিছত অনুষ্ঠান আৰম্ভ হ'ল। '...আৱাৰ আমেৰিকান কজিন...।' অনুষ্ঠানত পৰিবেশিত সংগীতৰ বাহিৰে হলঘৰ নিস্তব্ধ। সকলোৱে উপভোগ কৰিছে সুন্দৰ অনুষ্ঠানটো।

ইয়াৰ মাজতে হলঘৰটো কঁপাই তুলিলে বন্দুকৰ তিনিজাই গুলীয়ে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি মানৱতাবাদী মহান নেতা আব্ৰাহাম লিংকন বহা ঠাইতে ঢলি পৰিল। গুলী মূৰত লাগিল। ততাতৈয়াকৈ আহত ৰাষ্ট্ৰপতিক

থিয়েটাৰ হ'লৰ ওচৰতে বাস কৰা উইলিয়াম পিটাৰচন নামৰ এজন দৰ্জীৰ বাসস্থানলৈ লৈ যোৱা হ'ল। চিকিৎসক সকল আহিল। নিশাটো ধৰি আপ্ৰাণ চেষ্টা চলালে। মৃতৰ শিতানত থিয় হৈ থকা শ্ৰীমতী লিংকন কান্দোনত ভাগি পৰিল। তেওঁৰ সমুখেদি এজন এজনকৈ কেবিনেট সদস্যসকল হতবাক হৈ, সন্তৰ্পণে পাৰ হৈ গৈ একাষে একাষে থিয় দিয়েগৈ। পুৱা ৭ বাজি ১৫ মিনিট যোৱাত মহান নেতা লিংকনে শেষ নিশ্বাস ত্যাগ কৰিলে। সেইদিনা আছিল ১৮৬৫ চনৰ ১৫ এপ্ৰিল।

লিংকনৰ হত্যাকাৰী আধা-পগলা জন উলকচ বুথক ইয়াৰ কেইদিনমান পিছত গুলীয়াই মৰা হয়।

আব্ৰাহাম লিংকনৰ জন্ম হয় ১৮০৯ চনৰ ১২ ফেব্ৰুৱাৰী তাৰিখে। আব্ৰাহামৰ দেউতাক থমাছ লিংকন আছিল কেণ্টাকি অঞ্চলৰ এজন সাধাৰণ শ্ৰেণীৰ খেতিয়ক। থমাছ লিংকনৰ পত্নী আব্ৰাহামৰ মাকৰ নাম আছিল নেনচি লিংকন। আব্ৰাহামৰ দুবছৰ বয়সত লিংকন পৰিয়াল লুইজভিলৰ পৰা ৪০ মাইল নিলগৰ 'নব ক্ৰীক' নামে ঠাইলৈ স্থানান্তৰিত হয়। আব্ৰাহামৰ ৭ বছৰ বয়সলৈকে এই ঠাইত থকাৰ পিছত থমাচ লিংকনে নতুন পমুৱা মাটিৰ সন্ধানত ওলাই গৈ পূৰ্বতে থকা ঠাইৰ পৰা কুৰি মাইলমান নিলগত অহাইঅ' নদীৰ পাৰৰ বনভূমিত বসবাস কৰিবলৈ লয়।

মনোৰম প্ৰাকৃতিক সৌন্দৰ্যৰ মাজত গোটা গোটা কাঠৰ টুকুৰাৰে নিৰ্মিত কৰা সাধাৰণ অথচ সুন্দৰ ঘৰ। ইংৰাজীত যাক 'কেবিন' বোলা হয়। অনতিদূৰত বহমান অহাইঅ' নদী। ঘৰৰ সমুখেদি পাৰ হৈ গৈছে যাই পথ। ৭ বছৰীয়া লিংকনে ঘৰৰ চৌহদৰ পৰা লক্ষ্য কৰি থাকে। ৰাস্তাৰে আহ-যাহ কৰি থকা বিভিন্ন লোক। প্ৰাণ ভৰি উপভোগ কৰে ঠাই টুকুৰাৰ প্ৰাকৃতিক সৌন্দৰ্য। কিন্তু তাৰ মাজতে ঘৰৰ সন্মুখৰ ৰাস্তাটোৰে কঁকালত ৰচী লগাই ক্ৰীতদাস সকলক লৈ যোৱা দৃশ্যই শিশু আব্ৰাহামৰ মন ভাৰাক্ৰান্ত কৰি তোলে।

১৭ বছৰ বয়সত আব্ৰাহামে এণ্ডাৰচন পাৰঘাটত ফেৰী চালকৰ সহায়ক হিছাপে চাকৰিত যোগ দিয়ে। পাৰিশ্ৰমিক দিলে ৩৫ চেণ্ট। সেইকালৰ হিছাপতো অতি সামান্য উপাৰ্জন। তথাপি, সদাব্যস্ত অহাইঅ' নদীৰ মোহনাৰ পৰা আহ-যাহ কৰা শাৰী শাৰী নাও জাহাজৰ দৃশ্যৰ মাজত আব্ৰাহামক টকা পইচাৰ নাটনিয়ে বিশেষ আমনি কৰিব নোৱাৰে। তেওঁ মাজে মাজে ভাৱে অহাইঅ' বা মিছিছিপি নদীৰে এটা নৌকা অভিযান চলোৱাৰ কথা।

১৯ বছৰ বয়সত ভৰি দিয়াৰ লগে লগে আব্ৰাহামে আগৰ চাকৰিটো এৰি দি অহাইঅ' আৰু মিছিছিপি নদীয়েদি নিউ অৰ্লিনচলৈ, প্ৰায় এহেজাৰ মাইল অতিক্ৰম কৰি এখন মালবাহী নাও লৈ যোৱাৰ চুক্তি কৰে।

নিউ অৰ্লিনচ (New Orleans) তেওঁ ভবা মতেই এখন চমৎকাৰ ঠাই। এখন ডাঙৰ চহৰ। বন্দৰ ঘাটী। সমগ্ৰ পৃথিৱীৰ ঐশ্বৰ্য যেন এই নিউ অৰ্লীনচতে আছে। দেশ-বিদেশৰ, বিভিন্ন ভাষা-ভাষী ক'ত মানুহ। কোনোবাই যদি ফৰাচী ভাষাত কথা কৈছে, কোনোবাই কৈছে ওলন্দাজী ভাষাত, আকৌ আন এজনে হয়তো স্পেনিচ ভাষাতে চিঞৰিছে। লিংকনে লক্ষ্য কৰিলে বেছি ভাগ সময়তে চিঞৰ-বাখৰকৈ মতা হৈছে ক্ৰীত দাসবোৰক। পিঠিত একোটা প্ৰকাণ্ড বোজালৈ ক্লান্ত, অবসন্ন দেহাৰে ক্ৰীতদাসবোৰ। সিহঁতে অকণমান সময়ো বিশ্ৰাম লব নোৱাৰে। সিহঁতে মালবাহী জাহাজবোৰৰ পৰা বিভিন্ন খাদ্য দ্ৰব্যৰ বোজা উঠোৱা নমোৱাৰ কাম কৰিছে। ক্লান্তিত যদি কোনোবা এজন ক্ৰীতদাস কৰবাত এখন্তেকৰ কাৰণে বহি পৰিছে তেন্তে চিঞৰ বাখৰৰ লগতে তেওঁৰ পিঠিত পৰিছে চাবুকৰ কোব। যুৱক আব্ৰাহামৰ মন বিষন্ন হৈ পৰে এইবোৰ দেখি।

ঘৰলৈ ঘূৰি আহি সেই দিনৰ নিয়ম অনুসৰি আব্ৰাহামে দেউতাকৰ হাতত তুলি দিয়ে তেওঁৰ সেই যাত্ৰাৰ উপাৰ্জন ২৪ ডলাৰ ধন।

১৮৩০ চনত আব্ৰাহাম ইলিন ইচৰ নিউ চালেম বন্দৰত কেৰেণীৰ চাকৰিত সোমায়। এই সময়তে তেওঁ ৰাজনীতিত সোমাই পৰে। ১৮৩২ চনত তেওঁ ইলিনিচ ৰাজ্য পৰিষদৰ আসনৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰে। কিন্তু সেই নিৰ্বাচনত তেওঁ পৰাজয় বৰণ কৰিবলগীয়া হয়। ১৮৩৪ চনত তেওঁ পুনৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰে আৰু বিপুল ভোটত জয় লাভ কৰে।

ৰাজনীতিৰ লগতে আব্ৰাহামে আইনতো চৰ্চা কৰিবলৈ লয়। ইয়াৰ পিছত ১৮৪২ চনত তেওঁ মেৰী টডক বিয়া কৰায়। ১৮৪৬ চনত মেৰীৰ অনুপ্ৰেৰণাতেই তেওঁ ইলিনইচৰ পৰা আমেৰিকাৰ চিনেটলৈ প্ৰতিদ্বন্দ্বিতা কৰে। এই নিৰ্বাচনত তেওঁ কংগ্ৰেছৰ সদস্য হিচাপে জয়ী হয় আৰু ১৮৪৭ চনত তেওঁ চিনেটত যোগ দিবৰ বাবে ৱাছিংটনলৈ যায়। শৈশৱৰে পৰা লিংকনৰ মনত দাসত্ব প্ৰথাৰ বিৰুদ্ধে যি ভাৱৰ প্ৰতিক্ৰিয়া হৈছিল তাৰ ফলস্বৰূপে তেওঁৰ মনে এই ঘৃণনীয় প্ৰথা অন্ত পেলোৱাৰ এটা পথ বিচাৰিছিল সকলো সময়তে। চিনেট সদস্য হিচাপে নিৰ্বাচিত হৈ অহাৰ পিছত তেওঁ প্ৰথম সুযোগ পাই

দাসত্ব প্ৰথাৰ বিলোপ সাধনৰ বাবে এখন বিল উত্থাপন কৰে। কিন্তু সংসদত বিলখন নাকচ কৰা হয়। ইয়াৰ পিছত কিছুকালৰ বাবে তেওঁ ৰাজনীতিৰ পৰা আঁতৰত থাকে আৰু ওকালতি কৰিবলৈ লয়।

সুদীৰ্ঘ তেৰ বছৰৰ মূৰত ১৮৬০ চনত তেওঁ ৰিপাব্লিকান দলৰ মনোনীত প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বিতা কৰি জয়ী হয়। ইতিমধ্যে দেশত গৃহযুদ্ধৰ সম্ভাৱনীয়তাই দেখা দিয়ে। দক্ষিণাঞ্চলৰ উগ্ৰপন্থী ৰাজনীতিক সকলে ৰিপাব্লিকান দলৰ বিৰুদ্ধে প্ৰচাৰ অভিযান আৰম্ভ কৰিলে। তেওঁলোকে জনসাধাৰণক সাৱধান কৰি দি ক'লে যে ৰিপাব্লিকান দল জয়ী হোৱা মানে কেৱল উত্তৰাঞ্চলৰ উন্নতি হোৱা। এই উগ্ৰপন্থী সকলেই দাসত্ব প্ৰথাৰ বিলোপ সাধনৰ বাবে প্ৰথমবাৰ লিংকনে উত্থাপন কৰা প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। কিয়নো ক্ৰীতদাসৰ বৃহত্তৰ বজাৰখনৰ অংশীদাৰ আছিল তেওঁলোকো।

এই বিৰুদ্ধ অৱস্থাৰ মাজতে ১৮৬০ চনৰ ৬ নবেম্বৰ তাৰিখে আব্ৰাহাম লিংকনে আমেৰিকাৰ ৰাষ্ট্ৰপতি হিছাপে কাৰ্যভাৰ গ্ৰহণ কৰে। ৰাষ্ট্ৰপতিৰ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই লিংকন গৃহযুদ্ধৰ সন্মুখীন হ'বলগীয়া হয়। এই গৃহযুদ্ধই দেশক লৈ যায় এক ঘোৰতৰ সংকটৰ সন্মুখলৈ। সেই সংকটৰ সময়ত লিংকনৰ ধৈৰ্য, সাহস আৰু কৌশলৰ প্ৰদৰ্শনে সমগ্ৰ বিশ্বকে মুগ্ধ কৰে। তথাপি ক্ৰমাগত ভাৱে দীঘলীয়া হৈ গৈ থকা গৃহযুদ্ধখন শেষ হোৱাৰ আগতেই ৰাষ্ট্ৰপতি হিছাপে লিংকনৰ প্ৰথমটো কাৰ্যকালৰ অন্ত পৰে। নিজৰ আধৰুৱা কাম সম্পূৰ্ণ কৰাৰ লগতে দেশলৈ শান্তি ঘূৰাই অনাৰ প্ৰতিশ্ৰুতিৰে লিংকনে দ্বিতীয়টো কাৰ্যকালৰ বাবে প্ৰতিদ্বন্দ্বিতাত নামে। আৰু ১৮৬৫ চনত অনুষ্ঠিত হোৱা এই নিৰ্বাচনতো পূৰ্বতকৈ অধিক সংখ্যা গৰিষ্ঠ ভোটত জয়লাভ কৰি তেওঁ পুনৰবাৰ প্ৰমাণ কৰে তেওঁৰ জনপ্ৰিয়তা।

১৮৬৫ চনৰ ৪ মাৰ্চ তাৰিখে আৰম্ভ হ'ল- লিংকনৰ ৰাষ্ট্ৰপতি হিছাপে দ্বিতীয়টো কাৰ্যকালৰ। ইয়াৰ মাত্ৰ ৬ সপ্তাহৰ পিছত ১৪ এপ্ৰিল তাৰিখে আততায়ীৰ গুলীত ধৰাশায়ী হয় মহান নেতা আব্ৰাহাম লিংকন আৰু ১৫ এপ্ৰিল তাৰিখে শেষ নিশ্বাস ত্যাগ কৰে।

জীৱিত কালত তেওঁৰ বিৰোধিতা কৰা প্ৰতিজন লোকেই তেওঁৰ মৃত্যুৰ পিছত লিংকনৰ মহানতা স্বীকাৰ নকৰি নোৱাৰিলে। বিশেষকৈ দাসত্ব প্ৰথাৰ বিলোপ সাধনৰ বাবে লিংকনে লাভ কৰিলে বিশ্ববাসীৰ শ্ৰদ্ধা আৰু স্নেহ।

# আৰ্ণেষ্টো চে'গুৱেভাৰা

পৃথিবীৰ শোষিত নিপীড়িত জনগণৰ মুক্তিৰ লক্ষ্য আগত ৰাখি নিজৰ প্ৰাণ আহুতি দিয়া মহান বিপ্লবীসকলৰ ভিতৰত আৰ্ণেষ্টো চে'গুৱেভাৰাৰ নাম হয়তো সৰ্বকালৰ বাবে শীৰ্ষস্থানত থাকিব।

আৰ্ণেষ্টোৰ জীৱনৰ প্ৰথম অৱস্থাত লক্ষ্য আছিল চিকিৎসা বিজ্ঞানৰ গৱেষণা কৰি এইক্ষেত্ৰত কিবা নতুন তথ্য বা ঔষধাদিৰ ক্ষেত্ৰত এক অৱদান আগবঢ়াই যোৱাৰ। এই লক্ষ্য আগত ৰাখি তেওঁ চিকিৎসা বিজ্ঞানৰ শিক্ষা শেষ কৰি ডিগ্ৰী লাভ কৰি এজন চিকিৎসকো হৈছিল। কিন্তু ইয়াৰ লগতে তেওঁৰ মনত কিছুমান দু:সাহসিক কাৰ্য সাধনৰ আকাংক্ষায়ো বাস কৰিছিল। সেইবাবে ছাত্ৰ অৱস্থাতে তেওঁ মাজে মাজে এনে কেতবোৰ অভিযানত ঘৰৰ পৰা ওলাই গৈছিল। এই অভিযানসমূহৰ এটাত তেওঁ লেটিন আমেৰিকাৰ বিভিন্ন দেশৰ মাজেৰে প্ৰায় ৪০০০ মাইল চাইকেলেৰে ভ্ৰমণ কৰিছিল। এই ভ্ৰমণৰ আৰম্ভণিৰ পৰা শেষলৈকে এই সময়ছোৱাৰ ভিতৰত বিভিন্ন দেশৰ মাজেৰে পাৰ হৈ যোৱা অৱস্থাত লেটিন আমেৰিকাবাসীৰ ওপৰত হোৱা শোষণ-নিপীড়ন আৰু তেওঁলোকৰ দুখ-দুৰ্দশাৰ যিখন ছবি দেখিবলৈ পায় সেই ছবিয়ে জন্ম দিয়ে প্ৰচণ্ড এক বৈপ্লৱীক ভাবৰ, বিপ্লৱৰ এক আগ্নেয়গিৰিৰ। তেওঁ ভাবিলে, এজন চিকিৎসা বিজ্ঞানী হিচাপে তেওঁ পৃথিবীখনক কিবা এটা দিয়াতকৈ এই শোষিত নিপীড়িত মানুহবোৰৰ মুক্তিৰ বাবে কিবা এটা কৰাটো অধিক প্ৰয়োজনীয় বা হয়তো কম প্ৰয়োজনীয় নহয়। এই চিন্তাই তেওঁক কৰি তুলিলে এজন বিপ্লৱী। দুৰ্গতজনৰ মুক্তি সাধনৰ মনোকামনাৰে আৰু দৃঢ় বিশ্বাসেৰে তেওঁ হাতত তুলি ল'লে অস্ত্ৰ, শোষণৰ বিৰুদ্ধে। অস্ত্ৰ, সাম্ৰাজ্যবাদৰ বিৰুদ্ধে। কৃতকাৰ্যও হ'ল লেটিন আমেৰিকাৰ একাধিক দেশৰ জনতাক সাম্ৰাজ্যবাদৰ নিপীড়নৰ পৰা মুক্ত কৰাৰ ক্ষেত্ৰত কিন্তু তেওঁৰ বিপ্লৱ

তাতেই সীমাবদ্ধ নাথাকিল। লেটিন আমেৰিকাৰ আৰু বহুতো দেশ তেতিয়াও সাম্ৰাজ্যবাদৰ কবলৰ পৰা মুক্ত কৰিবলৈ বাকী। বলিভিয়াৰ অৰণ্যাঞ্চলত হোৱা তেওঁৰ জীৱনৰ শেষ গেৰিলা যুদ্ধখনত মৃত্যুবৰণ নকৰালৈকে আৰ্ণেষ্টো চে'গুৱে ভাৰাই চলাই গ'ল তেওঁৰ অসীম সাহসী বিপ্লব।

ডন আৰ্ণেষ্টো গুৱেভাৰা লিনচ আৰু তেওঁৰ পত্নী চিলিয়া দ্য লা চাৰ্নাৰ দাম্পত্য জীৱনৰ প্ৰথম সন্তান আৰ্ণেষ্টো গুৱেভাৰাৰ জন্ম হয় ১৯২৮ চনৰ জুন মাহৰ চৈধ্য তাৰিখে আৰ্জেণ্টিনাৰ ৰজাৰিঅ' নামে চহৰত। দুবছৰ বয়সত আৰ্ণেষ্টো হাপানী ৰোগত আক্ৰান্ত হয়। শিশু আৰ্ণেষ্টোৰ এই ৰোগ নিৰাময়ৰ বাবে দেউতাক ডন গুৱেভাৰা আৰু মাক চিলিয়াই চলোৱা সকলো প্ৰচেষ্টা বিফলে-যায় আৰু আৰ্ণেষ্টো গুৱেভাৰাই এই ৰোগ দেহত লৈয়ে ডাঙৰ হয়। আৰ্ণেষ্টো গুৱেভাৰাৰ পিছত ডন আৰু চিলিয়াৰ আৰু চাৰিটি সন্তানৰ জন্ম হয়; দুই কন্যা চেলিয়া আৰু আনা মেৰিয়া আৰু দুই পুত্ৰ ৰবাৰ্টো আৰু জুৱান মাৰ্টিন। লিনচ পৰিয়ালত আৰ্ণেষ্টোৰ হাপানী ৰোগটোৰ বাহিৰে আন একো দুখৰ কথা নাছিল। পাঁচোজা সন্তানেৰে সৈতে ডন আৰু চিলিয়াৰ সংসাৰ সুখতেই চলিছিল। আৰ্ণেষ্টো গুৱেভাৰাৰ অসুখটোৰ বাবে মাক-দেউতাকৰ মনত এটা বেদনাৰ ভাব আছিল যদিও শিশু আৰ্ণেষ্টোক কিন্তু এই অসুখে দমাই ৰাখিব পৰা নাছিল। ভায়েক-ভনীয়েকহঁতৰ দৰে তেওঁ স্বাভাবিকভাৱেই পঢ়া-শুনা কৰিছিল, স্কুললৈ গৈছিল আৰু সকলো ধৰণৰ খেলা-ধূলাত অংশ গ্ৰহণ কৰিছিল। স্কুলৰ ফুটবল আৰু ৰাগবী টীমত তেওঁ আছিল অপৰিহাৰ্য। পঢ়া-শুনাৰ প্ৰতিও আৰ্ণেষ্টো গুৱেভাৰাৰ অত্যন্ত ধাউতি আছিল। তেওঁ অতি কম বয়সতেই চালগিৰি (Salgari) জুলে ভাৰ্ণে (Jules Verne) আলেকজেণ্ডাৰ ডুমাচ (Alenader Dumas) ভিক্টৰ হিউগো (Victor Hugo) জেক লণ্ডন (Jack London) আদিৰ ৰচনাসমূহ পঢ়ি শেষ কৰিছিল। পিছলৈ তেওঁ কাৰভেণ্টেচ (Carvantes) এনাটোলে ফ্ৰান্স, টলষ্টয় দস্তয়ভেস্কি, মেক্সিম গৰ্কী আদিৰ উপৰিও লেটিন আমেৰিকান সাহিত্যিকসকল যেনে চিৰো এলগ্ৰিয়া (Ciro Alegria) জৰ্গা ই কাজা (Jorge Icaza) জো ইউষ্টাচিঅ' ৰিভেৰা (Jose Eustacio Rivira) আদিয়ে সেই সময়ৰ চাহ বাগিচা আৰু শস্যক্ষেত্ৰত কাম কৰা লেটিন আমেৰিকাৰ ক্ৰীতদাসসকলৰ দুখ আৰু যন্ত্ৰণাময় জীৱনক কেন্দ্ৰ কৰি ৰচনা কৰা উপন্যাস সমূহ পঢ়ি শেষ কৰিছিল।

শিশু অৱস্থাৰ পৰাই গুৱেভাৰাই ভাল পাইছিল কবিতা। বৰ্ডলেয়াৰ

[Bsudeleire], ভাৰ্লেইন [Verlain], এণ্টনিয় মাকাডো (Antoneo Machado) আৰু পাবলো নেৰুদা (Pablo Neruda) এইসকল আছিল তেওঁৰ প্ৰিয় কবি। এইসকল কবিৰ প্ৰায়বোৰ কবিতাই তেওঁ কণ্ঠস্থ কৰি পেলাইছিল। স্পেনীচ ৰিপাব্লিকান কবি লিঅ' ফিলিপৰ (Leon Philip) 'ৰেইন ডীয়েৰ' (Raindeer) কবিতা পুথিখন সকলো সময়তে লগত লৈ ফুৰিছিল। 'জীৱনত শেষবাৰৰ বাবে কিউবা এৰি যোৱাৰ আগমুহূৰ্তত ভায়েক ৰবাৰ্টোৰ হাতত থকা স্পেনীচ কবিতা চয়ন [Anthology of Spanish Verse] খনৰ পৰা পাব্লো নেৰুদাৰ যেৱাৰ ওৱেল [Farewell] কবিতাটো কাগজত টুকি লগত লৈ গৈছিল। তেওঁৰ জীৱনৰ শেষ সময়ত শত্ৰুপক্ষৰ গুলীত আহত হোৱাৰ সময়তো এনেকৈ টুকি ৰখা তেওঁৰ প্ৰিয় কবিতাসমূহৰ এখন টোকাবহী তেওঁৰ নিজা ৰচনা, বিখ্যাত 'বলিভিয়ান ডায়েৰী' (Bolivian Diary) ৰ সৈতে তেওঁৰ পিঠিৰ মোনাত পোৱা গৈছিল। ইয়াৰ উপৰি গুৱাভাৰাৰ বিশেষ চখ আছিল দাবাখেলত। তেওঁ দাবা খেলৰ অনেক প্ৰতিযোগিতাতো অংশ গ্ৰহণ কৰি সেই বিলাকৰ পৰা পুৰস্কাৰ আৰ্জিও আনিছিল বিজয়ীৰ সন্মান।

১৯৪৬ চনতে, ১৮ বছৰ বয়সত আৰ্ণেষ্টো গুৱেভাৰা বুয়েনচ আয়াৰ্চ [Benhos Aires] ৰ নেচনেল ইউনিভাৰচিটিত চিকিৎসা বিজ্ঞানৰ ছাত্ৰ হিচাপে ভৰ্তি হয়। ১৯৫৩ চনত তেওঁ এই বিশ্ববিদ্যালয়ৰ পৰা উত্তীৰ্ণ হৈ ওলোৱালৈকে এই সাতবছৰ সময়ৰ ভিতৰত গুৱেভাৰা শিক্ষাগ্ৰহণৰ মাজতে কেইবাটাও দুঃসাহসিক অভিযানত ওলাই যায়। ১৯৪০ চনত এখন তেলবাহী জাহাজৰ ক্ৰুমেন অৰ্থাৎ কুলী হিচাপে ত্ৰিনিনাদ আৰু বৃটিছ গায়েনা ভ্ৰমণ কৰি আহে। এই একে বছৰতে তেওঁ আৰ্জেন্টিনাৰ ১২খন ৰাজ্যৰ মাজেৰে প্ৰায় ৪০০০ মাইল চাইকেলেৰে ভ্ৰমণ কৰে। ইয়াৰ পিছত ১৯৫১ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা ১৯৫২ চনৰ আগষ্ট মাহৰ ভিতৰত গুৱাভাৰাই এলবাৰ্টো 'গেণাডো' (Alberto granados) ৰ সৈতে লেটিন আমেৰিকাৰ অন্তৰ্গত চিলি, পেৰু, কলম্বিয়া আদি দেশবোৰ ভ্ৰমণ কৰে।

১৯৫৩ চনত গুৱেভাৰাই বিশ্ববিদ্যালয়ৰ শিক্ষা শেষ কৰি এজন চিকিৎসক হিচাপে স্বীকৃতি পায়। এই সময়লৈকে তেওঁৰ জীৱনৰ লক্ষ্য আছিল চিকিৎসা শাস্ত্ৰত গৱেষণা কৰি কোনো নতুন ঔষধ-পাতি আৱিষ্কাৰ কৰাৰ। কিন্তু ১৯৫৩-৫৪ ভিতৰত লেটিন আমেৰিকাৰ মাজেৰে কৰা তেওঁৰ দ্বিতীয় ভ্ৰমণত বলিভিয়া, পেৰু, ইকুৱেডৰ, কলম্বিয়া, পানামা, কষ্টাৰিকা, ছালভাদোৰ,

গুৱেটেমালা আদি দেশবোৰলৈ যাওঁতে সেই সময়ৰ সেই দেশবোৰৰ দুৰ্গত জনসাধাৰণৰ দুখ-দুৰ্দশা আৰু তেওঁলোকৰ ওপৰত চলা শোষণ-নিপীড়নৰ দৃশ্যই তেওঁৰ মন বিদ্ৰোহী কৰি তোলে। নিজে আৰ্জেণ্টিনাৰ লোক হৈও তেওঁ সমগ্ৰ লেটিন আমেৰিকাৰ প্ৰতিটো নিষ্পেষিত জাতিৰ মুক্তিৰ কথা গভীৰভাৱে চিন্তা কৰিবলৈ ধৰে। কিন্তু সেই মুক্তি কিহেৰে সম্ভৱ। তেওঁ অকলশৰে একো কৰিব নোৱৰাৰ উপলব্ধিয়ে তেওঁৰ মনত এক নি:সহায় ভাৱৰ জন্ম দিয়ে। তেওঁ মনে মনে সংকল্প গ্ৰহণ কৰে যে যদি এই সময়ত এই দেশবোৰৰ যিকোনো এখনত মুক্তিৰ আন্দোলন বা বিপ্লৱ হয় তেওঁ সেই বিপ্লৱতেই জপিয়াই পৰিব। এনেতে তেওঁৰ এই ভ্ৰমণৰ শেষৰ ফালে গুৱেটেমালাত উপস্থিত হোৱাৰ সময়ত আৰেঞ্জৰ নেতৃত্বত চলি থকা বিপ্লৱত অংশগ্ৰহণ কৰে। কিন্তু এই বিপ্লৱত আৰেঞ্জৰ সেনাবাহিনী পৰাস্ত হয় আৰু আৰ্ণেষ্টো গুৱেভাৰা ইয়াৰ পৰা পলাই গৈ মেক্সিকোত বসবাস কৰিবলৈ লয়। মেক্সিকোত থকা কালত তেওঁ মেক্সিকো চহৰৰ ইনষ্টিটিউট অৱ কাৰ্ডিঅ'ল'জিত চিকিৎসকৰ কাৰ্যভাৰ গ্ৰহণ কৰে। ১৯৫৪ চনৰ পৰা ১৯৫৬ চনলৈকে তেওঁ মেক্সিকোত কটোৱা এই সময়চোৱাৰ ভিতৰতে ১৯৫৫ চনৰ জুলাই মাহৰ ৯ তাৰিখে লগ পায় ফিডেল কাষ্ট্ৰোক।

ফিডেল কাষ্ট্ৰোই ইতিমধ্যে কেইবাটাও বিপ্লৱী অভিযানৰ গুৰি ধৰিছে আৰু খোলা যুদ্ধৰ বাবে কেইবাটাও বিপ্লৱী যোদ্ধা বাহিনী গঠন কৰি উলিয়াইছে। ফিডেল আৰু তেওঁৰ ভায়েক ৰাউল কাষ্ট্ৰোৰ সৈতে হোৱা পৰিচয়ৰ প্ৰথম পৰ্ব আৰু তাৰ পিছত তেওঁলোকৰ সৈতে হোৱা বিপ্লৱ সম্পৰ্কে গোপন আলোচনাৰ অন্তত গুৱেভাৰাই উপলব্ধি কৰে যে বিপ্লৱৰ অগণি জ্বলাই তোলাৰ যি সময় আৰু সুযোগৰ বাবে তেওঁ ইমান দিনে অপেক্ষা কৰি আছিল সেই সুযোগ আৰু সময় এতিয়া সমাগত। এই প্ৰসঙ্গত গুৱেভাৰাই গুৱেটেমালাত আহৰণ কৰা অভিজ্ঞতা আৰু তাৰ পৰা হোৱা উপলব্ধিৰ কথা উল্লেখ কৰি লিখিছিল। 'My experience in Guatemala, which stood firm against colonialism but which became a victim of agrrassion by the North American monopolies led me to one essential conclusion : In order to be a revolutionary, you need the existence of a revolution. (গুৱেটেমালাত হোৱা মোৰ অভিজ্ঞতাই... মোক এটা কথা শিকালে যে এজন বিপ্লৱীৰ বাবে এটা বিপ্লৱৰ অস্তিত্ব থকাটো প্ৰয়োজন)।

ইতিমধ্যেই বলিভিয়াত জন্ম হোৱা বিপ্লৱ আদবাটতে বৈ আছে, গুৱেটেমালাৰ বিপ্লৱ পৰাভূত হৈছে। কিন্তু ভবিষ্যতৰ প্ৰকৃত বিপ্লৱটো তেতিয়াও আৰম্ভ হোৱা নাই। কিন্তু ভবিষ্যতৰ সেই বিপ্লৱৰ সময় ক্ৰমাগতভাৱে কাষ চাপি আহিছে।

ইতিমধ্যে ফিডেল কাষ্ট্ৰো তেওঁৰ কিউবান দেশবাসী, মুক্তিকামী দেশবাসীসকলৰ অবিসম্বাদী নেতা হৈ পৰিছে। ফিডেল কাষ্ট্ৰোৰ নেতৃত্বত স্বেচ্ছাচাৰী বেটিষ্টা শাসনৰ কবলৰ পৰা দেশক মুক্ত কৰিবৰ বাবে কিউবান বিপ্লৱীসকল আগন্তুক অভিযানৰ প্ৰস্তুতিৰ বাবে একেলগ হ'ল মেক্সিকো চহৰত। এই বিপ্লৱীসকলক গেৰিলা যুদ্ধৰ বাবে প্ৰশিক্ষণ দিয়াৰ ভাৰ পৰিল স্পেনীচ সৈন্য বাহিনীৰ এজন ভূতপূৰ্ব কৰ্ণেল এলবাৰ্ট্যো বেয়ৰ ওপৰত। তেওঁ আছিল গেৰিলা যুদ্ধৰ কৌশলৰ এজন বিশেষজ্ঞ। ফিডেল কাষ্ট্ৰোই আৰ্নেষ্টো গুৱেভাৰাক গেৰিলা প্ৰশিক্ষাৰ্থী সকলৰ ভাৰ দিয়ে। চাষ্টবে'চা নামে ঠাইত গঢ়ি তোলা হ'ল প্ৰশিক্ষণ শিবিৰ। গুৱেভাৰাই প্ৰশিক্ষাৰ্থীসকলৰ তত্বাৱধান লোৱাৰ লগতে গেৰিলা যুদ্ধৰ কৌশলসমূহ সুন্দৰভাৱে আয়ত্ত কৰি নিজৰ যোগ্যতাৰ বলত গেৰিলাসকলৰ কমাণ্ডাৰ নিযুক্ত হ'ল।

১৯৫৫ চনৰ বাকী সময়খিনি আগন্তুক 'গ্ৰেণমা' অভিযানৰ প্ৰস্তুতিত পাৰ হৈ যায়। ইয়াৰ আগতে তেওঁ গুৱেটেমালাৰ বিপ্লৱত জড়িত এজন বিপ্লৱী হিছাপে সেই দেশৰ চোৰাংচোৱা বাহিনীৰ দ্বাৰা চিনাক্ত হয়। এই সময়ত পুনৰ ফিডেল কাষ্ট্ৰোৰ বিপ্লৱী বাহিনীৰ এজন শীৰ্ষস্থানীয় নেতা হিছাপেও তেওঁৰ ওপৰত আমেৰিকাৰ 'চেণ্ট্ৰেল ইনটেলিজ এজেন্সী'ৰ চকু পৰে। ১৯৫৬ চনৰ ২৬ জুন তাৰিখে মেক্সিকো চহৰত গুৱেভাৰাক গ্ৰেপ্তাৰ কৰা হয়। কিন্তু মেক্সিকান সমাজৰ একাংশ লোকে গুৱেভাৰাক গ্ৰেপ্তাৰ কৰা কাৰ্যৰ ঘোৰ প্ৰতিবাদ কৰে। এই প্ৰতিবাদকাৰীসকলৰ ভিতৰত প্ৰধান আছিল মেক্সিকোৰ ভূতপূৰ্ব নৌ পৰিবহণ মন্ত্ৰী হেৰিবাৰ্টো জোৱা, শ্ৰমিক নেতা লম্বাৰ্ডো টোলেডানোৰ উপৰিও মেক্সিকোৰ বিখ্যাত সাহিত্যিক শিল্পী আৰু বিশ্ববিদ্যালয়ৰ শিক্ষকসকল। তথাপি আৰ্নেষ্টো গুৱেভাৰাই ৫৭ দিন মেক্সিকোৰ বন্দীশালত কটাবলগীয়া হয়। ইয়াৰ পৰা মুক্ত হৈ গুৱেভাৰা পুনৰ ফিডেল আৰু ৰাউল কাষ্ট্ৰোৰ সৈতে মিলিত হয় আৰু কিউবাৰ বেটিষ্টা শাসনৰ বিৰুদ্ধে গ্ৰেণমা নৌ অভিযানত যোগ দিয়ে।

১৯৫৬ চনৰ ২৫ নবেম্বৰ তাৰিখে আৰ্নেষ্টো গুৱেভাৰা, ফিডেল কাষ্ট্ৰো

আৰু ৰাউল কাষ্ট্ৰোৰ নেতৃত্বত গ্ৰেণমা নামৰ এখন ক্ষুদ্ৰ জাহাজত বিপ্লৱী বাহিনীয়ে কিউবা অভিমুখে যাত্ৰা কৰে। ডিচেম্বৰ মাহৰ ২ তাৰিখে বিপ্লৱী বাহিনী কিউবাত অৱতৰণ কৰি ইয়াৰ ভাঠ হাবিত সোমাই পৰে।

আৰম্ভ হ'ল আৰ্ণেষ্টো গুৱেভাৰাৰ গেৰিলা জীৱন। এই সময়ৰে পৰা ১৯৫৬ চনৰ জানুৱাৰী মাহৰ ১ তাৰিখে স্বেচ্ছাচাৰী বেটিষ্টাৰ কবলৰ পৰা কিউবাক সম্পূৰ্ণৰূপে মুক্ত কৰালৈকে আৰ্ণেষ্টো গুৱেভাৰাই নিজৰ জীৱন আগবঢ়াই দি কেৱল যুদ্ধ কৰি যায়। এই গেৰিলা যুদ্ধৰ মাজতে তেওঁৰ আৰ্ণেষ্টো গুৱেভাৰাৰ নামটোৰ মাজত 'চে' শব্দটো সংযোজিত হয়। আচলতে 'চে' শব্দটো আৰ্জেন্টিনাৰ লোকসকলে কথাৰ মাজতে সততে ব্যৱহাৰ কৰা শব্দ। আৰ্জেন্টিনাৰ বাহিৰৰ লোকৰ বাবে ই এটা দুৰ্বোধ্য শব্দ। গুৱেভাৰাই তেওঁৰ সতীৰ্থসকলৰ লগত কথা পাতোতেও সততে এই শব্দটো উচ্চাৰণ কৰা বাবে তেওঁলোকে 'চে' বুলি মাতিবলৈ ধৰে। এনেকৈয়ে তেওঁৰ নাম হয় আৰ্ণেষ্টো চে গুৱেভাৰা।

আৰ্ণেষ্টো গুৱেভাৰা স্বাধীন কিউবাৰ মন্ত্ৰীসভাৰ সদস্য হিচাপে উদ্যোগ বিভাগৰ মন্ত্ৰী নিযুক্ত হয়। ১৯৬৫ চনৰ এপ্ৰিল মাহলৈকে ফিডেল কাষ্ট্ৰো পৰিচালিত কিউবান মন্ত্ৰীসভাৰ সদস্য হিচাপে তেওঁ পৃথিৱীৰ বিভিন্ন দেশ ভ্ৰমণ কৰে।

১৯৫৯ চনত কিউবা স্বাধীন হোৱাৰ এমাহ পিছতেই ফেব্ৰুৱাৰী মাহৰ ৯ তাৰিখে আৰ্ণেষ্টো চে গুৱেভাৰাক কিউবান নাগৰিকত্ব প্ৰদান কৰাৰ চৰিমাহৰ পিছত তেওঁ এলিজ শৰ্চক বিয়া কৰায়।

শাসনৰ গাদীত বহাটোৱেই চে'ৰ যিহেতু মুখ্য উদ্দেশ্য নাছিল আৰু তেতিয়াও লেটিন আমেৰিকাৰ বহুতো স্বেচ্ছাচাৰী সাম্ৰাজ্যবাদী শাসনৰ কবলৰ পৰা মুক্ত কৰিবলৈ বাকী আছিল সেয়ে ১৯৬৫ চনৰ এপ্ৰিল মাহত কিউবাৰ মন্ত্ৰীসভাৰ পৰা পদত্যাগ কৰি চে'গুৱেভাৰা পুনৰ এজন বিপ্লৱী গেৰিলা হিচাপে বলিভিয়াৰ অৰণ্যত সোমাই পৰে। ১৯৬৫ৰ পৰা ১৯৬৭ৰ ভিতৰত তেওঁ গোপনে আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ কেইবাখনো দেশত ভ্ৰমণ কৰে আৰু বৈপ্লৱিক কাৰ্যসূচী অব্যাহত ৰাখে। ১৯৬৭ চনৰ ২৩ মাৰ্চ তাৰিখে বলিভিয়াৰ জাতীয় মুক্তিবাহিনী হিচাপে পুনৰ গেৰিলা যুদ্ধত অৱতীৰ্ণ হয়। এই যুদ্ধতেই সেই একে বছৰৰে অক্টোবৰ মাহৰ আঠ তাৰিখে ইউৰ হ'ল নামে এক গভীৰ বনাঞ্চলত যুদ্ধৰত আৰ্ণেষ্টো চে'গুৱেভাৰাক আমেৰিকা আৰু বলিভিয়াৰ সৈন্যৰ এটা সংযুক্ত বাহিনীয়ে বন্দী কৰে আৰু তাৰ পিছদিনা ৯ অক্টোবৰ তাৰিখে তেওঁক নৃশংসভাৱে হত্যা কৰে।

# লু-চুন

আধুনিক চীন নির্মাণৰ ক্ষেত্ৰত যিসকল মহান ব্যক্তিয়ে আত্মত্যাগৰ আদর্শেৰে তেওঁলোকৰ নিস্বার্থ অৱদান আগবঢ়াই থৈ গৈছে, চীনদেশৰ সেইসকল মহান ব্যক্তিৰ মাজত লু-চুনো এজন।

কু-সংস্কাৰ, অন্ধবিশ্বাস আৰু অৰ্থহীন আচাৰ-নীতিয়ে গ্ৰাস কৰি ৰখা পুৰণি চীনা সমাজখনক ভাঙি তাক বিজ্ঞানসম্মতভাৱে নতুনকৈ গঢ় দিয়াৰ ক্ষেত্ৰত লু-চুনৰ চিন্তাধাৰাই চীনা জনমানসৰ এক প্ৰভূত পৰিবৰ্তন সাধন কৰিছিল।

১৮৮১ খৃষ্টাব্দত চিকিয়াং প্ৰদেশৰ চাওচিং; চহৰত জন্মগ্ৰহণ কৰিছিল 'লু-চুনে'। (প্ৰকৃত নাম চৌ-চু-জেন)। তেওঁৰ ককাদেউতাক মাঞ্চু সম্ৰাটৰ দৰবাৰৰ এজন বিশিষ্ট পদাধিকাৰী হিচাপে পিকিং চহৰত বাস কৰিছিল। লু-চুনৰ বয়স তেতিয়া তেৰ বছৰ। সেই সময়তে কোনো এক অজ্ঞাত কাৰণত তেওঁৰ ককাদেউতাক পদচ্যুত আৰু কাৰাৰুদ্ধ হয়। লু-চুনৰ দেউতাকে কোনো চৰকাৰী চাকৰি কৰা নাছিল। তেওঁ কেৱল পঢ়া-শুনাৰ মাজতে দিন কটাইছিল। সংসাৰৰ দায়িত্ব গ্ৰহণৰ যোগ্যতাও তেওঁৰ নাছিল। সেয়ে লু-চুনৰ ককাদেউতাকৰ ভাগ্য বিপৰ্যয়ে পৰিয়ালটোকো ঠেলি দিয়ে সীমাহীন দুখ-কষ্ট আৰু দাৰিদ্ৰ্যতাৰ মাজলৈ। এনেতে লু-চুনৰ দেউতাকৰো এদিন মৃত্যু হয়।

এই সংকটপূৰ্ণ মুহূৰ্ত্ততো কিন্তু লু-চুন (অৰ্থাৎ চৌ চুন জেন)ৰ মাকৰ অদম্য মনোবলৰ বাবে লু-চুনৰ পঢ়া-শুনা স্বাভাৱিকভাৱেই চলি গৈছিল।

ছবছৰ বয়সত স্কুলত ভৰ্তি হৈয়েই চৌ চু জেনে পঢ়িবলৈ আৰম্ভ কৰিছিল চীনদেশৰ প্ৰাচীন সাহিত্য। ১২ বছৰ বয়সত 'লু-চুনে চীনা সাহিত্য পঢ়ি প্ৰায় শেষ কৰে। এই ৰচনা সমূহৰ প্ৰাচীন দৃষ্টিভঙ্গী আৰু সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ গতানুগতিক নীতি আৰু দৰ্শনৰ বহুতো কথা লু-চুনে সেই বয়সতে মানি ল'ব নোৱাৰিছিল। সেয়ে তেওঁ সাহিত্য আৰু ইতিহাসৰ প্ৰচলিত গ্ৰন্থসমূহৰ

বাহিৰেও অন্যান্য গদ্য ৰচনাৰ মাজত সত্য উদঘাটনৰ চেষ্টা কৰে। অত্যাচাৰৰ বিৰুদ্ধে স্বদেশপ্ৰেমত উদ্বুদ্ধ যি সকল কবি সাহিত্যিকৰ ৰচনা ইমানদিনে লুকাই আছিল, সেই ৰচনাসমূহ উদ্ধাৰ কৰে লু-চুনে। কৃষক, শ্ৰমিকসকলৰ সন্তানৰ সৈতে মিলি গৈ তেওঁলোকৰ জীৱন-যাত্ৰাৰ বিষয়ে জনাৰ লগতে লোককলা আৰু লোক-সংস্কৃতিৰো অধ্যয়ন কৰে।

১৮ বছৰ বয়সত মাকে যোগাৰ কৰি দিয়া কেইটামান পইচা হাতত লৈ লু-চুন নান-কিছলৈ যায় আৰু তাত 'স্কুল অব ৰেলৱেজ এণ্ড মাইনচ'ত ভৰ্ত্তি হয়। এই সময়তে তেওঁ বিদেশী সাহিত্য আৰু বিজ্ঞান সম্পৰ্কে পঢ়া-শুনা কৰিবলৈ লয়। নানকিছত চাৰিবছৰ অধ্যয়নৰ সময়ছোৱাতে তেওঁৰ মনত সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জাতীয় বিপ্লৱৰ চিন্তাই জন্ম লয়। ১৯০১ চনত এই শিক্ষানুষ্ঠানৰ পৰা উত্তীৰ্ণ হৈ চৰকাৰী বৃত্তিত তেওঁ জাপানলৈ পঢ়িবলৈ যায়।

১৯০৮ চনত লু-চুন মাঞ্চু বিৰোধী বিপ্লৱী ৰাজনৈতিক সংঘ কুয়াংফু লুইত সদস্য হয়। এই সময়তে তেওঁ প্ৰখ্যাত চীনা পণ্ডিত চাং তাই ইয়েনৰ বিপ্লৱি মনোবৃত্তিৰ প্ৰতি আকৃষ্ট হয় আৰু লু-চুনে ছদ্ম নামত প্ৰবন্ধ-পাতি ৰচনা কৰিবলৈ ধৰে।

১৯০৯ চনত স্বদেশলৈ ঘূৰি আহি লু-চুনে শিক্ষকতা কৰিবলৈ লয়। ১৯১২ চনত দেশত গণতান্ত্ৰিক চৰকাৰ স্থাপন হয়। মাঞ্চু শাসনৰ অন্ত পৰে। লু-চুনে এই সময়তে চাওচিং নৰ্মাল স্কুলৰ অধ্যক্ষ পদত নিযুক্ত হয় আৰু ১৯২৬ চনলৈকে এই পদত থাকে।

দেশৰ নতুন শাসন পদ্ধতি কিন্তু লু-চুনৰ লগতে বহুতো চিন্তাশীল বুদ্ধিজীৱীৰ মন:পুত নহ'ল। কিয়নো চীন দেশ তেতিয়াও সাম্ৰাজ্যবাদী শক্তিসমূহৰ শোষণৰ স্থল হৈয়ে থাকি যায়। ১৯১১ চনৰ বিপ্লৱৰ নেতৃবৰ্গই সামন্ততান্ত্ৰিক মনোভাবেৰেই দেশ চলাবলৈ লয়। লু-চুনে অনুভৱ কৰে যে কৃষক শ্ৰেণী, মেহনতী মজদুৰ আৰু দেশৰ সৰ্বসাধাৰণ জনতাৰ উদাসীনতা দূৰ কৰিব নোৱাৰিলে স্বাধীনতাৰ মহৎ উদ্দেশ্য সাধন সম্ভৱ নহয়। এইবাবে জনসাধাৰণৰ শিক্ষা আৰু চেতনা সৃষ্টিৰ কামকেই তেওঁ বিপ্লৱৰ উপক্ৰমনিকা হিছাপে মানি লয়। কিন্তু এই কাৰ্য সাধনৰো প্ৰধান অন্তৰায় পূৰ্বৰ বিপ্লৱীসকল।

এই অনিশ্চয়তাৰ মাজত লু-চুনে চীনা সমাজ আৰু জাতিৰ মনোভাব পৰীক্ষাৰ কামত আত্মনিয়োগ কৰে। ওৱেই বংশৰ ৰাজত্ব কালত কৰি চি কিয়াঙে স্বৈৰতান্ত্ৰিক চৰকাৰ আৰু আচাৰ সৰ্বস্ব কনফুচিয় ধৰ্মৰ বিৰোধিতা কৰি ৰচনা কৰা গ্ৰন্থসমূহ লু-চুনে পুনৰুদ্ধাৰ কৰে। এনেতে আৰম্ভ হয় ১৯১৭ চনৰ ৰুছ বিপ্লৱ। এই বিপ্লৱৰ ফলাফলে চীনৰো ভবিষ্যত বিপ্লৱৰ পথ নিৰ্দেশনা

দিয়ে। বহু বিপ্লৱৰ আদৰ্শৰে চীনা ছাত্ৰ-সমাজ আৰু বিপ্লৱী বুদ্ধিজীৱীসকলৰ নেতৃত্বত সামাজিক বিপ্লৱৰ ভেটি প্ৰস্তুত হ'বলৈ ধৰে। এই সময়ত লু-চুনৰ লিখনি হৈ পৰে বিপ্লৱৰ চালিকা শক্তি।

১৯২৩ চনত লু-চুনৰ চুটিগল্প সংকলন 'না-হ্বান' (আৰ্তনাদ) প্ৰকাশিত হয়। 'আমাৰ গাঁও' আৰু 'আ কিউ' আদি নতুন চীনা সাহিত্যৰ অমৰ সৃষ্টি এই 'না হ্বান'ৰ অন্তৰ্ভুক্ত গঠনমূলক দৃষ্টিভঙ্গীৰে ৰচনা কৰা লু-চুনৰ গল্পসমূহৰ প্ৰকাশে সাহিত্যিক, সাংস্কৃতিক বিপ্লৱৰ পথ। অৱশ্যে বিপ্লৱী চেতনা জাগৃত কৰাৰ ক্ষেত্ৰত তেওঁৰ প্ৰধান অস্ত্ৰ হ'ল সমালোচনমূলক নিবন্ধসমূহ। ১৯২৬ চনৰ আগষ্ট মাহত প্ৰতিক্ৰিয়াশীল চাও কুন চৰকাৰে লু-চুনক পিকিং এৰি যাবলৈ বাধ্য কৰায়। সমগ্ৰ দক্ষিণ চীনত তেতিয়া বিপ্লৱৰ জুই জ্বলি উঠিছে। এই সময়তেই লু-চুনৰ দ্বিতীয় গল্প সংকলন পাংহুৱাং প্ৰকাশ পায়।

১৯২৭ চনত আৰম্ভ হয় লু-চুনৰ সাহিত্যিক জীৱনৰ দ্বিতীয় পৰ্ব। তেওঁৰ এই সময়ৰ দৃষ্টিভঙ্গী প্ৰতিষ্ঠিত হয় বিবৰ্তনবাদৰ ওপৰত। নতুনেৰে প্ৰাচীনক ভঙ্গাৰ ব্ৰতত ব্ৰতী হয় লু-চুন। সাহিত্য কলা-সংস্কৃতিৰ ক্ষেত্ৰত এক বৈপ্লৱিক পৰিবৰ্তনৰ সূচনা হয় লু-চুনৰ লিখনিৰ মাধ্যমত।

এই সাংস্কৃতিক বিপ্লৱৰ গুৰি ধৰোতা লু-চুনৰ বিষয়ে পিছত মাও-চে-টুঙে এনেদৰে কৈছিল : "এই বিপ্লৱৰ শক্তি আছিল অপৰিমেয় আৰু তীব্ৰতা আছিল দুৰ্বাৰ। ইয়াৰ দ্বাৰা জনগণক সংহত কৰাৰ যি প্ৰয়াস চলিছিল, চীনা ইতিহাসত সি আছিল অভূতপূৰ্ব আৰু এই বিপ্লৱৰ প্ৰধান নায়ক আছিল লু-চুন। কেৱল লিখাৰ ক্ষেত্ৰতে নহয় চিন্তা আৰু কামতো তেওঁ আছিল এজন অসামান্য বিপ্লৱী। সাংস্কৃতিক ক্ষেত্ৰত তেওঁৱে আছিল জাতীয় প্ৰগতিৰ প্ৰতিভূ। লু-চুনৰ পথেই নতুন সাংস্কৃতিক পথ।"

অতিৰিক্ত পৰিশ্ৰমত যক্ষ্মাৰোগাক্ৰান্ত হৈ এই মহান বিপ্লৱী সাহিত্যিক সমাজ সংগঠক লু-চুনৰ ১৯৩৬ চনৰ ১৯ অক্টোবৰ তাৰিখে ছাংহাইত পৰলোকপ্ৰাপ্তি ঘটে। তেওঁৰ মৃত্যুৰ ১২ বছৰ পিছত লু-চুনৰ বহু আকাংক্ষিত সমাজবাদ প্ৰতিষ্ঠা হয় চীন দেশত।

# চাৰ্লচ ডিকেঞ্চ

দুখ কষ্টেৰে ভৰা নিজ জীৱনৰ অভিজ্ঞতাৰ ভিত্তিত সাহিত্য সৃষ্টি কৰি যিসকল মহান লিখকে বিশ্ব সাহিত্যত একোটা যুগৰ সৃষ্টি কৰি থৈ গৈছে সেইসকল মহান লিখকৰ ভিতৰত অন্যতম হ'ল চাৰ্লচ ডিকেঞ্চ।

চাৰ্লচ ডিকেঞ্চৰ জন্ম হয় ইংল্যাণ্ডৰ পৰ্টচ মাউঠ নামে ঠাইত ১৮১২ চনত। চাৰ্লচৰ ১২ বছৰ বয়সত দেউতাক জন ডিকেঞ্চ ঋণৰ দায়ত পৰি জেললৈ যাবলগীয়া হয়। দেউতাকৰ ঋণ পৰিশোধ আৰু সংসাৰ চলোৱাৰ গুৰু দায়িত্ব মূৰ পাতি লৈ সেই বয়সতে চাৰ্লচে মজুৰি কৰিবলৈ লয়। কিন্তু অশেষ কষ্ট স্বীকাৰ কৰিও দেউতাকৰ ঋণৰ ৪০ পাউণ্ড ধন উপাৰ্জন কৰিবলৈ অক্ষম হয় কিশোৰ চাৰ্লচ। কাৰখানাত মজুৰি কৰি দিনে মাত্ৰ ১ চিলিং উপাৰ্জন হয়। ইয়াৰেই নিজৰ থকা-খোৱাৰ বন্দবস্ত হ'ব লাগে। তাৰ লগত আছে পঢ়া-শুনাৰ খৰচ। কোনোমতেই হৈ নুঠেগৈ।

ইফালে দেউতাক জন ডিকেঞ্চে ঋণৰ ধন আদায় দিব নোৱৰাৰ বাবে জেলত তিনিমাহৰ ম্যাদ সম্পূৰ্ণ কৰিবলগীয়া হয়। তিনিমাহৰ মূৰত জেলৰ পৰা ওলাই জন ডিকেঞ্চে পুনৰ চাকৰিত ধৰে আৰু চাৰ্লচক স্কুললৈ যোৱাৰ সুবিধা কৰি দিয়ে।

১৮২৭ চনত, ১৫ বছৰ বয়সত স্কুল এৰি চাৰ্লচ লণ্ডনৰ এখন 'চলিচিটৰ ফাৰ্মত (আইন-কানুন সম্পৰ্কীয় পৰামৰ্শ দিয়া প্ৰতিষ্ঠান) কেৰেণীৰ চাকৰিত সোমায়। দিনটো আইন-কানুন সম্পৰ্কীয় নথি-পত্ৰৰ মাজত বন্দী হৈ থাকি অফিচ ছুটীৰ পাছত চাৰ্লচ যায় থিয়েটাৰ চাবলৈ। মঞ্চত একোখন নাটক চাই থাকোতে মনে মনে কল্পনা কৰে এজন অভিনেতা হোৱাৰ। বা কেতিয়াবা হয়তো নাট্যকাৰ হোৱাৰ। সেই নাটকৰ কপি এটা বজাৰৰ পৰা কিনি আনি ঘৰত আইনাৰ সন্মুখত থিয় হৈ অভিনয়ৰ অনুশীলন কৰে। অৱশ্যে চূড়ান্তভাৱে এজন অভিনেতা বা নাট্যকাৰ নহ'লেও এই অনুশীলনে তেওঁৰ পৰৱৰ্তী জীৱনৰ বহুতো কথাত সহায় কৰে।

১৮৩২ চনত ডিকেন্সে লণ্ডনৰ পৰা প্ৰকাশিত এখন বাতৰি কাকতৰ সম্পাদনা বিভাগত যোগ দিলে। এই কাকতৰ সংবাদদাতা হিচাপে চাৰ্লচে 'হাউচ অব কমন্‌চ'লৈ যোৱাৰ সুবিধা পায়। এই সময়ত ইংল্যাণ্ডৰ সংসদীয় গণতন্ত্ৰত থকা কেতবোৰ আসোঁৱাহৰ শুধৰণিৰ প্ৰয়োজনীয়তা সম্পৰ্কে চাৰ্লচ ডিকেন্সে সংসদ তথা ইংল্যাণ্ডৰ জনসাধাৰণক সজাগ কৰি দিয়ে, কাকতত তেওঁৰ লিখনিৰ জৰিয়তে।

সংসদ অধিবেশন সমূহৰ মাজে মাজে চাৰ্লচক দেশৰ বিভিন্ন অংশত ৰাজনৈতিক নেতাসকলে দিয়া ভাষণ আদিৰ ওপৰত সংবাদ প্ৰেৰণ কৰিবৰ বাবে পঠোৱা হয়। এই কামত চাৰ্লচ ডিকেন্সে যথেষ্ট সুনাম অৰ্জন কৰে। যিকোনো ঘটনা বিশেষৰ বৰ্ণনা তেওঁৰ লিখনিত ইমান সজীৱ হৈ উঠে যে পিছলৈ কেৱল চাৰ্লচৰ লিখনিৰ বাবেই সেই কাকতৰ বিক্ৰী বৃদ্ধি পাবলৈ ধৰে। কৰ্তৃপক্ষই তেওঁৰ দৰমহা বঢ়াই দিয়ে। কিন্তু এই বৰ্দ্ধিত উপাৰ্জনেৰেও তেওঁৰ পৰিয়ালৰ দুখ দৈন্যতা সম্পূৰ্ণৰূপে দূৰ কৰিবলৈ অসমৰ্থ হয়। কাৰণ সদায় দেনাৰ ওপৰতে চলা দেউতাকৰ ধাৰ-ঋণ গ্ৰহণ কৰাৰ প্ৰকোপ দিনে-দিনে বাঢ়িহে যায়। এই আৰ্থিক সংকটৰ পৰা মুক্তি পোৱাৰ আশাৰে চাৰ্লচ ডিকেন্সে উপৰুৱাকৈ আৰু দুই-এখন মাহেকীয়া-পষেকীয়া কাকতত লিখিবলৈ ধৰে। কিন্তু ইয়াৰ দ্বাৰাও তেওঁৰ দৈন্যতা দূৰ নোহোৱাকৈয়ে থাকি যায়।

ইংল্যাণ্ডৰ বিভিন্ন পত্ৰ-পত্ৰিকাত প্ৰকাশিত ডিকেন্সৰ লিখনিৰ ওপৰত ইতিমধ্যে 'লিটাৰেৰী গেজেট' (Literary ·gazette) কৰ্তৃপক্ষৰ চকু পৰে। যিকোনো ধৰণৰ লিখনিৰ সমীক্ষা আৰু সমালোচনাৰে এই কাকতৰ ওপৰত নিৰ্ভৰ কৰিছিল সেই কালৰ বহুতো উদীয়মান লেখকৰ ভৱিষ্যত। ডিকেন্সৰ প্ৰথমাৱস্থাৰ লিখনিসমূহৰ ওপৰত এই কাকতে কৰা মন্তব্য আৰু ভূয়সী প্ৰশংসাই তেওঁক বিশেষভাৱে অনুপ্ৰাণিত কৰে আৰু তেতিয়াই তেওঁ ভৱিষ্যৎ জীৱনত এজন লিখক হোৱাৰ স্থিৰ সংকল্প গ্ৰহণ কৰে।

ডিকেন্সৰ ২৪ বছৰ বয়সত প্ৰকাশ পায় তেওঁৰ 'স্কেটচেজ বাই বজ: ইলাষ্ট্ৰেটিভ অব এভৰি ডে লাইফ এণ্ড এভৰি ডে পিপল' (Sketehes by Boz. Illustrative of Everyday life and Everyday People)। এই পুথি তেওঁ বজ (Boz) ছদ্ম নামেৰে বিভিন্ন কাকতে-পত্ৰই প্ৰকাশ কৰা জনজীৱনৰ হাঁহি-কান্দোন আৰু দৈনন্দিনতাৰ আলেখ্য সমূহৰ এখন সংকলন আছিল। এই পুথি প্ৰকাশৰ পিছতে ইয়াৰ সাফল্যই ডিকেন্সক দিলে নতুন মনোবল। তেওঁ সাংবাদিকতাৰ কাম সাময়িকভাৱে এৰি দি একনিষ্ঠভাৱে সাহিত্য সৃষ্টিৰ কামত মনোনিবেশ কৰিবলৈ লয়।

১৮৩৬ চনৰ মাৰ্চ মাহত চাৰ্লচ ডিকেঞ্চৰ দ্বাৰা প্ৰকাশিত আৰু সম্পাদিত 'পিক্ উইক' (Pickweek) আলোচনীৰ প্ৰথম সংখ্যা প্ৰকাশ পায়। আকাৰত ক্ষুদ্ৰ হ'লেও এই আলোচনীয়ে প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰে। এই আলোচনী প্ৰকাশ পোৱাৰ কেইমাহমানৰ আগতে ডিকেঞ্চে কেট্ হগাৰ্থ নামে এগৰাকী যুৱতীৰ সৈতে বিবাহত আবদ্ধ হয়।

লিখা-মেলাৰ যোগেদি ডিকেঞ্চৰ সেই সময়ত যথেষ্ট উপাৰ্জন হৈছিল যদিও তেওঁ তেতিয়াও সেই উপাৰ্জনেৰে দেউতাকৰ ঋণ পৰিশোধ কৰোতেই গৈছিল। সেয়ে আৰু অধিক উপাৰ্জনৰ আশাত তেওঁ কামৰ মাত্ৰা বঢ়াই দিছিল। ডাঙৰ-সৰু, নামী-অনামী সকলো ধৰণৰ পত্ৰিকাৰ ফৰমাইচ অনুসৰি তেওঁ লিখি গৈছিল অক্লান্ত পৰিশ্ৰম কৰি। তেওঁৰ লিখনীৰ অতুলনীয় বৈশিষ্ট্য আৰু ঘটনা বিশেষৰ প্ৰকাশভঙ্গীৰ অনুকৰণীয় বিশিষ্ট 'ষ্টাইলে' (Style) পাঠকৰ মন কাঢ়ি নিছিল। অতি অলপ দিনৰ ভিতৰতে তেওঁৰ সৃষ্টিৰ গৰিমাই সমসাময়িক কালৰ এজন শীৰ্ষস্থানীয় সাহিত্যিক হিছাপে প্ৰতিষ্ঠিত কৰিছিল চাৰ্লচ ডিকেঞ্চক।

১৮৪২ চনত চাৰ্লচ ডিকেঞ্চৰ দ্বাৰা ৰচিত চাৰিখন মহৎ কালজয়ী গ্ৰন্থ প্ৰকাশিত হৈ ওলাই ঠিক একে সময়তে। এই বিখ্যাত গ্ৰন্থ কেইখন হ'ল— সৰ্বজনবিদিত 'অলিভাৰ টুইষ্ট' (Oliver Twist), 'নিকলাচ নিকেলবী' (Necholas Neckleby), (The old Curiosity shop) দি অল্ড কিউৰিচিটি ছপ আৰু বাৰ্ন্যবি ৰজ (Barnaby Rudge)। অৱশ্যে ইয়াৰ আগতেই তেওঁৰ পূৰ্বৱৰ্তী ৰচনা 'পিকউইক পেপাৰচ' (Pickweek Papers) আৰু 'স্কেট্চেজ বাই বজ' (Sketches by Boz) গ্ৰন্থাকাৰে প্ৰকাশ হৈ ওলায়। কিন্তু 'অলিভাৰ টুইষ্ট' আৰু 'নিকেলবী'ৰ প্ৰকাশে তেওঁক যি অতুলনীয় যশ, খ্যাতি প্ৰদান কৰে তেনে যশস্যা বহু কমসংখ্যক লিখকৰ ভাগ্যতহে মিলিছে। এই দুই গ্ৰন্থত তেওঁ ইংল্যাণ্ডৰ সমাজখনত বিৰাজমান বৈষম্যতা আৰু সেই সময়ৰ শিক্ষানুষ্ঠান সমূহৰ ভিতৰত থকা ঘৃণনীয় বিধি-ব্যৱস্থাৰ লগতে কিছুমান সামাজিক কদৰ্যতাৰ ৰূপ জনসাধাৰণৰ চকুৰ আগত সুস্পষ্টভাৱে দাঙি ধৰে। সেই কালৰ বৃটিছ সাম্ৰাজ্যখনৰ ফোঁপোলা ৰূপটোও তেওঁৰ এই কেইখন গ্ৰন্থত সুন্দৰভাৱে প্ৰকাশ পায়।

ইয়াৰ দ্বিতীয় পৰ্যায়ত প্ৰকাশিত চাৰ্লচ ডিকেঞ্চৰ ৰচনাসমূহ হ'ল— মাৰ্টিন চাজলউইট (Martin Huzzlewit), ডম্বে এণ্ড চনচ্ (Dombay and Sons), ডেভিদ কোপাৰফিল্ড (David Copperfield), খ্ৰীষ্টমাচ ষ্টৰিজ্ (Christmas Stories), ব্লীকহাউচ্ (Bleak House), হাৰ্ডটাইমচ, (Hard Times), আৰু লিটিল ডৰিট (Little Dorrit), এই সমূহ গ্ৰন্থৰ ৰচনা কাল

হ'ল ১৮৪২/৪৩ৰ পৰা ১৮৬২/৬৩ চন। ইয়াৰ মাজতে তেওঁৰ জীৱনত ঘটা দুটা উল্লেখযোগ্য ঘটনা হ'ল তেওঁৰ স্ত্ৰীৰে সৈতে বিবাহ-বিচ্ছেদ আৰু আমেৰিকা, পেৰিচ আৰু ইটালী ভ্ৰমণ।

প্ৰথমা পত্নীৰ সৈতে বিবাহ-বিচ্ছেদৰ পিছত ডিকেন্সে তেওঁৰ এগৰাকী খুলশালীয়েক, জৰ্জিয়ানাক বিয়া কৰায়। দুয়োগৰাকী পত্নীৰ ফালৰ পৰা তেওঁ মুঠতে দহোটা সন্তানৰ পিতৃ হয়।

চাৰ্লচ ডিকেঞ্চৰ জীৱনৰ শেষৰ কেইবছৰত ৰচিত আন তিনিখন মহৎ গ্ৰন্থ হ'ল— 'এ টেল অব টু চিটিজ' (A Tale of Two Cities), গ্ৰেট এক্সপেকটেচন (Great Expectations), আৰু আওৱাৰ মিউচুৱেল ফ্ৰেণ্ডচ্ (Our Mutual Friends)। ইয়াৰ উপৰিও অৰ্ধ সমাপ্ত হৈ থাকি যায় 'এডউইন ড্ৰুদ' (Edwin Drood), নামৰ এখন কিতাপ। 'এডউইন ড্ৰুদ'ৰ ৰচনাৰ কাম চলি থকা অৱস্থাতে ১৮৭০ চনত হঠাৎ অসুস্থ হৈ পৰি মহান কথা সাহিত্যিক চাৰ্লচ ডিকেঞ্চৰ তেওঁৰ 'কেণ্ট'ৰ ঘৰত পৰলোকপ্ৰাপ্তি ঘটে।

# হো চি মিন

১৮৯০ চনৰ ১৯ মে' তাৰিখে উত্তৰ মধ্য ভিয়েটনামৰ ঘেঁ আন (Wghe An) প্ৰদেশৰ কিম্‌লিয়েন নামে ঠাইত জন্ম গ্ৰহণ কৰিছিল হো,চি,মিনে। জন্মৰ পিছতে হোৰ নাম ৰখা হৈছিল গুৱেন চিন্‌হ্ কাঙ (Nguyen sinh Cung) কিন্তু পিছলৈ সেই নামো সলনি কৰি নাম ৰখা হয় গুৱেন টাট্ থান্‌হ্। (Nguen Tat Thanh) । হোৰ বিপ্লৱী জীৱনৰ বেছি ভাগ সময় অতিবাহিত হৈছিল ইউৰোপ আৰু এচিয়াৰ বিভিন্ন দেশত। এইবোৰ দেশত তেওঁৰ বৈপ্লৱিক কাৰ্যসূচী চলাই থকা অৱস্থাত গোপনীয়তা ৰক্ষাৰ লগতে তেওঁৰ নিজ সুৰক্ষাৰ খাতিৰতো বিভিন্ন সময়ত বিভিন্ন ছদ্মনাম গ্ৰহণ কৰিব লগীয়া হৈছিল। তেওঁৰ হো,চি,মিন নামটোও এনেকৈ গ্ৰহণ কৰা ছদ্মনাম সমূহৰে এটা আছিল। কিন্তু এই নামেৰেহে তেওঁ পৃথিৱীময় প্ৰসিদ্ধি লাভ কৰিছিল। এজন সৈনীক কবি, নিৰন্তৰ বিপ্লৱী, নিষ্পেষিত ভিয়েটনামৰ জনসাধাৰণৰ মুক্তিদাতা আৰু এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ মুক্তি সংগ্ৰামৰ প্ৰস্তুতিত বিপ্লৱৰ প্ৰতীক হিচাপে এই নামেৰেই পুজিত হৈছিল। হো,চি,মিন অৰ্থাৎ পোহৰ আনোতা।

হো,চি,মিনৰ দেউতাক গুৱেন, চিনহ্ হাই আছিল এজন কবি। গুৱেন চিন্‌হ্ হাই পৰিয়ালত অৰ্থাভাৱ আছিল যদিও পৰিয়ালৰ সকলোৱেই আছিল একোজন উচ্চ শিক্ষিত ব্যক্তি। নিজ পৰিয়ালৰ কিশোৰ যুৱক বৃদ্ধসকল মিলি চৰ্চা কৰিছিল ৰাজনীতি, শিল্প-সাহিত্যৰ। সেই সময়ত ভিয়েটনামক তিনিটা ভাগত ভাগ কৰি শাসন আৰু শোষণ চলাইছিল ফৰাচী সাম্ৰাজ্যবাদী সকলে। গুৱেন চিনহ্ হাইৰ ঘৰুৱা আলোচনাত সাধাৰণতে ঠাই পাইছিল ভিয়েটনামৰ ওপৰত ফৰাচী শোষণৰ বিষয় বস্তুৱে। এই পৰিৱেশতেই ক্ৰমাত ডাঙৰ হৈ আহিছিল শিশু হো।হো'ৰ শিক্ষাগ্ৰহণ আৰম্ভ হয় ঘৰতে। উচ্চ শিক্ষিত দেউতাকে হো'ক নিজেই পঢ়াবলৈ লয়। ইতিমধ্যে দহ বছৰ বয়সত ভৰ্ত্তি দিয়া হো,

চি, মিনে বহুত কথা নিজেও বুজিব পৰা হৈছে। বৰ্ণ পৰিচয় শেষ হোৱাৰে পৰা হো ই যিকোনো ধৰণৰ কিতাপ পঢ়িবলৈ ধৰে। বয়স কিছু বঢ়াৰ লগে লগে দেউতাকৰ লাইব্ৰেৰীত থকা ভিয়েটনামৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ গ্ৰন্থসমূহ অধ্যয়ন কৰিবলৈ লয়। ইতিহাসত বৰ্ণিত অতীতৰ স্বাধীন ভিয়েটনামৰ সুখ সমৃদ্ধিৰ কথাই হো'ৰ মন পুলকিত কৰি তোলে। সেই বয়সতে তেওঁ বুজি পায় স্বাধীনতা আৰু পৰাধীনতাৰ পাৰ্থক্য।

ঘৰত দেউতাকৰ পৰা শিক্ষালাভ কৰিলেও হো ক আনুষ্ঠানিক ভাবে হিউ চহৰৰ স্কুলতো ভৰ্তি কৰোৱা হয়। এই স্কুলৰ পৰা উত্তীৰ্ণ হৈ ওলোৱাৰ পাছত তেওঁ 'ফন্ থিয়েটাৰ' এখন বেচৰকাৰী স্কুলত শিক্ষকতা কৰিবলৈ লয়। এই সময়তে তেওঁ কেইজনমান ঘনিষ্ঠ সহযোগী বন্ধুৰ সৈতে গোপন আলোচনাত মিলিত হৈ পৰিকল্পনা কৰে ফৰাচী শোষণৰ বিৰুদ্ধে এটা বিপ্লৱ গঢ়ি তোলাৰ। এই উদ্দেশ্য আগত ৰাখি, হো ই বিপ্লৱৰ প্ৰস্তুতিৰ বাবে বিদেশ ভ্ৰমণৰ আঁচনি কৰে।

১৯২২ চনত ২১ বছৰ বয়সত, হো এখন ফৰাচী যাত্ৰীবাহী জাহাজৰ ৰান্ধনিৰ কামত সোমায়। কৰ্মৰত অৱস্থাত সেই জাহাজেৰে তেওঁ বিভিন্ন দেশলৈ যোৱাৰ সুবিধা পায়। এই সুযোগতে তেওঁ প্ৰবাসী ভিয়েটনামী সকলৰ সৈতে যোগাযোগ স্থাপন কৰে আৰু তেওঁৰ পৰিকল্পিত বিপ্লৱৰ বিষয়ে তেওঁলোকক জানিবলৈ দিয়ে।

হো'ৰ সংগঠনৰ কাম চলি থকা কালতে আৰম্ভ হয় প্ৰথম বিশ্ব যুদ্ধ। বিশ্বযুদ্ধই অৱশ্যে হো ৰ সাংগঠনিক কাৰ্যত কোনো বাধাৰ সৃষ্টি কৰা নাছিল। বৰঞ্চ পৰোক্ষ ভাবে সহায়হে কৰিছিল। কিয়নো যুদ্ধৰ সুবিধাকে গ্ৰহণ কৰি ইউৰোপৰ কেইবাখনো দেশে তেতিয়া নিষ্পেষণৰ পৰা মুক্ত হোৱাৰ প্ৰস্তুতি চলাইছে। বিশেষকৈ মহান লেনিনৰ নেতৃত্বত ছোভিয়েত বাসী জাৰ-নিষ্পেষণৰ পৰা মুক্ত হৈছে, এই যুদ্ধৰ পৰা সৃষ্টি হোৱা অনুকূল পৰিবেশত। বিশ্বযুদ্ধ শেষ হোৱাৰ পিছতেই হো পেৰিচলৈ যায় আৰু তাত নৱগঠিত 'ফ্ৰেন্স কমিউনিষ্ট পাৰ্টি'ত যোগ দিয়ে। তৎকালীন ফৰাচী চৰকাৰে ফ্ৰান্সৰ লগতে ইয়াৰ সকলোবোৰ ঔপনিৱেশিক দেশত কমিউনিজিমৰ চৰ্চা যিহেতু নিষিদ্ধ কৰি ৰাখিছিল সেয়ে পেৰিচৰ 'ফ্ৰেন্স কমিউনিষ্ট' পাৰ্টিৰ কাৰ্যকলাপো চলিছিল গোপন ভাবে। হো,চি,মিনে এই দলত যোগ দিয়াৰ মূল উদ্দেশ্য আছিল তেওঁৰ সপোনৰ 'মুক্ত' ভিয়েটনামক এখন কমিউনিষ্ট ৰাষ্ট্ৰ হিচাপে গঢ়ি তোলা আৰু

তাৰ বাবে ভিয়েটনামী জনসাধাৰণক একত্ৰিত কৰি এটা সংঘবদ্ধ বিপ্লৱ চলোৱাৰ ক্ষেত্ৰত প্ৰয়োজনীয় জ্ঞান আহৰণ কৰাটো। কিয়নো, ইয়াৰ আগতেও ভিয়েটনামত মাজে সময়ে একোটা কৃষক জাগৰণ হৈছিল, কিন্তু কোনো সুচিন্তিত প্ৰণালী আৰু কৌশলৰ অভাৱত সেই বিপ্লৱে মুক্তিৰ ঠাইত হতাশাহে আনিছিল।

ফ্ৰান্সত থকা সময়ত হো'ই 'গুৱেন আই কক্' ছদ্ম নামত ফৰাচী ভাষাত প্ৰকাশিত 'লা পপুলেয়াৰ' কাকতত প্ৰবন্ধাদি লেখিবলৈ লয়। তেওঁৰ এই প্ৰবন্ধবোৰত ফ্ৰান্সত বসবাস কৰি থকা ভিয়েটনামী সকলক ফৰাচী উপনিবেশ বাদৰ বিৰুদ্ধে আৰু ভিয়েটনামৰ মুক্তি সংগ্ৰামত তেওঁলোকক সক্ৰিয় অংশ লবৰ বাবে আহ্বান জনোৱা হৈছিল।

এই সময়তে ছোভিয়েত ৰাছিয়াত আৰম্ভ হয় অক্টোবৰ বিপ্লৱ। এই বিপ্লৱৰ সফলতা আৰু ইয়াৰ মূল শক্তি মহান লেনিনৰ কৰ্মৰাজিয়ে হো ,চি,মিনৰ ভৱিষ্যত বিপ্লৱৰ পথ আলোকিত কৰি তোলে। হো ইয়াৰ পিছতে ছোভিয়েত দেশলৈ যায় আৰু কিছুদিন তাত থকাৰ পিছতে 'কমিউনিষ্ট আন্তৰ্জাতিক' এজন সক্ৰিয় সদস্য হিছাপে প্ৰথমে চীন আৰু তাৰ পিছত তৃতীয় বিশ্বৰ দেশসমূহ ভ্ৰমণ কৰে।

১৯২৪ চনত হো ই চীন দেশৰ 'কেন্টন' চহৰত নিৰ্বাসিত ভিয়েটনামী সকলক সংগঠিত কৰি তেওঁৰ বিপ্লৱী আন্দোলন আৰম্ভ কৰে কিন্তু কেন্টনৰ স্থানীয় কৰ্তৃপক্ষই কিছুদিনৰ ভিতৰতে হো ৰ বিপ্লৱী কাৰ্যকলাপ নিষিদ্ধ ঘোষণা কৰি তেওঁক কেন্টৰ পৰা বহিষ্কাৰ কৰে।

১৯৩০ চনত হো পুনৰ হংকঙলৈ যায় আৰু তাত তেওঁ নতুনকৈ গঢ়ি তোলে 'ইন্দোচীন কমিউনিষ্ট পাৰ্টি'। 'আন্তৰ্জাতিক কমিউনিষ্টৰ এজন শীৰ্ষস্থানীয় নেতা হিছাপে হংকঙত থকা অৱস্থাতে ১৯৩১ চনৰ জুন মাহত হো ,চি,মিনক ইংৰাজ পুলিচ বাহিনীয়ে গ্ৰেপ্তাৰ কৰে আৰু ১৯৩৩ চনলৈকে কাৰাবাসত ৰাখে। ইয়াৰ পৰা মুক্তি পোৱাৰ পিছতে হো পুনৰ ছোভিয়েত দেশলৈ যায়। ১৯৩৩ চনৰ পৰা ১৯৩৮ চনলৈ ৫ বছৰ ছোভিয়েত দেশত কটাই তেওঁ পুনৰ চীন দেশলৈ ঘূৰি আহে আৰু ইতিমধ্যে সেই দেশত গঠিত হোৱা কমিউনিষ্ট সেনা বাহিনীত যোগ দিয়ে।

১৯৪১ চনত, দ্বিতীয় বিশ্ব যুদ্ধ চলি থকা কালত জাপানে ফৰাচী সৈন্যক পৰাস্ত কৰি ভিয়েটনাম দখল কৰে। হো ই ইন্দোচীন কমিউনিষ্ট পাৰ্টিৰ নেতা সকলৰ সৈতে যোগাযোগ স্থাপন কৰি এটা গেৰিলা সৈন্য বাহিনী গঢ়ি তোলে আৰু জাপানী সকলৰ বিৰুদ্ধে আৰম্ভ হয় 'ভিয়েট মিন' সকলৰ স্বাধীনতা

যুদ্ধ। ৫ বছৰ ধৰি চলা এই যুদ্ধৰ অন্তত ভিয়েটমিন সকল জয়ী হয় আৰু জাপান সৈন্যৰ হাতৰ পৰা মুক্ত হয় 'ভিয়েটনাম।'

হো',চি,মিন স্বাধীন ভিয়েটনামৰ ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত হয়। হানয় চহৰ হয় দেশৰ ৰাজধানী। আনুষ্ঠানিক ভাবে দেশৰ নাম ৰখা হয় 'ডেমক্ৰেটিক ৰিপাব্লিক অব্ ভিয়েটনাম'।

কিন্তু ভিয়েটনামক স্বাধীনতা দিয়াতে ফৰাচীসকল অমান্তি হয়। ১৯৪৬ চনত পুনৰ যুদ্ধ আৰম্ভ হয় ফৰাচী সৈন্য আৰু ভিয়েটমিন গেৰিলা সকলৰ মাজত। ১৯৫৪ চনলৈকে ৮ বছৰ ব্যাপি এই যুদ্ধ চলে ভিয়েটনামৰ পাহাৰ-পৰ্বত খেতিৰ পথাৰ, হাবি জংঘলৰ মাজে মাজে। অৱশেষত 'ডিয়েন বিয়েন ফুৰে' যুদ্ধত ভিয়েটমিন গেৰিলা বাহিনীৰ হাতত ফৰাচী সেনা বাহিনী সম্পূৰ্ণৰূপে পৰাস্ত হয়। অৱশ্যে এই যুদ্ধত জয়ী হলেও ই সম্পূৰ্ণ সফলতা লাভৰ পৰা বঞ্চিত হয়। কিয়নো, ১৯৫৫ চনৰ জেনেভাত বহা জাতি সংঘৰ অধিবেশনত ভিয়েটনামক দ্বি-খণ্ডিত কৰি হো'ক কেৱল উত্তৰ ভিয়েটনামৰ অধিকাৰহে প্ৰদান কৰা হয়।

এইবাৰ ১৯৬০ চনত পুনৰ আৰম্ভ হয় দক্ষিণ ভিয়েটনামৰ মুক্তি সংগ্ৰাম। ইতিমধ্যে বয়স বঢ়াৰ লগে লগে হো'ৰ স্বাস্থ্যৰো অৱনতি ঘটিবলৈ ধৰে।

১৯৬৯ চনৰ চেপ্তেম্বৰ মাহৰ তিনি তাৰিখে, ৭৯ বছৰ বয়সত বিশ্বৰ এই মহান নেতা, আজীৱন সংগ্ৰামী হো',চি,মিনৰ হৃদযন্ত্ৰৰ অসুখত পৰলোক প্ৰাপ্তি ঘটে।

হো',চি,মিনৰ কায়িকভাৱে মৃত্যু হলেও দক্ষিণ ভিয়েটনামৰ মুক্তি সংগ্ৰামী সকলৰ বাবে তেওঁ অনুপ্ৰেৰণাৰ উৎস হিচাপে থাকি গ'ল মৃত্যুৰ পাছতো। 'আঙ্কল হো'ৰ (তেওঁৰ অনুগত সকলে তেওঁক মৰমতে এই নামেৰেই মাতিছিল) সংগ্ৰামী জীৱনৰ আদৰ্শ সন্মুখত ৰাখিয়েই দক্ষিণ ভিয়েটনামৰ সমস্ত যুৱক-কিশোৰ, নাৰী-পুৰুষ আমেৰিকাৰ সেনাৰ বিৰুদ্ধে গেৰিলা যুদ্ধত অৱতীৰ্ণ হৈছিল। জীৱন পণ কৰি যুঁজিছিল। পৃথিৱীৰ কোনো মুক্তি সংগ্ৰামৰ লগত তুলনা কৰা নাযায়— এনে এখন যুদ্ধ।

১৯৭৫ চনত মুক্তি লাভ কৰিলে দক্ষিণ ভিয়েটনামেও। 'আঙ্কল হো'ৰ স্মৰণত ছায়গনৰ নাম ৰখা হ'ল হো',চি,মিন চিটি।

হো',চি,মিন আছিল ভিয়েটনামী মুক্তি যুঁজৰ প্ৰাণ স্বৰূপ। প্ৰতিজন ভিয়েটনামবাসীৰ বাবে আছিল প্ৰাণাধিক ভাবে আপোন। বিশ্বৰ সকলো নিষ্পেষিত লোকৰ বাবে আকাংক্ষিত মুক্তিৰ প্ৰতীক।

# গী দ্য মপাঁচা

মাত্র ৪৩ বছৰৰ এটি চুটি জীৱন। কিন্তু ইয়াৰ ভিতৰতে গী দ্য মপাঁচাই ফৰাচী সাহিত্যক এটা নতুন বাস্তৱবাদী ৰূপ দান কৰাৰ লগতে বিশ্ব-সাহিত্যলৈ যি বৰঙণি আগবঢ়াই গ'ল— সি তুলনাবিহীন।

মপাঁচাৰ জন্ম হয় ফৰাচী দেশৰ নৰ্মাণ্ডি অঞ্চলত ১৮৫০ চনৰ ৫ আগষ্ট তাৰিখে। তেওঁৰ দেউতাক গুষ্টাফ মপাঁচা আৰু মাক লঅ'ৰা মপাঁচাৰ ল'ৰাকাল অতি অশান্তিকৰ পৰিবেশৰ মাজত পাৰ হৈছিল। মাক-দেউতাকৰ মাজৰ এই খৰিয়ালে এদিন চূড়ান্ত ৰূপ লয় আৰু তেওঁলোকৰ বিবাহ-বিচ্ছেদ হয়। সেই সময়ত ১০ বছৰ বয়সত ভৰি দিয়া মপাঁচাক মাকে নিজৰ লগত ৰাখে।

মপাঁচাৰ শিশু মনত অশান্তিকৰ ঘৰুৱা পৰিবেশৰ যি গভীৰ চাপ পৰিছিল তাৰ প্ৰতিক্ৰিয়াই তেওঁৰ মনত বহুতো অস্বাভাৱিক আৰু বিকৃত মনোভাবৰ জন্ম দিছিল। ইয়াৰ প্ৰভাৱ পৰিছিল তেওঁৰ সাহিত্যত। মপাঁচাৰ জীৱনকো এই পৰিবেশৰ প্ৰভাবেই কৰি তুলিছিল দুৰ্বিষহ। জীৱনৰ শেষ সময়লৈ তেওঁ উন্মাদ হৈ পৰিছিল।

স্কুলীয়া শিক্ষা শেষ নকৰাকৈয়ে মপাঁচাই স্কুল এৰি দিয়ে। ইয়াৰ পিছত মাকৰ ইচ্ছা অনুযায়ী তেওঁ বিখ্যাত ফৰাচী সাহিত্যিক গুষ্টাফ ফ্লবেআৰৰ তত্ত্বাৱধানত, তেওঁৰ সৈতে থাকিবলৈ লয়। ইতিমধ্যে ফ্লবেআৰৰ আলোড়নকাৰী উপন্যাস 'মাডাম বভাৰি' প্ৰকাশিত হয় আৰু পৃথিৱী ব্যাপি এই গ্ৰন্থৰ আলোচনা-সমালোচনা হ'বলৈ ধৰে।

১৮৭৩ চনৰ পৰা ১৮৮০ চনৰ ভিতৰত, ফ্লবেআৰৰ লগত থকা এই সময়খিনিতেই মপাঁচাই নিজকে এজন লিখক সাহিত্যিক কৰি তোলে, ফ্লবেআৰক গুৰু হিচাপে লৈ।

সেই সময়ৰে আন এগৰাকী প্ৰখ্যাত সাহিত্যিক এমিল জোলা আৰু পাঁচজনমান সাহিত্যানুৰাগী যুৱকৰ প্ৰচেষ্টাত ১৮৮০ চনতেই গঢ় লৈ উঠে এটি সাহিত্য গোষ্ঠী। মপাঁচাও এই গোষ্ঠীৰে এজন সদস্য হয়। এই গোষ্ঠীৰ নাম আছিল 'মেডান দল'। 'মেডান দলে' 'লা চয়াৰ দ্য মেডান' নামে এটা গল্প সংকলন প্ৰকাশ কৰি উলিয়ায়। এই গল্প সংকলনতেই মপাঁচাৰ প্ৰথম গল্প (Bonle de Suif) 'চৰ্বিৰ তাল' প্ৰকাশিত হয়। এই সংকলনটিতে এমিল জোলাৰ গল্প এটাও প্ৰকাশ পায়। কিন্তু মপাঁচাৰ গল্পটো পঢ়ি এমিল জোলাইও স্বীকাৰ কৰে যে সংকলনটোত ওলোৱা ছয়টা গল্পৰ মপাঁচাৰ গল্পটোৱে শ্ৰেষ্ঠ।

মপাঁচাই ইয়াৰ আগতে গল্প-প্ৰবন্ধ আদি লিখিছিল যদিও সেইবোৰ প্ৰকাশ পাইছিল ছদ্ম নামত। কিন্তু প্ৰকৃত নামত লিখা 'Boule de suife' গল্পটোৰ প্ৰকাশেৰে তেওঁ আত্মপ্ৰকাশ কৰাৰ লগতে প্ৰতিষ্ঠাও লাভ কৰে।

মপাঁচাৰ প্ৰথম গল্পটো প্ৰকাশ পাওঁতে তেওঁৰ বয়স ৩০ বছৰ। ইয়াৰ পিছত মাত্ৰ ১৩ বছৰহে জীয়াই আছিল মপাঁচা। কিন্তু এই ১৩ বছৰৰ ভিতৰতে তেওঁ সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত যি অভাৱনীয় কাম কৰি থৈ গ'ল তাৰ উদাহৰণ বিশ্ব-সাহিত্যৰ বুৰঞ্জীত পাবলৈ নাই।

ফৰাচী সাহিত্যৰ এই অনন্য ৰূপকাৰ গী-দ্য মপাঁচাই তেওঁৰ শেষ জীৱন অতিবাহিত কৰিছিল এক গভীৰ অনিশ্চয়তাৰ মাজত। মাজে মাজে তেওঁ ভাবে তেওঁৰ মানসিক ভাৰসাম্য হেৰাই যোৱা বুলি। কেতিয়াবা অসহনীয় মানসিক কষ্টত আত্মহননৰ কথা ভাবে। কিন্তু ইয়াৰ মাজতে ৰচিত হয় তেওঁৰ অতুলনীয় সাহিত্য সম্ভাৰ। ১৮৮০ চনত 'Soirus de Madam' প্ৰকাশ পোৱা গল্পটোৰ পিছত তেওঁক বিশ্বখ্যাতি দান কৰা ৰচনাসমূহ হ'ল 'La Maisan tellier (1881), Mademoiselle Fill (1882), Contes la Becasse (1882), clara de leme, His Souers Roudoli, Miss Warriet (1884), Y vette, Contes due jour et de la Nriet, Bel Ami (1885), Ble Ami তেওঁৰ সৰ্বশ্ৰেষ্ঠ ৰচনা। সৰ্বাধিক জনপ্ৰিয়ও।

১৮৮৫ চনৰ পৰা ১৮৯০ চনৰ মাজত মপাঁচাই ৰচনা কৰা গ্ৰন্থসমূহ হ'ল Contes et Nournelles, La Petite Roque, Monsieur Parent, Toine, Le Horla, Mont oriol, Le Roiser, da Madame Hersson, Sur L'Ean, Pierre et Jean, La Main ganche, Fort

Comme la Mort, L' Inutile Beaute, আৰু Notre Cocur ।

১৮৮০ ৰ পৰা ১৮৯০ এই দহ বছৰৰ ভিতৰতে এক ক্লান্তিহীন কৰ্মকাণ্ডৰ কাণ্ডাৰীৰূপে মপাঁচাই তেওঁৰ শ্ৰেষ্ঠ ৰচনাৱলী এখন এখনকৈ উপহাৰ দি গৈছে। ইয়াৰ বাহিৰেও অসুস্থ অৱস্থাতে লিখিবলৈ লোৱা দুখন উপন্যাস 'L Angelus' আৰু 'L Ame Entrangere অৰ্দ্ধসমাপ্ত হৈ থাকি যায়।

১৮৮৮ চনত মপাঁচাৰ সৰু ভায়েক হাৰ্ডে সম্পূৰ্ণৰূপে উন্মাদ হৈ পৰে। এই ঘটনাই মপাঁচাৰ মনত সৃষ্টি কৰে এক নতুন অশান্তি। তেওঁৰ নিজৰ মনতো অপ্ৰকৃতিস্থ হোৱাৰ ভয়ে বাহ লয়।

মপাঁচাৰ শেষ জীৱনত তেওঁৰ বিশ্বস্ত ভৃত্য ফ্ৰাচোৱা সকলো সময়তে তেওঁৰ সৈতে ছাঁৰ দৰে লাগি থাকে। মপাঁচাৰ দৃষ্টি আৰু স্মৰণ শক্তি ক্ৰমাত কমি যাবলৈ ধৰে। উন্মদনাও বৃদ্ধি পায়। এনেতে এদিন দাড়ি খুৰোৱা খুৰ এখনেৰে নিজৰ ডিঙি কাটি আত্মহত্যা কৰিবলৈ ধৰা অৱস্থাত ফ্ৰাচোৱাই দেখা পাই তেওঁক মৃত্যুমুখৰ পৰা ৰক্ষা কৰে। ইয়াৰ কিছুদিনৰ ভিতৰতে ১৮৯৩ চনৰ ৬ জুলাই তাৰিখে এটা স্বাস্থ্য নিবাসত মপাঁচাই শেষ নিশ্বাস ত্যাগ কৰে।

মপাঁচাৰ ব্যক্তিগত, গোপন জীৱনৰ বিষয়ে ভৃত্য ফ্ৰাচোৱাই লিখা মপাঁচাৰ জীৱনীত বহুতো কথা প্ৰকাশ পায়। ফ্ৰাচোৱাৰ মতে মপাঁচাৰ জীৱনলৈ একাধিক নাৰী আহিছিল। ইমেনুৱেলা, ব্লাৰ্কে, হাৰমিন আৰু ক্লিমেঞ্চ। এই চাৰিগৰাকী মহিলাৰ সৈতে মপাঁচাৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। ফ্ৰাচোৱাৰ মতে প্ৰ্যাৰী চহৰৰ অনেক মহিলাৰ লগত মপাঁচাৰ সম্পৰ্ক আছিল। এই মহিলাসকলৰ লগত সম্ৰাট তৃতীয় নেপলিয়নৰ পত্নীও আছিল।

মপাঁচাৰ চেহেৰাও আছিল অত্যন্ত সুন্দৰ। সেই অনুপাতে স্বাস্থ্যও আছিল। শৈশৱৰ দুঃস্বপ্নই যদি তেওঁক খেদি লৈ নুফুৰিলেহেঁতেন তেন্তে হয়তো মপাঁচাৰ জীৱনে সাহিত্য জগতলৈ অনেক কিবাকিবি আগবঢ়াই গ'লহেঁতেন। কিন্তু শিশুমনত পৰা দুষিত পৰিবেশৰ প্ৰভাৱে তেওঁৰ মনত যি বিকৃত বাসনাৰ জন্ম দিছিল তাৰ ফলশ্ৰুতিয়ে তেওঁক পৰিণত বয়সতো টানি নিছিল পতিতালয়লৈ আৰু ইয়াতেই তেওঁৰ শৰীৰলৈ সংক্ৰমিত হৈছিল সৰ্বনাশৰ বীজ। কিয়নো, তেওঁৰ মৃত্যু হৈছিল চিফিলিচ বেমাৰত আক্ৰান্ত হৈ।

মপাঁচাই নিজ চকুৰে সমাজৰ অলিয়ে-গলিয়ে দৃশ্যমান ব্যভিচাৰ, প্ৰতিহিংসা, বিশ্বাসঘাতকতা, প্ৰেম-ভালপোৱা আৰু আত্মত্যাগৰ যিখন ছবি দেখিবলৈ পাইছিল তাকেই তেওঁ আন্তৰিকভাৱে জনচকুত পাঙি ধৰিছিল। সমাজৰ এই বাস্তৱ ছবিয়ে বিস্মিত কৰিছিল পাঠকৰ মন। মপাঁচাৰ সাহিত্যৰ সেই বাস্তৱবাদীতাই তেওঁক বিশ্বময় জনপ্ৰিয় কৰি তুলিছিল।

# জুলিয়াচ ফুঁচি

১৯৪৩ চন। পৃথিৱী ব্যাপি দ্বিতীয় মহাসমৰৰ দাবানল। ইউৰোপৰ প্ৰায়বোৰ দেশেই একোখন মৰিশালিলৈ ৰূপান্তৰিত হৈছে। মৰিশালিত পৰিণত হৈছে চেকশ্ল'ভাকিয়াও। জাৰ্মানীৰ অধিকৃত অঞ্চলসমূহত গেষ্টাপো বাহিনীৰ বৰ্ব্বৰতাই চূড়ান্ত সীমা পাইছেগৈ। এই সময়ত ভৱিষ্যতৰ কথা কোনেও ভাবিব পৰা নাই। ভৱিষ্যত কৰ্ম পন্থাৰ বাবে সঙ্কল্পৰ স্থিৰতা অথবা মনৰ দৃঢ়তা হেৰুৱাই পেলাইছে সকলোৱে। বিশেষকৈ গেষ্টাপোৰ হাতত বন্দী বুদ্ধিজীৱী সকলৰ অৱস্থা হৈছে দুৰ্বিষহ। জীয়াই থকাৰ অধিকাৰকণৰ বাবে বিসৰ্জন দিব লগা হৈছে তেওঁলোকৰ আদৰ্শ। কিন্তু এনে সময়তো দুই এজন মহান ব্যক্তিয়ে গেষ্টাপো বন্দী শিবিৰৰ সকলো ধৰণৰ শাৰীৰিক নিৰ্যাতন উপেক্ষা কৰি নিজ আদৰ্শ জীয়াই ৰাখিছিল। জুলিয়াচ ফুঁচি (Julius Fuchik) আছিল এই সকল ব্যক্তিৰ অন্যতম।

"Rude Pravo" কাকতৰ সম্পাদক জুলিয়াচ ফুঁচিক গেষ্টাপো বাহিনীয়ে ১৯৪২ চনৰ ২৪ এপ্ৰিল তাৰিখে বন্দী কৰি নিয়ে। 'প্ৰাগ'ৰ বন্দী শিবিৰৰ ভিতৰত ৪১১ দি ধৰি ফুঁচিৰ ওপৰত চলোৱা হয় অমানুষিক নিৰ্যাতন। কিন্তু চাৰিশ এঘাৰটা দীঘলীয়া দিন আৰু ৰাতিৰ মাজেৰে চূড়ান্ত দৈহিক নিৰ্যাতন চলাইও নিজ দেশক প্ৰতাৰণা কৰিবৰ বাবে ফুঁচিক মান্তি কৰাব নোৱাৰিলে গেষ্টাপো বাহিনীয়ে আৰু সেয়ে ১৯৪২ চনৰ ৮ চেপ্তেম্বৰত প্ৰতিশোধৰ উদ্দেশ্যে গেষ্টাপোৱে হত্যা কৰে চল্লিছ বছৰীয়া ফুঁচিক।

সাংবাদিক, সাহিত্য-সমালোচক আৰু কমিউনিষ্ট নেতা জুলিয়াচ ফুঁচিৰ জন্ম হয় ১৯০৩ চনৰ ২৩ ফেব্ৰুৱাৰীত। জন্মস্থান প্ৰাগশ্মিকভ। দেউতাক আছিল এজন তীখা কলৰ শ্ৰমিক, এজন চখৰ গায়ক আৰু অভিনেতাও আছিল তেওঁ। কিশোৰ অৱস্থাৰ পৰাই ফুঁচি জড়িত আছিল চেকশ্ল'ভাকিয়াৰ শ্ৰমিক

শ্রেণীৰ সংগ্ৰাম আৰু এই দেশৰ সাংস্কৃতিক নৱজাগৰণৰ সৈতে। বিশ্ব বিদ্যালয়ৰ ছাত্ৰ হিচাপে ফুঁচিয়ে সাহিত্য-সংগীত আৰু কলা অধ্যয়ন কৰে। ইয়াৰ পিছত এজন কাৰখানাৰ শ্ৰমিক হিচাপে ফুঁচিয়ে নিজৰ জীৱিকা উপাৰ্জন কৰাৰ লগতে জেকশ্ল'ভাকিয়াৰ কমিউনিষ্ট পাৰ্টিৰ সদস্য ৰূপেও সমাজবাদী কাকতত লিখিবলৈ লয়। এই লিখনিৰ যোগেদি তেওঁ অতি অলপদিনৰ ভিতৰতে ছাত্ৰ কমিউনিষ্ট সংগঠনৰ এজন শীৰ্ষস্থানীয় নেতা হিচাপে জনসমাজত পৰিচিতি লাভ কৰে।

১৯২৯ চনত জুলিয়াচ ফুঁচি টুৰ্ভবা (Tvorba) অৰ্থাৎ 'সৃষ্টি' কাকতৰ প্ৰধান সম্পাদক নিযুক্ত হয়। তেওঁৰ সম্পাদনাত এই কাকতে ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত যথেষ্ট প্ৰভাব পেলায়। ইয়াৰ পিছত তেওঁ জেকশ্ল'ভাকিয়া কমিউনিষ্ট পাৰ্টিৰ মুখপত্ৰ ৰুডপ্ৰাভ' (Rude Pravo) ৰ সম্পাদক হয়।

সম্পাদক হিচাপে দুবাৰকৈ ছোভিয়েত দেশ ভ্ৰমণ কৰি আহি কাকতৰ প্ৰতিনিধি, সম্পাদক আৰু বক্তা হিচাপে দেশবাসীক ছোভিয়েত দেশ সম্পৰ্কে অৱগত কৰোৱায়। সেই সময়তে তেওঁ জেকশ্ল'ভাকিয়াৰ প্ৰতিক্ৰিয়াশীল মহলৰ হাতত বন্দী হয়। একে সময়তে জেকশ্ল'ভাকিয়াত কমিউনিষ্ট কাৰ্যকলাপো বেআইনী ঘোষণা কৰা হয়। ফলত কমিউনিষ্ট সকলে আত্মগোপন কৰিবলগা হয়। বিশেষকৈ নাজী স্বেচ্ছাচাৰীয়ে জেকশ্ল'ভাকিয়া অধিকাৰ কৰাৰ পিছত জুলিয়াচ ফুঁচি নিৰুদ্দিষ্ট হয় আৰু তেনে অৱস্থাত থাকিয়েই পাৰ্টিৰ সাংগঠনিক কাম প্ৰসাৰিত ভাবে চলাই যায়। ফেচীবাদৰ বিৰুদ্ধে জুলিয়াচ ফুঁচিয়ে দেশৰ জনসাধাৰণক সতৰ্ক কৰি দিবলৈ লয়। ইয়াৰ লগে লগে তেওঁ অতি গোপন প্ৰবৃত্তি চলাই দেশৰ ঠায়ে ঠায়ে পাৰ্টি কাৰ্যালয় স্থাপন কৰে। তাৰ বাহিৰেও ৰুড প্ৰাভ'ৰ উপৰি আন এখন কাকত 'Trnaveck (The Teng Whistle) সম্পাদনা কৰিবলৈ লয়। ১৯৪২ চনৰ ২৪ এপ্ৰিল তাৰিখে জুলিয়াচ ফুঁচিক এক গোপন অৱস্থানত তেওঁৰ সহকৰ্মী সকলৰ সৈতে আলোচনাৰ অৱস্থাত গেষ্টাপো সৈন্য বাহিনীয়ে বন্দী কৰে। ইয়াৰ পিছত বন্দী জুলিয়াচ ফুঁচিৰ মুখৰ পৰা পাৰ্টিৰ গোপন অৱস্থান সমূহৰ অৱস্থিতিৰ বিষয়ে খবৰ উলিয়াবলৈ হিটলাৰৰ অনুগামী গেষ্টাপো 'চিক্ৰেট পুলিচ' বাহিনীয়ে তেওঁৰ ওপৰত অমানুষিক অত্যাচাৰ চলাবলৈ ধৰে। বন্দী ফুঁচিক সিহঁতে প্ৰায় প্ৰতিদিনে একোটা নতুন কৌশলেৰে শাৰীৰিক নিৰ্যাতন দিছিল। নিৰ্যাতন সহ্য কৰিব নোৱাৰি মাজে সময়ে ফুঁচি অজ্ঞান হৈ পৰিছিল আৰু তেনে সময়ত সপোন দেখিছিল এখন

মুক্ত জেকশ্ল'ভাকিয়াৰ। ইফালে 'চিক্রেট পুলিচে' অমানুষিক শাৰীৰিক নির্যাতনৰ পুন:পৌণিক অনুশীলন চলায়ো যেতিয়া ফুঁচিৰ মনৰ দৃঢ়তা নাইকিয়া কৰাত অসমার্থ হ'ল, তেতিয়া ৪১১ দিনৰ বন্দী দশাৰ অন্তত সিহঁতে চল্লিছ বছৰীয়া জুলিয়াচ ফুঁচিক ১৯৪১ চনৰ ৮ চেপ্তেম্বৰ তাৰিখে নির্মম ভাবে হত্যা কৰে। বন্দী শিবিৰত ফুঁচিক হত্যা কৰাৰ খবৰে জেকশ্ল'ভাকিয়াৰ লগতে পৃথিৱীৰ সমাজবাদী দেশ সমূহত গভীৰ আলোড়নৰ সৃষ্টি কৰে।

দেশৰ স্বাৰ্থৰক্ষাত দৃঢ় সঙ্কল্পৰে জুলিয়াচ ফুঁচিয়ে নাজী নির্যাতনৰ সেই ৪১১ দিনৰ ভিতৰতে তেওঁৰ বন্দী জীৱনৰ ভিত্তিত ৰচনা কৰি উলিয়ায় "Notes from the Gallows" তেওঁৰ এই ৰচনাৰ কামত সহায় কৰিছিল বন্দীশালৰ ৰখিয়াৰ ভেশত থকা আন এজন চেক দেশপ্রেমীয়ে। বন্দীশালৰ এই পহৰীয়াজনে ফুঁচিক বাহিৰৰ পৰা কাগজ কলম আদিৰ যোগান ধৰিছিল আৰু ফুঁচিৰ লিখিত টোকা সমূহ গোপনে বন্দী শিবিৰৰ বাহিৰলৈ লৈ গৈ যথাস্থানত দিছিলগৈ।

জেকশ্ল'ভাকিয়া স্বাধীন হোৱাৰ পিছত জুলিয়াচ ফুঁচিৰ পত্নী তথা তেওঁৰ পাৰ্টি সহকৰ্মিণী অগষ্টিনাই জুলিয়াচ ফুঁচিয়ে বন্দী শিবিৰত লিখা টোকা সমূহ একত্রিত কৰি গ্রন্থাকাৰে প্রকাশ কৰে।

'Nate from the Gallows" জুলিয়াচ ফুঁচিৰ বন্দী জীৱনৰ ব্যক্তিগত কষ্ট ভোগৰ কথাই কেৱল নহয়। ইয়াত তেওঁৰ সৈতে বন্দী জীৱন কটোৱা সেই সকল লোকৰ স্বাৰ্থত্যাগ আৰু আত্ম বলিদানৰ চৰম নিদর্শনৰ কথাও সন্নিবিষ্ট কৰা হৈছে। মানবীয় মূল্যবোধৰ চৰম নিদর্শন ফুঁচিৰ এই গ্রন্থ অত্যাচাৰীৰ বিৰুদ্ধে এক প্রত্যাহ্বান। পৃথিৱীৰ বিভিন্ন দেশৰ প্রায়বোৰ ভাষালৈকে অনুদিত ফুঁচিৰ এই মহান গ্রন্থ সর্বকালৰ বাবে এক প্রত্যাহ্বান হৈ থাকিব সকলো অত্যাচাৰীৰ প্রতি। জেকশ্ল'ভাকিয়াৰ এই জাতীয় শ্বহীদজনাৰ স্মৃতিত ৮ চেপ্তেম্বৰৰ দিনটো আজিও 'জাতীয় সংবাদ দিৱস' হিছাপে পালন কৰা হয়।

# হানচ খ্ৰীষ্টিয়ান এণ্ডাৰচন

'Immortal Prince of Fairy Tales' অৰ্থাৎ ৰূপকথাৰ অমৰ ৰাজকুমাৰ : হানচ্ খ্ৰিষ্টিয়ান এণ্ডাৰচন। জীৱনৰ একাল দৈন্যতাৰ চূড়ান্ত অৱস্থাত অতিবাহিত হৈছিল হানচ খ্ৰিষ্টিয়ান এণ্ডাৰচনৰ। সমগ্ৰ শৈশৱ, কৈশোৰ আৰু যৌৱনৰো এচোৱা বৰ্ণনাতীত দুখ-কষ্টৰ মাজত অৰ্দ্ধাহাৰে-অনাহাৰে পাৰ হৈছিল এইজন ৰূপকথাৰ ৰাজকুমাৰৰ। কিন্তু সংকল্পৰ দৃঢ়তা আৰু নিজ লক্ষ্যৰ প্ৰতি স্থিৰ দৃষ্টি আগত ৰাখি এণ্ডাৰচন আগবাঢ়িছিল সমুখৰ সকলো প্ৰতিবন্ধকতা আঁতৰ কৰি। আৰু এটি ভিক্ষাৰী বালকৰ পৰা এদিন প্ৰকৃতত্তে এজন 'ৰাজকুমাৰলৈ' ৰূপান্তৰিত হৈছিল এণ্ডাৰচন।

হানচ খ্ৰিষ্টিয়ান এণ্ডাৰচনৰ জন্ম হৈছিল ১৮০৫ চনত ইংলেণ্ডৰ অডেন্‌চ্ নামে ঠাইত। দেউতাক আছিল এজন চৰ্মকাৰ। পেটে-ভাতে খাই কোনোৰকমে জীৱন-নিৰ্বাহ কৰিছিল। শিশু সন্তান এণ্ডাৰচনৰ প্ৰতিপালনৰ বিশেষ যত্ন লোৱাটো বাদেই সামান্যতম যত্নকণো ল'ব নোৱাৰিছিল আৰু সেই অৱস্থাতে এণ্ডাৰচনৰ দেউতাকে এদিন পত্নী-পুত্ৰ-কন্যা আৰু সংসাৰৰ সকলো মোহ ত্যাগ কৰি চকু মুদিলে। এণ্ডাৰচন পৰিয়ালত ভাত মুঠিৰো যোগাৰ নোহোৱা হ'ল। দুৰ্যোগৰ শেষ সীমাত এণ্ডাৰচনৰ মাকে এদিন এজন ঘোৰ মদপীৰ সৈতে বিবাহত বহিল। কিন্তু ইয়াৰ ফলত দেখা দিলে ভিন্ন সমস্যাই। এণ্ডাৰচনে নতুনকৈ দেউতাক হিছাপে লাভ কৰা মানুহজনৰ পৰা পোৱা ব্যৱহাৰৰ কঠোৰতা সহ্য কৰিব নোৱাৰি এদিন ঘৰ এৰিবলগীয়া হয়। তেতিয়া তেওঁৰ বয়স মাত্ৰ তেৰ বছৰ।

এণ্ডাৰচনৰ নিজৰ দেউতাক জীয়াই থকা কালত, তেওঁ এণ্ডাৰচনক শুবৰ সময়ত সদায় একোটাকৈ সাধু কৈছিল। এইবোৰ আছিল 'আৰব্য ৰজনী'ৰ সাধু। দেউতাকে কৈ যোৱা সাধু একোটাৰ প্ৰতিটো চৰিত্ৰ মনে মনে প্ৰত্যক্ষ

কৰিছিল এণ্ডাৰচনে। তেতিয়াই তেওঁৰ মনত গঢ় লৈছিল কল্পনাৰ এখন বিশাল ৰাজ্যই। প্ৰচণ্ড অভাৱৰ মাজত অনাহাৰে থাকিবলগীয়া অৱস্থাতো এণ্ডাৰচনৰ মন বিচৰণ কৰি ফুৰিছিল এই কল্পনা ৰাজ্যত। ভিক্ষাৰ জোলোঙা হাতত লৈ বাটৰ কাষত, গছৰ তলত টোপনি গৈ থকা অৱস্থাত সপোন দেখিছে— যেন তেওঁ এজন ৰাজকুমাৰৰ বেশতহে ঘূৰি ফুৰিছে। পক্ষীৰাজ ঘোঁৰাত উঠি দেশে-দেশে নগৰে-চহৰে। কেতিয়াবা আকৌ এনেকৈ ঘূৰি ফুৰোতে কোনোবা অজান দেশৰ ৰাজকুমাৰীৰ পৰা লাভ কৰিছে হিয়াৰ মৰম। লাভ কৰিছে ৰাজকুমাৰীৰ সৈতে নতুন ৰাজ্য। মুঠতে সপোনৰ সদাগৰ ৰাজকুমাৰ মনে মনে কেতিয়াবা হৈ উঠিছে কোনোবা সাম্ৰাজ্যৰ সম্ৰাট। তেওঁৰ কোনো বস্তুৰে, কোনো সুখৰে অভাৱ নাই, কিন্তু বাস্তৱ জীৱনত হয়তো একেলা নোখোৱাকৈ গৈছে। এনেকৈয়ে সপোনৰ ৰাজসুখ আৰু বাস্তৱ দৈন্য দশাৰ মাজেৰে যুৱাৱস্থা পালেহি এণ্ডাৰচন।

অনেক সাধ্য সাধনাৰ মূৰত ১৮২২ চনত এণ্ডাৰচনে কাপেন হেগেনৰ ৰয়েল থিয়েটাৰত এজন শিক্ষানবীশ হিছাপে যোগ দিবলৈ সমৰ্থ হয়। কে'বাজনো বিখ্যাত লোকৰ পৃষ্ঠপোষকতাত ইয়াতেই আৰম্ভ হয় এণ্ডাৰচনৰ প্ৰকৃত শিক্ষাগ্ৰহণ। ৰয়েল থিয়েটাৰত সোমোৱাৰ কিছুকালৰ ভিতৰতেই এণ্ডাৰচনে গল্প-কবিতা আৰু নাটক ৰচনাত মনোনিবেশ কৰে। প্ৰথম অৱস্থাত লিখা এই লিখনিসমূহে তেওঁৰ বাবে বিশেষ কোনো সুবিধা প্ৰদান কৰিব পৰা নাছিল যদিও তেওঁ সাহিত্য সৃষ্টিৰ আশাশুধীয়া প্ৰচেষ্টা চলাই যায় আৰু ১৮৩৫ চনত তেওঁৰ অমৰ গ্ৰন্থ 'দি ইমপ্ৰভাইজেটৰ'ৰ প্ৰকাশেৰে একে সময়তে বিশ্ব সম্মান, অৰ্থ আৰু প্ৰতিপত্তি লাভ কৰিবলৈ সমৰ্থ হয়। ইয়াৰ পিছত এণ্ডাৰচনে জীৱনত কোনোদিনে পিছলৈ ঘূৰি চাবলগীয়া হোৱা নাছিল। একাদিক্ৰমে প্ৰকাশ পায় তেওঁৰ ৰচনাসমূহ।

পৰৱৰ্তী ৩০ বছৰৰ ভিতৰত এণ্ডাৰচনে ৰচনা কৰা অসংখ্য নাটক, উপন্যাস, ভ্ৰমণকাহিনী আৰু বিশেষভাৱে শিশুসকলৰ বাবে ৰচনা কৰা ডেৰশৰো অধিক ৰূপকথাৰ কাহিনীয়ে তেওঁক পৃথিৱীজোৰা যশ-খ্যাতি আৰু আৰ্থিক উন্নতিৰ শীৰ্ষস্থানলৈ লৈ যায়।

পৃথিৱীৰ বিভিন্ন দেশৰ শতাধিক ভাষালৈ অনূদিত এণ্ডাৰচনৰ স্বপ্ন জগতৰ এই কাহিনীসমূহৰ জনপ্ৰিয়তা আজিও ইমানেই বেছি যে সাম্প্ৰতিক কালতো প্ৰতিবছৰে বৰদিনৰ সময়ত এই গ্ৰন্থসমূহৰ পুনৰ্মুদ্ৰণ হয় বহু লাখ 'কপি'কৈ।

এণ্ডাৰচনৰ সৰ্বাধিক জনপ্ৰিয় গ্ৰন্থ কেইখন হ'ল ৰূপকথাৰ কাহিনীৰ "দি আগ্‌লি ডাক্‌লিং" (The Ugly Duckling) "দি এমপেৰৰচ্ নিউ ক্লথ্‌চ্" (The Emperors New clothes) "দি স্ন' কুইন (The Snow Queen) "দি ৰেড শ্বুজ (The Red Shoes) আৰু "দি লিট্‌ল মাৰমেইদ" (The little Mermaid)!

এণ্ডাৰচনৰ অসাধাৰণ সাধুকথা সমূহৰ বৈশিষ্ট্য হ'ল 'সাধু-ভাষাত' সাধুকথাৰ যোগেদি মানৱজীৱন আৰু মানৱসমাজৰ কেতবোৰ অতি গুৰুত্বপূৰ্ণ বিষয়ৰ উপস্থাপন আৰু প্ৰতন্ধীকৰণ? "দি আগ্‌লি ডাকলিং" সাধুটোত কুকুৰাজনীয়ে "কুৰূপা হাঁহ" অৰ্থাৎ আগ্‌লি ডাকলিঙক কৈছে "I tell you for your own good, you should learn to lay eggs like me," অৰ্থাৎ "মই তোমাৰ ভালৰ নিমিত্তেহে কৈছো, তুমি মোৰ দৰে কণী পাৰিবলৈ শিকা।" কুকুৰাজনীৰ এই কথাষাৰে সকলো পঢ়ুৱৈৰ মনত কাঢ় বাস্তৱৰ প্ৰতি এটা জোকাৰণি আনি দিয়ে। কিয়নো কথাষাৰৰ মৰ্মাৰ্থ হ'ল— পৃথিৱীৰ পৰা কিবা এটা পাবলৈ বিচাৰি তুমিও পৃথিৱীখনক কিবা এটা দিয়াটো প্ৰয়োজন।

আন এটা বিখ্যাত সাধু 'দি এম্পেৰৰচ্ নিউ ক্লদচ্' সাম্প্ৰতিক কালৰ পৃথিৱীখনৰ ক'লা সংস্কৃতিৰ বিভিন্ন শাখাত চৰ্চাৰ মাধ্যম হোৱাৰ উপৰিও ৰাজনৈতিক জগতখনৰো বহু চৰ্চিত বিষয়। বিশেষকৈ উদাহৰণ হিছাপে দাঙি ধৰাৰ ক্ষেত্ৰত।

১৪ বছৰ বয়সত ঘৰ এৰোতে এণ্ডাৰচনৰ শিক্ষা-দীক্ষা একোৱেই নাছিল, তথাপি মনে মনে চিন্তা কৰিছিল এজন লিখক হোৱাৰ; নাট্যকাৰ বা অভিনেতা হোৱাৰ। তেওঁৰ লক্ষ্যপথত বাধা-বিঘিনীৰ অন্ত নাছিল। কিন্তু জীৱনৰে সৈতে হোৱা তেওঁৰ শিশুকালৰ পৰিচিতিৰ কঠোৰ বাস্তৱতা আৰু কল্পনাৰ সোণৰ সংসাৰখনৰ সান-মিহলি ভাবৰ মাজতে তেওঁৰ মনত জন্ম লয় তেওঁৰ অমোঘ সাহিত্য সৃষ্টিৰ বীজ।

এজনী সৰু ছোৱালী হিছাপে খ্ৰিষ্টিয়ান এণ্ডাৰচনৰ মাক নিতৌ ভিক্ষা কৰিবলৈ যাবলগীয়া হৈছিল। ভিক্ষাৰ পাত্ৰ হাতত লৈয়ে তেওঁ গাভৰু হৈছিল। যিদিনা ভিক্ষা নাপাইছিল সিদিনা তেওঁ ঘৰলৈ ঘূৰি যাবলৈ ভয় কৰি গোটেই নিশাটো চহৰৰ কোনোবা দলং এখনৰ তলতে কটাই দিছিল। এনেকৈ মনে মনে দলঙৰ তলত সোমাই থাকোতে তেওঁ এদিন কেইটামান গুণ্ডাৰ দ্বাৰা ধৰ্ষিতা হৈছিল। নিজ মাতৃৰ বিগত জীৱনৰ এই কথা এণ্ডাৰচনে এদিন জানিব

পাৰিছিল আৰু এই কাহিনীকে পটভূমি হিছাপে লৈ ৰচনা কৰিছিল এটি কৰুণ কাহিনী 'দি লিট্‌ল মেট্‌চ গাৰ্ল' (The little Match girl)।

এণ্ডাৰচনৰ কলম আছিল এডাল যাদুকৰী, তেওঁৰ আগজীৱনৰ প্ৰতিটো কৰুণ ঘটনা পৰৱৰ্তীকালৰ ৰচনাত মূৰ্ত হৈ উঠিছিল এই যাদুকাঠিৰ পৰশত।

যি ভিক্ষাৰ জোলোঙা কান্ধত লৈ এণ্ডাৰচন এদিন ঘৰৰ পৰা ওলাইছিল তেওঁৰ নিজ সৃষ্টিৰ মহিমাৰে পৰিপূৰ্ণ সেই জোলোঙাৰ পৰা এদিন বিশ্ববাসীয়ে লাভ কৰিলে সাহিত্যৰ অমৃত ভাণ্ডাৰ।

১৮৭৫ চনত এই মহৎ ব্যক্তি গৰাকীৰ ইহ জীৱনৰ অন্ত পৰে। কিন্তু তেওঁৰ অমৰ সৃষ্টিয়ে যুগজয়ী কৰিলে তেওঁৰ নাম।

# ৰোনাল্ড ৰছ

ৰোনাল্ড ৰছে ১৯০২ চনত নোবেল পুৰস্কাৰ পায়। তেওঁৰ জীৱন কাহিনী আৰু গৱেষণাৰ ইতিহাস অতি উদ্দীপক আৰু ভাৰতবৰ্ষৰ সৈতে একান্তভাৱে জড়িত।

ভাৰতবৰ্ষ তেতিয়া ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত। ১৭০৭ চনৰ কথা। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে কলিকতাত এটা কুঠী গঢ়ি হাস্পতাল আৰু কবৰখানা তৈয়াৰী কৰিছিল। হাস্পতাল আৰু কবৰখানা আছিল ওচৰা-ওচৰি। যিহেতু হাস্পতালৰ সৰহভাগ ৰোগীয়েই মৰিছিল। সেইবোৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰে সৈনিক আছিল আৰু তেতিয়া কলিকতা আছিল বিল-জংঘলেৰে ভৰা এটা অঞ্চল।

এই হাস্পতালটোৱেই কালক্ৰমত ৰবাৰ্ট ক্লাইৱৰ অধীনত পূৰ্ণাঙ্গ ইউৰোপীয় হাস্পতাললৈ ৰূপান্তৰিত হ'ল। কিছু বছৰৰ পিছত প্ৰেছিডেন্সী জেনেৰেল হাস্পতাল বা পি জি হাস্পতাল বুলি, এই হাস্পতাল সমগ্ৰ ভাৰতবৰ্ষত জনাজাত হৈ পৰিছিল। এতিয়া অৱশ্যে এই হাস্পতালৰ নাম হৈছে শ্ৰেষ্ঠ সুখলাল কৰনানি মেমৰিয়েল হাস্পতাল।

ভাৰতবৰ্ষৰ বাবে অতি সৌভাগ্যৰ কথা যে ভাৰত মাতৃৰ সন্তান ৰছে ভাৰতবৰ্ষৰ এটি চিকিৎসালয়ত কাম কৰাৰ সময়তে নোবেল পুৰস্কাৰ লাভ কৰে তেওঁৰ জীৱন জিজ্ঞাসাৰ অন্বেষণৰ অন্তত।

ৰোনাল্ড ৰছৰ ককাদেউতাক আছিল ওখ খাপৰ সৈনিক। চিপাহী বিদ্ৰোহৰ সময়ত ৰোনাল্ড ৰছৰ দেউতাক জেনেৰেল কম্পবেল আলমোৰাত আছিল। তেতিয়াই ১৮৫৭ চনৰ ১৩ মে' তাৰিখে ৰোনাল্ড ৰছৰ জন্ম হয়।

শৈশৱত ৰছৰ মন আছিল অতি চঞ্চল। নিয়মিত পঢ়া-শুনা ভাল লগা নাছিল। গতিকে তেওঁক জ্ঞান অৰ্জনৰ বাবে লণ্ডনলৈ পঠিয়াই দিয়া হৈছিল।

ঘৰৰ সকলোৰে ইচ্ছা আৰু তেওঁৰ অনিচ্ছা সত্ত্বেও তেওঁ লণ্ডনত ডাক্তৰী পঢ়িবলৈ গ'ল। ভৰ্ত্তি হ'ল লণ্ডনৰ বাৰ্থা লোমিও হাস্পতালত।

চিকিৎসা শাস্ত্র পোনতে তেওঁ ভাল নাপাইছিল। সদায় একেবোৰ কাম। গতিকে গতানুগতিক কামবোৰৰ প্ৰতি তেওঁৰ অনীহা উপজিছিল। সেয়ে দিনটোৰ বেছিভাগ সময় তেওঁ গল্প-কবিতা-নাটক আদি লেখাতে ব্যস্ত আছিল। তেওঁ চৰ্চা কৰা সাহিত্য সম্ভাৰ বিভিন্ন প্ৰকাশকৰ ওচৰলৈও লৈ গৈছিল, কিন্তু কোনো প্ৰকাশকেই সেইবোৰ প্ৰকাশৰ যোগ্য বুলি গ্ৰাহ্য নকৰিলে। নিৰুপায় হৈ ডেকা ৰোনাল্ড ৰছে নিজেই তেওঁৰ লিখনিবোৰৰ প্ৰকাশৰ ভাৰ ল'লে। কিতাপ প্ৰকাশ হ'ল। কিন্তু ইয়াৰ পৰা সুবিধাতকৈ অসুবিধাহে বেছি হ'ল। ৰোনাল্ডৰ এইবিলাক খামখিয়ালীৰ খবৰ পাই দেউতাক অগ্নিশৰ্মা হ'ল। ফলত ৰোনাল্ডৰ লিখা-পঢ়াও কিছু দিনলৈ স্তব্ধ হ'ল।

ৰছেও কিছুদিন পঢ়া শুনা এৰি আমেৰিকা পালেগৈ। তাতো বৰ বেছি দিন ভাল নালাগিল। পুনৰ লণ্ডনলৈ ঘূৰি আহি ডাক্তৰী পঢ়া সাং কৰিলে। জন্মস্থান ভাৰতবৰ্ষকে নিজৰ কৰ্মক্ষেত্ৰ ৰূপে বাছি ললে। চাকৰি কালত পোনতে মাদ্ৰাজ আৰু পাছত ব্ৰহ্মদেশ পালেগৈ। কিন্তু সকলো ঠাইতে নিয়ম মাফিক হাস্পতালৰ কামৰ বাহিৰে আন একো কৰিবলৈ নাছিল। অৱশ্যে তেওঁৰ স্বভাৱেই আছিল বাহিৰা কামত অত্যাধিক আগ্ৰহ। স্থানীয় গল্ফ ক্লাবৰ উন্নতিৰ হকে কাম কৰা, ঘৰত কবিতা, নাটক, উপন্যাস লিখা এইবোৰত নিষ্ঠাৰে লাগি আছিল। ইয়াৰ মাজতে হঠাৎ এদিন ৰছে জানিব পাৰিলে যে ফৰাচী সৈন্য বিভাগৰ চিকিৎসক ডাঃ লেভাৰ্ণে মেলেৰিয়া ৰোগৰ পৰজীৱী বিচাৰি পাইছে। সেই সময়ত ভাৰতবাৰ্মা আদিত মেলেৰিয়াৰ পাদুৰ্ভাৱত ভয়ানক অৱস্থা।

হাস্পতালবোৰত সাধাৰণতেই মেলেৰিয়া ৰোগীৰ ভীৰ। কৌতুহল বশত ৰছে সেই ৰোগী সকলৰ তেজ লৈ পৰীক্ষা কৰি চালে। একো ধৰিব নোৱাৰিলে। ক'ত পৰজীৱী চব বাজে কথা। আচলতে ৰছে পৰীক্ষা পদ্ধতি সম্পৰ্কে বিতংভাৱে নেজানিছিলেই। ইয়াৰ পিছত ৰছে ১৮৯৪ চনত পাৰিবাৰিক কামত লণ্ডনলৈ গৈছিল। তাতে আলাপ আলোচনা হ'ল ডঃ পেট্ৰিক মেনছনৰ সৈতে। তেওঁ ৰছক ডাঃ লেভাৰ্ণৰ পৰীক্ষা হাতে কলমে কৰি দেখুৱালে। কাম কাজবোৰ দেখি ৰছ বিস্মিত হ'ল। আলোচনা কালত তেওঁ এই কথাও জানিলে যে ডাঃ লেভাৰ্ণে বহু বছৰ আগতেই অৰ্থাৎ ১৮৮০ চনতেই মেলেৰিয়াৰ পৰজীৱী আৱিষ্কাৰ কৰে। অৱশ্যে সিমান বছৰ আগতেই পৰজীৱী আৱিষ্কাৰ হ'লেও সেই পৰজীৱী কি ধৰণে সুস্থ মানুহৰ শৰীৰত আহি প্ৰৱেশ কৰে সেই সম্পৰ্কে

নানা জনৰ নানা মত আছিল। ডা: মেনছনে বিশ্বাস কৰিছিল যে আবদ্ধ পানীত মেলেৰিয়া পৰজীৱী বহনকাৰী মহ থাকে আৰু তেনে পানী খালেই সুস্থ মানুহ মেলেৰিয়াত আক্ৰান্ত হয়। বহুকালৰ আগৰ পৰাই অৱশ্যে মানুহৰ এই ধাৰণা আছিল যে দূষিত পানী আৰু বা বতাহৰ পৰাই এই ৰোগ হয়। আচলতে মেলেৰিয়া শব্দটোৰ উৎপত্তিও হয় 'দূষিত বতাহ' এই শব্দ দুটিৰ পৰা। এই ৰোগৰ নামাকৰণ কৰিছিল প্ৰাচীন গ্ৰীক চিকিৎসক আৰু আধুনিক চিকিৎসা বিদ্যাৰ জনক বাপে সমগ্ৰ বিশ্বই স্বীকাৰ কৰি লোৱা হিপোক্ৰেটিছে।

লণ্ডনৰ পৰা ভাৰতবৰ্ষলৈ ঘূৰি অহাৰ পিছত ৰছৰ দিন যাপনৰ ৰীতি-নীতি একেবাৰে বদলি হৈ গ'ল। নৱলব্ধ জ্ঞানে ৰছৰ মনলৈ একাগ্ৰতা আনি দিলে। তেওঁ পুনৰায় হাস্পতালৰ দৈনিক কৰ্ম জগতত প্ৰৱেশ কৰিলে যদিও লগে লগে এইবাৰ চিকিৎসা গৱেষণাতো প্ৰবৃত্ত হ'ল। লণ্ডনৰ পৰা উলটি আহি তেওঁ চেকেন্দ্ৰাবাদত কামত যোগ দিলে। কিন্তু ভাৰতীয় বৃটিছ প্ৰশাসনে তেওঁক সঘনাই বিভিন্ন ঠাইলৈ বদলি কৰি থাকিল। এইদৰে বদলি হৈ হৈ ৰছ আহি কলিকতাৰ পি,জি হাস্পতাল পালেহি। ইয়াতহে তেওঁ গৱেষণাৰ পূৰ্ণ সুযোগ পালে। কলিকতাত তেতিয়া মেলেৰিয়া ৰোগী আৰু মহ-ডাঁহৰ অভাৱ নাই। বিভিন্ন তৰহৰ মহ ধৰিবলৈ তেওঁ মানুহ লগালে আৰু ৰছে প্ৰত্যেক বিধ মহৰ পাকস্থলী কাটি তন্নতন্নকৈ পৰীক্ষা কৰিবলৈ লাগিল। অৱশেষত এবিধ মাইকী মহৰ পেটত পৰজীৱীৰ সন্ধান পোৱা গ'ল। কিন্তু ৰছৰ পক্ষে এজন সুস্থলোকক পৰীক্ষাৰ বাবে পোৱা অসুবিধা হ'ল। কোনেনো বাৰু স্বত: প্ৰবৃত্তি হৈ মেলেৰিয়াবাহী মহৰ কামোৰ খাবলৈ যাব ? নানান ঠাইত বিজ্ঞাপন দিয়াতো একো সুবিধা নহ'ল। এনেতে তেওঁৰ মনত পৰিল ডা: মেনছনৰ এষাৰি কথা। তেওঁ কৈছিল যে চৰাইবোৰৰো মেলেৰিয়া হয়। গতিকে এইবাৰ তেওঁ চৰাই সংগ্ৰহ কৰিবলৈ লাগিল। তেওঁ সমগ্ৰ প্ৰাণশক্তিৰে গৱেষণা কাৰ্যত লিপ্ত হ'ল। অত্যাধিক পৰিশ্ৰমত তেওঁ শুকাই খিনাই গ'ল। অৱশেষত বহু পৰীক্ষা-নিৰীক্ষাৰ পিছত ১৮৯৮ চনৰ ৪ জুলাইত ৰছে প্ৰমাণ কৰিব পাৰিলে যে মেলেৰিয়া পৰজীৱী বহনকাৰী এবিধ মাইকী মহে যেতিয়া সুস্থ চৰাইক কামোৰে তেতিয়া মহৰ লেজুৰটিৰ পৰা সেই পৰজীৱী সুস্থ দেহত প্ৰৱেশ কৰে।

ৰছে তেওঁৰ নতুন জ্ঞানৰ কথা ডা: মেনছনক জনালে। বিভিন্ন কাকতে পত্ৰই এই তত্ত্ব লৈ প্ৰবন্ধ লিখিলে। ৰছৰ অনুপস্থিতিতেই লণ্ডনৰ বৃটিছ

এচোছিয়েচনৰ সভাত ডা: মেনছনে ৰছৰ আবিষ্কাৰৰ কথা ঘোষণা কৰিলে। ৰছ অতি সোনকালেই এজন চিকিৎসা বিজ্ঞানীত পৰিণত হ'ল। কলিকতাত কিন্তু ৰছ এনেয়ে বহি নাথাকিল, তেওঁ গৱেষণা কাৰ্য পূৰ্ণোদ্যমে চলায় গ'ল। মেলেৰিয়া পৰজীৱী মহ বিধো চিনাক্ত কৰিলে। তেওঁ চাকৰি এৰি আফ্ৰিকাত গৈ তেওঁৰ আবদ্ধ কাম শেষ কৰিলে আৰু ১৯০২ চনত এই আবিষ্কাৰে তেওঁলৈ নোবেল পুৰস্কাৰ কঢ়িয়াই আনে। ১৯৩২ চনত এই মহান বিজ্ঞানীজনৰ মৃত্যু হয়।

# মেডাম কুৰী

সেই সময়ত পোলেণ্ড আছিল ৰাছিয়াৰ শাসনাধীন। পোলেণ্ডৰ ইতিহাস সম্পৰ্কে চৰ্চা অথবা মাতৃভাষাত শিক্ষাদান, এই দুয়োটাই আছিল নিষিদ্ধ। তথাপি কিছুমান শিক্ষক-শিক্ষয়িত্ৰীয়ে অতি সাহসেৰে আৰু সংগোপনে ল'ৰা-ছোৱালীহঁতক মাতৃভূমিৰ ইতিহাস সম্পৰ্কে শিক্ষা দিছিল।

এদিন কি হ'ল— স্কুলৰ ঘন্টাটো অসময়ত বাজি উঠিল। তেতিয়া ইতিহাসৰ পাঠদান চলিছিল। কোনোবা এটা শ্ৰেণীত শিক্ষয়িত্ৰীয়ে সুধিছে— হেৰা মেৰিয়া, তুমি কোৱাচোন, ষ্টেনিলাচ্ আগাষ্টাচ কোন আছিল ? মেৰিয়াই থিয় হৈ উত্তৰ দিলে "১৭৬৪ খৃষ্টাব্দত তেওঁ পোলেণ্ডৰ ৰজা আছিল।" ইতিমধ্যে স্কুলৰ ঘন্টা আকস্মিকভাৱে বাজি উঠিছিল। শিক্ষয়িত্ৰীয়ে নিৰ্দেশ দিলে— 'তোমালোকে ইতিহাসৰ কিতাপ-পত্ৰবোৰ আঁতৰাই থৈ আঁহা। স্কুল পৰিদৰ্শক আহিছে।'

চাৰিজনী ছোৱালীয়ে খৰধৰকৈ আটাইবোৰ ইতিহাসৰ কিতাপ-পত্ৰ আঁতৰত লুকাই থৈ আহিল। স্কুল পৰিদৰ্শকে তন্ন-তন্নকৈ চাইও একো নাপালে। ক্ৰুদ্ধ হৈ স্কুল পৰিদৰ্শকে মেৰিয়াকে পোনতে প্ৰশ্ন কৰিলে দ্বিতীয় কেথৰিনৰ সময়েৰে পৰা ৰাজত্ব কৰা জাৰসকলৰ নাম কোৱা। মেৰিয়াই টপৰাই উত্তৰ দিলে— 'প্ৰথম পল, প্ৰথম আলেকজেণ্ডাৰ আৰু প্ৰথম নিকোলাচ।' স্কুল পৰিদৰ্শকৰ খং শাম কাটিল।

মেৰিয়াই স্কুলত প্ৰতিবছৰে বৃত্তি পাইছিল। ১৮৮৩ চনত স-সন্মানেৰে স্কুলীয়া জীৱন শেষ কৰিলে। ইয়াৰ পিছত তিনিমাহমান গাঁৱৰ ঘৰত কটালে। তেতিয়া তেওঁৰ বয়স পোন্ধৰ বছৰ। মেৰী বা মেৰিয়াৰ জন্ম হয় ১৮৬৭ খৃষ্টাব্দত। পোলেণ্ডৰ ওৱাৰছ' চহৰত। দেউতাক আছিল এজন শিক্ষক। মেৰিয়াই স্কুলীয়া শিক্ষা সাং কৰিয়েই দেউতাকক সংসাৰৰ লেঠাত সহায় কৰিবলৈ বুলি আৰু বায়েক ব্ৰোনিয়াৰ ডাক্তৰি পঢ়াৰ হাবিয়াস পূৰণ কৰিবলৈ গাঁৱৰ

ঘৰৰ ওচৰৰে স্কুল এখনত কাম এটা যোগাৰ কৰি ল'লে। তিনিবছৰকাল এইদৰে পাৰ কৰি বায়েকৰ পঢ়াৰ খৰচ যোগালে। ইতিমধ্যে মেৰিয়ালৈ খবৰ আহিল যে বায়েক ব্ৰোনিয়াই এজন ডাক্তৰক বিয়া কৰাব আৰু মেৰিয়াকো বিশ্ববিদ্যালয়ত ভৰ্তি হ'বলৈ অনুৰোধ কৰিছে।

মেৰিয়াই কিন্তু তিনিটা বছৰ পিছ পৰি যোৱাত বিশ্ববিদ্যালয়ত যোগ দিবলৈ টান পালে। এনেতে তেওঁৰ দূৰ সম্পৰ্কীয় ভাই এজনে আহি খবৰ দিলে যে তেওঁলোক কেইজনমানে সংগোপনে এটা গৱেষণাগাৰ প্ৰতিষ্ঠা কৰিছে। সেই গৱেষণাগাৰত পোলেণ্ডৰ ডেকা-গাভৰুহঁতক উন্নত বিজ্ঞান শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে। ইচ্ছা কৰিলে মেৰিয়াইও এই গৱেষণাগাৰত যোগ দিব পাৰে।

মেৰিয়াই গৱেষণাগাৰৰ কামত যোগ দিলে। কিছুদিন বিজ্ঞান শিক্ষাৰ পিছত নিজৰ সঞ্চিত পুঁজিৰে পেৰিচলৈ গৈ চৰবেন বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰিলে।

প্ৰথমতে চৰবেনত বায়েকৰ লগতে কিছুদিন থাকি পিছত বিশ্ববিদ্যালয়ৰ কাষতে এটা ঘৰ ভৰাত লৈ অকলশৰীয়াকৈ থাকিবলৈ ল'লে। নিৰিবিলি পৰিবেশত লিখা-পঢ়াতেই ব্যস্ত থাকি মেৰিয়াই কেতিয়াবা খোৱা-লোৱা কৰিবলৈকো পাহৰি গৈছিল। বায়েকে অৱশ্যে সদায়ে মেৰিয়াৰ খা-খবৰ ৰাখিছিল।

চৰবেন বিশ্ববিদ্যালয়ত থকা কালতে সেই কালৰ বিখ্যাত বিজ্ঞানী পিয়েৰ কুৰীৰ লগত মেৰিয়াৰ পৰিচয় হয় আৰু তেওঁৰ জ্ঞান তপস্যাত মুগ্ধ হৈ পিয়েৰ কুৰীয়ে মেৰিয়াক বিজ্ঞান চৰ্চাত সহায় কৰাৰ উপৰিও কিছুকালৰ পিছত বিয়া কৰাই পেলালে। তেতিয়াৰে পৰা মেৰিয়া হ'ল মেডাম কুৰী। ১৮৯৭ চনত মেৰিয়া আৰু পিয়েৰ কুৰীৰ এটি কন্যা সন্তান জন্ম হয়। নাম থলে আইৰিন। মেডাম কুৰীৰ কিন্তু জ্ঞানচৰ্চাৰ অন্ত নাই দিনটোৰ আঠ-দহঘণ্টা গৱেষণাগাৰতে পাৰ হয়। গতিকে আইৰিন ধাই মাকৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হ'ল।

মেডাম কুৰীয়ে পিয়েৰৰ সৈতে আলোচনা কৰি ইউৰেনিয়াম ধাতু সম্পৰ্কে গৱেষণা কৰিবলৈ আৰম্ভ কৰিলে। ইউৰেনিয়ামৰ পৰা নিৰ্গত আশ্চৰ্য ৰশ্মিবোৰৰ বিষয়ে জ্ঞান অৰ্জন কৰোতে থেৰিয়াম ধাতুৰ পৰাও অনুৰূপ ৰশ্মিৰেখাৰ উমান পোৱা গ'ল। এইদৰেই বিভিন্ন ধাতুৰ ৰশ্মিৰেখাৰ সন্ধানক তেজস্ক্ৰিয়তা আখ্যা দিয়া হ'ল। এনেদৰে গৱেষণা চলাই এটা সময়ত মেৰিয়া আৰু পিয়েৰ কুৰীয়ে আৱিষ্কাৰ কৰিলে 'ৰেডিয়াম'। যাৰ তেজস্ক্ৰিয়তা সকলো ধাতুৰ মৌলতকৈ অধিক শক্তিশালী আৰু উজ্জ্বল। সাধাৰণতে খনিজ পদাৰ্থ ইউৰেনিয়াম —

পৰা আয়না তৈয়াৰ কৰা হয় আৰু ইয়াৰ পৰিত্যক্ত পিচব্লেণ্ডিৰ পৰা বিশুদ্ধ ৰেডিয়াম উলিয়াবলৈ কুৰী দম্পতিয়ে যা-যোগাৰ কৰিলে।

কুৰী দম্পতিয়ে চাৰিবছৰ কাল একেৰাহে গৱেষণা চলাই আৰু ৰেডিয়াম যুক্ত শ শ টন পিচব্লেণ্ডি গলাই পৰি এক অসাধ্য সাধনত ব্ৰতী হ'ল। তেওঁলোকৰ গৱেষণাৰ খৰচ যোগাবলৈ কুৰীয়ে পুনৰ এখন স্কুলত শিক্ষকতাৰ কামত সোমাল আৰু দিনটোৰ বাকীখিনি সময় ৰেডিয়ামৰ সন্ধানত কটাবলৈ ধৰিলে।

অৱশেষত ১৯০২ চনৰ এটি সন্ধিয়া তেওঁলোকৰ অবিৰাম সাধনাই সাৰ্থকতা লাভ কৰিলে। তেওঁলোকৰ গৱেষণা কুঠৰী ৰেডিয়ামৰ দ্যুতিয়ে উদ্ভাসিত কৰি তুলিলে।

বিশুদ্ধ ৰেডিয়ামৰ খবৰ শুনি বহু সম্পত্তিবান লোকে অগৰ্যাপ্ত ধন-বিত দি এই মহামূল্যবান ধাতু ক্ৰয় কৰিবলৈ আগবাঢ়ি আহিল। কিন্তু ইমান বছৰৰ অধ্যাৱসায়ৰ ফলত যিকণ ৰেডিয়াম সংগৃহীত হ'ল সেইয়া মাথোন চাহ চামোচৰে এচামোচমানহে।

ইয়াৰ পিছতে ১৯০৩ চনত মেৰীয়ে 'ডক্টৰ অব চায়েন্স' সন্মান লাভ কৰিলে। সেই বছৰে ডিচেম্বৰত অৰ্জন কৰিলে নোবেল পুৰস্কাৰ, হেনৰি বেকৰেল নামৰ আন এগৰাকী বিজ্ঞানীৰ সৈতে ভগাভগি কৰি। পুৰস্কাৰ লাভৰ পিছত স্বামী পিয়েৰ কুৰীক জনালে যে এইবাৰ আশাশুধীয়াকৈ গৱেষণাৰ কামত লাগিব। স্বামীৰ শ্ৰম লাঘৱ কৰিবলৈ এজন সহকাৰীও ৰাখিব পৰা যাব। ১৯০৪ চনত তেওঁলোকৰ এটি কন্যা সন্তান জন্ম হ'ল। ১৯০৬ চনত তেওঁলোকে এক নিৰিবিলি পৰিবেশত এটা কটেজ ভাৰা কৰি ইষ্টাৰৰ ছুটী উপভোগ কৰিবলৈ গ'ল।

ছুটী উপভোগ কৰি ঘূৰি অহাৰ কিছুদিনৰ পিছতে এদিন সন্ধিয়া মেৰীৰ বাবে এক সৰ্বনশীয়া খবৰ অপেক্ষা কৰিছিল। বজাৰ-সমাৰ কৰি ঘৰলৈ ঘূৰি আহি শুনিলে, গৱেষণাগাৰত হোৱা এক ভয়ংকৰ দুৰ্ঘটনাত পিয়েৰ কুৰী মৃত্যু মুখত পৰিছে। এক দাৰুণ অসহায়তাত মেৰী একেবাৰে ভাগি পৰিল। কণ কণ ল'ৰা-ছোৱালী হালৰ সৈতে মেৰীক সান্ত্বনা দিবলৈকো কাৰো ভাষা নাছিল।

অৱশেষত মেৰীয়ে কিন্তু নিজেই সান্ত্বনাৰ ভাষা বিচাৰি পালে। পিয়েৰে মৃত্যুৰ কিছুদিন আগতে মাথোন কৈছিল— 'বুজিছা মেৰী, আমাৰ এজন থাকিলেও বাকী গৱেষণাৰ কাম স্থবিৰ হৈ নপৰে।' পিয়েৰৰ উপদেশকে সৰোগত কৰি চৰবোন বিশ্ববিদ্যালয়ত তেওঁ পুনৰ গৱেষণা কাৰ্যত লিপ্ত হ'ল। চৰবোনত পিয়েৰৰ কামটো মেৰীক দিয়া হ'ল। পিয়েৰে যিবিলাক গৱেষণা আধৰুৱা কৰি ৰাখি গৈছিল, মেৰীয়ে তাৰ পৰাই গৱেষণা আৰম্ভ কৰিলে।

১৯১১ চনত তেওঁ এককভাৱে পুনৰায় নোবেল পুৰস্কাৰ লাভ কৰিলে।

পেৰিচত নির্মিত এটা নতুন পৰীক্ষাগাৰত তেওঁ মন-প্ৰাণ সঁপি দিছে। সেই পৰীক্ষাগাৰৰ সমুখৰ পথটোৰ নামাকৰণ হৈছে পিয়েৰ কুৰীৰ নামেৰে। সেই পৰীক্ষাগাৰৰ নামাকৰণ হৈছে 'ইনষ্টিটিউট অৱ ৰেডিয়াম।'

১৯২১ চনত মেৰীয়ে তেওঁৰ কন্যাসন্তান দুটিৰে সৈতে আমেৰিকা ভ্ৰমণলৈ যায়। হোৱাইট হাউচত মার্কিন প্ৰেচিডেন্ট হার্ডিঙে মেৰীক কিছু পৰিমাণৰ ৰেডিয়াম উপহাৰ দিয়ে।

মেৰীৰ বৰ জীয়েক আইৰিনে বিয়া কৰায় তৰুণ বিজ্ঞানী ফ্ৰেডৰিক জোলিয়টক। কুৰী দম্পতিৰ গৱেষণাৰ কাম-কাজ তেওঁলোকে আৰু এঢাপ আগবঢ়াই নিয়ে। ১৯৩৫ চনত তেওঁলোকেও নোবেল পুৰস্কাৰ লাভ কৰে।

ইয়াৰ পিছত আহিল ১৯৩৪ চন। আজীৱন ৰেডিয়াম লৈ অহৰহ কাম কৰি যোৱা মেৰীয়ে অৱশেষত নিজেই তেজষ্ক্ৰিয়তাৰ চিকাৰ হ'ল সেই বছৰতে। তেওঁৰ বিজ্ঞানচৰ্চাৰ মহান কীৰ্তিস্তম্ভ স্বৰূপ গ্ৰন্থ— 'ৰেডিঅ' এক্টিভিটি' বা তেজষ্ক্ৰিয়তা সম্পৰ্কীয় অতুলনীয় গ্ৰন্থখন প্ৰকাশ পায় মেৰীৰ মৃত্যুৰ এবছৰৰ পিছত।

# মেক্সিম গৰ্কি

"অতীত আৰু ভৱিষ্যতৰ পৃথিৱীক সংযোজিত কৰা তুমি এক উজ্বল ৰামধেনু। তোমাৰ উজ্বলতাই ৰঙীন কৰিছে বৰ্তমানৰ বাট পথ, ৰঙীন কৰি থাকিব ভৱিষ্যতৰ চৌদিশ। আমাৰ পিছত যিসকল এই পৃথিৱীলৈ আহিব সেইসকলে সেই বৰ্ণালী উপভোগ কৰিব। মই সেই বৰ্ণালীলৈ স্বাগতম জনাইছো।" এয়া বিখ্যাত ফৰাচী সাহিত্যিক ৰোমা ৰোলাই লিখিছিল তেওঁৰেই এক অনুজ সাহিত্যিকক উদ্দেশ্য কৰি। ৰোমা ৰোলাৰ স্বাগতম ধন্য সেই সাহিত্যিক গৰাকী মেক্সিম গৰ্কি। কালজয়ী ৰুছ সাহিত্যিক।

মেক্সিম গৰ্কি কিন্তু তেওঁৰ প্ৰকৃত নাম নাছিল। সেয়া আছিল তেওঁৰ ছদ্ম নাম। তেওঁৰ প্ৰকৃত নাম আছিল এলেক্সেই পেচকভ।

ৰুছদেশৰ কাজানকা নদীৰ পাৰৰ কাজান চহৰত ১৮৬৮ চনৰ ১৪ ফেব্ৰুৱাৰীত এলেক্সেই পেচকভৰ জন্ম হয়। এলেক্সই পেচকভৰ ককাদেউতাকে মানুহৰ ঘৰত ৰং দিয়া কাম কৰি জীৱিকা অৰ্জন কৰিছিল। প্ৰথমাৱস্থাত সামান্য পৰিমাণে খেতি বাতি আছিল যদিও পিছলৈ সেয়াও নাইকিয়া হ'লগে। ফলত প্ৰচণ্ড আৰ্থিক অনাটন আৰু কষ্টৰ মাজত এলেক্সেই পেচকেভৰ পৰিয়ালে দিন কটাবলগীয়া হয়। পৰিয়ালটোক আৰ্থিক দিশত সহায় কৰাৰ বাবে পেচকভে নিচেই সৰু অৱস্থাৰে পৰা জীৱন সংগ্ৰামত নামি পৰিবলগীয়া হয়। স্কুলীয়া শিক্ষা জীৱনৰ লগে লগে এলেক্সেই পেচকভে বন্দৰ শ্ৰমিক হিছাপে কাম কৰি পৰিয়ালটোৰ আৰ্থিক দিশত ৰৰঙণি যোগাব লগা হয়। কিন্তু এলেক্সেইৰ সেই উপাৰ্জন পৰিযালটোৰ বাবে নিচেই সামান্য আছিল। সেই উপাৰ্জনেৰে পৰিয়ালটোক আশা কৰামতে সহায় কৰিব নোৱাৰি এলেক্সেই হতাশ হৈ পৰে। সেয়ে কিছুদিনৰ পিছত তেওঁ সেই কাম বাদ দি জীৱিকাৰ অন্যপথ বিচাৰে।

এইবাৰ তেওঁ কাজানৰ এখন ৰুটিৰ দোকানত কামত সোমায়; কিন্তু

সেই কামতো তেওঁ সন্তুষ্ট হ'ব নোৱাৰিলে। দোকানৰ মালিকৰ কৰ্মচাৰীৰ প্ৰতি অন্যায় আচৰণ আৰু শোষণ তেওঁৰ বাবে অসহনীয় হৈ পৰিল। তেওঁ মালিকৰ কামৰ প্ৰতিবাদ কৰিবলৈ ধৰিলে। ইয়াৰ ফলত তেওঁ মালিকৰ কোপ দৃষ্টিত পৰে। আনহাতে যি মজুৰি পাইছিল সিও যৎসামান্য আছিল আৰু পৰিয়ালৰ ভৰণ পোষণৰ বাবে যথেষ্ট নাছিল। সেয়ে তেওঁ সেই কামো বাদ দিয়ে আৰু কাজানকা নদী পাৰ কৰোৱা নাৱৰ নাৱৰীয়াৰ কামত সোমায়। কিন্তু তাৰ পৰাও আশানুৰূপ ভাবে উপাৰ্জন কৰিবলৈ সক্ষম নহ'ল। হতাশাত তেওঁ ভাগি পৰিবলৈ ধৰিলে। ইপিনে একালে অৰ্থাভাৱ আৰু আনফালে ঘৰৰ আৰ্থিক দায়িত্ব বহন কৰিবলগীয়া হোৱাত তেওঁ অনিচ্ছা সত্বেও পঢ়া-শুনা আধৰুৱাকৈয়ে এৰিবলগীয়া হয়। জীৱনৰ প্ৰতি হতাশাগ্ৰস্ত হৈ পেচকভে আত্মহত্যা কৰিবলৈ উদ্যত হয়। সেই বাবলৈ এজন বন্ধুৰ চেষ্টাত বাচি যায়। সেই সময়ত তেওঁৰ বয়স আছিল ১৯ বছৰ।

ইতিমধ্যে ১৮৯৭ চনত কাজানত জাৰৰ অত্যাচাৰৰ বিৰুদ্ধে ছাত্ৰ অশান্তিয়ে গা কৰি উঠে। ছাত্ৰ সকলে তেওঁলোকৰ আন্দোলন বিপথে পৰিচালিত হ'বলৈ দিয়াত সেই আন্দোলনে ধ্বংসাত্মক ৰূপ লয়। এই কথাত লেনিনকে ধৰি সমসাময়িক অন্যান্য নেতাসকলে ছাত্ৰ আন্দোলনৰ তীব্ৰ বিৰোধিতা কৰিবলৈ ধৰে। এলেক্সেই পেচকভ সেই সময়তে লেনিন প্ৰমুখ্যে নেতাসকলৰ সান্নিধ্যলৈ আহে। সেই সকলৰ সৈতে এলেক্সেই পেচকভেও বিভিন্ন ঠাইলৈ গৈ ছাত্ৰসকলক তেওঁলোকৰ আন্দোলন হিংসাত্মক পথেৰে পৰিচালিত নকৰিবলৈ বুজনি দিবলৈ ধৰে। এবাৰৰ কথা। হিংসাৰ পথ পৰিহাৰ কৰালৈ তেওঁ ছাত্ৰৰ সমাবেশ এটাক উদ্দেশ্য কৰি ভাষণ দি আছিল। এনেতে সমবেত ছাত্ৰ সকলৰ মাজৰ পৰা কোনোবাই তেওঁলৈ লক্ষ্য কৰি এখন চুৰী মাৰি পঠিয়ায়। সেই চুৰীৰ আঘাতত পেচকভ পৰি যায়। পিছত সেই আঘাততেই এলেক্সেই পেচকভ কিছুদিনৰ বাবে শয্যাগত হৈ থাকিবলগীয়া হয়। সেইখিনি সময়তে পেচকভ আৰু মহান নেতা লেনিনৰ মাজৰ সম্পৰ্ক ঘনিষ্ঠ হৈ পৰে। লেনিনৰ সান্নিধ্যই পেচকভৰ মনত এক বিশেষ প্ৰভাৱ পেলাবলৈ ধৰে। সেই প্ৰভাৱে পেচকভৰ চিন্তা আৰু ধ্যান-ধাৰণা নতুন ধৰণেৰে গঢ় দিয়ে। তাৰ ফলস্বৰূপে পেচকভে ভুল পন্থাৰে আন্দোলন কৰা ছাত্ৰসকলৰ প্ৰতি পূৰ্বৰ ধাৰণাতকৈ সম্পূৰ্ণ পৃথক ধাৰণা পোষণ কৰিবলৈ ধৰে। তেওঁৰ মনত এই ধাৰণাই ঠাই পাবলৈ ধৰিলে যে প্ৰকৃততে ছাত্ৰসকল প্ৰচলিত সমাজ ব্যৱস্থাৰ কুপ্ৰভাৱৰ ফলত ক্ৰুদ্ধ হৈ পৰিছে আৰু তাৰ পৰিণতিতেই তেওঁলোকে

হতাশাগ্ৰস্ত হৈ ধ্বংসকামিতাক প্ৰশ্ৰয় দিছে। নিজৰ মনত উদয় হোৱা এই ধাৰণাই এলেক্সেই পেচকভৰ মানসিকতাত এই ভাববো জন্ম দিলে যে প্ৰচলিত ব্যৱস্থাৰ পৰিবৰ্তন সাধন কৰিবলৈ হ'লে সমাজ নতুনকৈ গঢ় দিব লাগিব আৰু তাৰ বাবে মানুহক জানিব লাগিব, চিনি পাব লাগিব খুব ওচৰৰ পৰা। ঠিক সেই সময়তে মানুহৰ মাজত সোমাই পৰিবৰ বাবে যেন এলেক্সেই পেচকভলৈ সুযোগ আহিল।

১৮৯১ ৰ পৰা ১৮৯২ চন ৰুছদেশৰ সমভূমি অঞ্চল দুৰ্ভিক্ষৰ কবলত পৰে। জীৱন ধাৰণৰ বাবে এমুঠি আহাৰৰ তাগিদাত মানুহে ঘৰ-বাৰী এৰি দেশৰ সীমামুৰীয়া ইউক্ৰেইন, ক্ৰিমিয়া, ককেচাচৰ পাৰ্বত্য অঞ্চলত আশ্ৰয় লবলৈ ধৰিলে। এলেক্সেই পেচকভো কাজান চহৰ এৰি ৰুছ দেশৰেই নিজনি নভগ'ৰদ নামৰ অৰণ্য এলেকাত সোমাই পৰে আহাৰৰ সন্ধানত। সেই সময়ত লিঅ' টলষ্টয়, চেকভ কৰ'লেনকো আদি বিখ্যাত ৰুছ লিখকসকল দুৰ্ভিক্ষ পীড়িত জনসাধাৰণৰ সাহায্যাৰ্থে কাম কৰাত ব্যস্ত হৈ পৰে। তেওঁলোকে বিভিন্ন ঠাইৰ শিবিৰত ত্ৰাণ সাহায্য প্ৰদান কৰি নিজ্‌নি নভগ'ৰদ এলেকা পায়গৈ। এলেক্সই এই মহান লিখক সকলৰ সান্নিধ্যত ইমানেই অভিভূত হৈ পৰে যে তেওঁ নিজেও সেই সময়ত দুৰ্ভিক্ষ পীড়িত হলেও সেই লিখকসকলৰ লগতে দুৰ্ভিক্ষ জৰ্জৰিত অন্যান্য সকলৰ কল্যাণৰ অৰ্থে কাম কৰিবলৈ লয়। দুৰ্ভিক্ষ জৰ্জৰিত মানুহৰ কল্যাণৰ কামতে নিজক উৎসৰ্গা কৰি দিয়াৰ সময়তে তেওঁৰ গতিবিধিৰ ওপৰত পুলিচে সন্দেহ কৰিবলৈ ধৰে আৰু তেওঁক ৰাজদ্ৰোহী বুলি অভিযুক্ত কৰি হাৱাশাস্তি কৰিবলৈ ধৰে। সেয়া পেচকভৰ বাবে এক অবিস্মৰণীয় অভিজ্ঞতা। সেই অভিজ্ঞতাই তেওঁৰ অন্তৰত উজ্জীৱিত কৰি তুলিলে ন্যায়ৰ দাবী আৰু কলমৰ জৰিয়তে কৰা প্ৰতিবাদ প্ৰৱণতা।

এলেক্সেই পেচকভে হাতত কলম তুলি ললে। সেই কালৰ মুখ্য সাহিত্য প্ৰকাশন গোষ্ঠী "ভল্গা পাব্লিকেচন"ৰ দ্বাৰা প্ৰকাশিত আলোচনীত পেচকভে নিজ্‌নি নভগ'ৰদ অঞ্চলত হোৱা তেওঁৰ অভিজ্ঞতাৰ ওপৰত প্ৰবন্ধ আৰু সেই সময়ত তেওঁ লগ পোৱা চৰিত্ৰ কিছুমানক কেন্দ্ৰ কৰি গল্প লিখিবলৈ লয়। পেচকভে 'মেক্সিম গৰ্কি' এই ছদ্মনামত লিখা সেই গল্প প্ৰবন্ধবোৰে অতি কম সময়ৰ ভিতৰতে পঢ়ৈৰৰ প্ৰশংসা অৰ্জন কৰিবলৈ সক্ষম হয়। সেই সময়ৰ প্ৰতিষ্ঠিত আৰু বিখ্যাত লিখক সকলে 'মেক্সিম গৰ্কি' নামৰ লিখকজনৰ ৰচিত গল্প প্ৰবন্ধ সমূহৰ মানদণ্ড সম্পৰ্কত উচ্চমত পোষণ কৰিবলৈ ধৰে। এইদৰে চাৰিবছৰমানৰ ভিতৰতে ছদ্মনামেৰেই 'মেক্সিম গৰ্কি'য়ে লিখক হিচাপে

প্ৰতিষ্ঠা লাভ কৰে। ইতিমধ্যে 'এলেক্সেই পেচকভে' নামটো মানুহৰ মাজৰ পৰা হেৰাই গৈছিল। তাৰ ঠাই লৈছিল মেক্সিম গৰ্কিয়ে।

১৮৯৮ চনত মেক্সিম গৰ্কিৰ প্ৰবন্ধ আৰু গল্প সমূহ একত্ৰিত কৰি "স্কেটছেজ এণ্ড ষ্টৰিজ (Sketches and stories) নাম দি এখনি সংকলন প্ৰকাশ কৰি উলিয়ায়। সেই সংকলনটিয়ে সমগ্ৰ ৰুচ দেশতে এক অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰে। লগে লগে সমসাময়িক অন্যান্য বিখ্যাত সাহিত্যিক সকলৰ শাৰীতে গৰ্কিৰ নামটোও পঢ়ুৱৈ সকলে লবলৈ ধৰিলে। ইয়াৰ এবছৰৰ পিচত ১৮৯৯ চনত মেক্সিম গৰ্কিৰ প্ৰথম উপন্যাস 'ফমা' গৰ্দয়েভ '(Foma gardeyev) প্ৰকাশ পায়। উপন্যাস ৰচনাৰ এই প্ৰথম পদক্ষেপতে গৰ্কিয়ে সফল ঔপন্যাসিক হিচাপে স্বীকৃতি পায়। 'ফ'মা গৰ্দয়েভৰ' কথা সমগ্ৰ দেশতে আলোচিত হবলৈ ধৰে। ইয়াৰ দুবছৰ পিছতে গৰ্কিয়ে লিখি উলিয়ায় তেওঁৰ তৃতীয়খন উপন্যাস 'দ্য থ্ৰী' (The thru) এইখন উপন্যাসেও তেওঁলৈ কঢ়িয়াই আনে প্ৰচুৰ খ্যাতি। গল্পকাৰ আৰু ঔপন্যাসিক হিচাপে খ্যাতি তথা প্ৰতিষ্ঠা অৰ্জন কৰাৰ লগতে নাট্যকাৰ হিচাপেও মেক্সিম গৰ্কিয়ে নিজক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। ১৯০২ চনত তেওঁৰ প্ৰথম নাটক 'দ্য ল'ৱাৰ ডেপ্‌থচ্' (The dower Depths) প্ৰকাশ পায়। দাৰ্শনিক তত্ত্বধৰ্মী হলেও নাটকখনে সাধাৰণ পঢ়ুৱৈৰ মন আকৃষ্ট কৰিবলৈ সক্ষম হয়। নাটকখনৰ প্ৰকাশে কেৱল ৰুচতে আবদ্ধ হৈ থকা মেক্সিম গাৰ্কিৰ নাম বিশ্ব বিশ্ৰুত কৰি তোলে। ইয়াৰ পিছত তেওঁ লিখি উলিয়ায় 'অল্ড ইজাৰ গিল' (Old Izsergil) নামৰ মননশীল উপন্যাসখন। এইখন উপন্যাসত গৰ্কিয়ে মানুহ সমাজ বহিৰ্ভূত হোৱাটোযে কিমান কষ্টকৰ আৰু বেদনাদায়ক সেই কথা বিতৃত ভাবে তুলি ধৰিছে। তাৰ লগতে কিতাপখনত ফুটি উঠিছে নীচতাৰ দৰ্শন।

সেই পৰ্যন্ত ৰচিত গৰ্কিৰ ৰচনা সমূহত মেহনতী শ্ৰমিক শ্ৰেণীক ৰচনাৰ মূল উপজীব্য হিছাপে লোৱা হলেও তেওঁলোকৰ ওপৰত চলা শোষণহে বাইকৈ তেওঁৰ ৰচনা সমূহত পৰিস্ফুট হৈ উঠিছিল। কিন্তু শোষিত মেহনতী শ্ৰমিক শ্ৰেণী যে এটা বিপ্লৱৰ সূচনাকাৰীও হব পাৰে সেই কথা তেতিয়ালৈকে তেওঁৰ ৰচনাৰ মাজেদি প্ৰকাশ পোৱা নাছিল। সেয়া পোন প্ৰথম তেওঁ প্ৰকাশ কৰে 'চংঅৱ দ্য ষ্টৰ্মী পেট্ৰেল' (Song of the stormy petrel) নামৰ গ্ৰন্থত। এই গ্ৰন্থখনে শ্ৰমিক বিপ্লৱৰ ক্ষেত্ৰত এক বিশেষ অৰিহণা যোগায়। ইয়াৰ পিছত তেওঁ লিখি উলিয়ায় 'দ্য ফিলিষ্টিনিচ' (The philistenes) নামৰ

নাটক খন। এইখন নাটকত গৰ্কিয়ে শ্ৰমিকক বিপ্লৱকামী সমাজবাদীৰ প্ৰতীক হিচাপে অংকণ কৰে।

১৯০৬ চনত গৰ্কিৰ মহৎ উপন্যাস 'মা' (Mother) প্ৰকাশ পায়। এইখন উপন্যাসে বিশ্ব সাহিত্যত এখন সুকীয়া আসন দখল কৰি লবলৈ সক্ষম হয়। পুঁজিবাদীৰ শোষণৰ বিৰুদ্ধে শ্ৰমিক শ্ৰেণীক একগোট কৰাৰ ক্ষেত্ৰত এই উপন্যাসখন এক পথ নিৰ্দেশনা বুলিব পাৰি। সেই ক্ষেত্ৰত বিশ্বৰ সকলো সংগ্ৰামী শ্ৰমিক শ্ৰেণীৰ বাবে 'মা' উপন্যাসখন এক আদৰ্শ স্বৰূপ। ইয়াৰ পিছত গৰ্কিয়ে ৰচনা কৰে 'চাইল্ড হুদ (Childhood) নামৰ উপন্যাসখন। এইখন উপন্যাস তেওঁৰ আত্মজীৱনী ভিত্তিক। উপন্যাসখনত গৰ্কিৰ লৰালি কালচোৱাৰ এখন সুস্পষ্ট ছবি নিখুত ৰূপত প্ৰকাশ পায়। এইখন উপন্যাসেও গৰ্কিক চূড়ান্ত শিখৰলৈ লৈ যায়। ইয়াৰ পিচত একাদিক্ৰমে প্ৰকাশ পোৱা গৰ্কিৰ আন গ্ৰন্থ সমূহ হ'ল 'মাই এপ্ৰেণ্টিচচিপ এণ্ড মাই ইউনাভাৰ্চিটিজ' দ্য লাইফ অব ক্লিম চাংগিন' আৰু 'ফ'মা গৰ্ডেয়ভ'।

খ্যাতিৰ চূড়ান্ত শিখৰত আৰোহণ কৰিলেও ব্যক্তিগত জীৱনৰ হতাশা আৰু অসুখী দাম্পত্য জীৱনে গৰ্কিক শেষ বয়সত মানসিক ভাবে বেছিকৈ পীড়ন কৰিছিল। ইপিনে জীৱনৰ আগ বয়সত বুকুত পোৱা আঘাতেই পিছত ক্ৰমান্বয়ে যক্ষ্মাৰ ৰূপ লয়গৈ। সেই অসুখেই গৈ তীব্ৰতৰ ৰূপ ধাৰণ কৰে আৰু গৰ্কি শয্যাগত হৈ পৰিবলগা হয়। ১৯২১ চনত লেনিনৰ পৰামৰ্শতেই তেওঁ অসুখৰ চিকিৎসা কৰাবলৈ বিদেশলৈও যায়। কিন্তু একো সুফল নোপোৱাত ১৯২৮ চনত তেওঁ দেশলৈ ঘূৰি আহে আৰু ১৯২৮ চনৰ পৰা সুদীৰ্ঘ আঠ বছৰ ধৰি শাৰীৰিক মানসিক দুয়ো ফালৰ পৰা জৰ্জৰিত হৈ পৰি থাকি গৰ্কিয়ে ১৯৩৬ চনৰ ১৮ অক্টোবৰত ইহলীলা সম্বৰণ কৰে।

# থমাচ উড্র উইলছন

বিচক্ষণ ৰাজনীতিবিদ, মহান শিক্ষক, শান্তিৰ ন'বেল বঁটা বিজয়ী আমেৰিকাৰ ২৭ তম ৰাষ্ট্ৰপতি উড্র উইলছনৰ জন্ম হয় ১৮৫৬ চনৰ ডিচেম্বৰ মাহৰ আঠাইশ তাৰিখে ভাৰ্জিনিয়াৰ ষ্টনটনত। তেওঁৰ পিতাক আইৰিছ বংশোদ্ভৱ যোচেফ উইলছন আছিল এজন প্ৰেছ বিটেৰিয়ান ধৰ্ম-প্ৰচাৰক আৰু মাক আছিল এগৰাকী স্কটছ মহিলা।

উইলচন পৰিয়াল গৃহযুদ্ধৰ আগে আগে ১৮৭০ চনত দক্ষিণ কেৰলিনাৰ কলম্বাচত থিতাপি লাগে। ইয়াতেই ২৪ বছৰীয়া উড্র উইলচনক এখন ধৰ্মীয় শিক্ষানুষ্ঠানত ভৰ্তি কৰোৱা হয়। উইলছনৰ দেউতাক যোচেফ উইলচনৰ অৱস্থা বৰ টনকিয়াল নাছিল। সেই বাবে তেওঁলোকে পুতেক থমাচক শিক্ষানুষ্ঠানত সময়মতে ভৰ্তি কৰাব নোৱাৰিছিল। ১৮৭৩ চনত থমাচৰ মাক শ্ৰীমতী উইলচনে সংসামান্য উপাৰ্জনৰ পথ এটা উলিয়াবলৈ সক্ষম হয় আৰু সেই উপাৰ্জনৰ পইচাৰে তেতিয়াহে থমাচ  উড্র উইলচনক প্ৰথমতে দক্ষিণ কেৰলিনাৰ ডেভিদচন কলেজত আৰু তাৰ পৰা উত্তৰ কেৰলিনাৰ নিউজাৰ্চি কলেজলৈ পঠিওৱাৰ ব্যৱস্থা হয়। এই কলেজৰ পৰাই থমাছ উড্র উলছনে বি, এ ডিগ্ৰী লাভ কৰে।

নিউজাৰ্চিৰ প্ৰিন্সটন কলেজত ভৰ্তি হোৱাৰ পিছত থমাছ উড্র উইলছনৰ সুন্দৰ চাল-চলন আৰু চাৰিত্ৰিক বৈশিষ্টৰ বাবে তেওঁ অলপদিনৰ ভিতৰতে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়। আমেৰিকা যুক্ত ৰাষ্ট্ৰৰ চাৰিখন ডাঙৰ কলেজৰ এখন বিখ্যাত কলেজ হিচাপে প্ৰিন্সটন কলেজৰ ভিতৰতো আনুষ্ঠানিক পঢ়া-শুনাৰ বাহিৰেও অন্যান্য কাৰ্য কলাপৰ চৰ্চাও চলিছিল। এই বাহিৰা ক্ৰিয়া কলাপ বিলাকৰ ভিতৰত অক্ক প্ৰতিযোগিতাৰ বিষয়টো আছিল সবাতোকৈ উল্লেখযোগ্য বিষয়। তাৰ বাবে কলেজত এই বিষয়ে চৰ্চা কৰা গোট সমূহক ডিবেটিং ক্লাব বোলা হৈছিল।

থমাচ উড্রু উইলচনক এনে এটা ডিবেটিং ক্লাবৰ সভাপতি নিযুক্ত কৰি এখন সংবিধান প্ৰণয়ন কৰিবলৈ দিয়া হ'ল। শৈশৱৰে পৰা ধৰ্মীয় বাতাবৰণৰ মাজত ডাঙৰ দীঘল হোৱা আৰু সেই হিছাপে নিজৰ নৈতিক চৰিত্ৰ গঠন কৰা থমাছ উড্ৰ উইলচনে এখন অতি উচ্চখাপৰ সংবিধান প্ৰণয়ন কৰি উলিয়ায়। এই সংবিধানত নৈতিকতাৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছিল। থমাচ উড্ৰ উইলচনে নিজে এই কথাবোৰ মানি চলিছিল, কিন্তু তেওঁৰ সকলোবোৰ বন্ধু-বান্ধৱ বা ক্লাবৰ সদস্যৰ বাবে এই কঠোৰ নীতি মানি চলাটো সম্ভৱ নাছিল। তেওঁলোকে তেতিয়াই এইটো কথা মানি লৈছিল যে থমাচ উড্ৰ' উইলচন এক বিশেষ নৈতিক চৰিত্ৰৰ অধিকাৰী ব্যক্তি।

প্ৰিন্সটন কলেজত পঢ়ি থকা অৱস্থাতে উড্ৰ' উইলছনৰ মন ঢাল খাই ৰাজনীতিৰ প্ৰতি। তেতিয়াই তেওঁ এটা কথা দৃঢ় ভাৱে বিশ্বাস কৰিছিল যে ৰাজনীতি নৈতিকতা বহিৰ্ভূত হোৱা উচিত নহয়। তেওঁৰ মতে যি কাম সৎ আৰু শুদ্ধ সেই কাম কৰাত লাভালাভৰ প্ৰশ্ন উঠিব নোৱাৰে।

প্ৰিন্সটনৰ শিক্ষা শেষ কৰি তেওঁ ভাৰ্জিনিয়া বিশ্ববিদ্যালয়ত আইন পঢ়ে। ইয়াৰ পিছত ১৮৮৬ চনত উড্ৰ' উইলচনে জন হপকিন্স বিশ্ব বিদ্যালয়ৰ পৰা ৰাজনীতি বিষয়ত ডক্টৰেট উপাধি লাভ কৰে। ইয়াৰ পিছত তেওঁ কানেক্টিকাটৰ ওৱেছলিয়াম কলেজত অধ্যাপনা কৰিবলৈ লয়। এই সময়তে তেওঁ ডক্টৰেট উপাধিৰ বাবে লিখা তেওঁৰ পাণ্ডিত্যপূৰ্ণ থেচিচখন 'কংগ্ৰেশ্যনেল গভৰ্ণমেণ্ট' নামেৰে গ্ৰন্থাকাৰে প্ৰকাশ কৰে।

ত্ৰিশ বছৰ বয়সত তেওঁ প্ৰিন্সটন কলেজত অধ্যাপক হিছাপে নিযুক্তি পায়। সেই সময়তে তেওঁ বিয়াও কৰায়। অধ্যাপক হিছাপে উড্ৰ' উইলচনৰ খ্যাতি চাৰিওফালে চৰ্চাৰ বিষয় হৈ পৰে। তেওঁ প্ৰতি বছৰে আমেৰিকা যুক্তৰাষ্ট্ৰৰ কলেজ সমূহৰ ওপৰত হোৱা সমীক্ষাত সবাতোকৈ জনপ্ৰিয় অধ্যাপক হোৱাৰ সুনাম অৰ্জন কৰে।

১৯০২ চনত উড্ৰ' উইলছনৰ বয়স তেতিয়া পঞ্চলিছ বছৰ। সেই সময়তে তেওঁ প্ৰিন্সটন কলেজৰ সভাপতি মনোনীত হয়। এই বিষয়বাব পোৱাৰ পিছত উইলছনে কলেজখনৰ বিভিন্ন দিশত উন্নতিৰ প্ৰচেষ্টাত আত্ম নিয়োগ কৰে। ইয়াৰ বাবে তেওঁ হাতত লোৱা উল্লেখযোগ্য কামবোৰৰ এটা হ'ল অভাৱগ্ৰস্ত ছাত্ৰ-ছাত্ৰীসকলৰ বাবে প্ৰিন্সটন শিক্ষাৰ সুবিধা দিয়াটো। কিয়নো তেতিয়ালৈকে আমেৰিকা যুক্ত ৰাষ্ট্ৰৰ এই বিখ্যাত কলেজখন কেৱল অৱস্থাপন্ন ঘৰৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবেহে উপলব্ধ আছিল। কিন্তু উইলছনৰ এই কাৰ্য্যৰাজে

আন কিছু ক্ষমতাবান লোকক ক্ষুন্ন কৰিছিল। বিশ্ববিদ্যালয় ন্যাসকর্তৃপক্ষৰ কালৰ পৰাও তেওঁ কৰা কেতবোৰ কামৰ বিৰোধিতা কৰা হৈছিল। ন্যাস কর্তৃপক্ষৰ চোকা সমালোচনা আৰু অপবাদৰ সন্মুখত ১৯১০ চনত উইলচনে তেওঁৰ পদ ইস্তফা দিয়াৰ চিন্তা কৰে। এনেতে হঠাৎ-দৃশ্যপট সম্পূর্ণ সলনি হয় আৰু তেওঁ ডেমক্ৰেটিক প্ৰাৰ্থী হিছাপে নিউজাৰ্চিৰ গভৰ্ণৰ পদৰ বাবে মনোনীত হয়। নিৰ্বাচনত তেওঁ জয়লাভ কৰে আৰু দেশসেৱাৰ কামত লাগিবৰ বাবে বিশ্ববিদ্যালয়ৰ পৰা ওলাই আহে।

নিউজাৰ্চিৰ গভৰ্ণৰ আৰু এজন কৰ্মপটু ৰাজনীতিবিদ হিছাপে দুবছৰমানৰ ভিতৰতে তেওঁৰ নাম চাৰিওফালে বিয়পি পৰে আৰু ১৯১২ চনত আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি পদৰ বাবে ডেমক্ৰেটিক দলৰ প্ৰাৰ্থী মনোনীত হয়। ইতিমধ্যে দেশত ৰিপাব্লিকান সকলৰ মাজত মতানৈক্যই দেখা দিয়ে আৰু ২৬তম ৰাষ্ট্ৰপতি ৰুজভেল্টেও ৰাজনীতিৰ পৰা অৱসৰ লয়। কিন্তু এটা অনিশ্চিত অৱস্থাৰ ওৰ পেলাবলৈ ৰুজভেল্টে পুনৰ 'প্ৰগ্ৰেচিভ পাৰ্টি' নামেৰে এটা দল তৈয়াৰ কৰি নিৰ্বাচনত নমাত পূৰ্বৰ ৰিপাব্লিকান দলৰ ভোট বিভক্ত হয় আৰু ডেমক্ৰেটিক প্ৰাৰ্থী হিছাপে ডা: থমাচ উড্ৰ' উইলছন আমেৰিকাৰ ২৭তম ৰাষ্ট্ৰপতি নিৰ্বাচিত হয়।

ৰাষ্ট্ৰপতি হৈয়েই উড্ৰ' উইলছনে চৰকাৰী নীতি আৰু আইনৰ প্ৰভূত সংশোধনী ঘটায়। তেওঁ ৰাষ্ট্ৰপতি পদ গ্ৰহণ কৰাৰ এবছৰৰ ভিতৰতেই প্ৰথম মহাসমৰ আৰম্ভ হয়। ইয়াৰ আগে আগে গৃহযুদ্ধই ছিন্ন ভিন্ন কৰা দেশৰ দুখলগা অৱস্থাৰ কথা সুঁৱৰি উইলছনে যুদ্ধত অংশ গ্ৰহণ কৰাৰ পৰা বিৰত থকাৰ সিদ্ধান্ত ঘোষণা কৰি আমেৰিকা বাসীক যুদ্ধৰ প্ৰতিক্ৰিয়াৰ পৰা নিজকে বচাই ৰাখিবলৈ আহ্বান জনায়। তেওঁৰ মতে যুদ্ধই ধ্বংসৰ বাহিৰে একো দিব নোৱাৰে। দেশবাসীয়ে এই ক্ষেত্ৰত তেওঁৰ কথা এক মহাপুৰুষৰ বাণী হিছাপে গ্ৰহণ কৰে। "তেওঁ আমাক যুদ্ধৰ পৰা আতঁৰাই ৰাখিলে"- এই সোচ্ছাৰ ধ্বনিৰে দেশ বাসীয়ে আনন্দ প্ৰকাশ কৰিলে। ১৯১৬ চনৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত উড্ৰ উইলছনে পুনৰবাৰ নিৰ্বাচিত হ'ল। কিন্তু এইবাৰ তেওঁ অশেষ চেষ্টা কৰিও যুদ্ধত অংশ গ্ৰহণ কৰাৰ পৰা বিৰত থাকিব নোৱাৰিলে। ১৯১৭ চনৰ ২২ জানুৱাৰী তাৰিখে তেওঁ দিয়া ভাষণৰ বিখ্যাত উক্তি "Peace without victory" ভুলকৈ ব্যাখ্যা কৰা হ'ল আৰু শান্তিপূৰ্ণ উপায়েৰে যুদ্ধৰ মীমাংসা কৰাৰ তেওঁৰ পৰামৰ্শ মানি লবলৈ যুদ্ধত লিপ্ত দেশ সমূহে অস্বীকাৰ কৰিলে। ইয়াৰ ফলস্বৰূপে সম্পূৰ্ণ অনিচ্ছাকৃত ভাবেও যুদ্ধ ঘোষণা কৰিবৰ

বাবে তেওঁ কংগ্ৰেছক নিৰ্দেশ দিয়ে।

জাৰ্মানীৰে সৈতে যুদ্ধ চলি থকাৰ মাজভাগতো তেওঁ এটা বিশ্ব চৰকাৰ গঠনৰ যোগেদি এক যুগজয়ী মীমাংসা কৰাৰ পৰামৰ্শ আগবঢ়ায়। কিন্তু সকলোবোৰ ৰাষ্ট্ৰৰ মুৰব্বীসকল উইলছনৰ দৰে শান্তিপ্ৰিয় নাছিল। যুদ্ধ শেষ হোৱাৰ পিছত হোৱা শান্তি বৈঠকত তেওঁৰ শান্তি প্ৰস্তাৱ সমূহ বহুতো দেশৰ প্ৰতিনিধিৰ ঠাট্টা-বিদ্ৰূপৰহে বস্তু হয়। তথাপি উক্ত উইলছনে বিশ্বশান্তিৰ প্ৰতি সম্পূৰ্ণ আস্থা ৰাখি তেওঁৰ কৰ্তব্য পালন কৰি যায়।

১৯১৯ চনৰ ৩ চেপ্তেম্বৰ তাৰিখে তেওঁ এটি দীঘলীয়া ভ্ৰমণত ওলাই গৈ ২২ দিনৰ ভিতৰত দেশৰ বিভিন্ন ঠাইত ৪০ টা বক্তৃতা দিয়ে। তেওঁ এজন সু-বক্তা হিচাপে আগৰে পৰাই খ্যাতি থাকিলেও তেওঁৰ জীৱনৰ শেষ বক্তৃতা মালা এক যুগজয়ী স্বাক্ষৰ হিচাপে জিলিকি থাকিব। তেওঁৰ এই ভ্ৰমণ কালতে ১৯১৯ চনৰ ২৬ অক্টোবৰ তাৰিখে তেওঁ হঠাতে পক্ষাঘাত হৈ পঙ্গু হৈ পৰে। তেওঁৰ কাৰ্যকালৰ বাকী থকা কাল কেইটাত তেওঁক কাম কাজত সহায় কৰি দিয়ে তেওঁৰ পত্নী আৰু অনুচৰবৰ্গই। তেওঁৰ নিজৰ চকুত শান্তি চুক্তিৰ অপমৃত্যু হ'লেও ১৯১৯ চনত তেওঁক শান্তিৰ নোবেল বঁটা প্ৰদান কৰা হ'য়।

এই মহান মানৱতাবাদী শান্তিদূতৰ ১৯২৪ চনত পঙ্গু অৱস্থাতে মৃত্যু হয়। তেওঁৰ স্মৃতিক আজিও বিশ্বব্যাপী স্মৰণ কৰে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি হিচাপে কেৱল নহয়, এজন মহান শিক্ষক, মানৱতাবাদী আৰু শান্তিদূত হিচাপেহে।

# ডাগ হোমাৰজল্ড

বিশ্বৰ সাংস্কৃতিক ইতিহাসৰ আন এগৰাকী বিতর্কিত ব্যক্তি ডাগ হোমাৰ জল্ডৰ ১৯০৫ চনৰ ২৯ জুলাইত চুইডেনত জন্ম হয়। তেওঁ তিনিজন ককাই ভাইৰ অন্যতম আছিল। অত্যন্ত প্ৰখৰ বুদ্ধি সম্পন্ন ডাগ হোমাৰজল্ডৰ আটাই কেইটা সন্তানৰ ভিতৰত মাকৰ অধিক প্ৰিয় আছিল। হোমাৰজল্ডৰ ন দহ বছৰ মান বয়সত দেউতাক চুইডেনৰ প্ৰধান মন্ত্ৰী হয়। শিশু অৱস্থাৰপৰা সেয়ে তেওঁ এক ভিন্ন পৰিবেশত ডাঙৰ হোৱাৰ সুবিধা পায়। তেওঁৰ বুদ্ধি মত্তাৰ বিকাশ ঘটে উপাছালা স্কুল আৰু উপাছালা বিশ্ব বিদ্যালয়ত। ছাত্ৰাৱস্থাত তেওঁ পঢ়া-শুনাৰ বাহিৰেও এজন অসাধাৰণ ব্যায়ামবীৰ, পৰ্বত আৰোহণকাৰী আৰু খেলুৱৈ হিছাপে নিজৰ দক্ষতা প্ৰমাণ কৰাৰ লগতে চুইডেন আৰু লেপলেণ্ডৰ বিখ্যাত দু:সাহসিক অভিযান সমূহৰো নায়ক আছিল। সেই সময়ত আপলেণ্ডৰ গৱৰ্ণৰ হৈ থকা তেওঁৰ দেউতাকে ডাগ হোমাৰজল্ডৰ অসাধাৰণ বুদ্ধিমত্তা, পঢ়া-শুনা খেলা-ধূলা আদিত থকা তেওঁৰ ব্যুৎপত্তিৰ কথা উল্লেখ কৰি কৈছিল, 'মোৰ ল'ৰাৰ গাত থকা গুণৰাজি মোৰ গাত থকা হ'লে মই হয়তো আৰু বহুদূৰ আগবাঢ়িলোহেঁতেন।'

১৯৩০ চনত ডাগৰ বয়স তেতিয়া ২৫ বছৰ সেই সময়ত তেওঁলোকৰ পৰিয়ালটো উপাছালাৰ পৰা ষ্টকহ'মলৈ উঠি যায়। ইতিমধ্যে শিক্ষা সাং কৰি ডাগ হোমাৰজল্ডে চৰকাৰী চাকৰিত সোমায়। তেওঁ 'ষ্টক হ'ম স্কুল' নামে খ্যাত কেইজনমান বিচক্ষণ তৰুণ চুইডিচ অৰ্থনীতিবিদৰ দল এটাত যোগ দিয়ে। এই সময়তে তেওঁক ৰয়েল কমিচন অন আন এম্‌প্লয়মেণ্টৰ চেক্ৰেটাৰী পদত নিযুক্তি দিয়া হয় আৰু তাৰ কিছুদিনৰ ভিতৰতেই তেওঁক বিশ্বব্যেঙ্কৰ চেয়াৰমেনৰ পদত অধিষ্ঠিত কৰা হয়। ইতিমধ্যে তেওঁৰ ওপৰত মন্ত্ৰী সভাৰ চকু পৰে আৰু ত্ৰিশ বছৰ বয়স পূৰ্ণ হোৱাৰ আগতেই ছচিয়েল ডেমক্ৰেট

দলৰ অৰ্থ দপ্তৰৰ মন্ত্ৰী আৰ্ণেষ্ট উইগফৰ্চৰ প্ৰস্তাৱত ডাগ হেমাৰজল্ডৰ আণ্ডাৰ চেক্ৰেটাৰী পদত নিযুক্ত হয়। সেই সময়ত চুইডেনৰ লোক সেৱা বিভাগত এইটোৱে আছিল সৰ্ব্বোচ্চ পদৱী। ইতিমধ্যেই তেওঁৰ এজন ককায়েক সমাজ কল্যাণ মন্ত্ৰী দপ্তৰৰ আণ্ডাৰ চেক্ৰেটাৰী হৈ আছিল। এইবাৰ দুয়ো ককাই-ভাই একেলগ হৈ দেশৰ অৰ্থনীতি আৰু সমাজ ব্যৱস্থাৰ ক্ষেত্ৰত এনে কেতবোৰ নীতি নিৰ্দ্ধাৰণৰ দায়িত্ব পালন কৰে যাৰ ফলত চুইডেন অতি কম সময়ৰ ভিতৰতে এখন আদৰ্শ কল্যাণকামী ৰাষ্ট্ৰলৈ পৰিণত হয়।

দ্বিতীয় মহাযুদ্ধৰ সময়ত তেওঁ নৰৱে' আৰু গ্ৰেট বৃটেইনৰ সৈতে থকা চুইডেনৰ লেন দেনৰ ক্ষেত্ৰত নিজেই ইয়াৰ চাবি-কাঠি স্বৰূপ হৈ পৰে। এই সময়তে তেওঁৰ বহুতো ইউৰোপীয় আৰু আমেৰিকান কূটনীতিবিদৰ সৈতে সম্পৰ্ক স্থাপন হয়।... আৰ্ণেষ্ট উইগফ'চৰ মতে সেই সময়ত সেই ব্যক্তি সকলৰ সৈতে স্থাপিত হোৱা তেওঁৰ সম্পৰ্কই পিছৰ কালত তেওঁ ৰাষ্ট্ৰ সংঘৰ সচিব প্ৰধান হিচাপে মনোনয়ন পোৱাত সহায় কৰে।

১৯৫৩ চনৰ এপ্ৰিল মাহত ডাগ হেমাৰজল্ড ৰাষ্ট্ৰ সংঘৰ সচিব প্ৰধান হিচাপে মনোনীত হয়। সেই সময়ত তেওঁৰ বয়স ৪৮ বছৰ। তেওঁ ৰাষ্ট্ৰ সংঘলৈ আহি কাৰ্যভাৰ গ্ৰহণ কৰাৰ পিছত ৰাষ্ট্ৰ সংঘৰ বিষয়াবৰ্গই সন্দেহ প্ৰকাশ কৰিছিল। তেওঁলোকৰ সন্দেহৰ থল আছিল যে আন্তৰ্জাতিক ক্ষেত্ৰত যুজা-বুজিৰ বাবে অভিন্ন দেশৰ মাজত যোগসূত্ৰ হিচাপে ডাগ হেমাৰজল্ডে কি ধৰণৰ আগবঢ়াব পাৰিব সেই বিষয়ে, কাৰণ ইতিমধ্যে যুদ্ধোত্তৰ পৃথিৱীখনত পুঁজিবাদী আৰু সমাজতান্ত্ৰিক দেশ সমূহৰ মাজত উদ্ভৱ হোৱা দ্বন্দ্বৰ বাবে আন্তৰাষ্ট্ৰীয় ৰাজনীতিয়ে এক ভিন্ন ৰূপ ধাৰণ কৰিছে।

ৰাষ্ট্ৰ সংঘৰ সচিব প্ৰধান হিচাপে ডাগ হেমাৰজল্ডৰ বাবে প্ৰথম ডাঙৰ পৰীক্ষাটো আহে ১৯৫৪ চনৰ ডিচেম্বৰ মাহত। এই সময়তে কোৰিয়াৰ যুদ্ধত চীনৰ হাতত যুদ্ধবন্দী হোৱা আমেৰিকান বৈমানিক সকলক মুক্ত কৰাৰৰ বাবে তেওঁৰ ওপৰত হেঁচা প্ৰয়োগ কৰা হয়। ইফালে ইতিমধ্যেই চীন চৰকাৰে চোৰাংচোৱা বুলি সন্দেহ কৰি ১১ জন বৈমানিকক মৃত্যুদণ্ড দিলে। তেওঁ এটা কথা ভালদৰে উপলব্ধি কৰিলে যে চীন যিহেতু ৰাষ্ট্ৰ সংঘৰ সদস্য নহয়, এই ক্ষেত্ৰত চীন চৰকাৰৰ ওচৰত জনোৱা আবেদন নিবেদন বা ১১ জন বৈমানিকৰ হত্যাৰ সম্পৰ্কত ৰাষ্ট্ৰ সংঘই চীন গণতন্ত্ৰৰ ওচৰত কৰা প্ৰতিবাদৰ বিশেষ সুফল পোৱা নাযাব। তথাপি তেওঁ ১১ জন লোকৰ হত্যাৰ সম্পৰ্কত চীন চৰকাৰৰ ওচৰত প্ৰতিবাদ জনায়। ইয়াত তেওঁ চীনৰ পৰা কোনো সঁহাৰি

নোপোৱাত তেওঁ স্বয়ং চীনলৈ যোৱাৰ কথা চিন্তা কৰে আৰু অনেক কৌশলেৰে পিকিঙৰ পৰা এটা আমন্ত্ৰণ আদায় কৰাত সমৰ্থ হয়। এই সংক্ৰান্তত চীনলৈ গৈ তেওঁ চীনৰ তদানীন্তন বৈদেশিক মন্ত্ৰী চৌ-এন-লাইৰ সৈতে বিষয়টো আলোচনা কৰে। কিন্তু কমিউনিষ্ট চীনৰ বাবে বিষয়টো আছিল আভ্যন্তৰীণ বিষয় আৰু তেওঁলোকে আমেৰিকান বৈমানিক সকলক কোনোপধ্যেই মুক্তি দিব নোৱাৰিব বুলি হেমাৰজল্ডৰ আগত যুক্তি দাঙি ধৰে।

আলোচনা চলি থকা কালতে ডাগ হেমাৰজল্ডে বৈমানিক সকলক মুক্তি দিয়াৰ প্ৰধান বিষয়টোৰ পৰা আঁতৰি গৈ সাধাৰণ কথাৰ পাতনি মেলে আৰু সেই সাধাৰণ কথা বতৰাৰ মাজেৰেই এটা সময়ত চীন কৰ্তৃপক্ষৰ মনত সোমাই পৰে। ইফালে আলোচনা বিফল হয় বুলি পিছদিনা কাকতে পত্ৰই সমালোচনা হয়।

ডাগ হেমাৰজল্ড ৰাষ্ট্ৰ সংঘৰ দপ্তৰলৈ ঘূৰি যায়। ১৯৫৫ চনৰ জুলাই মাহত তেওঁৰ ৫০ তম্ জন্মদিন উপলক্ষে পিকিঙৰ পৰা তেওঁলৈ এটি শুভেচ্ছা বাণীৰ লগতে এই কথাও কোৱা হয় যে চীন চৰকাৰে কেৱল ডাগ হেমাৰ্ জল্ডৰ খাতিৰতেই আমেৰিকান যুদ্ধবন্দী সকলক মুক্ত কৰি দিছে। ৰাষ্ট্ৰ সংঘৰ বিষয়বৰীয়া, অন্যান্য কৰ্মচাৰী সকলোৱেই স্বস্তিৰ নিশ্বাস ত্যাগ কৰে। সেই সময়ৰ জৰ্জৰিত পৃথিৱীখনত ৰাষ্ট্ৰ সংঘৰ দৰে মহান দায়িত্বশীল আৰু গুৰুত্বপূৰ্ণ সচিব প্ৰধান হিছাপে যোগ্য ব্যক্তি ডাগ হেমাৰ্ কজল্ডৰ বাবে।

ৰাষ্ট্ৰ সংঘৰ সচিব প্ৰধান হিছাপে আৰম্ভণিৰ বছৰ কেইটাই ডাগ হেমাৰ্ জল্ডৰ বাবে আছিল অতি সংকটপূৰ্ণ সময়। এই সময়তে মধ্য প্ৰাচ্যত উত্তেজনা বৃদ্ধি পায়। ১৯৫৬ চনত কৰ্ণেল আব্দুল গামাল নাচেৰে চুয়েজ প্ৰণালীৰ ৰাষ্ট্ৰীয়কৰণ কৰাৰ লগে লগেই সমস্যাই দেখা দিয়ে। ইয়াৰ পিছত এটাৰ পিছত আনটোকৈ প্ৰথমতে ইজৰাইলৰ দ্বাৰা চিনাই অঞ্চলত আক্ৰমণ, ৩১ অক্টোবৰ তাৰিখে পোৰ্ট চৈয়দত ই,গো ফৰাচী সৈন্যৰ অৱতৰণ, হাঙ্গেৰীৰ বিৰুদ্ধে ৰাছিয়াৰ অভিযান এই সকলোবোৰ সমস্যাই ঠিক একেটা সময়তে সচিব প্ৰধানক ব্যতিব্যস্ত কৰি তোলে।

এফালে চুয়েজ সমস্যাৰ সমাধানৰ বাবে ৰাষ্ট্ৰ সংঘৰ নিৰাপত্তা বাহিনী এটা গঠন কৰিবলগীয়া অৱস্থাতেই তেওঁ হাঙ্গেৰীয় সমস্যাৰ প্ৰতিবেদনো দাখিল কৰিবলগীয়া হৈছে। এই সময়ত ডাগ হেমাৰ কজল্ডৰ ব্যক্তিত্বৰ কথা উল্লেখ কৰি মাৰ্কিন যুক্ত ৰাষ্ট্ৰৰ ডেভিয়াৰ ৰাষ্ট্ৰপতি আছেন হুৱাৰে কৈছিল 'He has a Physical stamina almost unique in the World.. night

after night he has gone with one or two hours sleep and worked all day intelligently and devotedly'.

চুয়েজ সমস্যাৰ সমাধানে ডাগ হেমাৰজল্ডৰ ক্ষমতা যেন অনেক বঢ়াই দিলে। লগতে জনপ্ৰিয়তা। ইয়াৰ এবছৰৰ পিছত তেওঁ দ্বিতীয়টো পাঁচ বছৰীয়া কাৰ্যকলাপৰ বাবে নিৰ্বাচিত হয়। তেওঁৰ দ্বিতীয়টো কাৰ্যকালত লোৱা এটা বিশেষ উল্লেখযোগ্য পদক্ষেপ হ'ল ৰাষ্ট্ৰ সংঘৰ সচিব প্ৰধান সকলৰ দায়িত্ব, কৰ্তব্য আৰু ক্ষমতা সম্পৰ্কে কৰা নীতি নিৰ্দ্ধাৰণ।

তেওঁৰ পিছৰটো কাৰ্যকালত তেওঁৰ সন্মুখত প্ৰত্যাহ্বান স্বৰূপে দেখা দিয়ে আফ্ৰিকীয় সমস্যাই। ১৯৫৩ চনত তেওঁ প্ৰথম বাৰ সচিব প্ৰধান নিযুক্ত হোৱাৰ সময়ত মাত্ৰ চাৰিখন আফ্ৰিকীয় দেশহে ৰাষ্ট্ৰ সংঘৰ সদস্য আছিল। কিন্তু তেওঁ দ্বিতীয়বাৰ সচিব প্ৰধান মনোনীত হৈ অহাৰ সময়লৈ আফ্ৰিকীয় দেশৰ সদস্য সংখ্যা হয়গৈ ২৬ খন। এসময়ত ৰাষ্ট্ৰ সংঘ আছিল বৃহৎ শক্তি সমূহৰ হাতৰ পুতলা। ৰাষ্ট্ৰ সংঘৰ নীতি নিৰ্দ্ধাৰণো কৰিছিল এই বৃহৎ শক্তি বৰ্গই, সময়ত তেওঁলোকৰ কামত অহাকৈ। কিন্তু এচীয়, আফ্ৰিকীয় দেশ সমূহৰ সংখ্যা বাঢ়ি অহাৰ লগে লগে ৰাষ্ট্ৰ সংঘৰ মতদানৰ ক্ষেত্ৰতো এই কথাই বৃহৎ শক্তি বৰ্গক চিন্তিত কৰি তুলিলে। ডাগ হেমাৰজল্ডে তৃতীয় বিশ্বৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাষ্ট্ৰ সমূহৰ ৰক্ষণাবেক্ষণৰ ক্ষেত্ৰতো অধিক মনোযোগ দিয়ে। এই কথাই তেওঁক বৃহৎ শক্তি সমূহৰ ৰোষত পেলায়। তেওঁৰ কাৰ্য কলাপত বৃহৎ শক্তি সমূহৰ বিৰক্তি ইমানেই বেছি হয় যে ছোভিয়েত ৰাছিয়াৰ কমিউনিষ্ট পাৰ্টিৰ তদানীন্তন সচিব প্ৰধান নিকিটা ক্ৰুচেভে ডাগ হেমাৰজল্ডৰ তৎকালীন ভাবে পদত্যাগেই দাবী কৰে। কিন্তু হেমাৰ জল্ডে পদত্যাগ নকৰি তাৰ ঠাইত ক্ৰুচেভৰ অন্যায় দাবীৰ এই বুলি উত্তৰ দিয়ে; ছোভিয়েত ইউনিয়ন বা তেনে ধৰণৰ আন কোনো বৃহৎ শক্তিৰ বাবে ৰাষ্ট্ৰ সংঘৰ প্ৰয়োজন নাই। ৰাষ্ট্ৰ সংঘৰ প্ৰয়োজন আছে ক্ষুদ্ৰ ৰাষ্ট্ৰ সমূহৰ সুৰক্ষাৰ ক্ষেত্ৰতহে। ৰাষ্ট্ৰ সংঘ যেতিয়ালৈকে থাকে তেতিয়া দুৰ্বল ৰাষ্ট্ৰ সমূহৰ বাবেই জীয়াই থাকিব আৰু সেই সদস্য সমূহেই যেতিয়ালৈকে বিচাৰিব মই তেতিয়ালৈকে এই পদত অধিষ্ঠিত হৈ থাকিম।'

ইয়াৰ পিছত তেওঁৰ আন এটা গুৰুত্বপূৰ্ণ কাম হ'ল কঙ্গো সমস্যা সমাধানৰ বাবে চলোৱা প্ৰচেষ্টা। এই সমস্যা সমাধানৰ বাবে তেওঁ ১৯৬১ চনৰ ১৩ ডিচেম্বৰত কঙ্গোৰ ৰাজধানী লিঅ'পলভিলত উপস্থিত হয়গৈ। অনেক প্ৰতিকূল

পৰিস্থিতিৰ সন্মুখীন হৈয়ো কেইবা মাহৰো প্ৰচেষ্টাৰ পিছতো কঙ্গো সমস্যাৰ সমাধান হোৱাৰ পূৰ্বেই ১৯৬২ চনৰ ১৭-চেপ্তেম্বৰ তাৰিখে এটা বিমান দুৰ্ঘটনাত এই মহান মানৱ প্ৰেমীৰ মৃত্যু হয়। অৱশ্যে তেওঁ চলোৱা প্ৰচেষ্টাৰ ফলশ্ৰুতিতেই সেই একে বছৰতে কঙ্গো সমস্যাৰ সমাধান হয়।

# ড: এলবাৰ্ট স্কুইটজাৰ

দুই কিশোৰ বন্ধু জৰ্জ আৰু এলবাৰ্ট। এদিন স্কুলৰ পৰা ঘৰলৈ ঘূৰাৰ পথত হঠাতে জৰ্জে এলবাৰ্টক ক'লে- "আমি দুয়ো যদি যুঁজ লাগো মই তোমাক হুকৰাব পাৰিম।" জৰ্জৰ কথা শুনি এলবাৰ্ট কিছু সময় থমকি ৰ'ল। তাৰ পিছত ক'লে- "বন্ধুৰ মাজত যুদ্ধ লগা ভাল কথা নহয়;" তথাপি তুমি যেতিয়া মোক হৰ্কৰাব পাৰিবা বুলি কৈছা তেন্তে আমি এবাৰ যুঁজি চোৱা উচিত হ'ব।" এই বুলি দুয়ো বন্ধুৱে নিজ নিজ কিতাপ-পত্ৰ গছ-এজোপাৰ তলতে থৈ যুঁজত নামিল। খন্তেকৰ পিছতে এলবাৰ্টে জৰ্জক পৰাস্ত কৰিলে। কিন্তু যুঁজত পৰাস্ত হোৱাৰ পিছতো জৰ্জে ক'লে "মই যদি তোমাৰ দৰে সদায় মাংসৰ চুৰুহা খাবলৈ পাঁও তেতিয়া হ'লে ময়ে জিকিম।" বন্ধুৰ কথাষাৰে এলবাৰ্টক চিন্তিত কৰি তুলিলে। তেওঁ মনে মনে ভাবিলে 'তাৰ মানে তেওঁৰ লগৰ আন ল'ৰাবোৰে ভাল আহাৰ খাবলৈ নাপায়। সেইদিনা এলবাৰ্ট ঘৰলৈ ঘূৰি আহি আনদিনাৰ দৰে খেলা-ধূলা কৰিবলৈ নগ'ল। দুৱাৰ বন্ধ কৰি নিজৰ কোঠাতে সোমাই থাকিল।

নিশাৰ আহাৰতো এলবাৰ্টে একোকে নাখালে। বিশেষকৈ মাকে যেতিয়া এলবাৰ্টৰ পছন্দমতে তৈয়াৰী মাংসৰ চুৰুহাখিনি আগবঢ়াই দিলে সেইখিনি সন্মুখত লৈ এলবাৰ্টৰ মনটো বেছিকৈহে বেয়া হ'ল। তেওঁ যেন চুৰুহাৰ কাপটোত বন্ধু জৰ্জৰ মুখখনহে দেখা পালে। জৰ্জে কোৱা কথাষাৰ তেওঁৰ কাণত বাজিবলৈ ধৰিলে। এলবাৰ্টে মনে মনে সঙ্কল্প গ্ৰহণ কৰিলে এই বুলি যে তেওঁ গাঁৱৰ সৰ্বসাধাৰণৰ ল'ৰা-ছোৱালীয়ে দৰিদ্ৰতাৰ বাবে যি ভাল আহাৰৰ পৰা বঞ্চিত হৈছে সেই আহাৰ তেওঁ নিজেও কেতিয়াও গ্ৰহণ নকৰে। তেওঁলোক ভাল বন্ধু হ'ব, সকলোৰে দুখত তেওঁ দুখী হ'ব।

পিছদিনাৰ পৰা এলবাৰ্টে অভাৰ কোটটোও পিন্ধিবলৈ এৰিলে। কিয়নো

তেওঁৰ বন্ধু জর্জ আৰু নগৰ আন কোনো ল'ৰাৰে অভাৱ কোট নাই। সেই বয়সতে এলবার্টৰ মানসিক দৃঢ়তা এক অভাৱনীয় ধৰণৰ আছিল। ইফালে যবত তেওঁৰ খোৱা-পিন্ধা সম্পর্কে মাক দেউতাকৰ সৈতে মতদ্বন্দ্ব হ'বলৈ ধৰিলে। কিয়নো মাক-দেউতাকে তেওঁৰ মত পৰিবর্তনৰ কোনো কাৰণ অনুমান কৰিব নোৱাৰিছিল।

ড: এলবার্ট স্কুইটজাৰৰ জীৱনত এনে বহুতোৰ ঘটনা ঘটিছিল যি বিলাক অন্য লোকৰ বোধগম্য নাছিল।

এলবার্টৰ জন্ম হৈছিল ১৮৭৫ চনৰ ১৪ জানুৱাৰীত ফ্রেন্স ইকুইটবিয়েল আফ্রিকাৰ এখন সৰু গাঁও আলচেছিয়ানত। অঞ্চলটোৰ নাম আছিল 'গানচ বাক।' দেউতাক আছিল সেই গাঁওৰ পেস্তৰ অর্থাৎ ধর্ম যাজক। দেউতাক মাকৰ সৎ স্বভাৱ আৰু তেওঁলোকৰ জীৱনৰ বৃত্তিৰ প্রতি গাঁওৰ সকলো মানুহে শ্রদ্ধা আৰু সন্মান কৰিছিল।

এলবার্ট স্কুইটজাৰকো দেউতাকে গাঁওৰ অন্যান্য দুখীয়া লোকৰ বাবে থকা স্কুলতে নাম লগাই দিছিল। উপৰোক্ত ঘটনাটো এলবার্টে সেই স্কুলতে পঢ়ি থকা সময়ৰ। তেওঁৰ বয়স তেতিয়া আঠ বছৰ।

গাঁওৰ এই স্কুলৰ পৰা পাঁচ কৰি ওলাই এলবার্ট প্রথমে কলমাৰৰ চেকেণ্ডাৰী স্কুল আৰু পিছত তাৰ পৰা মূল হাউচেনত পঢ়িবলৈ যায়।

মূল হাউচেনত থকা কালত তেওঁ চেইন্ট ষ্টিফেন্স চার্চৰ অর্গেনবাদক ইউগেন মাঞ্চৰ অধীনত অর্গেন বাদনৰ শিক্ষা লয়। শিশুকালৰ পৰাই সঙ্গীতত বাপ থকা আৰু এক সাঙ্গীতিক পৰিবেশত ডাঙৰ দীঘল হোৱা এলবার্টে ইউগেন মাঞ্চৰ অধীনত অতি অলপ দিনৰ ভিতৰতে এজন প্রথমশাৰীৰ অর্গেন বাদক হোৱাৰ খ্যাতি অর্জন কৰে আৰু মাত্র পোন্ধৰ বছৰ বয়সত চেইন্ট ষ্টিফেন্স চার্চৰ 'অর্গেনিষ্ট' নিযুক্ত হয়। ১৮৯৩ চনত এলবার্টৰ ১৮ বছৰ বয়সত তেওঁ এবাৰ পেৰিচত ফুৰিবলৈ যায় আৰু তাত তেওঁ বিধৰ আত্মীয়ৰ সৈতে আছিল তাতেই তেওঁ লগ পায় বিখ্যাত কম্পজাৰ আৰু অর্গেনিষ্ট চার্লচ মেৰী উইডৰক। এলবার্টে উইডৰক শিক্ষক হিচাপে গ্রহণ কৰিবলৈ লয়।

ইয়াৰ পিছত তেওঁ ষ্টেচবাৰ' বিশ্ববিদ্যালয়ত ভর্তি হয়। তাতেই তেওঁ ধর্ম আৰু দর্শন সম্পর্কে অধ্যয়ন কৰিবলৈ লয়। ২৪ বছৰ বয়সত এই বিশ্ব বিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্রী লাভ কৰালেকে এই সময়ছোৱাৰ ভিতৰতে তেওঁ মাজে মাজে ন'টাৰ দাম আৰু চেইন্ট চাল পিছলৈ গৈ বিখ্যাত সঙ্গীতজ্ঞ উইডৰৰ পৰা সংগীতৰ শিক্ষা গ্রহণ কৰি থাকে। একে সময়তে তেওঁৰ পৰিচয়

ঘটে পেৰিচৰ্য্য সঙ্গীত জগতৰ লগত।

ডক্টৰেট ডিগ্ৰী লাভ কৰাৰ আগতেই স্কুইটজাৰে এটা কথা গভীৰ ভাৱে উপলব্ধি কৰিছিল যে ধৰ্ম আৰু ঈশ্বৰ সম্পৰ্কে যি বিলাক প্ৰশ্নৰ উত্তৰ তেওঁৰ শিক্ষক সকলে তেওঁক দিব পৰা নাই, তেওঁৰ মনত আশ্ৰিত সেই প্ৰশ্নবোৰৰ উত্তৰ তেওঁ নিজে বিচাৰি উলিয়াব লাগিব। ইয়াৰ পিছত গভীৰ মানসেৰে খৃষ্টিয়ান ধৰ্ম অধ্যয়ন কৰি তেওঁ এই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি উলিয়ায় আৰু 'দ্য কুৱেষ্ট অৱ দ্য হিষ্টৰিকেল মেচাৰ্চ (The quest of the historical Jesus) নামেৰে এখন গ্ৰন্থ প্ৰণয়ন কৰি উলিয়ায়।

খৃষ্টিয়ান ধৰ্ম সম্পৰ্কে মানুহৰ মনত উদয় হ'ব পৰা যিকোনো ধৰণৰ প্ৰশ্নৰ ব্যাখ্যা এলবাৰ্টে এই গ্ৰন্থত যিদৰে কৰিছে সেই ব্যাখ্যাসমূহ সেই কালৰ গোড়া খৃষ্টধৰ্মীসকলৰ বাবে এক প্ৰত্যাহ্বান স্বৰূপ হৈ পৰে। ১৯১১ চনত এই গ্ৰন্থ প্ৰকাশ পোৱাৰ লগে লগে তুমুল বিতণ্ডাৰ সৃষ্টি হয়। সকলো ফালৰ পৰা এলবাৰ্ট স্কুইটজাৰক কঠোৰ সমালোচনাৰ বিষয়বস্তু কৰি তোলা হয়। কিন্তু সত্যানুসন্ধানী দাৰ্শনিক স্কুইটজাৰে এই সমালোচনাৰ উত্তৰত মাত্ৰ এষাৰ কথা কয়- Faith which refuses to face the facts is no faith at all.'' অৰ্থাৎ যি বিশ্বাস সত্যৰ মুখামুখী হ'ব নোখোজে সেই বিশ্বাস বিশ্বাসেই নহয়।

একে সময়তে এলবাৰ্ট স্কুইটজাৰৰ খ্যাতি সংগীত জগতখনতো বিয়পিব ধৰে। তেওঁৰ সংগীত শিক্ষক উইডৰৰ নিৰ্দেশ ক্ৰমে এই সময়তে এলবাৰ্ট স্কুইটজাৰে বিখ্যাত জাৰ্মান সঙ্গীতজ্ঞ ব্যাখৰ জীৱন আৰু তেওঁৰ সঙ্গীতৰ ওপৰত দুটা খণ্ডৰ এখন গ্ৰন্থ লিখি উলিয়ায় এই গ্ৰন্থ প্ৰকাশেও তেওঁক সঙ্গীতৰ দিশত বিশ্ব খ্যাতি প্ৰদান কৰে। এজন অৰ্গেনিষ্ট আৰু ব্যাখৰ সংগীতৰ প্ৰচাৰক হিছাপেও তেওঁ তেওঁৰ সঙ্গীতজ্ঞ উইডৰৰ সমানেই বিচক্ষণতা অৰ্জন কৰে।

২৮ বছৰ বয়সত এলবাৰ্ট স্কুইটজাৰ 'মেছবাৰ' বিশ্ববিদ্যালয়ৰ অনুমোদন ক্ৰমে চেইণ্ট থমাৰ্চচ থিয়'লজিকেল কলেজৰ অধ্যক্ষ নিযুক্ত হয়।

চেইণ্ট থমাছ কলেজত অধ্যক্ষ নিযুক্ত হোৱাৰ এবছৰ মানৰ ভিতৰত আফ্ৰিকাৰ কঙ্গো অঞ্চলত মহামাৰীয়ে দেখা দিয়াৰ পৰিপ্ৰেক্ষিতত আৰু আফ্ৰিকাবাসীৰ স্বাস্থ্য ৰক্ষাৰ ক্ষেত্ৰত চিকিৎসক সকলৰ প্ৰয়োজনীয়তাৰ কথা চিন্তা কৰি এলবাৰ্টে চেইণ্ট থমাচৰ চাকৰিৰ পৰা ইস্তফা দি ষ্টেছবাৰ'ৰ চিকিৎসা বিদ্যালয়ত চিকিৎসা শাস্ত্ৰৰ অধ্যয়নৰ বাবে ভৰ্তি হয়। এই চিকিৎসা বিদ্যালয়ৰ পৰা ছবছৰৰ ভিতৰত চিকিৎসা শাস্ত্ৰ অধ্যয়ন কৰি ডাক্তৰী ডিগ্ৰী লাভ কৰে।

তেওঁ ডাক্তৰ হৈ ওলোৱাৰ লগে লগেই আফ্ৰিকীয় জনসাধাৰণৰ সেৱাত নিজৰ জীৱন উৎসৰ্গা কৰি কঙ্গো মিছনত যোগ দিয়ে।

১৯১২ চনত এলবাৰ্ট স্কুইটজাৰে হেলেন ব্ৰেচলো নামৰ এগৰাকী পুৰণা বান্ধৱীক বিয়া কৰায়।

ইয়াৰ পিছত সংগীত আৰু ধৰ্ম চৰ্চাৰ লগতে এজন চিকিৎসাবিদ হিছাপে মানব সেৱাৰ কথাইও তেওঁৰ অন্তৰত সমানে ঠাই পায়। তেওঁ লেম্বৰ্নেত নিজ খৰচত এটা স্বাস্থ্য কেন্দ্ৰ স্থাপন কৰে। এই স্বাস্থ্যকেন্দ্ৰত তেওঁক বিভিন্ন ক্ষেত্ৰত সহায় কৰে তেওঁৰ পত্নী হেলেনে। এই চিকিৎসালয়ত তেওঁ প্ৰতিদিনে শ শ ৰোগী চাবলগীয়া হয়। চিকিৎসক হিছাপেও তেওঁৰ নাম চাৰিওফালে বিয়পি পৰে। এনেতে আৰম্ভ হয় প্ৰথম বিশ্বযুদ্ধ। এলবাৰ্ট স্কুইটজাৰ এই সময়তে যদিও এটা ফৰাচী মিছনেৰীৰ সদস্য আছিল তেওঁক জাৰ্মান মূলৰ লোক হিছাপে গৃহবন্দী কৰা হয়। গৃহবন্দী হৈ থকা কালছোৱা স্কুইটজাৰৰ বাবে আশীৰ্বাদ হ'ল। তেওঁ এই সময়ছোৱাৰ ভিতৰতে দুই খণ্ডত প্ৰকাশিত তেওঁৰ দাৰ্শনিক গ্ৰন্থ 'দি ফিল'চফি অব চিভিলাইজেচন (সভ্যতাৰ দৰ্শন)ৰ ৰচনাৰ কাম সম্পূৰ্ণ কৰে। প্ৰথম বিশ্বযুদ্ধ অন্ত হোৱাৰ পৰা ১৯২৫ চনৰ ভিতৰত এলবাৰ্ট স্কুইটজাৰে ইউৰোপৰ বিভিন্ন ঠাইত কেতবোৰ সঙ্গীতানুষ্ঠানৰ পৰিচালনা কৰি তাৰ পৰা সংগৃহীত ধনেৰে পুনৰ আফ্ৰিকাবাসীৰ সহায়ৰ বাবে আফ্ৰিকালৈ যাত্ৰা কৰে।

পৃথিৱীৰ সকলোবোৰ দাৰ্শনিক আৰু ধৰ্ম তত্ত্বৰ ওপৰত মানৱতাৰ স্থান দিয়া ড: এলবাৰ্ট স্কুইটজাৰক ১৯৫২ চনৰ শান্তিৰ নোবেল বঁটা প্ৰদান কৰা হয়। মানৱতাৰ সেৱাতে জীৱনপাত কৰা এই মহান ব্যক্তিগৰাকীৰ মৃত্যু হয় ১৯৬৫ চনৰ ৪ চেপ্তেম্বৰ তাৰিখে লেম্বাৰ্নেত। লেম্বাৰ্নেতেই তেওঁক সমাধিস্থ কৰা হয়।

# মাইকেল ফাৰাডে

মাইকেল ফাৰাডেই ১৭৯১ চনৰ ২২ চেপ্তেম্বৰ তাৰিখে ইংলেণ্ডৰ নিউইংটন বাট্‌চত জন্ম গ্ৰহণ কৰে। লণ্ডন মহানগৰীৰ সমীপৱৰ্তী নিউইংটন বাট্‌চ সেই সময়ত এখন সৰু গাঁও আছিল। মাইকেল ফাৰাডেৰ দেউতাক জেমচ ফাৰাডে ইয়ৰ্কছায়াৰৰ পৰা ভাগ্যৰ সন্ধানত সপৰিয়ালে উঠি আহি নিউইংটনত বসবাস কৰিবলৈ লৈছিল। কিন্তু মাইকেল ফাৰাডে জন্মৰ পিছলৈকে জীৱিকাৰ ক্ষেত্ৰত বিশেষ একো সুবিধা কৰিব নোৱাৰি তাৰ মানচেষ্টাৰ স্কোৱাৰৰ সমীপৱৰ্তী ওৱেমাউথ ষ্ট্ৰীটলৈ উঠি যায়। কিন্তু ইয়াতো তেওঁলোকৰ জীৱন ধাৰণৰ মান ক্ৰমাগত ভাবে নিম্নগামী হয় আৰু তেওঁলোকৰ শেষ আশ্ৰয় হয়গৈ বস্তি অঞ্চল। আৰ্থিক অনাটনত জুৰুলা জেমছ ফাৰাডেৰ স্বাস্থ্যৰ অৱনতি হ'বলৈ ধৰে আৰু মাইকেল ফাৰাডেৰ বয়স যেতিয়া উনৈশ বছৰ সেই সময়ত এদিন দেউতাক জেমচ ফাৰাডে মৃত্যুবৰণ কৰে। সেই সময়ত উনৈশ বছৰীয়া মাইকেল ফাৰাডে বহী কিতাপ বন্ধা এজন 'বাইণ্ডাৰ'ৰ সহযোগীৰ কামতেই সংসাৰৰ ভাৰ মূৰ পাতি লব লগা হয়।

সংসাৰৰ উৎকট অভাৱ অনাটনৰ মাজতো মাইকেল ফাৰাডে কিন্তু পঢ়া-শুনা কৰিছিল। তেওঁ 'বাইণ্ডিঙ'ৰ যিটো প্ৰতিষ্ঠানত কাম কৰিছিল সেই প্ৰতিষ্ঠানৰ মালিক মি: ৰাইবৰ মাইকেলৰ ওপৰত চকু পৰিছিল।

পঢ়া-শুনাৰ প্ৰতি মাইকেল ফাৰাডেৰ ঢাউতি দেখি মি: ৰাইবই তেওঁক স্নেহেৰে উৎসাহিত কৰিছিল। ফাৰাডেৰ প্ৰিয় বিষয় আছিল দৰ্শন আৰু বিজ্ঞান। ৰাইবই তেওঁক কলেজত এই দুটা বিষয়ৰ বক্তৃতা সমূহত উপস্থিত থকাৰ সুবিধা দিছিল।

ফাৰাডেই তেওঁৰ প্ৰিয় বক্তৃতা সমূহৰ ওপৰত সুন্দৰকৈ টোকা প্ৰস্তুত কৰিছিল। বিজ্ঞানৰ কেতবোৰ চিত্ৰ অঙ্কন কৰাৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য

ৰাখি তেওঁ এজন শৰণাৰ্থী ফৰাচী শিল্পী মেচকুৱেৰিয়াৰৰ পৰা চিত্ৰাঙ্কণৰ প্ৰশিক্ষণ লৈছিল। ১৮১২ চনত মাইকেল ফাৰাডেই বিখ্যাত বিজ্ঞানী চাৰ হামফ্ৰে ডেভিয়ে ৰয়েল ইনষ্টিটিউচনত প্ৰদান কৰা বক্তৃতামালাত উপস্থিত থকাৰ সুবিধা পায়। তেওঁ এই বক্তৃতামালাত উপস্থিত হোৱাৰ সুবিধা পায় তেওঁৰ দোকানলৈ অহা এজন গ্ৰাহকৰ পৰা আৰু চাৰ হামফ্ৰে ডেভিদৰ বক্তৃতামালাত উপস্থিত হোৱাৰ দিনটোৱেই আছিল মাইকেল ফাৰাডেৰ জীৱনৰ দিক নিৰ্ণায়ক দিন।

১৮১৪ চনৰ অক্টোবৰ মাহত চাৰ হামফ্ৰেৰ তত্ত্বাৱধানত ইংলেণ্ডৰ পৰা ফ্ৰান্সৰ ভ্ৰমণত হোৱা বৈজ্ঞানীক কেইজনমানৰ সৰু দল এটাত মাইকেল ফাৰাডেইও যোগ দিয়াৰ সুযোগ পায়। সেই সময়ত ইংলেণ্ড আৰু ফ্ৰান্স— এই দুয়োখন দেশৰ মাজত যুদ্ধ চলি আছিল যদিও বৈজ্ঞানিক গৱেষণা আৰু কাৰ্যকলাপৰ পৃষ্ঠপোষক সম্ৰাট নেপোলিয়নে চাৰ হামফ্ৰেক তেওঁৰ ইচ্ছা অনুযায়ী সমগ্ৰ ফ্ৰান্সত ভ্ৰমণ কৰি বক্তৃতা দান কৰাৰ অনুমতি প্ৰদান কৰে।

চাৰ হামফ্ৰেৰ দলে ফ্ৰান্স ভ্ৰমণ কৰাৰ সময়ত মাইকেল ফাৰাডে চাৰ হামফ্ৰেৰ সহকাৰী হৈ থাকে। এই ভ্ৰমণৰ পৰা ইংলেণ্ডলৈ প্ৰত্যাবৰ্তন কৰাৰ পিছত মাইকেল ফাৰাডেই স্থায়ীভাৱে চাৰ হামফ্ৰেৰ তলত গৱেষণা কৰাৰ সুবিধা লাভ কৰে। লগতে সপ্তাহত ৩০ চিলিংকৈ বেতন লাভ কৰে। চাৰ হামফ্ৰেৰ সহকাৰী আৰু গৱেষণাত মাইকেল ফাৰাডেই সম্পূৰ্ণভাৱে আত্ম নিয়োগ কৰে। গৱেষণাগাৰৰ প্ৰচণ্ড খাটনিৰ মাজত এনেকৈয়ে কিছুদিন যায়। এনেতে চাৰ হামফ্ৰে দ্বিতীয়বাৰৰ বাবে আন এটা দীঘলীয়া ভ্ৰমণত ওলায়। কিন্তু এইবাৰ তেওঁ মাইকেল ফাৰাডেক লগত নিয়াৰ পৰা বিৰত থাকে। কিন্তু মাইকেল ফাৰাডেৰ বাবে ই এক প্ৰকাৰ আশীৰ্বাদ স্বৰূপ হয়। কিয়নো চাৰ হামফ্ৰে ভ্ৰমণত যোৱাৰ প্ৰাক্কালত মাইকেল ফাৰাডেক তেওঁৰ গৱেষণাগাৰত গৱেষণা কৰা সুবিধা দি যায়।

বৈজ্ঞানিক গৱেষণাৰ সকলো সা-সুবিধাৰে পৰিপূৰ্ণ গৱেষণাগাৰটোত মাইকেল ফাৰাডেই মন ঢালি গৱেষণাৰ কামত লাগে। এই সময়লৈকে তেওঁ কেৱল ৰসায়নৰ ওপৰতেই গৱেষণা চলাই আছিল আৰু তেওঁৰ এই গৱেষণাৰ ফলশ্ৰুতি স্বৰূপে ক্লৰিণ আৰু কাৰ্বনৰ পৃথকীকৰণ সম্ভৱ হৈছিল। পৰৱৰ্তী কালত তেওঁৰ সূত্ৰৰ ওপৰত ভিত্তি কৰিয়েই 'ষ্টেইনলেচ ষ্টীল' তৈয়াৰ কৰা হৈছিল।

১৮২০ চনৰ আৰম্ভণিৰ পৰা মাইকেল ফাৰাডেই বিদ্যুৎ শক্তি সম্পৰ্কীয়

গৱেষণা আৰম্ভ কৰে। একে বছৰৰে শেষৰ ফালে ছেপ্তেম্বৰ মাহত ফাৰাডেই তেওঁৰ এই গৱেষণাৰ সুফল লাভ কৰে। ১৮৩১ চন পৰ্যন্ত এই দহ বছৰৰ ভিতৰত চুম্বকৰ ওপৰত বৈদ্যুতিক শক্তি প্ৰয়োগ কৰি বৈদ্যুতিক ডায়নামো নিৰ্মাণৰ সূত্ৰ উদ্ভাৱন কৰে। চুম্বকৰ পৰা বিদ্যুৎ শক্তি উৎপন্নৰ তেওঁৰ এই সূত্ৰৰ ওপৰত ভিত্তি কৰিয়েই তৈয়াৰ হয় ডাইনামো, ট্ৰেন্সফৰ্মাৰ, ইলেকট্ৰিক মটৰ বা কাপলড্ চাৰ্কিট আদিৰ দৰে বৈদ্যুতিক যন্ত্ৰ সমূহ। অৰ্থাভাৱত ইমান দিনে ক্ষুধা তৃষ্ণা আৰু জীৱনৰ অন্যান্য প্ৰয়োজনীয়তাৰ হেঁচাত জীৱন নিৰ্বাহ কৰি অহা মাইকেল ফাৰাডেৰ আবিষ্কাৰে তেওঁৰ সকলো দুখ দৈন্যতাৰ অবসান ঘটায়। ১৮৩০-৩১ চনৰ ভিতৰতে বহুতো ব্যৱসায় প্ৰতিষ্ঠান আগবাঢ়ি আহে মাইকেল ফাৰাডে আবিষ্কৃত এই যন্ত্ৰ সমূহ তৈয়াৰ কৰাৰ উদ্দেশ্যে। তাৰ পৰিবৰ্তে মাইকেল ফাৰাডেই প্ৰথম অৱস্থাতেই তেওঁলোকৰ পৰা প্ৰায় ৫০০০ পাউণ্ড লাভ কৰে।

প্ৰকৃতাৰ্থত এজন বৈজ্ঞানিক মাইকেল ফাৰাডেক অৱশ্যে টকা পইচাৰ প্ৰাচুৰ্যই বন্দী কৰিব নোৱাৰিলে। তেওঁ ব্যৱসায় প্ৰতিষ্ঠান সমূহৰ সৈতে নিজৰ সম্পৰ্ক ছেদ কৰি পুনৰ গৱেষণাৰ কামত আত্মনিয়োগ কৰে আৰু তেওঁৰ পৰৱৰ্তী কালৰ গৱেষণা মূলক কাৰ্যকলাপে জন্ম দিয়ে বৈদ্যুতিক ইঞ্জিনীয়াৰিঙৰ বহুমুখী ক্ষেত্ৰফলৰ।

মাইকেল ফাৰাডে কেৱল এজন বিজ্ঞানীয়েই নহয়, এজন দাৰ্শনিকো আছিল। বিজ্ঞানৰ লগে লগে তেওঁ দৰ্শনৰো অধ্যয়ন চলাইছিল। ইতিমধ্যে ব্যৱসায়িক প্ৰতিষ্ঠান সমূহৰ সৈতে সম্পৰ্ক ছেদ হোৱাত মাইকেল ফাৰাডেৰ কিন্তু বিজ্ঞান আৰু দৰ্শনৰ অধ্যয়নৰ পৰা বিশেষ আৰ্থিক লাভ হোৱা নাছিল। ৰয়েল ইন্ষ্টিটিউটৰ পৰা পোৱা সামান্য অৰ্থ সাহায্যৰে তেওঁৰ সংসাৰ নচলা হৈ আহিছিল। কিন্তু তেওঁৰ বৈজ্ঞানিক সূত্ৰ সমূহৰ প্ৰকাশে তেওঁলৈ কঢ়িয়াই আনে আন্তৰ্জাতিক খ্যাতি। অৱশ্যে এই আন্তৰ্জাতিক খ্যাতি সম্পন্ন বিজ্ঞানীজনৰ দুখৰ কথা শুনি সেই সময়ৰ ইংলেণ্ডৰ ৰজা চতুৰ্থ উইলিয়ামে মাইকেল ফাৰাডেলৈ 'নাইট' উপাধি আৰু ৰয়েল ইন্ষ্টিটিউচনৰ মুৰব্বী পদ আগবঢ়ায়। ৰয়েল ইন্ষ্টিটিউচনৰ পদটো গ্ৰহণ কৰে যদিও মাইকেল ফাৰাডেই নাইট উপাধি লোৱাৰ পৰা বিৰত থাকে। এই বিষয়ে তেওঁ কয়, "মই সৰ্বসাধাৰণৰ মাজত মাইকেল ফাৰাডে হৈয়েই থাকিব বিচাৰো।"

বয়স বাঢ়ি অহাৰ লগে লগে তেওঁৰ খ্যাতিও বাঢ়ি যায় আৰু তেওঁৰ এই খ্যাতি আছে গৱেষণামূলক কাৰ্যৰ লগতে তেওঁ দান কৰা বক্তৃতামালাৰ জৰিয়তে। ৭৬ বছৰ বয়সলৈ জীয়াই থকা মাইকেল ফাৰাডে জীৱনৰ শেষ দিনালৈ গৱেষণাকে চলাই আছিল। ১৮৬৭ৰ ২৫ আগষ্টত তেওঁ মৃত্যুবৰণ কৰে।

# লৰ্ড ছ্যাফটচ বেৰী

ইংলেণ্ডৰ এখন বিখ্যাত স্কুলৰ পৰা এজন কিশোৰ বয়সৰ ল'ৰা ঘৰলৈ উভতিছিল। কিন্তু ৰাজপথতে হোৱা চিঞৰ-বাখৰে ল'ৰাজনৰ গতিৰুদ্ধ কৰিলে। তেওঁ এঠাইত ৰৈ লক্ষ্য কৰিলে চিঞৰ-বাখৰবোৰ হোৱা ফালে। ল'ৰাজনে দেখিলে, প্ৰধান বাটেৰে কেইজনমান মানুহে কঢ়িয়াই নিয়া কফিন এটা তেওঁলোকৰ কান্ধৰ পৰা খহি পৰি তাৰ ঢাকনিখন এৰাই গৈছে আৰু কফিনটোত থকা মৃতদেহটো ওলাই পৰিছে। মৃতদেহত থকা শতছিন্ন কাপোৰ কানিয়ে প্ৰমাণ কৰে যে মৃতদেহটো নিশ্চিতভাৱে কোনোবা দুখীয়া মানুহৰ। যি কেইজন মানুহে কফিনটো কঢ়িয়াই আনিছিল, কফিনটো ভাঙি যোৱা কাৰ্যই তেওঁলোকক অসন্তুষ্ট কৰিছিল আৰু সেয়ে তেওঁলোকে কফিনৰ ভিতৰত থকা মৃতদেহটোৰ উদ্দেশ্যে অশালীন ভাষাত সমস্বৰে গালি গালাজ কৰিবলৈ ধৰিলে। অনতি দূৰত থিয় হৈ সেই দৃশ্য চাই থকা সৰু ল'ৰাটিক মৃতদেহটোৰ উদ্দেশ্যে কৰা অসৎ ব্যৱহাৰে ব্যথিত কৰি তুলিলে। তেওঁ মনে মনে ভাবিলে যে কফিনৰ ভিতৰত থকা মৃতদেহটো কোনো গৰীব ব্যক্তিৰ হোৱা বাবেহে আজি মৃত্যুৰ পিছতো সেই মানুহজনে (বা মানুহজনৰ আত্মাই) গালি-গালাজ খাবলগীয়া হৈছে। ল'ৰাজনে সেইদিনা সেই ঠাইতে সংকল্প কৰিলে যে তেওঁৰ জীৱন তেওঁ এনে গৰীব দুখীয়া জনসাধাৰণৰ বাবেই উৎসৰ্গীকৃত কৰিব। পৰিপক্ক বয়সত মৃত্যুবৰণ কৰালৈকে ল'ৰাজনে সেইদিনা গ্ৰহণ কৰা সংকল্পত স্থিৰ হৈ থাকি তেওঁৰ সমগ্ৰ জীৱন বিলাই দিছিল গৰীৱ জনসাধাৰণৰ মুক্তিৰ সেৱাত। ল'ৰাজনৰ নাম আছিল এচ্লী এছলে' কুপাৰ।

এচ্লী এছলে' কুপাৰ নিজে কিন্তু গৰীৱৰ সন্তান নাছিল। তেওঁ আছিল ছাফটচবেৰীৰ ষষ্ঠ 'আৰ্লৰ' সন্তান। ৰাজকীয় আদৱ কায়দা আৰু ভোগ বিলাসৰ

মাজত ভাঙৰ হোৱা এন্থনী এছলে' কুপাৰৰ জন্ম হয় ১৮০১ চনৰ ২৮ এপ্ৰিল তাৰিখে। এন্থনী এছলে' কুপাৰে সোণ-ৰূপৰ চামোচ মুখত দি জন্ম গ্ৰহণ কৰিলেও তেওঁ বঞ্চিত হৈছিল পিতৃ-মাতৃৰ স্নেহ আৰু যত্নৰ পৰা। দেউতাক 'আৰ্ল' (সম্মানিত ৰাজ বিষয়া) হোৱা বাবে তেওঁ ৰাজকাৰ্যত প্ৰদৰ্শন কৰা অস্বাভাবিক গাম্ভীৰ্য আৰু কঠোৰ মনোভাৱ ঘৰতো (নিজৰ ল'ৰা-ছোৱালীৰ ওচৰতো) প্ৰদৰ্শন কৰিছিল। আনকি তলতীয়া কৰ্মচাৰীক কৰাৰ দৰে কঠোৰ ব্যৱহাৰ তেওঁ প্ৰায়ে ঘৰতো ল'ৰা-ছোৱালীক কৰিছিল। ফলত এন্থনী এছলে' কুপাৰ আৰু তেওঁৰ ভায়েক ভনীয়েকহঁতে দেউতাকৰ মৰম কোনোদিনেই উপলব্ধি কৰিব পৰা নাছিল। আনহাতে মাকো 'আৰ্ল'ৰ পত্নী হিচাপে সমাজৰ উচ্চস্তৰৰ মহিলা হোৱা হেতুকে তেওঁ কেৱল সেইখন সমাজৰ আদব-কায়দা, আনুষ্ঠানিকতা আৰু বিলাস বেশভূষা লৈয়েই ব্যস্ত থাকিছিল। ফলত সন্তান সকলক মাকৰ স্বাভাৱিক মৰম দিবলৈ বা যত্ন লবলৈ তেওঁৰ সময় নাছিল। পিতৃ-মাতৃৰ মৰম চেনেহৰ পৰা বঞ্চিত হোৱা এন্থনী এছলে' কুপাৰ আৰু ভায়েক-ভনীয়েকহঁতৰ যত্ন লৈছিল ঘৰৰে পৰিচাৰিকা মেৰিয়া মিলিছ নামৰ এগৰাকী মহিলাই।

পিতৃ-মাতৃৰ সৈতে এক প্ৰকাৰ বিচ্ছিন্ন হৈ পৰা এন্থনী কুপাৰে মেৰিয়া মিলিছৰ মাজত বিচাৰি পাইছিল মাতৃ-সুলভ স্নেহ, সুহৃদয়তা আৰু বন্ধুত্বৰ ভাৱ। এগৰাকী সাধাৰণ গাঁৱলীয়া মহিলা মেৰিয়া মিলিছৰ বিশেষ শিক্ষা-দীক্ষা নাথাকিলেও ধৰ্মৰ ওপৰত তেওঁৰ আছিল অগাধ বিশ্বাস আৰু সেই ধৰ্মীয় বিশ্বাসে তেওঁক যি নৈতিকতা দিছিল এন্থনী কুপাৰৰ ওপৰতো পৰিছিল তাৰ গভীৰ প্ৰভাৱ। মেৰিয়া মিলিছে কিশোৰ কুপাৰক প্ৰাৰ্থনা কৰিবলৈ শিকাইছিল আৰু বাইবেলৰ সাধুবোৰ তেওঁক কৈ শুনাইছিল। কিন্তু এই সহৃদয়া মহিলা গৰাকীকো এন্থনী কুপাৰৰ জীৱনৰ পৰা এদিন মৃত্যুৱে আতঁৰাই লৈ যায়। মেৰিয়া মিলিছৰ মৃত্যুৰ আগমুহূৰ্তত তেওঁৰ একমাত্ৰ সম্পত্তি হাত ঘড়ীটো এন্থনী কুপাৰলৈ 'উইল' কৰি থৈ যায়। কুপাৰে গোটেই জীৱন জুৰি সেই ঘড়ীটো এৰা নাছিল।

সাত বছৰ বয়সত কুপাৰক পঠিওৱা হয় বৰ্ডিং স্কুললৈ। প্ৰথমতে কিছুদিন এখন সাধাৰণ স্কুলত থকাৰ পিছত তেওঁ হেৰ' আৰু তাৰ পৰা অক্সফোৰ্ডলৈ যায়। অক্সফোৰ্ডৰ শিক্ষা সমাপ্ত কৰাৰ কিছুদিনৰ পিছত তেওঁ বৃটিছ পাৰ্লিয়ামেণ্টৰ সদস্য হয়। পাৰ্লিয়ামেণ্টৰ কনজাৰভেটিভ দলৰ এজন সদস্য হিচাপে তেওঁ

বেছি প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। তেওঁৰ ধৰ্মীয় আৰু ৰাজনৈতিক মতবাদো তেওঁৰ দলৰ মাজত প্ৰতিষ্ঠা কৰিব পৰা নাছিল। কিন্তু সেয়া আছিল প্ৰথম অৱস্থাৰ কথা। কিছুদিন পৰিবেশ পৰিস্থিতি অধ্যয়ন কৰি ৰাজনৈতিক জীৱনৰ প্ৰয়োজনীয় কথাবোৰ আহৰণ কৰাৰ চেষ্টা কৰিছিল কুপাৰে। দ্বিতীয় বাৰৰ বাবে পাৰ্লিয়ামেণ্টলৈ অহাৰ পিছত কুপাৰক মানসিক ৰোগ বিভাগৰ আয়ুক্তসকলৰ গোটৰ এজন সদস্য হিছাপে নিযুক্তি দিয়া হয়। এই দায়িত্বত তেওঁ এইবাৰ প্ৰথম অৱস্থাতেই সংসদত কিছুমান গুৰুত্বপূৰ্ণ তথ্যপাতি পৰিবেশনৰ যোগেৰে দেশৰ মানসিক চিকিৎসালয় সমূহৰ দুৰৱস্থাৰ বিষয়ে চৰকাৰক অৱগত কৰোৱাৰ লগতে সেই চিকিৎসালয় সমূহৰ অৱস্থা উন্নীতকৰণৰ বাবে এখন বিল 'পাছ' কৰোৱাবলৈও সক্ষম হয়। সেই সময়ত এই ক্ষেত্ৰত থকা আন এটা মাৰাত্মক বিষয় আছিল এয়ে যে বহুতো সম্পত্তিবান লোকক তেওঁলোকৰ সম্পত্তি গ্ৰাস কৰাৰ আশাত আত্মীয় স্বজন সকলে মানসিক চিকিৎসালয়ত উন্মাদ বুলি প্ৰতিপন্ন কৰোৱাই এৰি থৈ গৈছিল। এন্থনী কুপাৰৰ যত্নত সুস্থ লোকসকলৰ ওপৰত কৰা তেনে অত্যাচাৰৰ বিৰুদ্ধে এখন আইন প্ৰণয়ন কৰা হয়।

ইয়াৰ পিছত এন্থনী কুপাৰ সৰৱ হৈ উঠে শিশু শ্ৰমিকসকলৰ স্বাৰ্থ ৰক্ষা আৰু শিশু-শ্ৰম বিলোপৰ বাবে। শিশু বাণিজ্যৰ বিভিন্ন ক্ষেত্ৰত শিশু শ্ৰমিকৰ নিয়োগৰ ওপৰত নিষেধাজ্ঞা জাৰী কৰা হয়। বিশেষকৈ কয়লাখনি সমূহত শিশু শ্ৰমিকসকলৰ ওপৰত যি অত্যাচাৰ চলিছিল, ১৮৪২ চনত কুপাৰৰ যত্নত গৃহীত হোৱা কয়লাখনি আইনে তাৰ অৱসান ঘটায়। তেওঁৰ চেষ্টাত গৃহীত আন এখন বিলে কাপোৰৰ মিলত কাম কৰা শ্ৰমিকসকলৰ কামৰ সময়সীমা দিনে দহ ঘণ্টাকৈ নিৰ্দ্ধাৰণ কৰি দিয়ে।

সমাজ-জীৱনৰ বিভিন্ন ক্ষেত্ৰত বিৰাজমান বিভিন্ন সমস্যা ৰাজিৰ সমাধানৰ ক্ষেত্ৰত নিজ প্ৰচেষ্টা অব্যাহত ৰাখি কুপাৰে এইবাৰ চকু দিয়ে জনস্বাস্থ্য আন্দোলনৰ প্ৰতি। তেওঁৰ প্ৰচেষ্টাতেই ১৮৪৮ চনত গৃহীত জন স্বাস্থ্য আইনে (Public Health Act) নাগৰিক সকলৰ স্বাস্থ্য ৰক্ষাৰ দিশত অভূতপূৰ্ব সা-সুবিধা প্ৰদান কৰে।

সমাজ কল্যাণমূলক প্ৰতিটো কাম হাতত লোৱাৰ সময়ত কুপাৰে বিশেষ ভাৱে চিন্তা কৰিছিল সমাজৰ নিম্নস্তৰৰ লোকসকলৰ বিষয়ে। ১৯ শতিকাৰ ইংলেণ্ডৰ নিষ্পেষিত জনসাধাৰণৰ মুক্তিদাতাৰ ভূমিকাত কুপাৰে এক নৱজাগৰণৰ সৃষ্টি কৰিছিল।

সমাজ সংশোধনৰ আন এটা গুৰুত্বপূৰ্ণ দিশত কুপাৰে সেই সময়ৰ ইংলেণ্ডৰ স্কুল সমূহবো আমূল পৰিবৰ্তন সাধে। সেইসময়ত ইংলেণ্ডৰ বেছিভাগ স্কুলৰে অৱস্থা আছিল চাৰ্লচ ডিকেন্সৰ 'অলিভাৰ টুইষ্ট' আৰু 'নিকোলাচ নিকোলবিত' বৰ্ণিত স্কুল সমূহৰ দৰে। শিক্ষাৰ ক্ষেত্ৰত হস্তক্ষেপ কৰি এস্লনী কুপাৰে এনে বহুতো নীতি নিয়মেৰে নতুন শিক্ষা নীতি প্ৰস্তুতকৰে আৰু তাৰ যোগেদি ব্যক্তিগত ভাৱে চলোৱা স্কুল সমূহতো স্বেচ্ছাচাৰিতাৰ অৱসান ঘটায়।

গোটেই জীৱন নিস্পেষিত জনৰ সেৱা আৰু সমাজ উন্নয়নৰ কামতেই নি:শেষ কৰা এস্লনী এছলে' কুপাৰৰ ১৮৮৫ চনৰ ১ অক্টোবৰ তাৰিখে মৃত্যু হয়। কিন্তু ১৯২৮ৰ পৰা ১৮৮৫ লৈ এই ৫৭ বছৰৰ জীৱন জোৰা বাটত এস্লনী কুপাৰে এবাৰৰ বাবেও নিজ স্বাৰ্থপূৰণৰ কথা ভৱা নাছিল। সেইকালৰ নিয়ম অনুসাৰে 'আৰ্ল' পৰিয়ালৰ সন্তান হিছাপে 'লৰ্ড' উপাধিটো পাইছিল যদিও তাক তেওঁ নিজ সা-সুবিধা আহৰণৰ বাবে ব্যৱহাৰ কৰা নাছিল। বৰঞ্চ সামাজিক প্ৰতিষ্ঠাৰ ফালৰ পৰা তেওঁ আদায় কৰিব পৰা সকলোবোৰ সা-সুবিধা লৈছিল কেৱল গৰীব দুখী, শোষিত অৱহেলিত জনৰ স্বাৰ্থৰ প্ৰয়োজনতহে। ইংলেণ্ডৰ সমাজ বুৰঞ্জীত এনে কোনো ৰাজ বিষয়াৰ নাম পাবলৈ নাই; যি সমাজৰ একেবাৰে শেষ ঢাপৰ জনসাধাৰণৰ সেৱাত নি:স্বাৰ্থ ভাবে আত্ম উৎসৰ্গা কৰি বিশ্বত নাম থৈ যায়।

# ৰাফ ৱালড ইমাৰচন

১৯ শতিকাত আমেৰিকা যুক্তৰাষ্ট্ৰই জন্ম দিয়া মহান ব্যক্তি সকলৰ এজন হ'ল ৰাফ ৱালড ইমাৰচন। কবি, দাৰ্শনিক আৰু এজন নিবন্ধকাৰ হিছাপে ইমাৰচন তেওঁৰ সমসাময়িক কালৰ অন্যতম চিন্তাশীল ব্যক্তি হিছাপে চিহ্নিত হৈছিল। বষ্টন গীৰ্জাঘৰৰ ধৰ্মযাজক উইলিয়াম ইমাৰচনৰ ৪ৰ্থ পুত্ৰ সন্তান ৱালড ইমাৰচনৰ জন্ম হয় ১৮০৩ চনৰ ২৫ মে' তাৰিখে। ইমাৰচনৰ ৮ বছৰ বয়সত দেউতাক উইলিয়াম ইমাৰচনৰ মৃত্যু হয়। উইলিয়াম ইমাৰচনৰ মৃত্যুৰ পিছত গীৰ্জা ঘৰ কৰ্তৃপক্ষই বছৰি ৫০০ ডলাৰৰ এটি পেঞ্চন শ্ৰীমতী ইমাৰচনৰ বাবে মঞ্জুৰ কৰে।

ৱালৰ্ড ইমাৰচনৰ ৯ বছৰ বয়সত তেওঁক বষ্টন পাব্লিক লেটিন স্কুলত ভৰ্তি কৰোৱা হয়। লেটিন ভাষাৰ ছাত্ৰ হিছাপে ইমাৰচনে অতি কম সময়ৰ ভিতৰতে তেওঁৰ অসাধাৰণ বুদ্ধি বৃত্তিৰ পৰিচয় দিয়ে। কিন্তু বাসস্থান সলনি কৰিব লগীয়া হোৱাত ইমাৰচন পৰিয়ালে ইতিমধ্যে বষ্টন ত্যাগ কৰিবলগীয়া হয়। ইমাৰচনৰ মাকৰ সিদ্ধান্ত ক্ৰমে তেওঁলোক কিছুদিনৰ বাবে দেউতাকৰ পুৰণা ঘৰ কনকৰ্ডলৈ যায়গৈ। অৱশ্যে এই স্থানান্তৰকৰণ আছিল অতি সাময়িক। কিন্তু এই ছমাহমান সময় কনকৰ্ডত থকা সময়তে ইমাৰচনে কবিতা লিখিবলৈ লয়। কনকৰ্ডত কিশোৰ ইমাৰচনে ৰচনা কৰা তেওঁৰ জীৱনৰ প্ৰথম কবিতাটো আছিল এনে ধৰণৰ—

"This morning I have come
to b. . .ue. re. To you my
Schoolmates, and kind sir, to you;
for short months my
lot has here been cast,

And oft I think how pleasantly they've past."
কনকৰ্ডৰ পৰা পুনৰ বষ্টনলৈ ঘূৰি যোৱাৰ পূৰ্ব মুহূৰ্তত সাময়িক ভাৱে কনকৰ্ডৰ স্কুলত কটোৱা ছটা মাহৰ মধুৰ স্মৃতিৰ কথা উল্লেখ কৰি ইমাৰচনে তেওঁৰ বন্ধু-বান্ধৱ আৰু শিক্ষক সকলৰ পৰা বিদায় লৈছে। এয়ে কবিতা ফাঁকিৰ মমাৰ্থ। সি যিয়ে নহওক— মন কৰিব লগীয়া কথা হ'ল, মাত্ৰ ১০ বছৰীয়া কিশোৰ এজনৰ প্ৰথম ৰচনাত মাত্ৰাৰ প্ৰয়োগ। অসমীয়া ভাষাত দুলৰী ছন্দ আৰু এই প্ৰয়োগক ইংৰাজী ভাষাত Heroic Couplet বোলা হয়। বষ্টনলৈ ঘূৰি অহাৰ পিছত ইমাৰচন পুনৰ বষ্টন লেটিন স্কুলত ভৰ্তি হয়। ইতিমধ্যে লেটিন স্কুলৰ প্ৰধান শিক্ষক হিছাপে নতুনকৈ নিযুক্ত হৈছিল বেনজামিন গাউল্ড। ৰাল্ফ ইমাৰচনৰ পাৰদৰ্শিতাই প্ৰধান শিক্ষক গাউল্ডক আকৃষ্ট কৰে। তেওঁ ৰাল্ফৰ ওচৰত বিশেষ যত্ন লবলৈ ধৰে। পিতৃহীন ৰাল্ফৰ ক্ষেত্ৰত যাতে সংসাৰৰ অৰ্থাভাবে প্ৰতিবন্ধকতাৰ সৃষ্টি নকৰে আৰু তেওঁৰ যাতে শিক্ষা সম্পূৰ্ণ হয় এই দুযোটা কথাৰ প্ৰতি প্ৰধান শিক্ষক গাউল্ড সজাগ আছিল।

স্কুলীয়া শিক্ষা সমাপ্ত হোৱাৰ পিছত এইবাৰ আহিল কলেজলৈ যোৱাৰ সময়। কিন্তু সেই কালৰ আমেৰিকা যুক্তৰাষ্ট্ৰত উচ্চ শিক্ষা গ্ৰহণৰ বাবে কলেজ বিশ্ব বিদ্যালয় আদিত ভৰ্তি হোৱা সহজ কথা নাছিল। তাতে প্ৰধান শিক্ষক গাউল্ডৰ ইচ্ছা ইমাৰচনক আমেৰিকাৰ সবাতোকৈ ডাঙৰ আৰু পুৰণা বিশ্ববিদ্যালয় হাৰ্ভাৰ্ডত ভৰ্তি কৰোৱাটো। অৱশেষত এদিন প্ৰধান শিক্ষক গাউল্ড বষ্টনৰ পৰা কেইমাইলমান নিলগৰ কেমব্ৰিজলৈ গৈ হাৰ্ভাৰ্ড কলেজৰ অধ্যক্ষক লগ ধৰে। অৱশেষ্যে হাৰ্ভাৰ্ডত অন্তৰ্ভুক্তি পাবলৈ ইমাৰচনে এটা পৰীক্ষাত বহিব লগীযা হয। এই পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮১৭ চনত চৈধ্য বছৰ বয়সীযা ইমানৰচন আমেৰিকাৰ সবাতোকৈ পুৰণা বিশ্ব বিদ্যালয়খনৰ ছাত্ৰ হোৱাৰ যোগ্যতা অৰ্জন কৰে। ইয়াৰ পিছত চাৰি বছৰ কাল এই কলেজত শিক্ষাগ্ৰহণ কৰি ইমাৰচন ১৮২১ চনত হাৰ্ভাৰ্ড বিশ্ব বিদ্যালয়ৰ স্নাতক হৈ ওলায়।

ইমান দিনে মাকে অশেষ দুখ কষ্টৰ মাজেৰে সংসাৰখন চলাই নিছিল। ইমাৰচন এইবাৰ আগবাঢ়ি আহিল মাকক সংসাৰ চলোৱাত সহায় কৰিবৰ বাবে। তেওঁ এই উদ্দেশ্যে এখন মহিলা শিক্ষানুষ্ঠানত শিক্ষকতাৰ কামত সোমায়। পিছে ইয়াত তেওঁৰ মন নবহাত পুনৰ হাৰ্ভাৰ্ড বিশ্ব-বিদ্যালয়ত ভৰ্তি হয় ধৰ্ম আৰু দৰ্শন সম্পৰ্কে অধ্যয়ন কৰিবলৈ। এইবাৰ উদ্দেশ্য হ'ল ধৰ্ম যাজক হৈ দেউতাকৰ বৃত্তিকে গ্ৰহণ কৰাতো।

১৮২৫ চনত ধৰ্ম যাজক হোৱাৰ যোগ্যতা অৰ্জন কৰিও ইমাৰচন কেইবছৰমান বহি থাকিবলগীয়া হয়। অৱশেষত ১৮২৯ চনত তেওঁ বষ্টনৰ দ্বিতীয় গীৰ্জাৰ ধৰ্ম যাজক নিযুক্ত হয়। সেই সময়তে তেওঁ এলেন টাকাৰক বিয়া কৰায়। বিয়াৰ প্ৰথম বছৰ তেওঁলোকৰ সুখ-শান্তিৰ মাজতেই অতিবাহিত হয়। পিছে বিবাহিত জীৱনৰ দুটা বছৰ পূৰ কৰাৰ আগতেই পত্নী এলেন ক্ষয় ৰোগত আক্ৰান্ত হৈ মৃত্যু মুখত পৰে। পত্নীৰ অকাল বিয়োগেই ইমাৰচনৰ মন ভাৱাক্ৰান্ত কৰি তোলে। দৰ্শনৰ ছাত্ৰ ইমাৰচন ক্ৰমাগত ভাৱে চিন্তাজালত মেৰ খাবলৈ ধৰে। এসময়ত এনেকৈয়ে তেওঁৰ মনত নতুন নতুন ভাবৰ জন্ম হ'বলৈ দৰে। ধৰ্ম আৰু দৰ্শনৰ কঠিন প্ৰশ্ন সমূহৰ উত্তৰ এটা এটাকৈ মনৰ পৰ্দাত স্পষ্ট হৈ উঠে। গীৰ্জাৰ ধৰ্ম যাজকৰ ভূমিকাত এইবাৰ তেওঁ কেতবোৰ নতুন দাৰ্শনিক তত্ত্বৰ উপস্থাপনৰ লগতে খ্ৰীষ্ট ধৰ্মৰ ভিতৰুৱা কেতবোৰ কথাৰ যে বিকৃতকৰণ হ'ব লাগিছে, এই বিষয়ে ধৰ্মীয় সংস্থা সমূহক জানিবলৈ দিয়ে। গীৰ্জাত হোৱা প্ৰাৰ্থনা সভাত ধৰ্ম-যাজক হিছাপে দিবলগীয়া ভাষণ সমূহত এই বিকৃত কথাবোৰ সন্নিবিষ্ট কৰাৰ তেওঁ ঘোৰ বিৰোধিতা কৰে। ফলত তেওঁ ধৰ্ম-যাজকৰ পদ ইস্তফা দিবলগীয়া হয়।

১৮৩৩ চনত ইমাৰচনে স্বাস্থ্যজনিত কাৰণত ইউৰোপলৈ যায় আৰু সেই সুযোগতে ইটালী ফ্ৰান্স আদি দেশ সমূহ ভ্ৰমণ কৰে। এই সময়তে তেওঁ তেওঁৰ মৃতা পত্নীৰ পৈতৃক সম্পত্তিৰ এটা বৃহৎ অংশ লাভ কৰে। আৰু ইয়াৰ লগে লগেই তেওঁৰ আৰ্থিক অনাটনো দূৰ হয়। আৰ্থিক দিশত নিশ্চিন্ত হৈ এইবাৰ ইমাৰচনে অধ্যয়ন আৰু লেখা মেলা কৰাৰ লগতে বিভিন্ন শিক্ষানুষ্ঠানত দৰ্শন সাহিত্য আৰু ধৰ্মৰ বিষয়ে বক্তৃতা দান কৰিবলৈ লয়।

১৮৩৫ চনত ইমাৰচনে দ্বিতীয়বাৰ বিয়া কৰায়। এই সময়তে তেওঁ কাণ্ট, ফিটচে আৰু স্কেলীভৰ দৰে দাৰ্শনিক সকলৰ দ্বাৰা প্ৰভাৱান্বিত হয় আৰু তেওঁৰ নিজা বৈপ্লৱিক ভাবধাৰাৰে ধৰ্ম, দৰ্শন আৰু মনোবিজ্ঞানৰ কেতবোৰ নতুন সূত্ৰ দাঙি ধৰে ইয়াৰ দ্বাৰা তেওঁ বহু সংখ্যক লোকক আকৃষ্ট কৰিবলৈ সক্ষম হয়। ইমাৰচনৰ ভাৱ ধাৰাই যে কেৱল আমেৰিকাবাসীকেই প্ৰভাৱান্বিত কৰিছিল এনে নহয়- 'Transcendentalism' অৰ্থাৎ 'অলৌকিক প্ৰতীতিবাদ' নামে অভিহিত এই ভাৱধাৰাই সমগ্ৰ বুদ্ধিজীৱী মহলক প্ৰভাৱিত কৰিছিল। বিশেষভাৱে প্ৰগতিশীল যুৱক সকলে ইমাৰচনৰ ভাৱ ধাৰাক নিজ নিজ জীৱন দৰ্শন হিছাপে গ্ৰহণ কৰিছিল।

১৮৪০ চনত ইমাৰচন আৰু তেওঁৰ দৰ্শনত আস্থা পোষণ কৰা 'অলৌকিক প্ৰতীতি বাদি' দলৰ দ্বাৰা (The Dial) দি ডায়েল নামে এখন আলোচনী প্ৰকাশ কৰা হয়। ইমাৰচনে সম্পাদনা কৰিবলৈ লয় এই আলোচনী। এবছৰৰ ভিতৰত সেই আলোচনীত প্ৰকাশিত ইমাৰচনৰ সেই ৰচনা সমূহ গ্ৰন্থাকাৰে প্ৰকাশ পোৱাৰ লগে লগে ৰাল্ফ ৱালৰ্ড ইমাৰচন হৈ পৰে এটা বিশ্ব প্ৰসিদ্ধ নাম। ইয়াৰ সাত বছৰ পিচত ১৮৪৭ চনত প্ৰকাশ পায় ইমাৰচনৰ প্ৰথম কবিতা সংকলন' ক্ৰমাগত ভাৱে তেওঁৰ খ্যাতি বাঢ়িবলৈ ধৰে।

১৮৪৮ চনত ইমাৰচন দ্বিতীয়বাৰ ইংলণ্ড ভ্ৰমণত যায় আৰু তাত 'Representative of Men' অৰ্থাৎ মানুহৰ প্ৰতিনিধি শীৰ্ষক বক্তৃতামালা আগবঢ়ায়।

ধৰ্ম, সমাজ, সাহিত্য, দৰ্শন সম্পৰ্কীয় তেওঁৰ সৃষ্টিশীল ৰচনাৰ উপৰিও সহস্ৰাধিক কবিতাৰ জনক ইমাৰচন ৮৯ বছৰ বয়সলৈ জীয়াই থাকি আমেৰিকা তথা বিশ্বৰ সাহিত্যলৈ প্ৰভূত বৰঙণি আগবঢ়াই এই মহান ব্যক্তি গৰাকী ১৮৮২ চনৰ ৩০ এপ্ৰিল তাৰিখে ইহলীলা সম্বৰণ কৰে।

ইমাৰচনৰ জীৱনকালৰ বিভিন্ন সময়ত তেওঁ কেইবাটাও মানসিক আঘাত সহ্য কৰিব লগীয়া হয়। প্ৰথমটো আছিল তেওঁৰ প্ৰথমা পত্নীৰ বিয়োগ, দ্বিতীয়টো তেওঁৰ প্ৰথম পুত্ৰ সন্তানটিৰ ৬ বছৰ বয়সত মৃত্যু আৰু জীৱনৰ শেষ অৱস্থাত তেওঁৰ বাসগৃহত হোৱা এক ভীষণ অগ্নিকাণ্ড। এই অগ্নিকাণ্ডৰ ঘটনাটোৰ পিছত ইমাৰচন এক প্ৰকাৰ মানসিক অসুস্থতাত ভূগিবলৈ ধৰে আৰু শেষ অৱস্থাত স্মৃতি শক্তিও সম্পূৰ্ণ ৰূপে লোপ পায়।

# চাৰ্লছ্ ডাৰউইন

বিবৰ্তনবাদ সম্পৰ্কে ডাৰউইনৰ পৰবৰ্তী কালৰ বিজ্ঞানী আৰু চিন্তাবিদ সকলৰ আবিষ্কাৰৰ পিছত ডাৰউইনৰ সূত্ৰ সম্পৰ্কে বুদ্ধিজীৱী মহলত প্ৰচণ্ড বিতণ্ডাৰ সৃষ্টি হ'লেও বিখ্যাত বিজ্ঞানী চাৰ্লছ ডাৰউইনৰ প্ৰাসঙ্গিকতা আজিও হেৰাই যোৱা নাই।

চাৰ্লছ ডাৰউইনৰ জন্ম হয় ১৮০৯ চনৰ ১২ ফেব্ৰুৱাৰীত। জন্মস্থান শ্ৰুচবেৰী। দেউতাক এজন বিখ্যাত চিকিৎসাবিদ। ককাদেউতাক এৰাচমাচ ডাৰউইনো একেধাৰে এজন ডাক্তৰ, কবি আৰু দাৰ্শনিক হোৱাৰ উপৰিও এজন প্ৰকৃতি বিজ্ঞানী আছিল ।

এই ককাদেউতাক এৰাচমাচ ডাৰউইনৰ পৰাই চাৰ্লছ্ ডাৰউইনে প্ৰকৃতিৰ প্ৰতি আকৃষ্ট হয়। তেওঁৰ যেতিয়া আঠ বছৰ বয়স তেতিয়াই তেওঁ সৃষ্টিৰ ৰহস্য সম্পৰ্কে জানিবলৈ মন মেলে। তেওঁ দিনটোৰ বেছিভাগ সময় হাবি-বনৰ মাজৰ পৰা বিভিন্ন ফল-ফুল, গছৰ ছাল, চৰাইৰ কণী ইত্যাদি গোটাই আনি সেই বিলাকৰ বৈশিষ্ট্য আৰু উৎপত্তিৰ ৰহস্য বিচাৰি কটাই দিছিল। ইয়াৰ লগতে তেওঁৰ আন এটা আকৰ্ষণৰ বিষয় আছিল ভূ-তত্ত্ব। এই বিষয়ে জানিবলৈ তেওঁ বিভিন্ন ঠাই ঘূৰি পকি গোটাই আনিছিল সৰু ডাঙৰ অজস্ৰ শিলগুটি।

যদিও দেউতাক আৰু ডাঙৰ ককায়েকৰ পদানুসৰণ কৰি তেৰোঁ এজন চিকিৎসকৰ ভূমিকা গ্ৰহণ কৰাটো এক প্ৰকাৰ ঠিক হৈ আছিল, ডাৰউইনে কিন্তু এই ক্ষেত্ৰত নিজকে উপযুক্ত কৰি তুলিব নোৱাৰিলে। ইয়াৰ প্ৰধান কাৰণ হ'ল এজন প্ৰকৃতি বিজ্ঞানী হোৱাৰ বাবে থকা তেওঁৰ মনৰ গোপন অভিলাষ। দিছে এডিনবাৰ মেডিকেল স্কুলত কটোৱা দুটা বছৰৰ সাৰ্থকতা [illegible] কৰি দেউতাকে তেওঁক ধৰ্মীয় বৃত্তি গ্ৰহণৰ কাৰণে পুনৰবাৰ

কেমব্রিজৰ খ্রাইষ্ট কলেজত ভর্তি কৰাই দিয়ে। কিন্তু পঢ়া-শুনাত অত্যন্ত কেঁচা চার্লছ ডাৰউইনে এই কলেজৰ পৰা ১৮৩১ চনত সাধাৰণ শ্রেণীৰ এটা ডিগ্রী লোৱাৰ বাহিৰে তেওঁৰ কামত অহাকৈ বিশেষ শিক্ষা লাভ কৰিব নোৱাৰিলে।

আনুষ্ঠানিক শিক্ষা গ্রহণৰ ক্ষেত্রত বিশেষ একো সুফল দেখুৱাব নোৱাৰিলেও চার্লছ ডাৰউইনে কিন্তু ইতিমধ্যে প্রকৃতি বিজ্ঞানৰ তেওঁৰ গোপন অধ্যয়নত বহুদূৰ আগবাঢ়ি গৈছিল।

কেমব্রিজ কলেজৰ পৰা ওলোৱাৰ কেইদিনমানৰ ভিতৰতে তেওঁৰ জীৱনলৈ আহে প্রথম ডাঙৰ সুযোগটো।। এই সময়তে এইচ, এম, এচ, বিগ্‌ল নামৰ জাহাজত এজন প্রকৃতি বিজ্ঞানীৰ প্রয়োজন হয়। তেওঁৰ এজন বন্ধুৰ যোগেদি চার্লছ ডাৰউইনে এই জাহাজত খালী হোৱা চাকৰিটো লাভ কৰাৰ সুবিধা পায়। ১৮৩১ চনৰ ২৭ ডিচেম্বৰ তাৰিখে, তেওঁৰ দেউতাকৰ অনেক বাধা নিষেধ সত্ত্বেও চার্লছ ডাৰউইনে এই চাকৰি গ্রহণ কৰি এইচ,এম,এচ বিগ্‌লত যোগ দিয়ে। এই জাহাজখনৰ কাম আছিল দক্ষিণ আমেৰিকাৰ সাগৰীয় উপকূলৰ জৰীপ কৰাটো। ডাৰউইনে কামত যোগ দিয়াৰ চাৰিদিনমানৰ ভিতৰতে এইচ,এম,এচ, বিগ্‌লে ইয়াৰ যাত্রা আৰম্ভ কৰে দীঘলীয়া চাৰি বছৰৰ বাবে।

এই যাত্রা আৰম্ভ কৰাৰ আগমুহূর্তলৈকে ডাৰউইনৰ জীৱনলৈ আহিব লগীয়া সোণালী সুযোগ সমূহৰ বিষয়ে তেওঁৰ কোনো ধাৰণা নাছিল। কিন্তু এই সাগৰীয় ভ্রমণৰ ভিতৰতেই এনে কিছুমান সূত্রৰ আবিষ্কাৰ কৰিবলৈ সক্ষম হয় যে সেই আবিষ্কাৰ সমূহে তেওঁক নিজকেই বিস্মিত কৰি তোলে। তেওঁৰ এই যাত্রাত লা প্লাটা নামে ঠাইত তেওঁ দেখিবলৈ পায় এবিধ অদ্ভুত ধৰণৰ ষাড় গৰু। আন এঠাইত আকৌ দেখিবলৈ পায় ফচিললৈ ৰূপান্তৰিত হোৱা এটা ঘোঁৰাৰ দাঁত। পেটাগনিয়া নামে এটা দ্বীপত তেওঁ এইটো লক্ষ্য কৰে যে প্রতিটো বিভিন্ন দ্বীপত থকা চৰাইৰ আকৃতি প্রকৃতিও ভিন্ন।

এই যাত্রাৰ পৰা ঘূৰি আহি চার্লছ ডাৰউইনে পুনৰবাৰ কিছুদিনৰ বাবে কেমব্রিজত যোগ দিয়ে। ১৮৩৭ চনত তেওঁ লণ্ডনলৈ যায় আৰু তাৰ পৰা প্রকাশ কৰি উলিয়ায় বিগ্‌লৰ তেওঁৰ ভ্রমণ কাহিনী। এই সময়তে তেওঁৰ পৰিচয় হয় আন এজন ভূ-তত্ত্ববিদ চার্লছ লায়েলৰ লগত আৰু এসময়ত এই পৰিচয় তেওঁলোকৰ ঘনিষ্ঠ বন্ধুত্বত পৰিণত হয়গৈ।

১৮৩৯ চনৰ জানুৱাৰী মাহত ডাৰউইনে বিয়া কৰায় এম্মা ওৱেজউড

নামে তেওঁৰ এগৰাকী আত্মীয়ক আৰু লণ্ডনত থাকিবলৈ লয়। ১৮৪২ চনত তেওঁলোক লণ্ডনৰ পৰা বোষ্টৰ এখন গাঁৱলৈ উঠি যায় আৰু ডাৰউইনৰ মৃত্যু পৰ্যন্ত তেওঁলোকে তাতেই বসবাস কৰি থাকে।

বিবাহৰ কিছুদিন আগৰে পৰা শাৰীৰিক মানসিক দুয়োফালৰ পৰা পীড়িত হৰলৈ ধৰা ডাৰউইনৰ স্বাস্থ্য ক্ৰমাত বেয়া হৈ আহিবলৈ ধৰে। অৱশ্যে তেওঁৰ এই বিস্মিত স্বাস্থ্যইও তেওঁৰ গৱেষণামূলক কামৰ ওপৰত কোনো প্ৰভাৱ পেলাব পৰা নাছিল। সেই ভগ্ন স্বাস্থ্যৰেই তেওঁ দিনে নিশাই কেৱল খাটি গৈছিল। ইতিমধ্যে তেওঁ তেওঁৰ ভূ-তাত্ত্বিক গৱেষণাৰ ওপৰত কেইবাটাও প্ৰবন্ধাদি প্ৰকাশ কৰি উলিয়ায়। ইয়াৰ লগে লগে তেওঁ জীৱ বিদ্যাৰ ওপৰতো কেইবাখনো ৰচনা প্ৰকাশ কৰে। ১৮৫৪ চনত তেওঁ বিভিন্ন জীৱ আৰু ইয়াৰ প্ৰজনিত সম্পৰ্কে কৰা গৱেষণাৰ মাজত কেইটামান ডাঙৰ প্ৰশ্ন তেওঁৰ মনত উদয় হয়। যেনে— জীৱবোৰৰ উৎপত্তি একেলগেই হৈছিলনে নে এইবিলাক সুকীয়া সুকীয়াকৈ সৃষ্টি কৰা হৈছিল ? জীৱবোৰৰ মাজৰ সম্পৰ্ক কি ? আৰু প্ৰকৃতপক্ষে জীৱন নো কি ?

এই চিন্তা-চৰ্চাৰ মাজেৰে তেওঁ অগ্ৰসৰ হওঁতে মালথাচৰ 'অন পপুলেশ্যন' নামৰ ৰচনাখনৰ পৰা বিচাৰি উলিয়াইছিল কিয় কিছুমান মানুহ মৰি যোৱা অৱস্থাতো আন কিছুমান মানুহ জীয়াই থাকে— সেই প্ৰশ্ন। ইয়াৰ উত্তৰ আছিল "The fittest survive"— অৰ্থাৎ সক্ষম জনেই জীয়াই থাকে।

ডাৰউইনে তেওঁৰ প্ৰক্ৰিয়াটোৰ নাম দিছিল "Natural selection" অৰ্থাৎ প্ৰাকৃতিক নিৰ্বাচন। পিছলৈ তেওঁৰ বিবৰ্তনবাদৰ সূত্ৰও ইয়াৰ ওপৰতে প্ৰতিষ্ঠিত হয়।

ডাৰউইনে তেওঁৰ গৱেষণাৰ ফলাফল সমূহ আলোচনা কৰিছিল তেওঁৰ বিজ্ঞানী বন্ধু সকলৰ সৈতে। তেওঁৰ বিবৰ্তনবাদৰ সূত্ৰ সম্পৰ্কেও তেওঁৰ এই বন্ধু সকলৰ আগত বিশদ বিৱৰণ দাঙি ধৰিছিল। বিবৰ্তনবাদ সম্পৰ্কে এক অসাধাৰণ সূত্ৰৰ আবিষ্কাৰক হিছাপে তেওঁ নিজকে দাবি কৰিলেও তেওঁৰ সমসাময়িক অন্যান্য বিজ্ঞানী সকলেও কিন্তু এই সূত্ৰসমূহ সন্দেহৰ চকুৰে চাইছিল। ১৮৫৮ চনৰ ১ জুলাই তাৰিখে বিখ্যাত লিনিয়ান ছোচাইটিৰ আগত উপস্থাপন কৰা ডাৰউইনৰ সূত্ৰ সমূহে কিন্তু আশানুৰূপ সঁহাৰি নাপালে।

১৮৫৯ চনৰ নবেম্বৰ মাহত তেওঁৰ জীৱন জোৰা সাধনাৰ ফলশ্ৰুতি হিছাপে প্ৰকাশ পায় ঊনৈশ শতিকাৰ সৰ্বাধিক আলোড়নকাৰী "Origin of

species'' অর্থাৎ 'প্ৰজাতিৰ উৎপত্তি' সূত্ৰ। এই গ্ৰন্থ প্ৰকাশৰ প্ৰথম বছৰৰ ভিতৰতে ইয়াক পৃথিৱীৰ বিভিন্ন দেশৰ শতাধিক ভাষালৈ অনুবাদ হয়।

যি সময়ত ডাৰউইনৰ 'বিবৰ্তন বাদৰ সূত্ৰ' আৰু 'প্ৰজাতিৰ উৎপত্তি' সূত্ৰ প্ৰকাশ পায় সেই সময়ত সৃষ্টি সম্পৰ্কে খৃষ্টিয়ান ধৰ্ম গ্ৰন্থ বাইবেলৰ 'জেনেচিচ' অধ্যায়টোৱেই সৃষ্টি তত্ব সম্পৰ্কে খৃষ্টিয়ান ধৰ্মালম্বী সকলৰ মাজত একমাত্ৰ স্বীকৃত সত্য আছিল। আৰু গোড়া খৃষ্টিয়ান সকলৰ কাৰণে বাইবেলত বৰ্ণিত প্ৰতিটো আখ্যান উপাখ্যান, ইয়াত ব্যৱহৃত প্ৰতিটো শব্দই অনস্বীকাৰ্য শব্দ আছিল। সেয়ে সৃষ্টিৰ উৎস সম্পৰ্কে ডাৰউইনে প্ৰকাশ কৰা সূত্ৰই খৃষ্টিয়ান ধৰ্মী সকলৰ মাজত প্ৰচণ্ড বিতৰ্ক আৰু সমালোচনাৰ সৃষ্টি কৰে। অৱশ্যে এই বিতৰ্কই ডাৰউইনৰ গৱেষণাৰ কাম চলাই যোৱাত কোনো ধৰণৰ প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিব পৰা নাছিল।

তেওঁ অব্যাহত ভাবে তেওঁৰ গৱেষণাৰ কাম চলাই গৈ ১৮৬৮ চনত পশু জগত আৰু উদ্ভিদ জগতৰ মাজত বিদ্যমান সম্পৰ্কৰ ওপৰত ৰচিত 'ভেৰিয়েশ্যন অৱ মেন এণ্ড এনিমেল' প্ৰকাশ কৰি উলিয়ায়। তেওঁৰ এই ৰচনাৰ প্ৰকাশেও পূৰ্বৰ সূত্ৰ সমূহৰ দৰেই বিতৰ্কৰ সৃষ্টি কৰে। সমসাময়িক কালৰ আন দুজন বিখ্যাত বিজ্ঞানী টি,এইচ, হাক্সলে আৰু চাৰ্লছ লায়েলে কিন্তু সকলো বাক-বিতণ্ডাৰ মাজতো ডাৰউইনৰ সূত্ৰসমূহ সমৰ্থন কৰি যায়। বিশেষভাৱেই হাক্সলে তেওঁক উৎসাহিত কৰে আৰু সকলো ক্ষেত্ৰতে অনুপ্ৰেৰণা যোগাই যায়।

জীৱনৰ শেষৰফালে তেওঁৰ গাঁৱৰ ঘৰত একপ্ৰকাৰ সমাজহীন হিছাপে দিন কটায়। অৱশ্যে তেওঁৰ সমগ্ৰ জীৱনৰ সাধনাৰ ফল তেওঁৰ জীৱিত কালতেই লাভ কৰিবলৈ সক্ষম হয়। ১৮৮১ চনৰ মাজ ভাগৰ পৰা অসুস্থ হৈ পৰা চাৰ্লছ ডাৰউইৰ ১৮৮২ চনৰ ১৯ এপ্ৰিল তাৰিখে জীৱন বন্তি নিৰ্বাপিত হয়। কিন্তু মৃত্যুৰ আগে আগে তেওঁৰ আবিষ্কাৰ আৰু বিবৰ্তনবাদৰ সূত্ৰ সমূহে চৰকাৰী ভাবে স্বীকৃতি লাভ কৰে আৰু ইউৰোপীয় বিজ্ঞসকলেও তেওঁক মুকলি ভাবে সন্মানিত কৰে।

# ফিয়দৰ দস্তয়েভ্স্কি

টলষ্টয় আৰু ছেকভৰ সমসাময়িক কালৰ বিশ্ববৰেণ্য আন এজন ছোভিয়েত সাহিত্যিক, ফিয়দৰ দস্তয়েভ্স্কি। নিজৰ একক আৰু অনন্য প্ৰতিভাৰে পশ্চিমীয়া সাহিত্যৰ উন্নতিত প্ৰত্যক্ষ প্ৰভাৱ পেলাইছিল দস্তয়েভ্স্কিৰ লিখনীয়ে। জীৱন্ত চৰিত্ৰ চিত্ৰন আৰু মানৱ মনৰ আবেগ অনুভূতিৰ প্ৰতি গভীৰ অন্তৰ্দৃষ্টি আছিল দস্তয়েভ্স্কিৰ লিখনিৰ বৈশিষ্ট্য।

ফিয়দৰৰ দেউতাক মিখাইল এন্দ্ৰেভিচ দস্তয়েভ্স্কি আছিল এজন সামৰিক শৈল চিকিৎসক। মস্কো চহৰৰ ভিতৰত অৱস্থিত 'চেইণ্ট মেৰিজ চিকিৎসালয়ৰ ওচৰতে বাস কৰিছিল মিখাইল এন্দ্ৰেভিচ আৰু তেওঁৰ পৰিয়ালে। ইয়াতেই ১৮২১ চনৰ ৩০ অক্টোবৰৰ তাৰিখে জন্ম গ্ৰহণ কৰে ফিয়দৰ দস্তয়েভ্স্কিয়ে।

ফিয়দৰ দেউতাক মিখাইল এন্দ্ৰেভিচ এজন আচৰিত প্ৰকৃতিৰ লোক আছিল। তেওঁৰ সবাতোকৈ ডাঙৰ দুৰ্বলতা আছিল সুৰাপান। ঘৰখনৰ ভিতৰত তেওঁ প্ৰৱৰ্তন কৰিছিল কঠোৰ নিয়মানুবৰ্তিতা। ঘৰৰ যুৱতী মহিলা সকলৰ ক্ষেত্ৰত এই নিয়মানুবৰ্তিতা আৰু এখোপ চৰা আছিল। তেওঁৰ নিজ যুৱতী কন্যা সকলক অকলশৰে বাহিৰলৈ যাবলৈ নিদিছিল। ওচৰ চুবুৰীয়া বা কোনো বান্ধৱীৰ ওচৰলৈ যাওতেওঁ তেওঁ জীয়েকহঁতৰ লগত গৈছিল। তেওঁৰ চাৰিজন পুত্ৰ সন্তানৰ ক্ষেত্ৰত তেওঁ আৰু ভয়ঙ্কৰ আছিল। তেওঁলোকৰ কোনেও দেউতাকৰ চকুলৈ চোৱাৰ সাহস নকৰিছিল। সামৰিক বাহিনীৰ এই অস্বাভাৱিক প্ৰকৃতিৰ শৈলবিদজনক অৱশ্যে তেওঁৰ সুন্দৰী পত্নী গৰাকীয়ে নিজৰ বশত ৰাখিছিল। সেয়ে ল'ৰা-ছোৱালী কেইটাক মধে-মধে দেউতাকৰ হাতৰ মাৰ খোৱাৰ পৰা তেওঁ বচাই ৰাখিব পাৰিছিল।

ফিয়দৰৰ দেউতাকৰ এখন জমিদাৰীয়ো আছিল। বছৰৰ দিনত মাকে

ল'ৰা-ছোৱালী বিলাকক লৈ গ্ৰাম্যাঞ্চলৰ এই জমিদাৰীত থাকিছিলগৈ। জমিদাৰীত এনেকৈ থকা দিন কেইটা ফিয়দৰে বৰ ভাল পাইছিল। কিন্তু জমিদাৰীত কাম কৰা শ্ৰমিক-ক্ৰীতদাস সকলৰ জীৱন-যাত্ৰাৰ ছবিখনে তেওঁৰ মনত এক বিৰুদ্ধ প্ৰভাৱ পেলাইছে। 'টুলাৰ' জমিদাৰীত যাপন কৰা দিনকেইটাৰ ছবিখনে ফিৰদৰৰ মনত যি চাপ পেলাইছিল, তেওঁৰ সাহিত্য সৃষ্টিত তাৰ প্ৰভাৱ পৰিছিল সৰ্বাধিক। ইয়াৰ প্ৰতিক্ৰিয়াই দৰাচলতে তেওঁৰ জীৱন-গাঁথনিও সম্পূৰ্ণ সুকীয়া কৰি পেলাইছিল।

১৮৩৭ চনত ফিয়দৰৰ মাতৃ বিয়োগ হয়। ১৬ বছৰীয়া ফিয়দৰ আৰু তেওঁৰ ডাঙৰ ককায়েক এই একে বছৰতে (School of Engineering) অভিযান্ত্ৰিক স্কুলত ভৰ্তি হয়।

পত্নী বিয়োগৰ পিছত মিখাইল এন্দ্ৰেভিচ ( অৰ্থাৎ ফিয়দৰৰ দেউতাক)ৰ মন ভাগি পৰে। তেওঁৰ সুৰাপানৰ মাত্ৰা চৰি যায়। চৰকাৰী চাকৰিটোও ইস্তফা দি মিখাইল এন্দ্ৰেভিচে কঠোৰ হাতেৰে জমিদাৰী চলাবলৈ লয়। পিছে নিৰীহ বনুৱা সকলৰ ওপৰত তেওঁৰ অত্যাচাৰ ইমানেই বাঢ়ি যায় যে সেই অত্যাচাৰ সহ্য কৰিব নোৱাৰি জনৈক বনুৱাই এদিন মিখাইল এন্দ্ৰেভিচক হত্যা কৰে।

১৮৪৩ চনত ফিয়দৰ দস্তয়েভ্‌স্কিয়ে ইঞ্জিনিয়াৰিং পৰীক্ষা পাছ কৰি সেনা-বাহিনীত ভৰ্তি হয়। ইয়াত দুবছৰমান চাকৰি কৰাৰ পিছতে তেওঁৰ মন অশান্ত হৈ পৰে। প্ৰথম অৱস্থাত তেওঁৰ মানসিক চিন্তা দূৰ কৰিবৰ কাৰণে তেওঁ কিছুমান উচ্ছৃংখল কামত, যেনে- যুৱা খেল আদিত মন দিবলৈ ধৰে। কিন্তু ইয়াৰ মাজতে দস্তয়েভ্‌স্কিৰ মনলৈ লাহে লাহে এক পৰিবৰ্তনৰ ভাৱ আহিবলৈ ধৰে। তেওঁৰ মন সাহিত্য চৰ্চাৰ প্ৰতি ধাবিত হয়।

ফিয়দৰ দস্তয়েভ্‌স্কিয়ে তেওঁৰ সাহিত্য সাধনা আৰম্ভ কৰে 'বালজাকৰ' অমৰ ৰচনা 'ইগেনী গ্ৰানডেট'ৰ অনুবাদেৰে। ইয়াৰ পিছতে তেওঁ সামৰিক বিভাগৰ চাকৰি ইস্তফা দি স্থায়ী ভাৱে সাহিত্য চৰ্চাত লাগে। বালজাকৰ গ্ৰন্থৰ অনুবাদ সমাপ্ত কৰি তাক তেওঁ নিজেই প্ৰকাশ কৰি উলিয়ায়।

দস্তয়েভ্‌স্কিৰ প্ৰথম মৌলিক ৰচনা (Poor folk) 'পুঅ'ৰ ফক' প্ৰকাশিত হয় ১৮৪৬ চনত। তেওঁৰ এই গ্ৰন্থ পঢ়ি সেই কালৰ ছোভিয়েত সমালোচক এজনে দস্তয়েভস্কিক এনেদৰে কৈছিল— 'তুমি ঘটনাৰাজিৰ ভিতৰলৈ সোমাই তাৰ পৰা এটা ডাঙৰ সত্য উদ্ঘাটন কৰিছা। তোমাৰ এই প্ৰতিভাৰ মূল্য দিবা। আৰু ইয়াৰ প্ৰতি সদায় সত্যনিষ্ঠ হৈ থাকিবা আৰু এদিন তুমি সঁচাকৈয়ে

এজন ডাঙৰ লেখক হৈ উঠিবা।' এই বিখ্যাত সমালোচকজন আছিল বিয়েলিনস্কি।

'পুঅ'ৰ ফক' (Poor folk) প্ৰকাশ হৈ ওলোৱাৰ লগে লগেই দস্তয়েভ্‌স্কিৰ নাম চাৰিওফালে জনাজাত হৈ পৰে। সাহিত্যানুৰাগী সকলে দস্তয়েভস্কিৰ প্ৰশস্তিৰে তেওঁলৈ পত্ৰ প্ৰেৰণ কৰে ? দস্তয়েভ্‌স্কিৰ এই আকস্মিক ভাগ্য পৰিবৰ্তনত তেওঁ নিজেও যথেষ্ট আবেগিক হৈ পৰে। কেৱল সেয়ে নহয় এই খ্যাতিয়ে তেওঁক কিছু পৰিমাণে অহঙ্কাৰীও কৰি তোলে। আৰু সেই অহংকাৰৰ ভাব মনত লৈ তেওঁ যেতিয়া তেওঁৰ ভৱিষ্যৎ সহায়কাৰী আৰু গুণমুগ্ধ সকলৰ প্ৰতি কঠোৰ ব্যৱহাৰ প্ৰদৰ্শন কৰে সেই সময়তে তেওঁ নিবান্ধৱ আৰু অকলশৰীয়াও হৈ পৰিবলগীয়া হয়। ইয়াৰ বাবে তেওঁ যথেষ্ট অসুবিধাৰো সন্মুখীন হ'ব লগা হয়।

'পুঅ'ৰ ফক'ৰ কৃতকাৰ্যতাৰ পিছত দস্তয়েভ্‌স্কিৰ সাহিত্য চৰ্চা কিছুকালৰ বাবে বিঘ্নিত হয়। কিয়নো, ইয়াৰ পৰৱৰ্তী ৰচনা সমূহে পঢ়ুৱৈ সকলৰ পৰা আশানুৰূপ সঁহাৰি লাভ কৰিবলৈ অসমৰ্থ হয়।

এই অৱস্থাত দস্তয়েভস্কিয়ে, সেই সময়ত বাক স্বাধীনতা আৰু বন্ধুৱা মজদুৰ সকলৰ মুক্তিৰ ওপৰত চৰকাৰে জাৰি কৰা নিষেধাজ্ঞাৰ সংশোধনৰ বাবে কামত লগা এটা দলৰ লগ লাগে। দুয়োটা কথাই তেওঁক এই দলৰ প্ৰতি আকৃষ্ট কৰে। প্ৰথমটোৱে এজন লেখক হিছাপে আৰু দ্বিতীয়টোৱে তেওঁ দেউতাকৰ 'ডুলাৰ' জমিদাৰীত আহৰণ কৰা অভিজ্ঞতাৰ বাবে।

চৰকাৰী নিৰ্দ্দেশৰ বিৰুদ্ধে সংশোধন আনিবলৈ চেষ্টা কৰা এই বিপ্লৱী দলটোত যোগদান কৰি দস্তয়েভ্‌স্কিও তৎকালেই এজন বিপ্লৱী হিছাপে চিহ্নিত হয় আৰু বিপ্লৱী দলৰ আন সদস্য সকলৰ লগতো ১৮৫৯ চনৰ ২৩ এপ্ৰিল তাৰিখে দস্তয়েভ্‌স্কি চিক্ৰেট্‌ পুলিচৰ হাতত বন্দী হয়। ইয়াৰ পিছত প্ৰায় ৮ মাহ কাল বন্দী হৈ থকাৰ পিছত সেই একে বছৰতে দলৰ আন বন্দী সকলৰ সৈতে দস্তয়েভ্‌স্কিকো মৃত্যুদণ্ড দিবৰ বাবে 'চেমীয়' নভস্কি স্কোৱাৰলৈ (Semyono vsky Squaıe) লৈ যোৱা হয়।

১৮৪৯ চনৰ সেই অপ্ৰকাশিত দিনটোৰ বৰ্ণনা এনে ধৰণৰ। 'ৰাচিয়াৰ ৰাজধানী চহৰ চেইন্ট পিটাচবাৰ্গৰ চেমীয়ন'ভস্কি স্কোৱাৰত ২১ জন ৰাজনৈতিক বন্দীক দুশাৰী কৈ থিয় কৰোৱা হৈছে। স্কোৱাৰৰ থিক মাজভাগতে বন্দী সকলৰ সমুখত তৈয়াৰ কৰা হৈছে এখন 'বলিশাল'। (অৱশ্যে আমাৰ পূজাৰ

বন্দিশালখনৰ দৰে নহয় দেই, কিয়নো এইখন বন্দিশালত বন্দীক গুলীয়াইহে মৰা হয়) এই বন্দিশালৰ একাষে থিয় হৈ এজন পুলিচ বিষয়া, হাতত এখন দীঘলীয়া কাগজ। ইয়াত লিখা আছে ২১ জন বন্দীৰ নাম। লগতে তেওঁলোকৰ মৃত্যুদণ্ডাদেশ। বিষয়া জনে তালিকাখনৰ নামবোৰ এফালৰ পৰা পঢ়ি গ'ল, তাৰ পিছত উচ্চস্বৰত ঘোষণা কৰিলে— "এই সকলক গুলী কৰি মাৰিব লাগে। কিছু দূৰত শাৰী শাৰীকৈ ৰখা একুৰি এটা 'ৰুফিনৰ ফালে লক্ষ্য কৰি বন্দীসকলে প্ৰমাদ গণিলে। বন্দুকধাৰীয়ে বন্দুক পোনাই ধৰিলে বন্দী সকলৰ বক্ষ লক্ষ্য কৰি।

ক্ষন্তেকৰ বাবে গভীৰ নিৰ্জনতা নামি আহিল সেই ঠাইলৈ। বন্দুকধাৰীয়ে অপেক্ষা কৰিছে হুকুমৰ। এনেতে দূৰত শব্দ হ'ল দ্ৰুত গতিত ধাবিত ঘোঁৰাৰ। মুহূৰ্তৰ ভিতৰতে সেই ঠাইত উপস্থিত হয় এজন বিষয়া আৰু তেওঁ ঘোষণা কৰিলে— 'মহামান্য 'জাৰে' এই মৃত্যু দণ্ড স্থগিত ৰাখি বন্দী সকলক চাৰি বছৰৰ বাবে চাইবেৰীয়ালৈ নিৰ্বাসিত কৰাৰ নিৰ্দেশ দিছে।"

চাইবেৰীয়াৰ বন্দী শিবিৰত অতিবাহিত কৰা চাৰিটা বছৰৰ অভিজ্ঞতাৰ ভিত্তিত দস্তয়েভস্কিয়ে ৰচনা কৰা 'দি হাউচ অব দেড্' (The house of Dead) প্ৰকাশ প্ৰায় ১৮৫১ চনত। এই গ্ৰন্থ প্ৰকাশ পোৱাৰ আগে আগে দস্তয়েভ্স্কি পুনৰবাৰ নিৰ্বাসিত হ'ব লগা হয়। এই সময়তে অৰ্থাৎ ১৮৫৮ চনত নিৰ্বাসিত অৱস্থাতে জেল ৰক্ষক এজনৰ বিধবা পত্নীৰ সৈতে দস্তয়েভস্কিৰ বিয়া হয়। সেই বছৰতে চাইবেৰিয়াৰ পৰা মুক্তিলাভ কৰি দস্তয়েভস্কিয়ে পিটাচ বাৰ্গত থকাৰ অনুমতি পায়।

১৮৬২ চনত দস্তয়েভ্স্কিয়ে পেৰিচ্, লণ্ডন, জেনেভা আৰু ১৮৬৩ চনত ৰোম ভ্ৰমণ কৰে। ইয়াৰ পিছতেই জাৰ্মানী আৰু ডেনমাৰ্কলৈও যায়।

১৮৬৪ চনত দস্তয়েভ্স্কিৰ পত্নী দীৰ্ঘকাল অসুখত ভূগি থকাৰ পিছত মৃত্যু মুখত পৰে। পত্নী বিয়োগৰ গভীৰ মানসিক আঘাতৰ মাজতে তেওঁ 'লেটাৰ্চ ফ্ৰম দি আণ্ডাৰ ওৱৰ্ল্ড'ৰ ৰচনা শেষ কৰে আৰু তেওঁৰ জীৱনলৈ চূড়ান্ত স্বীকৃতি কঢ়িয়াই অনা মহান গ্ৰন্থ 'ক্ৰাইম এণ্ড পানিছমেন্ট [Crime and Punishment) ৰচনাৰ কামো প্ৰায় শেষ কৰে।

দস্তয়েভ্স্কিৰ মহান গ্ৰন্থ 'ক্ৰাইম এণ্ড পানিছমেন্ট' প্ৰকাশ পায় ১৮৬৬ চনত। ইতিমধ্যেই সাহিত্য জগতত কীৰ্তিস্তম্ভ স্থাপন কৰা দস্তয়েভ্স্কি তেওঁৰ এই মহৎ গ্ৰন্থ প্ৰকাশৰ লগে লগে সৰ্বকালৰ এজন মহান বিশ্ব সাহিত্যিক হিচাপে পৰিগণিত হয়।

ইয়াৰ পিছত দস্তয়েভ্স্কিয়ে বিয়া কৰায় আৰু চাৰি বছৰ কাল বিদেশত কটায়। এই সময়ছোৱাৰ ভিতৰত তেওঁৰ দ্বাৰা ৰচিত আৰু প্ৰকাশিত গ্ৰন্থ সমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল— 'দি ইডিয়েট' (The Ediat), 'দি ইন্টাৰনেল হাচবেণ্ড' (The Enternal Husband) আৰু দি পচেচড্' (The Possessed)।

১৮৭৯ চনত দস্তয়েভ্স্কিয়ে হাতত লয় তেওঁৰ আন এখন কালজয়ী মহান গ্ৰন্থ 'দি ব্ৰাদাৰ্চ কাৰামাজভ' (The Brothers Karamazav) ৰচনাৰ কাম। এইখনেই তেওঁৰ জীৱনৰ শেষ ৰচনা আছিল।

১৮৮০ চনৰ নবেম্বৰ মাহত 'দি ব্ৰাদাৰ্চ কাৰামাজভ' প্ৰকাশ পায় আৰু তাৰ মাত্ৰ তিনিমাহৰ ভিতৰতে ১৮৮১ চনৰ ২৫ জানুৱাৰী তাৰিখে বিশ্ববন্দিত মহান সাহিত্যিক ফিয়দৰ দস্তয়েভ্স্কিয়ে শেষ নিশ্বাস ত্যাগ কৰে।

# যোচেফ লিষ্টাৰ

আধুনিক বিশ্বত অনেক দুৰাৰোগ্য আৰু মাৰাত্মক ব্যাধিৰ নিৰাময় সম্ভৱ হৈছে অস্ত্ৰোপচাৰৰ যোগেদি। আনকি হৃদযন্ত্ৰ বা মুত্ৰাশয়ৰ দৰে একোটা অঙ্গ এজনৰ শৰীৰৰ পৰা আন এজনৰ শৰীৰত সংযোজন কৰাটোও সম্ভৱ হৈছে অস্ত্ৰোপচাৰৰ যোগেদি। ইয়াৰ দ্বাৰা বহুতো অকাল মৃত্যু ৰোধ কৰিব পৰা গৈছে। কিন্তু উনৈশ শতিকাৰ মাজ ভাগলৈকে এনে ধৰণৰ কঠিন অস্ত্ৰোপচাৰতো সম্ভৱ নাছিলেই, আনকি অতি সাধাৰণ অস্ত্ৰোপচাৰৰ কিছুমানৰ ক্ষেত্ৰতো কৃতকাৰ্য হ'ব পৰা নগৈছিল। ইয়াৰ প্ৰধান কাৰণ আছিল— সেই সময়লৈকে শৈলবিদ সকলে 'এনেস্থেটিক্‌চ' বিষয়টোৰ বিষয়ে ভালদৰে নাজানিছিল।

আধুনিক চিকিৎসাৰ ক্ষেত্ৰতো 'এনেস্থটিক্‌চ' বিষয়টোৰ ওপৰত গুৰুত্ব অবিহনে কঠিন অস্ত্ৰোপচাৰ সমূহ সম্ভৱ নহ'লহেঁতেন। কিন্তু এই অসম্ভৱ কাৰ্যক সম্ভৱ কৰি তুলিলে যোচেফ লিষ্টাৰৰ আবিষ্কাৰে। সেয়ে আজি যোচেফ লিষ্টাৰক আধুনিক শৈল বিদ্যাৰ জনক ৰূপে জনা যায়।

যোচেফ লিষ্টাৰৰ দেউতাক জেকচন লিষ্টাৰ এজন প্ৰসিদ্ধ ব্যৱসায়ী আছিল। ব্যৱসায়ৰ বাহিৰে তেওঁৰ চখৰ কাম আছিল আলোক বিজ্ঞান চৰ্চা কৰা। এই ক্ষেত্ৰত তেওঁ নিজেই চশমাৰ লেন্স আদি তৈয়াৰ কৰিব পাৰিছিল। কিন্তু এসময়ত তেওঁৰ এই চখৰ চৰ্চাৰ মাজতে আলোক বিজ্ঞানৰ এটা নতুন দিশ উন্মোচিত হয়। আৰু জেকচন লিষ্টাৰ ৰয়েল ছচাইটিৰ 'ফেল' নিৰ্বাচিত হয়।

যোচেফ লিষ্টাৰৰ জন্মৰ এবছৰমান পূৰ্বে জেকচন লিষ্টাৰে এচেক্স অঞ্চলত এটি প্ৰাসাদোপম ঘৰ কিনি তাত থাকিবলৈ লয়। ইয়াতেই ১৮২৭ চনত যোচেফৰ জন্ম হয়।

এটি সুন্দৰ ঘৰুৱা পৰিবেশত ডাঙৰ দীঘল হয় যোচেফ। অৰ্থশালী পৰিয়াল এটাৰ সন্তান হিচাপে যোচেফক ভৰ্তি কৰোৱা হয় বিখ্যাত 'গ্ৰ'ভ স্কুলত'।

এই স্কুলৰ পৰা বিশেষ পাৰদৰ্শিতাৰে পাছ কৰাৰ পিছত যোচেফ ভৰ্তি হয় লণ্ডনৰ ইউনিভাৰচিটি কলেজত।

১৮৫২ চনত লিষ্টাৰে 'মেডিচিন'ত স্নাতক ডিগ্ৰী লাভ কৰে আৰু 'ৰয়েল কলেজ অৱ চাৰ্জন'ৰ ফেল' নিৰ্বাচিত হয়। ইয়াত তেওঁ দুবছৰ কাল চকুৰ ওপৰত গৱেষণা কৰে আৰু সেই গৱেষণাৰ ফলাফল সম্পৰ্কে জনপ্ৰিয় চিকিৎসা আলোচনী সমূহত প্ৰবন্ধ প্ৰকাশ কৰে। এই প্ৰবন্ধ লানি প্ৰকাশ হোৱাৰ লগে লগে তেওঁৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষিত হয়।

ইয়াৰ পিছত তেওঁৰ গৱেষণাৰ বিষয় আছিল 'ছাল আৰু মাংস পেশীৰ সম্পৰ্ক।' এই ক্ষেত্ৰতো তেওঁ আবিষ্কাৰ কৰা সূত্ৰ সমূহে চিকিৎসা জগতত আলোড়নৰ সৃষ্টি কৰে। কিন্তু যোচেফ লিষ্টাৰ মেডিচিনৰ ছাত্ৰ হ'লেও তেওঁৰ বিশেষ ধৰণৰ ৰাপ আছিল 'চাৰ্জাৰী' অৰ্থাৎ শৈল চিকিৎসাত। সেই বাবে বিখ্যাত চাৰ্জন এৰিখচনে চাৰ্জাৰীৰ ক্ষেত্ৰত অগ্ৰসৰ হ'বৰ বাবে উৎসাহিত কৰে। এৰিখচনৰ নিৰ্দেশ অনুসৰি লিষ্টাৰে এডিনবৰা মেডিকেল স্কুলত যোগদানৰ ব্যৱস্থা কৰে। তাত তেওঁ সেইকালৰ বিখ্যাত শৈলবিদ প্ৰফেচাৰ জেমচ্ চাইমচৰ তলত শিক্ষা গ্ৰহণ কৰে আৰু অতি অলপ দিনৰ ভিতৰতে নিজৰ যোগ্যতা প্ৰমাণ কৰি সেই বিভাগতে হাউচ-চাৰ্জন হিছাপে নিযুক্ত হয়।

প্ৰফেচাৰ চাইমচৰ সৈতে কিছুদিন কাম কৰাৰ পিছতে লিষ্টাৰৰ ভাগ্যোন্নতিৰ এক অপ্ৰত্যাশিত যোগাযোগত তেওঁ এডিনবৰা কলেজ অৱ চাৰ্জনৰ লেকচাৰাৰ আৰু ৰয়েল ইন্‌ফামেৰীৰ শৈলবিদ হিছাপে নিযুক্তি লাভ কৰে। এই পদত অধিষ্ঠিত হোৱাৰ পিছৰে পৰা লিষ্টাৰে তেওঁৰ বেছিভাগ সময় গৱেষণাৰ কামতে অতিবাহিত কৰে।

১৮৫৬ চনত লিষ্টাৰে এগনেচ চাইমচক বিয়া কৰায় আৰু ফ্ৰান্স, জাৰ্মানী, অষ্ট্ৰিয়া, ইতালী আদি দেশ ভ্ৰমণ কৰি আহে।

বিয়াৰ তিনি বছৰ পিছত তেওঁৰ পুনৰ ভাগ্যোন্নতি ঘটে। এইবাৰ তেওঁক প্ৰফেচাৰ অৱ চাৰ্জাৰী হিছাপে গ্লাচগোলৈ আমন্ত্ৰণ জনোৱা হয়।

১৮৬০ চনত যোচেফ লিষ্টাৰে গ্লাচগোত যোগদান কৰে আৰু ইয়াতেই তেওঁ অস্ত্ৰোপচাৰৰ পিছত ৰোগীৰ শৰীৰত দেখা দিয়া গেলন পচনৰ সমস্যাৰ কথালৈ লক্ষ্য কৰি ইয়াৰ প্ৰতিকাৰৰ অৰ্থে কিবা এটা কৰাৰ কথা গভীৰভাৱে চিন্তা কৰে।

চিকিৎসা শাস্ত্ৰত 'এনেস্থেটিক্‌চ' এটা বহল অধ্যয়নৰ বিষয়। এই শব্দটোৱে কোনো এক বিশেষ ঔষধকেই নুবুজায়। বহল অৰ্থত ই অস্ত্ৰোপচাৰৰ কেইবাটাও

দিশ সামৰি লয়। অস্ত্ৰোপচাৰ একোটাৰ পূৰ্বে আৰু অস্ত্ৰোপচাৰ একোটাৰ পিছত ৰোগীৰ শৰীৰ সম্পূৰ্ণ ৰূপে জীবাণুমুক্ত অৱস্থাত ৰখাৰ ব্যৱস্থাৱলী অস্ত্ৰোপচাৰৰ পৰা উৎপন্ন কটা ছিঙাৰ পৰা শৰীৰত হ'ব পৰা গেলন পচন আদিৰ প্ৰতিৰোধক ব্যৱস্থা আৰু অস্ত্ৰোপচাৰৰ প্ৰাককালত ৰোগীক সংজ্ঞাহীন কৰাৰ ব্যৱস্থাৱলীয়েই হ'ল এনেস্থেটিক্‌চ।

উনৈশ শতিকাৰ ষাঠিৰ দশকলৈকে ইয়ানবোৰ কথালৈ লক্ষ্য কৰা নগৈছিল। সেয়ে অস্ত্ৰোপচাৰৰ পিছত প্ৰায়বোৰ ৰোগীৰ মৃত্যু ঘটিছিল গেলন-পচনৰ পৰা অথবা আন কোনো বিৰূপ প্ৰতিক্ৰিয়াত। যোচেফ লিষ্টাৰ গ্লাচগোলৈ অহাৰ পিছত এই সমস্যা সমূহ দূৰ কৰাৰ অৰ্থে এটা প্ৰতিকাৰক ব্যৱস্থা উদ্ভাৱনৰ গৱেষণাত আত্ম নিয়োগ কৰে।

সেই সময়লৈকে চাৰ্জন সকলে অস্ত্ৰোপচাৰৰ পূৰ্বে হাতত পিন্ধা গ্লাভচ্‌ আৰু অন্যান্য সৰঞ্জাম সমূহ নিৰ্বীজকৰণৰ ওপৰত কোনো গুৰুত্ব নিদিছিল। প্ৰকৃত পক্ষে নিৰ্বীজকৰণ নকৰাকৈয়ে সৰঞ্জাম ৰোগীৰ ওপৰত ব্যৱহাৰ কৰিছিল। যোচেফ লিষ্টাৰে এই ক্ষেত্ৰত চলোৱা গৱেষণাত আহিলা পাতিৰ নিৰ্বীজকৰণকে প্ৰথম আৰু প্ৰধান গুৰুত্বপূৰ্ণ বিষয় হিছাপে গণ্য কৰে। ইয়াৰ পিছত তেওঁ অস্ত্ৰোপচাৰৰ পূৰ্বে এনেস্থেচিয়াৰ প্ৰয়োগ, চিলাই কৰা অংশৰ ওপৰত 'এন্টিচেপটিক'ৰ প্ৰয়োগ আৰু অন্যান্য প্ৰতিষেধক ব্যৱস্থাৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব আৰোপ কৰে।

এই সময়তে বিখ্যাত ফৰাচী ৰসায়নবিদ লুই পেষ্টাৰেও প্ৰাকৃতিক প্ৰক্ৰিয়াত বাষ্পীকৰণ (গেলা পচা) বিকৃতাৱস্থা আদিৰ ওপৰত তেওঁ চলোৱা গৱেষণাৰ ফলাফল সমূহৰ ওপৰত কেতবোৰ প্ৰবন্ধপাতি প্ৰকাশ কৰে। লিষ্টাৰে পেষ্টাৰৰ এই প্ৰৱন্ধ পাতি সমূহো গভীৰ মনোযোগেৰে অধ্যয়ন কৰে আৰু তাৰ ভিত্তিতো তেওঁৰ গৱেষণাৰ বিষয় সমূহ ৰচনা কৰে। প্ৰথমতে লিষ্টাৰে পেষ্টাৰৰ গৱেষণা সমূহ নিজেও পৰীক্ষা কৰি চোৱাৰ কথা ভাৱে।

লুই পেষ্টাৰৰ গৱেষণাৰ ফল সমূহৰ ওপৰত নিজৰ গৱেষণা চলাই লিষ্টাৰে একে ধৰণৰ ফলাফলেই লাভ কৰে। এই গৱেষণাই তেওঁক এটা স্থিৰ সিদ্ধান্তত উপনীত হোৱাত সহায় কৰে। ফলাফলত এইটো কথা প্ৰকাশ পায় যে ক্ষুদ্ৰাতি ক্ষুদ্ৰ জৈৱ পদাৰ্থ সমূহেই বতাহৰ সৈতে মিশ্ৰিত হৈ কটা-ছিঙা ঠাইত প্ৰৱেশ কৰি গেলন-পচনৰ সৃষ্টি কৰে।

যোচেফ লিষ্টাৰে এইবাৰ এই কথাবোৰলৈ লক্ষ্য ৰাখি নিজে এটা কঠিন অস্ত্ৰোপচাৰত হাত দিলে। সংক্ৰামক বীজাণু সমূহ ধ্বংস কৰাৰ ক্ষেত্ৰত লুই

পেষ্টাৰে আগবঢ়োৱা উপায় সমূহ অবলম্বন কৰিলে। যেনে— অপাৰেচন থিয়েটাৰৰ বায়ু শোধিত কৰা, তাপ নিৰ্ণয় আৰু 'এন্টিচেপটিক'ৰ ব্যৱহাৰ।

ইয়াৰ পিছত প্ৰায় ৪ বছৰ কাল একেটা বিষয়ৰ ওপৰতে গৱেষণা চলোৱাৰ অন্তত ১৮৬৭ চনত লিষ্টাৰে 'দি লেনচেট' নামৰ আলোচনীখনত তেওঁৰ গৱেষণাৰ ফলাফল সমূহ প্ৰকাশ কৰে। নিৰাপদ অস্ত্ৰোপচাৰৰ বাবে গ্ৰহণ কৰিব লগীয়া ব্যৱস্থাৱলী আৰু ইয়াৰ বিধি ব্যৱস্থাৰ বিষয়ে তেওঁ আগবঢ়োৱা সূত্ৰ সমূহৰ পৰা লিষ্টাৰ তৎকালেই সমালোচনাৰহে পাত্ৰ হয় যদিও বিজ্ঞ মহলৰ দ্বাৰা এই বিলাকৰ পৰীক্ষা নিৰীক্ষা চলোৱাৰ অন্তত ইয়াৰ সত্যা-সত্য প্ৰমাণিত হয়। যোচেফ লিষ্টাৰ সকলোৰে বাবে এটা পৰিচিত নাম হৈ পৰে। চিকিৎসা জগতত তেওঁ দখল কৰে এখন বিশেষ স্থান। ১৮৭৯/৮০ চনত লণ্ডনৰ প্ৰায়বোৰ চিকিৎসালয়েই তেওঁৰ নিৰ্বীজকৰণ কৌশল সমূহ প্ৰয়োগ কৰি ইয়াৰ পৰা আশানুৰূপ সুফল লাভ কৰে।

পৃথিৱীৰ বিভিন্ন বিশ্ব বিদ্যালয়ে তেওঁক এইবোৰ আবিষ্কাৰৰ বাবে বিশেষভাৱে সন্মানিত কৰে। ৰাজগৃহৰ পৰা তেওঁক 'বেৰনেট' উপাধিৰে বিভূষিত কৰা হয়। ইয়াৰোপৰি তেওঁলৈ আগবঢ়োৱা হয় 'অৰ্ডাৰ অৱ মেৰিট' উপাধি।

এই মহান ব্যক্তি গৰাকীৰ জীৱনাবসান ঘটে ১৯১২ চনৰ ফেব্ৰুৱাৰী মাহত। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল ৮৫ বছৰ।

# জৰ্জ বাৰ্ণাৰ্ড শ্ব

বিশ্ব সাহিত্যত জৰ্জ বাৰ্নাড শ্বৰ স্থান উইলিয়াম শ্বেক্সপিয়েৰৰ পিছতেই গণ্য কৰা হয়। ঊনৈশ শতিকাৰ মাজভাগৰ পৰা কুৰি শতিকাৰো অৰ্দ্ধেকলৈকে বিশ্ব সাহিত্যত যি পয়োভৰ, তাৰ প্ৰধান ভূমিকাত শ্বই ৰাখি থৈ গৈছে তেওঁৰ অতুলনীয় সাহিত্য প্ৰতিভাৰ স্বাক্ষৰ।

জৰ্জ বাৰ্নাৰ্ড শ্বৰ ১৮৫৬ চনৰ ২৬ জুলাই তাৰিখে ডাবলিনত (Dublin) জন্ম হয়। তেওঁ আছিল জৰ্জ কা'ৰ শ্ব আৰু তেওঁৰ পত্নীৰ তৃতীয় সন্তান। কা'ৰ শ্ব আছিল এজন ব্যৱসায়ী। ব্যৱসায় বৰ ভালদৰে নচলিছিল যদিও শ্ব পৰিয়ালৰ আৰ্থিক অৱস্থা ভালেই আছিল।

নিজ সন্তান সকলৰ প্ৰতি দেউতাক কা'ৰ শ্বৰ আছিল একেবাৰে উদাসীন। শিশু কেইটা প্ৰতি পালিত হৈছিল ধাইৰ হাতত।

জৰ্জ বাৰ্নাৰ্ড শ্ব দহ বছৰ বয়সতে প্ৰথম স্কুললৈ গৈছিল। ডাবলিনৰ ওৱেচলেয়ান কানেকচনেল নামৰ এই বিদ্যালয়ত বাৰ্নাৰ্ড শ্বই বিশেষ ব্যুৎপত্তি দেখুৱাব পৰা নাছিল। প্ৰকৃত পক্ষে স্কুলীয়া ল'ৰা এজন হিচাপে অকৃতকাৰ্যতাৰহে পৰিচয় দিছিল। তেওঁ খেলা-ধূলা ভাল নাপাইছিল আৰু বৰ সোৰোপা আৰু এলেহুৱা প্ৰকৃতিৰ আছিল। কিন্তু তেওঁৰ গাত এটা বৰ ডাঙৰ গুণ আছিল। সেইটো হ'ল তেওঁৰ মনৰ জিজ্ঞাসাৰ ভাব। শ্বই পৰীক্ষা-নিৰীক্ষা অবিহনে কোনো কথাকে মানি নলৈছিল।

শ্বৰ স্কুলীয়া জীৱনৰ সৰ্বাধিক প্ৰিয় বিষয় আছিল সাহিত্য। স্কুলত ভৰ্তি হোৱাত পলম হ'লেও শ্বই বৰ সৰু অৱস্থাতে লিখিব পঢ়িবলৈ শিকিছিল। ঘৰতে আহৰণ কৰা শিক্ষাৰে তেওঁ যেতিয়া ভালদৰে পঢ়িব পৰা হয় তেতিয়া তেওঁৰ বয়স দহ বছৰতকৈও কম আৰু সেই বয়সতেই তেওঁ চাৰ্লচ ডিকেন্সৰ 'গ্ৰেট এক্সপেক্টেন্চ (Great expectation) আৰু চাৰ্লচ লিভাৰৰ'এ ডেজ

ৰাইড'(A Days Ride) ৰ দৰে গ্ৰন্থ পঢ়ি শেষ কৰিছিল। ইয়াৰ উপৰি তেওঁ সেই বয়সতে শ্বেক্সপিয়েৰ ৰচনাৱলী আৰু বাইবেলখনো অতি আগ্ৰহেৰে পঢ়ি শেষ কৰিছিল।

১৫ বছৰ বয়সত শ্বই মাটিৰ দালালী কৰা কোম্পানী এটাত শিক্ষা নবিচ হিছাপে যোগ দিয়ে। পিছে এই কোম্পানীত চাৰি বছৰমান চাকৰি কৰাৰ পিছত সেই চাকৰি তেওঁ এৰি দিয়ে আৰু ইতিমধ্যে দেউতাকৰ সৈতে বিবাহ-বিচ্ছেদ হৈ লণ্ডনত থাকিবলৈ লোৱা তেওঁৰ মাকৰ কাষলৈ যায়গৈ।

বাৰ্নাৰ্ড শ্বই ১৬ বছৰমান বয়সৰ পৰাহে পৰীক্ষামূলক ভাবে লিখিবলৈ লৈছিল। এনেভাৱেই কেইবছৰমান যোৱাৰ পিছত তেওঁ ১৮৭৬ চনত যেতিয়া মাকৰ সৈতে লণ্ডনত থাকিবলৈ আহে তেতিয়াৰ পৰাহে তেওঁ গুৰুত্ব সহকাৰে লিখা-মেলা কৰিবলৈ লয়। ১৮৭৬ ৰ পৰা ১৮৮০ চনৰ ভিতৰত তেওঁ ৰচনা কৰি উলিয়ায় (৫) পাঁচখন উপন্যাস। কিন্তু তেওঁৰ এই উপন্যাস কেইখন প্ৰকাশৰ অনুপ্ৰযোগী বুলি সকলো প্ৰকাশকেই অপছন্দ কৰি পাণ্ডুলিপি সমূহ শ্বক ঘূৰাই দিয়ে।

ঔপন্যাসিক হিছাপে শ্ব কৃতকাৰ্য নহলেও, এই উপন্যাস ৰচনা কৰা সময়খিনি অথলে যোৱা বুলি ক'ব নোৱাৰি, কিয়নো, এইখিনি সময়ৰ অভিজ্ঞতাই তেওঁক লিখাৰ কৌশল সমূহ শিকাত সহায় কৰে। পৰৱৰ্তী কালত তেওঁ এজন নাট্যকাৰ হিছাপে প্ৰসিদ্ধি লাভ কৰাৰ পিছত তেওঁৰ এই উপন্যাস কেইখনৰে এখন 'কেছেল বাইৰনচ প্ৰফেচন' (Cashel Byron's Profession) প্ৰকাশ পায় আৰু জনপ্ৰিয়তাও লাভ কৰে। শ্বই নিজ মুখেই স্বীকাৰ কৰিছিল যে তেওঁ এই কেইখন উপন্যাস ৰচনাৰ কথাত নিজেই লাজ পাইছিল।

কুৰি বছৰ বয়সত ভৰি দিয়াৰ আগতেই যুৱক শ্বই মাছ-মাংস খাবলৈ এৰি দি এজন নিৰামীষাহাৰী হৈছিল। স্বাভাৱিকভাৱে সেই সময়লৈকে শ্ব এজন লাজকুৰীয়া স্বভাৱৰ যুৱক আছিল। তেওঁ নিজেও এই দুৰ্বলতাৰ প্ৰতি সজাগ আছিল। এই দুৰ্বলতা মনৰ পৰা গুচাবৰ বাবে তেওঁ অনেক যত্ন কৰি তাত সুফল লাভ কৰিছিল। মানুহৰ আগত কথা ক'বলৈ লাজ কৰা শ্ব এসময়ত এজন সু-বক্তা হৈ উঠিছিল। ১৮৮৪ চনত বাৰ্নাৰ্ড শ্বই কাৰ্লমাৰ্ক্সৰ ৰচনা পঢ়িবলৈ লয় আৰু মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱত তেওঁৰ মন সমাজবাদৰ প্ৰতি ঢাল খায়। সেয়ে তেওঁ সেই কালৰ বিখ্যাত 'ফেবিয়ান সমাজ'ত (Fabian Society) যোগ দিয়ে।

ইয়াৰ পিছত লণ্ডনৰ ইষ্ট এণ্ড অঞ্চলৰ বনুৱা শ্ৰেণীৰ মাজত দিয়া তেওঁৰ বক্তৃতা শুনিবে তেওঁ এজন সু-বক্তা হিচাপে পৰিচিত লাভ কৰে।

১৮৮৫ চনত 'পাল মাল গেজেট' (Pall Mall Gazette) কাকতত সাহিত্য সমালোচক হিচাপে বাৰ্ণাৰ্ড শ্বই নিজ সাহিত্য প্ৰতিভাৰ চানেকী দাঙি ধৰে। ইয়াৰোপৰি তেওঁ 'ওৱৰ্ল্ড' কাকতৰ কলা-সমালোচক আৰু ষ্টাৰ' (Star) কাকতৰ সংগীত সমালোচক হিচাপেও তেওঁ উচ্চ প্ৰশংসা আৰু খ্যাতিৰ পাত্ৰ হৈ উঠে। ১৮৯৫ চনৰ পৰা ১৮৯৮ চনলৈকে তেওঁ 'চাটাৰডে' ৰিভিউ' (Saturday Review) কাকতৰ নাট সমালোচকৰ ভূমিকা পালন কৰে।

বাৰ্নাৰ্ড শ্বৰ সাহিত্য সংগীত কলাৰ সমালোচনাই এক বৃহৎ সংখ্যক পঢ়ুৱৈৰ মন আকৃষ্ট কৰে। ইয়াৰ প্ৰধান কাৰণ আছিল প্ৰতিটো বিষয়ৰ ওপৰত থকা শ্বৰ জ্ঞান-গভীৰ দখল। তেওঁৰ সমালোচনাৰ ভাষা ইমানেই তীব্ৰ আছিল যে সেই সময়ৰ লণ্ডন চহৰৰ সকলো নাট্যকাৰ, সকলো সঙ্গীতজ্ঞকেই ইয়াৰ আঘাতে সচেতন কৰি তুলিছিল আৰু অতি অলপ দিনৰ ভিতৰতে ইংলেণ্ডৰ সঙ্গীত নাটকৰ ক্ষেত্ৰত এক অভূতপূৰ্ব জাগৰণৰ সৃষ্টি হৈছিল।

এইদৰে সমালোচনাৰ কামত লাগি থকা অৱস্থাতেই শ্বই পৰীক্ষা মূলক ভিত্তিত দুই এখন নাটকো ৰচনা কৰে। ১৮৯২ চনৰ ৯ ডিচেম্বৰ তাৰিখে ইয়াৰ এখন নাটক 'উইডৱাৰচ হাউচেজ' (Widower's Houses) লণ্ডনৰ 'ইনডিপেণ্ডেণ্ট থিয়েটাৰ' (Independent Theatre) ত মঞ্চস্থ হয়। শ্বৰ জীৱনৰ এই প্ৰথম নাটকে দৰ্শকৰ মাজত সৃষ্টি কৰে এক মিশ্ৰিত প্ৰতিক্ৰিয়াৰ।

তেওঁৰ দ্বিতীয় নাটকখন মঞ্চলৈ আহে বহু পলমকৈ। ইয়াৰ আগতেই তেওঁৰ তৃতীয় নাটক 'মিচেছ ৱাৰেনচ্ প্ৰফেচন' (Mrs Warren's Profe-ssion) মঞ্চস্থ হোৱাৰ লগে লগেই ইয়াৰ প্ৰদৰ্শনত চেঞ্চৰৰ দ্বাৰা বাধা নিষেধ আৰোপ কৰা হয়। এই নাটকখন আছিল এগৰাকী বেশ্যাৰ জীৱনৰ ভিত্তিত ৰচিত। শ্বৰ এইখন নাটকে তেওঁৰ সমালোচক সকলৰ মুখ বন্ধ কৰি দিয়ে। কিয়নো, এইসকল সমালোচকে এসময়ত এনেদৰে সমালোচনা কৰিছিল যে শ্ব এজন কিতাপি সংস্কাৰকহে। তেওঁৰ নিজৰ ক্ষেত্ৰত সাহসৰ সম্পূৰ্ণ অভাৱ। কিন্তু শ্বই তেওঁলোকৰ এই ভুল ভাঙি দিয়ে 'মিচেছ ৱাৰেনচ্ প্ৰফেচন'ৰ ৰচনাৰে।

অৱশ্যে ১৯২৪ চনত এই নাটকৰ ওপৰত থকা বাধা নিষেধ উঠাই লোৱা হয়।

১৮৯৪ চনত বাৰ্নাৰ্ড শ্বই তেওঁৰ প্ৰথম মহৎ সৃষ্টি 'আৰ্মচ এণ্ড দি মেন' (Arms and the Man) ৰচনাৰ কাম শেষ কৰে।

১৮৯৪ৰ পৰা ১৮৯৭ চনৰ ভিতৰত শ্বই ৰচনা কৰা আন তিনিখন নাটক হ'ল— 'কেনডিদা' (Candida) , 'ইউ নেভাৰ কেন টেল' (You Never Can Tell) আৰু দি ডেভিলচ্ দিচাইপল্ (The Devil's Disciple) । এই শেষৰখন নাটক অৰ্থাৎ 'দি ডেভিলচ দিচাইপল্' আমেৰিকাৰ নিউয়ৰ্ক চহৰত মঞ্চস্থ হয় ১৮৯৭ চনতেই আৰু ইয়াৰ পৰা তেওঁ প্ৰচুৰ অৰ্থ উপাৰ্জন কৰে। ইয়াৰ পিছতেই তেওঁ চাৰ্লটি পেইন টাউনচেণ্ড (Charlotte Payne Townshend) নামৰ এগৰাকী আইৰিচ যুৱতীক বিয়া কৰায়।

বিয়াৰ কিছুদিন পিছতে বাৰ্ণাৰ্ড শ্বৰ সৰ্বশ্ৰেষ্ঠ সাহিত্য কীৰ্তি তেওঁৰ বিখ্যাত নাটক 'চিজাৰ এণ্ড ক্লিঅ'পেট্ৰা' (Caeser and Cleopatra) প্ৰকাশ পায়।

১৯০৪ চনৰ পৰা ১৯০৭ চনৰ ভিতৰত লণ্ডনৰ ক'ৰ্ট থিয়েটাৰত মঞ্চস্থ হোৱা তেওঁৰ আন কেইখন নাটক হ'ল 'জন বুলচ আদাৰ আইলেণ্ড (John Bull's Other Island), 'মেন এণ্ড চুপাৰ মেন' (Man and Super man) 'দি ডক্টৰচ ডিলেমা' (The Doctor's Dilema) আৰু 'কেপ্তেইন ব্ৰাচ বাউণ্ডচ্ কনভাৰচন' (Captain Brassbound's Conversion) । এই কেইখন নাটক মঞ্চস্থ হোৱাৰ পিছতেই বাৰ্ণাৰ্ড শ্ব নাট্যকাৰ হিছাপে বিশ্ব বিখ্যাত হৈ পৰে।

ইয়াৰ পিছত ব্যৱসায়িক দিশত তেওঁলৈ কঢ়িয়াই অনা দুখন নাটক হ'ল 'পিগমেলিয়ন' (Pygmalion) আৰু 'ফেনিজ ফাৰ্ষ্ট প্লে (Fanny's First Play) । এনেতে প্ৰথম বিশ্ব যুদ্ধত ব্ৰিটেইনৰ ভূমিকা সম্পৰ্কে সমালোচনা কৰি তেওঁ চৰকাৰৰ অপ্ৰিয় হৈ পৰে। যুদ্ধ চলি থকাৰ সময়ছোৱাৰ ভিতৰত শ্বই ৰচনা কৰে 'হাৰ্টব্ৰেক হাউচ' (Heartbreak House) আৰু 'বেক টু মেথুচেলা' (Back to Methuselah) ।

নাট্যকাৰ হিছাপে বাৰ্নাৰ্ড শ্বক শীৰ্ষস্থানত উপনীত কৰে তেওঁৰ সৰ্বোৎকৃষ্ট ৰচনা 'চেইন্ট জ'নে' (St Joan) । তেওঁৰ এইখন নাটক প্ৰকাশ পায় ১৯২৪ চনত। এই নাটকৰ বাবেই ১৯২৫ চনত বাৰ্ণাৰ্ড শ্বই লাভ কৰে সাহিত্যৰ ন'বেল বঁটা।

তেওঁৰ পৰৱৰ্তী ৰচনা সমূহৰ ভিতৰত আন এখন সফল নাটক 'দি এপল কাৰ্ট' (The Apple Cart) ১৯২৯ চনত উদ্বোধন কৰা হয়। নাটক সমূহৰ বাহিৰেও শ্বই তেওঁৰ প্ৰতিখন নাটকৰ বাবে লিখা পাতনি সমূহৰ প্ৰত্যেকটোৱেই একোটা উচ্চমানৰ সাহিত্য প্ৰবন্ধ হিছাপে স্বীকৃতি লাভ কৰে। কিন্তু অন্যান্য গদ্য ৰচনাৰ ভিতৰত সৰ্বোৎকৃষ্ট ৰূপে পৰিগণিত হয় 'The Adventure

of a black girl in her search for God' আৰু 'The Intelligent woman's guide to sorialism. ।

ইংৰাজী সাহিত্যৰ দিক নিৰ্ণায়ক সকলৰ এজন, মহান নাট্যকাৰ জৰ্জ বাৰ্নাৰ্ড শ্বৰ ১৯৫০ চনত, ৯৪ বছৰ বয়সত জীৱনাৱসান ঘটে।

# আৰ্নেষ্ট ৰূদাৰফৰ্ড

পৰমাণু শক্তিৰ আবিস্কাৰক আৰ্নেষ্ট ৰূদাৰফৰ্ডৰ, ১৮৭১ চনৰ ৩০ আগষ্ট তাৰিখে, নিউজিলেণ্ডৰ স্প্ৰীং গ্ৰ'ভত (Spring Grove) জন্ম হয়, তেওঁৰ দেউতাকৰ নাম আছিল জেমছ্ ৰুদাৰফৰ্ড।

সৰুকালৰ পৰাই আৰ্নেষ্ট ৰূদাৰফৰ্ডৰ পঢ়া-শুনাত বৰ ৰাপ আছিল। স্কুলীয়া পাঠ্যক্ৰমৰ সকলোবোৰ বিষয়তে আৰ্নেষ্ট সমানে ভাল আছিল। ইংৰাজী, লেটিন, ফৰাচী ভাষাৰ উপৰিও বুৰঞ্জী আৰু গণিত বিষয়তো আৰ্নেষ্টে সদায় শীৰ্ষস্থান অধিকাৰ কৰিছিল। কিন্তু তেওঁৰ বিশেষ ধৰণৰ ৰাপ আছিল ৰসায়ণ আৰু পদাৰ্থবিদ্যা এই দুটা বিষয়ৰ ওপৰতহে। ইফালে স্কুলৰ পাঠ্যক্ৰমৰ ভিতৰত এই দুটা বিষয় সেই সময়ত অন্তৰ্ভুক্ত নাছিল। সেয়ে তেওঁ ৰসায়ণ আৰু পদাৰ্থবিদ্যাৰ চৰ্চা কৰিছিল স্কুলৰ বাহিৰত।

১৮৯০ চনত আৰ্নেষ্ট ৰূদাৰফৰ্ডে নেলচন চহৰত সৰু স্কুলখনৰ পৰা স্কুল শিক্ষান্ত পৰীক্ষাত শীৰ্ষস্থান অধিকাৰ কৰি পাছ কৰে আৰু খ্ৰাইষ্ট চৰ্চৰ কেণ্টাৰবেৰী কলেজত পঢ়িবৰ বাবে এটি জলপানী লাভ কৰে। কিন্তু এই কলেজতো সেই সময়লৈকে পদাৰ্থ বিজ্ঞান আৰু ৰসায়ণ বিদ্যাৰ শিক্ষাদান বিশেষভাৱে নহৈছিল। বিশেষকৈ তলৰ শ্ৰেণীবোৰত। সেয়ে এই দুটা বিষয়ৰ চৰ্চা কৰাৰ বাবে তেওঁৰ মনত থকা সকলো উৎসাহ উদ্দীপনা তেওঁ দমাই ৰাখিবলগীয়া হৈছিল অন্ততঃ আৰু দুবছৰমানৰ বাবে। চূড়ান্ত ভাৱে তেওঁ এই বিষয় দুটা গ্ৰহণ কৰিবলৈ পায় কলেজৰ শেষ শ্ৰেণীতহে। তথাপি মাত্ৰ এবছৰ পাঠ্য গ্ৰহণৰ অভিজ্ঞতাৰে আৰ্ণেষ্ট কলেজৰ চূড়ান্ত পৰীক্ষাত প্ৰথম শ্ৰেণীৰ অনাৰ্চ লাভ কৰে আৰু ইয়াৰ এবছৰ পিছতে স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ হিছাপে ৰসায়ন আৰু পদাৰ্থবিদ্যা এই দুয়োটা বিষয়তে গৱেষণা কৰাৰ সুবিধা পায়।

এটা সাধাৰণ শ্ৰেণীৰ ছাত্ৰাবাসৰ সেমেকা কোঠা এটাত বহি বহিয়েই আৰ্নেষ্টে কিছুদিনৰ ভিতৰতে তেওঁৰ গৱেষণাৰ ফলাফলৰ ওপৰত কাকত প্ৰস্তুত কৰি উলিয়ায় আৰু প্ৰকাশ কৰে।
"The Magnetisation of Iron by High Frequency Dicharges" (দি মেগনেটাইজেচন অৱ আইৰন বাই হাই ফ্ৰিকোৱেন্সি ডিছাৰ্জেচ) শীৰ্ষক আৰ্ণেষ্টৰ এই কাকতে উচ্চ প্ৰশংসা লাভ কৰিবলৈ সক্ষম হয়।

১৮৯৪ চনত আৰ্নেষ্টে কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত যোগ দিয়াৰ সুবিধা পায় আৰু ইয়াত তেওঁ সেই সময়ৰ এজন বিখ্যাত পদাৰ্থবিদ প্ৰফেচাৰ জে, জে, থমচনৰ তত্বাৱধানত কেম্ব্ৰিজৰ অত্যাধুনিক গৱেষণাগাৰ কেভেণ্ডিচ লেবৰেটৰীত(Cavendish Laboratory)গৱেষণা কৰাৰ সুবিধা লাভ কৰে।

যি সময়ত আৰ্নেষ্ট কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত তেওঁৰ গৱেষণাত ব্যস্ত থাকে সেই সময়চোৱা বৈজ্ঞানিক আবিষ্কাৰৰ স্বৰ্ণ যুগ বুলি ক'ব পাৰি। ১৮২০/২১ চন মানৰ পৰা ১৯০০ চনৰ আৰম্ভণিলৈকে এই ৮০ বছৰৰ ভিতৰতে বৈজ্ঞানিক আবিষ্কাৰৰ ক্ষেত্ৰত, বিশ্বত কেতবোৰ আলোড়নকাৰী ঘটনা ঘটে। ইয়াৰ ভিতৰতে উনৈশ শতিকাৰ শেষৰ ফালে আবিষ্কৃত কেতবোৰ বৈজ্ঞানিক তথ্যই মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ ক্ষেত্ৰত এক বৈপ্লৱিক পৰিবৰ্তন সাধন কৰে। সৃষ্টিকামী মহামানৱ সকলৰ ঐকান্তিক প্ৰচেষ্টাৰ ফলস্বৰূপে বিশ্ববাসী এক নতুন যুগৰ সন্মুখীন হয়। কিন্তু দুই এটা আবিষ্কাৰৰ বিৰূপ প্ৰভাৱে পৰৱৰ্তী কালৰ পৃথিৱীলৈ নমাই আনে মৃত্যু আৰু ধ্বংসৰ বিভীষিকা।

১৮৯৫/৯৬ চন। অৰ্থাৎ ৰুদাৰফৰ্ডে কেম্ব্ৰিজত গৱেষণা চলাই থকা সময়ৰ কথা। এই সময়তে কেইবাজনো বৈজ্ঞানিকে নিজ নিজ গৱেষণাৰ ক্ষেত্ৰত সফলতাৰে আবিষ্কাৰ কৰিছে কেতবোৰ বৈজ্ঞানিক তথ্য- প্ৰফেচাৰ জে, জে, থমচনে 'ইলেকট্ৰন' (Electron) ৰ অস্তিত্বৰ বিষয়ে, বিজ্ঞানী ৰণ্টজেনে (W.K. Rontgen) ৰঞ্জন ৰশ্মি সম্পৰ্কে, এ. এইচ. বেকুৰেৰেল ইউৰেনিয়ামৰ পৰা হোৱা বিকীৰণ সম্পৰ্কে। আৰ্নেষ্ট ৰুদাৰফৰ্ডে সেই সময়ত শব্দ তৰংগৰ ওপৰতহে নিজ গৱেষণা চলাই আছিল যদিও এই কেইজন বিজ্ঞানীৰ দ্বাৰা ৰসায়ন আৰু পদাৰ্থ বিদ্যাৰ ক্ষেত্ৰত সদ্য আবিষ্কৃত তথ্যসমূহে তেওঁৰ মন আকৃষ্ট কৰে। লগে লগে তেওঁ শব্দ তৰংগৰ ওপৰত কৰা গৱেষণাৰ কাম স্থগিত ৰাখি, ৰশ্মিৰ সহায়ত গেছীয় পদাৰ্থৰ মাজত বিদ্যুৎ উৎপাদনৰ প্ৰয়াসেৰে গৱেষণা আৰম্ভ কৰে। এই গৱেষণাৰ কামত ইউৰেনিয়ামৰ পৰা

হোৱা বিকীৰণ সম্পৰ্কে তেওঁ কেইটামান নতুন তথ্য আৱিষ্কাৰ কৰে।

১৮৯৮ চনত ২৭ বছৰীয়া ৰূদাৰফৰ্ডে মনট্ৰিয়েলৰ 'মেক-গিল' বিশ্ববিদ্যালয়ত 'মেকডনাণ্ড ৰিচাৰ্চ প্ৰফেচাৰশ্বিপ' পদ গ্ৰহণ কৰে। অৱশ্যে একে সময়তে তেওঁ 'কেভেণ্ডিচ'ৰ গৱেষণাও চলাই যায়।

১৯০০ চনত আৰ্নেষ্ট নিউজিলেণ্ডলৈ যায় আৰু তাত তেওঁৰ পূৰ্বৰ প্ৰণয়ীনি মেৰীক বিয়া কৰাই পুনৰ মনট্ৰিয়েললৈ ঘূৰি আহে। ইয়াৰ পিছত তেওঁৰ গৱেষণাৰ ফলপ্ৰাপ্তি, কেতবোৰ তথ্য প্ৰকাশ পায় আৰু বিশ্বৰ বিভিন্ন বিশ্ব বিদ্যালয়ৰ পৰা তেওঁলৈ আমন্ত্ৰণ জনোৱা হয়, তেওঁৰ বক্তৃতা আগবঢ়াবৰ বাবে।

১৯০২ চনত তেজষ্ক্ৰিয়তাৰ ওপৰত ৰূদাৰফৰ্ডে আৱিষ্কাৰ কৰা তথ্যই বিশ্বত এক আলোড়নৰ সৃষ্টি কৰে। এই তথ্য অনুযায়ী তেজষ্ক্ৰিয়তা কেৱল ৰাসায়নিক প্ৰতিক্ৰিয়া নহয়। তেজষ্ক্ৰিয়তা হ'ল তেজষ্ক্ৰিয় পদাৰ্থৰ পৰমাণুৰ পৰা স্বত:স্ফূৰ্তভাৱে অন্যান্যৰ ওপৰত হোৱা এটা ঘটনা।

তেওঁ চূড়ান্তভাৱে এইটো প্ৰমাণ কৰে যে ৰাসায়নিক প্ৰতিক্ৰিযাৰ ফলত একোটা পৰমাণুৱে ইয়াৰ নিজ ক্ষমতাৰ তিনি নিযুত গুণ উৎপাদন কৰে। তেওঁৰ এই তথ্যৰ ওপৰত ভিত্তি কৰিয়েই পৰৱৰ্তী কালত মাৰাত্মক এটম বোমা তৈয়াৰ কৰা হয়।

এই আৱিষ্কাৰৰ পিছত ১৯০৩ চনত ৰূদাৰফৰ্ডক 'ৰয়েল ছচাইটি'ৰ ফেলশ্বিপ প্ৰদান কৰা হয়।

১৯০৭ চনত ৰূদাৰফৰ্ডে মানচেষ্টাৰ বিশ্ববিদ্যালয়ত যোগ দিয়ে আৰু এই বিশ্ববিদ্যালয়ত 'ৰেডিয়াম'ৰ শক্তি সম্পৰ্কে তেওঁ আৱিষ্কাৰ কৰা সূত্ৰৰ ওপৰত আৰ্নেষ্ট ৰূদাৰফৰ্ডে লাভ কৰে, - ৰসায়নত ১৯০৮ চনৰ নবেল বঁটা।

১৯১০ চনত ৰূদাৰফৰ্ডে প্ৰকাশ কৰে পাৰমাণৱিক শক্তি সম্পৰ্কীয় তেওঁৰ নতুন সূত্ৰ। ১৯১৪ চনৰ বছৰটো তেওঁ অষ্ট্ৰেলিয়াৰ বিভিন্ন বিশ্ববিদ্যালয়ত বক্তৃতা দান কৰি কটায়। এই সময়তে আৰম্ভ হয় প্ৰথম মহাসমৰ।

মহাসমৰ চলি থকা সময় ছোৱাৰ ভিতৰত ৰূদাৰফৰ্ডে শব্দ তৰংগৰ ক্ষেত্ৰত আন এটি উল্লেখনীয় বৈজ্ঞানিক আৱিষ্কাৰ কৰে। তেওঁৰ এই আৱিষ্কাৰ আছিল পানীৰ তলত শুনিব পৰা এটি ব্যৱস্থা। ইয়াৰ দ্বাৰা মহাসমৰত নিয়োজিত শত্ৰুপক্ষৰ ছাবমেৰিণসমূহে সাগৰ তলিত কৰা গতি বিধি ধৰিব পৰা গৈছিল।

১৯১৯ চনত তেওঁ তেওঁৰ এসময়ৰ শিক্ষাগুৰু প্ৰফেচাৰ জে, জে,

থমচনৰ ঠাইত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পদাৰ্থবিদ্যাৰ প্ৰফেচাৰ নিযুক্ত হয়। ইয়াত তেওঁ নতুনকৈ গৱেষণা কৰিবলৈ লয় 'আইচটপ' সম্পৰ্কে। এই গৱেষণাযোগে তেওঁ প্ৰমাণ কৰে যে একে ধৰণৰ ৰাসায়নিক দ্ৰব্য আৰু মূল প্ৰতিক্ৰিয়া বিভিন্ন পৰমাণুত বিদ্যমান হ'লেও একে সময়তে পৰমাণু সমষ্টি সুকীয়া হ'ব পাৰে।

আৰ্ণেষ্ট ৰাদাৰফৰ্ডৰ জীৱনৰ শেষৰ বছৰকেইটা তেওঁৰ একমাত্ৰ কন্যা সন্তান এলীনৰ মৃত্যুৱে শোকাচ্ছন্ন কৰি তোলে। তথাপি তেওঁ নিজ গৱেষণাৰ কাম চলাই যায় আৰু তাত সফলতাও লাভ কৰে।

১৯৩১ চনত ৰাদাৰফৰ্ডক 'বেৰণ' (Baron) উপাধিৰে বিভূষিত কৰা হয়। এই উপাধি প্ৰাপ্তিৰ পিছত তেওঁ নিজ দেশৰ অকণমানি চহৰ 'নেলচন,' য'ত তেওঁ প্ৰথম স্কুললৈ গৈছিল- সেই নেলচন চহৰৰ নামটো তেওঁৰ নামৰ পিছত যোগ দি তেওঁ হৈছিল লৰ্ড ৰাদাৰফৰ্ড অব নেলচন।

১৯৩৭ চনত মৃত্যু বৰণ কৰাৰ আগলৈকে নিজ দেশৰ সকলোবোৰ সন্মান অধিকাৰ কৰাৰ উপৰিও আৰ্নেষ্ট ৰাদাৰফৰ্ডে বিশ্বৰ ২৫ খন বিভিন্ন বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ সন্মান লাভ কৰি যায়।

শাৰীৰিক ভাৱে এক বৃহৎকায় ব্যক্তি আৰ্নেষ্ট ৰাদাৰফৰ্ডে জীৱনত কাৰো সৈতে শত্ৰুতা কৰা নাছিল। তেওঁৰ মৃত্যুত তেওঁৰ এজন সহকৰ্মীয়ে এই বুলি কৈছিল "He never made an ėnemy and never lost a friend."

এই বিৰাট প্ৰতিভাৱান ব্যক্তিজনা স্বভাৱসুলভ ভাৱে এজন অতি অমায়িক আৰু সৰল প্ৰকৃতিৰ লোক আছিল। এবাৰ ট্ৰিনিটি কলেজত অনুষ্ঠিত এটি ভোজমেলত এজন নিমন্ত্ৰিত অতিথিয়ে বহু সময় ধৰি তেওঁৰেই সৈতে কৃষি সম্পৰ্কীয় আলোচনা কৰাৰ অন্তত আক্ষেপেৰে কৈছিল যে তেওঁ বিখ্যাত লৰ্ড ৰাদাৰফৰ্ডকহে লগ কৰিব নোৱাৰিলে। এই ঘটনাই প্ৰমাণ কৰে আৰ্নেষ্ট ৰাদাৰফৰ্ড কি নিৰহঙ্কাৰী প্ৰকৃতিৰ লোক আছিল। তেওঁ সেই অতিথিৰ সৈতে আলোচনা কালত এবাৰৰ বাবেও নিজ আবিষ্কাৰ বা বৈজ্ঞানিক সফলতাৰ কথা উল্লেখ কৰা নাছিল। ভোজ মেলৰ শেষত আন এগৰাকী ব্যক্তিয়ে চিনাকি কৰি দিয়াতহে অতিথিজনে জানিব পাৰিছিল যে ইমানপৰে তেওঁৰ সৈতে কৃষি বিষয়ক আলোচনা কৰি থকা সেই মানুহজনেই বিখ্যাত পৰমাণু বিজ্ঞানী লৰ্ড আৰ্নেষ্ট ৰাদাৰফৰ্ড।

# ভিন চেণ্ট ভেন গগ

পৃথিৱীৰ প্ৰথম পোহৰ দেখাৰে পৰা মৃত্যুক আকোঁৱালি লোৱালৈকে মাত্ৰ ৩৭ টা বছৰ জীৱিত আছিল অমৰ চিত্ৰশিল্পী ভিন্‌চেণ্ট্ ভেন্ গগ্। কিন্তু এই ৩৭ বছৰৰ ভিতৰতে নিজ অসাধাৰণ প্ৰতিভাৰ চানেকীৰে ইউৰোপ তথা বিশ্বৰ চিত্ৰকলাৰ ক্ষেত্ৰত যি আলোড়ন সৃষ্টি কৰে তাৰ দ্বাৰা তেওঁ লাভ কৰে অমৰত্ব।

ভেন গগৰ মস্তিষ্কৰ বিকাৰ ঘটিছিল সৰুকালতেই আৰু এই বিকাৰগ্ৰস্থতাৰ বাবে তেওঁৰ সমগ্ৰ জীৱন হৈ পৰিছিল বিষময়, দুৰ্বিষহ। কিন্তু মানসিক ভাৰসাম্যহীনতাৰ মাজতো শিল্প চৰ্চা কৰি তেওঁ ইউৰোপীয় চিত্ৰকলাৰ জগতত এক নতুন দিশৰ উন্মোচন কৰিছিল। এক নতুন যুগৰ সূচনা কৰিছিল।

ভিন্‌চেণ্ট ভেন গগৰ দেউতাকৰ নাম আছিল থিয়দৰাচ ভেন্ গগ্ আৰু মাকৰ নাম আছিল আন্না। থিয়দৰাচ্ আৰু আন্নাৰ প্ৰথম সন্তানটিৰ জন্ম হৈছিল ১৮৫২ চনৰ ৩০ মাৰ্চৰ দিনা। মাক দেউতাকে নাম ৰাখিছিল ভিন্‌চেণ্ট। কিন্তু জন্মৰ মাত্ৰ কেইসপ্তাহমানৰ ভিতৰতে এই শিশুটিৰ মৃত্যু ঘটিছিল আৰু ইয়াৰ এবছৰ পাছত ১৮৫৩ চনৰ ৩০ মাৰ্চৰ ঠিক একেটা তাৰিখতেই থিয়দৰ আৰু আন্না ভেন্ গগৰ দ্বিতীয় সন্তানটিয়ে জন্ম গ্ৰহণ কৰিছিল। মাক দেউতাকে এওঁৰ নামো ৰাখিছিল প্ৰথম সন্তানৰ নামেৰে, ভিন্‌চেণ্ট।

দ্বিতীয় পুত্ৰ সন্তানটিয়ে জন্ম লাভ কৰাৰ পিছতো আন্না ভেন গগে তেওঁৰ প্ৰথম পুত্ৰক হেৰুওৱাৰ দুখ পাহৰিব পৰা নাছিল। তেওঁ সেয়ে ভিনচেণ্টৰ প্ৰতি পৰিপূৰ্ণ মাতৃস্নেহো দেখুৱাব পৰা নাছিল। ভিনচেণ্ট শিশু অৱস্থাতেই মাতৃ স্নেহৰ পৰা বঞ্চিত হৈ, গভীৰ মানসিক যাতনাৰ বলি হৈছিল। এই যন্ত্ৰণাই তেওঁৰ শিশু মানসত সৃষ্টি কৰিছিল বিকাৰগ্ৰস্থতা ; অৱশ্যে তেওঁ সকলো সময়তে অস্বাভাবিক নাছিল, একো একোটা বিশেষ সময়তহে তেওঁ উন্মাদ হৈ পৰিছিল।

মৃত্যুৰ মাত্ৰ কেইবছৰমান আগতে এনে এটা উন্মাদনাৰ সময়ত ভিনচেন্ট ভেন গগে তেওঁৰ সমসাময়িক আন এজন মহান চিত্ৰকৰ পল গঁগাক এদিন, এখন খুৰেৰে আক্ৰমণ কৰিবলৈ উদ্যত হৈছিল। পিছে পল গঁগাক একো নকৰি সেই মুহূৰ্ততে সেই খুৰেৰে নিজৰ বাওঁ কাণখনৰ এফাল কাটি পেলায়, আৰু কাণখনৰ কটা টুকুৰাটো কাগজ এখনেৰে মেৰিয়াই, সেইটো লগত লৈ উপস্থিত হৈছিল গৈ এখন পতিতালয়ত। ক্ষন্তেকতে চাৰিওফালে হুলস্থুল লাগি পৰিছিল। কিন্তু যিজনৰ দ্বাৰা এই ঘটনাটো সংঘটিত হৈছিল— তেওঁ আছিল নিৰ্বিকাৰ।

ভিনচেন্টৰ পিছত তেওঁৰ তিনিজনী ভনীয়েক আৰু এজন ভায়েকৰ জন্ম হয়। ভনীয়েক তিনিজনীৰ সৈতে ভিনচেন্টৰ কোনো কথাতে মিল নাছিল যদিও সৰু ভায়েক থিয়' (Theo) ভিনচেন্টৰ বৰ মৰমৰ আছিল।

অস্বাভাবিক প্ৰকৃতিৰ ভিনচেন্টক নিজৰ বশলৈ অনাত ব্যৰ্থ হৈ ১৮৬৪ চনত মাক দেউতাকে তেওঁক দুৰণিবটীয়া বৰ্ডিং স্কুল এখনত থৈ আহেগৈ। তেতিয়া ভিনচেন্টৰ বয়স ১১ বছৰ উকলি গৈছে মাত্ৰ। জেভেনবাৰ্গেন নামে ঠাইত অৱস্থিত এই বৰ্ডিঙত পাঁচ বছৰ কাল শিক্ষা গ্ৰহণৰ অন্তত, ১৮৬৯ চনত ভিনচেন্ট হে'গৰ (Hague) গুপিল আৰ্ট গেলেৰীৰ (Goupil Art Gallery) কামত যোগ দিয়ে। সেই সময়ত ১৬ বছৰ বয়সত ভৰি দিয়া ভিনচেন্ট ভন গগৰ এই আৰ্ট গেলেৰীতেই চিত্ৰকলাৰ সৈতে প্ৰথম পৰিচয় ঘটে।

এইয়া প্ৰথম দৰ্শনতে প্ৰেমত পৰাৰ দৰে কথা। আৰ্ট গেলেৰীৰ শোভা বৰ্দ্ধন কৰি থকা বিখ্যাত চিত্ৰকৰ সকলৰ দ্বাৰা অংকিত চিত্ৰসমূহে যেন ভিনচেন্টৰ ওপৰত যাদুহে কৰিলে। চিত্ৰকলাৰ প্ৰতি তেওঁৰ মনৰ আকৰ্ষণ ক্ৰমাৎ গভীৰৰ পৰা গভীৰতৰ হ'ল। পৃথিৱীৰ সকলো কথা পাহৰি ভিনচেন্টে কেৱল ছবি আঁকিবলৈ ধৰিলে। তেওঁৰ আদৰ্শ হিছাপে গ্ৰহণ কৰিলে ৰেমব্ৰেনডট আৰু মিলেটক।

কঠোৰ পৰিশ্ৰম আৰু কৰ্তব্য নিষ্ঠাৰে ইতিমধ্যে কৰ্তৃপক্ষৰ মন জয় কৰিবলৈ সক্ষম হোৱা, ভিনচেন্টক ১৮৭৩ চনত গুপিল আৰ্ট গেলেৰীৰ লণ্ডন শাখালৈ বদলি কৰা হয়।

লণ্ডনত উপস্থিত হৈ ভিনচেন্টে মিছেছ লয়াৰ নামৰ এগৰাকী ফৰাচী মহিলাৰ ঘৰত থাকিবলৈ লয়। মিছেছ লয়াৰ আৰু তেওঁৰ কন্যা উৰচুলাই নিজাকৈ এখন স্কুল চলাই তাৰে জীৱন নিৰ্বাহ কৰিছিল। ভিনচেন্টে এই পৰিয়ালটোৰ মাজত সোমাই জীৱনত প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিছিল— এখন ঘৰৰ এটা সুখৰ পৰিয়ালৰ সদস্য হৈ লাভ কৰা সুখৰ মাদকতা। লয়াৰ্ছ

পৰিৱাৰলৈত তেওঁ জীৱনত কোনো কালে নোপোৱা ধৰণৰ স্নেহৰ সোৱাদ পাইছিল। তেওঁ সুখী হৈছিল এই ধৰণৰ স্নেহৰ মাজত। পিছে এই সুখো তেওঁৰ বাবে স্থায়ী নহ'ল।

সুন্দৰী উৰচুলাৰ প্ৰতি ভিনচেণ্টৰ মন আকৃষ্ট হ'ল। এসময়ত এই আকৰ্ষণৰ ভাৱ গভীৰ প্ৰেমলৈ ৰূপান্তৰিত হ'ল। উৰচুলাৰ প্ৰেমত পাগল হ'ল ভিনচেণ্টৰ মন। পিছে উৰচুলাই তেওঁৰ প্ৰেমৰ সহাঁৰি জনাব নোৱাৰিলে। কিয়নো উৰচুলা ইতিমধ্যেই অন্য এক যুৱকৰ প্ৰেমত আৱদ্ধ। ভিনচেণ্টে নিজৰ মনত বহুদিন ধৰি লুকুৱাই ৰখা, উৰচুলাৰ প্ৰতি তেওঁৰ প্ৰেমৰ কথা যিদিনা ক'লে- সেইদিনা উৰচুলাই তেওঁক বৰ শান্তভাৱে প্ৰত্যাখ্যান কৰিলে।

প্ৰথম প্ৰেমৰ ব্যৰ্থ পৰিণতিয়ে ভিনচেণ্টৰ মন ভাঙি চূৰমাৰ কৰি পেলালে। ইয়াৰ পিছত তেওঁ এনে এখন ঠাইত আশ্ৰয় বিচাৰি ল'লে য'ৰ পৰা কোনোকালে প্ৰত্যাখিত হোৱাৰ সন্দেহ ৰাখিব নালাগে। তেওঁৰ জীৱনৰ এই চূড়ান্ত আশ্ৰয়স্থল বাচি ল'লে পতিতালয়ত।

অৱশ্যে শাৰীৰিক অৱসাদ আৰু ক্লান্তি দূৰ কৰিবৰ বাবে এনেবোৰ ঠাইলৈ গ'লেও তেওঁৰ মনক এইবোৰে কলুষিত কৰিব নোৱাৰিলে। তেওঁ আন্তৰিকতাৰে মানৱ সমাজৰ উন্নতিৰ হকে কিবা এটা কৰিবলৈ বিচাৰিলে। তেওঁ মনে মনে ভাবিলে মানৱ মনৰ দুখ-যন্ত্ৰণা লাঘৱ কৰাৰ উদ্দেশ্য আগত ৰাখি তেওঁ নি:স্বাৰ্থভাৱে আৰু উৎসৰ্গাৰ ভাবেৰে কাম কৰি যাব।

লয়াৰ্ছ পৰিয়ালৰ পৰা বিদায় লৈ তেওঁ এদিন হল্যেণ্ড পালেগৈ। তাত কিছুদিন কটোৱাৰ পিছত তেওঁ পুনৰ আৰ্ট গেলেৰীৰ কামত লণ্ডন পেৰিচৰ মাজত অহা-যোৱা কৰি কটাবলৈ ধৰিলে। এনেতে এদিন কৰ্তৃপক্ষৰ কোপদৃষ্টিত পৰি ভিনচেণ্টে এই চাকৰি হেৰুৱাবলগীয়া হয়। তেওঁৰ দোষ হ'ল আৰ্ট গেলেৰীত ছবি কিনিবলৈ অহা গ্ৰাহকসকলৰ প্ৰতি নৈতিকতাৰ ভাষণ দিয়াটো।

আৰ্ট গেলেৰীৰ চাকৰিৰ পৰা বৰ্খাস্ত হৈ ভিনচেণ্টে লণ্ডনৰ এখন প্ৰাইমেৰী স্কুলত পঢ়ুৱাবলৈ লয়। এই সময়তে তেওঁ মনোযোগেৰে সৈতে বাইবেল ধৰ্মগ্ৰন্থখন পঢ়িবলৈ লয় আৰু মনে মনে চাৰ্চত যোগ দি এজন ধৰ্মযাজক হোৱাৰ কথা চিন্তা কৰে।

খ্ৰীষ্টধৰ্মৰ সকলো কথা খৰচি মাৰি জনাৰ পিছত তেওঁ ইয়াৰ মাজত এটা নতুন কথা আবিষ্কাৰ কৰে। তেওঁ দেখিবলৈ পায় যে দুখীজনৰ সেৱা আৰু প্ৰেমৰ ভাবেই খ্ৰীষ্টধৰ্মৰ মূল কথা। কেৱল গীৰ্জাঘৰৰ চাৰিবেৰৰ মাজতেই ই আৱদ্ধ নহয়। তেওঁ সঁচা অৰ্থত দুখীজনৰ সেৱাৰ উদ্দেশ্য আগত ৰাখি 'বৰিনেজ' অঞ্চলৰ খনি-মজদুৰ সকলৰ মাজত সোমাই পৰে। খনিত কাম কৰা শ্ৰমিকসকলৰ সুখ-দুখৰ অংশীদাৰ হৈ থাকি তেওঁলোকৰ মাজত সোমাই

পৰে। খনিত কাম কৰা শ্ৰমিকসকলৰ সুখ-দুখৰ অংশীদাৰ হৈ থাকি তেওঁলোকৰ মাজত ধৰ্মীয় উপদেশসমূহ বিলাবলৈ ধৰে। পিছে তেওঁৰ এই কাৰ্যত গীৰ্জাৰ মুৰব্বীসকলে ঘোৰ বিৰোধিতা কৰে আৰু তেওঁক খনি-অঞ্চল এৰি যাবলৈ বাধ্য কৰায়। সেয়া আছিল ১৮৮০ চনৰ কথা।

ভিনচেণ্টে পুনৰ ছবি আঁকিবলৈ ধৰে। এইবাৰ তেওঁৰ ছবিৰ বিষয়বস্তু হ'ল বৰিনেজ কয়লা খনিৰ শ্ৰমিকসকলৰ শোষিত আৰু নিষ্পেষিত জীৱনৰ কাৰুণ্যতা। এই সময়ত তেওঁৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰে আৰু জীৱন নিৰ্বাহৰ কাৰণে ভায়েক থিয়'ৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হয়।

১৮৮৩ চনৰ পৰা ১৮৮৫ চনলৈ ভিনচেণ্টে ফ্ৰান্সৰ গ্ৰামাঞ্চলৰ কৃষকসকলৰ মাজত দিন অতিবাহিত কৰে আৰু কৃষক শ্ৰমিকসকলৰ দুখ-দৈন্যতাক মাধ্যম হিছাপে লৈ ছবি আঁকিবলৈ লয়। এই কৃষকসকলৰ মাজতো তেওঁ বৰিনেজৰ খনি মজদুৰ সকলৰ, দৈন্যতাৰ, একেখন ছবিকে দেখিবলৈ পায়।

১৮৮৫ চনত ভিন্‌চেণ্টৰ দেউতাকৰ মৃত্যু হয়। তেওঁ কিছুদিনৰ বাবে নিজৰ ঘৰত থাকে আৰু তাৰ পৰা এন্‌টোৱাৰ্প নামে ঠাইলৈ যায়। তেওঁৰ আৰ্থিক অৱস্থাৰ অধিক অৱনতি ঘটে। এই সময়তে তেওঁৰ প্ৰিয় ভায়েক পেৰিচ চহৰত অসুস্থ হৈ পৰে আৰু অসুস্থ ভায়েকৰ খবৰ ল'বলৈ যাবৰ পৰত নিজৰ কেনভাচ্ আৰু ছবিসমূহ বন্ধকত ৰাখিবলগীয়া হয়।

পেৰিচত থকা সময়ছোৱাত ভিন্‌চেণ্টে চহৰৰ বিখ্যাত আৰ্ট গেলেৰী সমূহলৈ গৈ তাত থকা বিখ্যাত চিত্ৰসমূহ অধ্যয়ন কৰে। কিন্তু সেই সময়লৈকে মহৎ চিত্ৰ হিছাপে খ্যাতি লাভ কৰা ইম্‌প্ৰেছনিষ্ট (Impressionist) সকলৰ চিত্ৰসমূহত তেওঁ তথাকথিত 'মহান শিল্পীসকলৰ' বুৰ্জোৱা মানসিকতাৰ প্ৰকাশ ঘটাহে দেখিবলৈ পায়। লগে লগে তেওঁ চিত্ৰকলাৰ এক নতুন শৈলী নিৰ্মাণৰ প্ৰয়োজনীয়তাৰ কথা অনুভৱ কৰে।

এনে সময়তে পেৰিচ চহৰত অনুষ্ঠিত হোৱা এখন প্ৰদৰ্শনীত ভিন্‌চেণ্টে দেখিবলৈ পায় সেই সময়ৰ প্ৰখ্যাত বিপ্লৱী পল-গঁগাৰ কেতবোৰ চিত্ৰ। এই চিত্ৰসমূহৰ নতুনত্বই আৰু ইয়াৰ অন্তৰ্নিহিত ভাবধাৰাই ভিন্‌চেণ্টৰ মন আলোড়িত কৰি যায়। পল-গঁগা হৈ পৰে ভিন্‌চেণ্টৰ আদৰ্শ।

১৮৮৮ চনত ভিন্‌চেণ্ট ভেন গগ আৰু পল গঁগা পৰস্পৰৰ সান্নিধ্যলৈ আহে আৰু তেতিয়াৰে পৰা ফ্ৰান্সৰ আৰ্লে চহৰত দুয়ো শিল্পী একেলগে থাকিবলৈ লয়। পৰৱৰ্তী কালত মহৎ চিত্ৰ হিছাপে চিহ্নিত হোৱা ভিন্‌চেণ্টৰ বহুসংখ্যক ছবি এই আৰ্লে চহৰতেই অংকিত হয়।

ইয়াৰ পিছৰ দুটা বছৰৰ ভিতৰতেই ভিন্‌চেন্টৰ উন্মাদনা চূড়ান্তভাৱে বৃদ্ধি পায়। কিন্তু এই উন্মাদগ্ৰস্ত অৱস্থাতো তেওঁ কেৱল ছবিকেই আঁকি যায়। কিন্তু, তেওঁৰ মানসিক অসুস্থতাই সীমা চেৰাই যোৱা অৱস্থাত তেওঁক এসময়ত মানসিক চিকিৎসালয়ত ভৰ্তি কৰাবলগীয়া হয়। ইয়াতো তেওঁৰ ৰোগৰ উপশম নঘটাত ১৮৯০ চনৰ মাৰ্চ মাহত তেওঁক বিখ্যাত মনোৰোগ চিকিৎসক ড: গেচেটৰ তত্বাৱধানত ৰখা হয়।

ড: গেচেটৰ তত্বাৱধানত থকা অৱস্থাতে এদিন তেওঁ নিজহাতে নিজৰ ওপৰত গুলী চলাই আত্মহত্যা কৰে।

জীৱিত কালত এই মহান চিত্ৰশিল্পীজনাৰ এখনো চিত্ৰ বিক্ৰী হোৱা নাছিল। কিন্তু তেওঁৰ মৃত্যুৰ পিছত এই চিত্ৰসমূহ চিত্ৰকলাৰ মহত্তম সৃষ্টি হিছাপে স্বীকৃত হয়।

এই মহান চিত্ৰশিল্পীৰ কেইখনমান তৈলচিত্ৰৰ মূল্য মাত্ৰ কেইদিনমান আগতে একোখনত নিযুত ডলাৰকৈ নিৰূপিত কৰা হয়।

# ফ্লিণ্ডাৰ্চ পেট্ৰি

মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ ক্ষেত্ৰত যিসকল মহান চিন্তাবিদে তেওঁলোকৰ নিজ নিজ অৱদানেৰে মানৱ জাতিৰ ভৱিষ্যতৰ পথ সমুজ্জ্বল কৰি থৈ গৈছে, ফ্লিণ্ডাৰ্চ পেট্ৰিও সেই সকলৰ মাজৰে এজন। কোনো ধৰণৰ আনুষ্ঠানিক শিক্ষা নোহোৱাকৈয়ে এইগৰাকী মহান চিন্তাবিদে প্ৰত্নতত্ত্ববিদ্যাৰ চৰ্চ্চাৰে অতীত অনুসন্ধানৰ সি চমকপ্ৰদ পথ ৰচনা কৰি থৈ গৈছে, তাৰ কাহিনীও সমানেই চমকপ্ৰদ।

১৮৫৩ চনৰ ৩ জুনত ইংলণ্ডৰ কেন্ট প্ৰদেশৰ চাৰ্লটনত জন্ম গ্ৰহণ কৰে ফ্লিণ্ডাৰ্চ পেট্ৰিয়ে। তেওঁৰ দেউতাক উইলিয়াম পেট্ৰি পেশাগতভাৱে আছিল এজন চিভিল ইঞ্জিনীয়াৰ। কিন্তু তেওঁৰো প্ৰধান চখ্ আছিল প্ৰত্নতত্ত্বৰ চৰ্চ্চা কৰাটো। ইয়াৰ উপৰিও উইলিয়াম পেট্ৰিৰ যিবোৰ বিষয়ত ৰাপ আছিল তাৰ ভিতৰত প্ৰধানকৈ উল্লেখযোগ্য হ'ল--- ৰসায়ন শাস্ত্ৰ আৰু পুৰণি ইতিহাসৰ চৰ্চ্চা।

ফ্লিণ্ডাৰ্চ পেট্ৰিৰ মাক এ্যান পেট্ৰিও আছিল এগৰাকী অসাধাৰণ মহিলা। তেওঁ বিজ্ঞান আৰু ইতিহাসৰ অনুৰাগী আছিল। নানান ঠাই ভ্ৰমণ কৰি এনি পেট্ৰিয়ে ফচিল আৰু খনিজ পদাৰ্থ সংগ্ৰহ কৰিছিল। তেওঁৰ এনে ধৰণৰ কাৰ্যই একমাত্ৰ পুত্ৰ ফ্লিণ্ডাৰ্চৰ মনতো এই বিষয়ত আকৰ্ষণৰ ভাব জন্মাইছিল। ঘৰখনৰ ভিতৰতে দেউতাক আৰু মাকে তেওঁলোকৰ চখৰ চৰ্চ্চাসমূহৰ মাজেদিয়েই তৈয়াৰ কৰিছিল এটা সুন্দৰ শৈক্ষিক পৰিবেশৰ। মাক এনি পেট্ৰিয়ে সংগ্ৰহ কৰা অন্যান্য শিলগুটি আৰু জীৱাশ্ম বিলাকক লৈ শিশু ফ্লিণ্ডাৰ্চে খেলা কৰিছিল। কিশোৰ অৱস্থাত এই একেবোৰ বস্তুৱেই তেওঁৰ মনত সৃষ্টি কৰে হাজাৰ প্ৰশ্নৰ আৰু জীৱনৰ পৰিপক্ক বয়সত এইবিলাকৰ গৱেষণালব্ধ ফলেই তেওঁক দান কৰে বিশ্বখ্যাতি, যশ-সন্মান আৰু অমৰত্ব।

সৰু কালত ফ্লিণ্ডাৰ্চে যিবোৰ সামগ্ৰীৰে খেল খেলিছিল, সেইবিলাকৰ ভিতৰত এটা প্ৰধান উল্লেখযোগ্য বস্তু আছিল পুৰণি মুদ্ৰা। জীৱাশ্ম, সৰু-বৰ শিলগুটি আৰু নানান ঠাইৰ খনিজ পদাৰ্থ সংগ্ৰহ কৰাৰ লগতে ফ্লিণ্ডাৰ্চৰ মাকে প্ৰচুৰ পৰিমাণৰ বিদেশী মুদ্ৰাও সংগ্ৰহ কৰিছিল। এই মুদ্ৰাবোৰ আছিল বিভিন্ন দেশৰ। ১৩ বছৰমান বয়সত ফ্লিণ্ডাৰ্চে এদিন মাকৰ সৈতে ফুৰিবলৈ গাওঁতে এঠাইত এখন দোকানত সোমায়। এই দোকানত কেৱল ঐতিহাসিক মূল্য থকা পুৰণি বস্তুহে ৰখা হৈছিল। ইয়াতেই ফ্লিণ্ডাৰ্চে মাকৰ পৰা পুৰণি গ্ৰীক আৰু ৰোমান মুদ্ৰা কিছুমান লাভ কৰিছিল। পৰৱৰ্তী কালত এইবিলাকৰ অধ্যয়নৰ পৰা তেওঁ ভালেমান নতুন কথা আবিষ্কাৰ কৰিছিল।

কোনো শিক্ষানুষ্ঠানলৈ নগ'লেও ফ্লিণ্ডাৰ্চে ঘৰতে শিক্ষা পাইছিল মাক দেউতাৰ পৰা। এনেকৈ মাক-দেউতাকৰ পৰা লাভ কৰা শিক্ষাৰে তেওঁ পাতিযা লিখা পঢ়া কৰিব পৰা হ'ল তেতিয়াবে পৰা তেওঁ ইতিহাস আৰু পুৰাতত্ত্বৰ বিখ্যাত গ্ৰন্থসমূহৰ অধ্যয়নত মনোনিবেশ কৰে। ইয়াৰ লগতে আৰম্ভ কৰে প্ৰত্নতত্ত্বৰ গৱেষণা। এইক্ষেত্ৰত তেওঁক সকলো ফালৰ পৰা উৎসাহিত কৰে তেওঁৰ পিতৃ মাতৃয়ে।

২০ বছৰমান বয়সত ফ্লিণ্ডাৰ্চে দক্ষিণ ইংলণ্ডৰ ফালে চৰকাৰী জৰীপ বিভাগত পৰিদৰ্শকৰ কামত নিযুক্তি লাভ কৰে। এই চাকৰিত থকা কালতে ১৮৮০ চনত ষ্টনহেনজ্ (stonehenge) নামে ঠাইৰ খনন কাৰ্যত আবিষ্কৃত কেতবোৰ তথ্যৰ বিস্তৃত বিশ্লেষণেৰে ফ্লিণ্ডাৰ্চে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। সেই সময়ত তেওঁৰ দ্বাৰা আৱিষ্কৃত এই তথ্যসমূহৰ আধাৰতেই পৰৱৰ্তী কালত ষ্টনহেনজত বহুতো গুৰুত্বপূৰ্ণ ঐতিহাসিক তথ্যৰ আবিষ্কাৰ হয়। ফ্লিণ্ডাৰ্চৰ এই সফলতাত দেউতাক উইলিয়াম পেট্ৰিয়ে বৰ সন্তোষ পায় আৰু পৰৱৰ্তী গৱেষণাৰ বাবে পুতেকক ইজিপ্তলৈ যোৱাৰ ব্যৱস্থা কৰি দিয়ে। এইবাৰ ফ্লিণ্ডাৰ্চৰ গৱেষণাৰ বিষয়বস্তু হ'ল ইজিপ্তৰ পিৰামিড।

ইজিপ্তলৈ আহি ফ্লিণ্ডাৰ্চে গীৰ্জাৰ পিৰামিডটোৰ কাষতে নিজৰ থকা-মেলাৰ ব্যৱস্থা কৰি লয় এটা 'টম্ব'ৰ ভিতৰত। এই 'টম্ব' (Tomb) হ'ল মৰিশালিৰ ওপৰত নিৰ্মিত ঘৰ।

পিৰামিডৰ ওপৰত অনুসন্ধান চলাবলৈ গৈ ফ্লিণ্ডাৰ্চে অশেষ কষ্ট ভোগ কৰিবলগীয়া হয়। তেওঁ ইয়াৰ খনন কাৰ্যৰ বাবে অনুমতি লাভ কৰিবলৈও কঠিন সমস্যাৰ সন্মুখীন হ'বলগীয়াত পৰে। কিন্তু খনন কাৰ্যৰ অনুমতি লাভৰ

বাবে বহি নাথাকি ফ্লিণ্ডাৰ্চে পিৰামিড সমূহৰ অৱস্থান, আকৃতি-প্ৰকৃতি ইত্যাদিৰ বুজ ল'বৰ বাবে লগে লগেই কামত লাগি পৰে। পুৰাৰ পোহৰ পৃথিৱীত পৰাৰ লগে লগে তেওঁ হাতত সা-সৰঞ্জাম লৈ ওলাই যায়। ইয়াৰ পিছত সমস্ত দিন ধৰি একোটা পিৰামিডৰ বহিৰ্ভাগৰ জোখ-মাখ লৈ অন্ধকাৰ হোৱাৰ লগে লগে ঘূৰি আহে নিজৰ বাসস্থান কৰি লোৱা মৰিশালিৰ ওপৰৰ সেই 'টম্ব'টোলৈ। নিজহাতে সামান্য কিবা এটা তৈয়াৰ কৰি তাকে খাই লৈ দিনটোত

আহৰণ কৰা তথ্যসমূহৰ টোকা তৈয়াৰ কৰাত লাগে। এই কামত তেওঁৰ কেতিয়াবা গোটেই নিশা উজাগৰে পাৰ হৈ যায়। সেই নিৰ্জন মৰুভূত এনে ধৰণৰ অকল্পনীয় কষ্ট স্বীকাৰৰ মাজত তিনিবছৰ কাল কটোৱাৰ পিছত তেওঁ প্ৰকাশ কৰে, পিৰামিডৰ ইতিহাস আৰু ইয়াৰ নিৰ্মাণ কৌশল সম্পৰ্কীয় তেওঁৰ তথ্যসমৃদ্ধ গ্ৰন্থ 'দি পিৰামিডচ্ এণ্ড টেম্পলচ্ অব গিজা' (The Pyramids and Temples of Gizah)। ফ্লিণ্ডাৰ্চৰ এই গ্ৰন্থ প্ৰকাশ পোৱাৰ লগে লগে তেওঁক ইজিপ্‌চীয় গৱেষণাৰ জনকৰূপে বিশ্বৰ চিন্তাবিদমহলে স্বীকৃতি প্ৰদান কৰে।

ফ্লিণ্ডাৰ্চে তেওঁৰ গ্ৰন্থত পিৰামিডসমূহৰ যিবোৰ নতুন তথ্য দাঙি ধৰে, এই সম্পৰ্কীয় পৰৱৰ্তী কালৰ গৱেষণা আৰু অধ্যয়নৰ ক্ষেত্ৰত সেই তথ্যৰ গুৰুত্বপূৰ্ণ ভূমিকাৰ বাহিৰেও এই গ্ৰন্থত সাধাৰণ পাঠকৰ বাবেও অতীতৰ কেতবোৰ মনোযোগ আকৰ্ষণকাৰী ঘটনাৰ বৰ্ণনা দিছে। যি পদ্ধতিৰে গৱেষণা চলাই ফ্লিণ্ডাৰ্চে এই তথ্যসমূহৰ উদ্‌ঘাটন কৰিছিল--- তেওঁৰ পূৰ্ববৰ্তী কালৰ কোনো গৱেষকেই সেই ধৰণৰ পদ্ধতি অৱলম্বন কৰা নাছিল। ফ্লিণ্ডাৰ্চৰ পদ্ধতি আছিল একক আৰু অনন্য। ইফালে সেইকালত আধুনিক যুগৰ অত্যাধুনিক আহিলা-পাতিও নাছিল--- কোনোধৰণৰ গৱেষণাৰ বাবে।

পিৰামিডৰ গৱেষণা শেষ কৰি ফ্লিণ্ডাৰ্চে পুৰণি গ্ৰীক বাণিজ্যিক চহৰ নওক্ৰাটিছৰ খনন কাৰ্যত হাত দিয়ে। এই ঠাইৰ ভগ্নাৱশেষৰ ওপৰত অধ্যয়ন চলাই থকা সময়ত ইয়াত আবিষ্কৃত হোৱা কেতবোৰ মাটিৰ পাত্ৰৰ নিদৰ্শনৰ পৰাও পুৰণি ইজিপ্‌চীয় সভ্যতাৰ বহুতো তথ্য উদ্ধাৰ হয়।

ইয়াৰ পিছত 'টেল এল্ আমাৰ্না' (Tell el Amarna) ত চলোৱা গৱেষণাত ফ্লিণ্ডাৰ্চে আবিষ্কাৰ কৰে মিছৰৰ ৰজা মেৰেন পাথৰৰ শিলালিপি। তেওঁৰ এই আবিষ্কাৰ বাইবেল ধৰ্মগ্ৰন্থৰ অধ্যয়নকাৰীসকলৰ বাবে এটি অতি গুৰুত্বপূৰ্ণ আবিষ্কাৰ বুলি ধৰা হয়।

জীৱনত কোনোকালে স্কুল-কলেজৰ মুখ নেদেখা ফ্লিণ্ডাৰ্চ পেট্ৰিক ১৮৯২ চনত লণ্ডনৰ ইউনিভাৰচিটি কলেজত ইজিপ্‌চীয় গৱেষণাৰ প্ৰফেচাৰ পদত নিযুক্তি দিয়া হয়। ১৯৩৩ চনলৈকে প্ৰায় ৪১ বছৰ কাল তেওঁ এই পদত অধিষ্ঠিত থাকে। ইতিমধ্যে বহুতো সন্মানজনক পদ লাভ কৰাৰ উপৰিও ফ্লিণ্ডাৰ্চ ৰয়েল ছোচাইটিৰ ফেলো (Fellow) নিৰ্বাচিত হয়।

ইউনিভাৰচিটি কলেজত যোগদান কৰাৰ ৫ বছৰৰ মূৰত অৰ্থাৎ ১৮৯৭ চনত, ফ্লিণ্ডাৰ্চে হিলডা উৰলিন (Hilda Urlin) ক বিয়া কৰায়। সেই সময়ত তেওঁৰ বয়স ৪৪ বছৰ। ইয়াৰ পিছতেই প্ৰকাশ পায় তেওঁৰ বিখ্যাত গ্ৰন্থ 'চেভেন্‌টি ইয়েৰছ ইন আৰ্কিৱলজী' (Seventy Years in Archeology).

ফ্লিণ্ডাৰ্চৰ জীৱনজোৰা কাৰ্যসাধনাৰ জনপ্ৰিয়তা বঢ়াবৰ বাবে ইজিপ্তত প্ৰতিষ্ঠা কৰা হয় 'ব্ৰিটিছ স্কুল অব আৰ্কিৱলজী'। এই স্কুলৰ পৰিচালনাৰ ভাৰো তেওঁৰ ওপৰতেই ন্যস্ত কৰা হয়।

১৯২৩ চনত ফ্লিণ্ডাৰ্চ পেট্ৰিক নাইট (Knight) উপাধি প্ৰদান কৰা হয়। ১৯২৬ চনত ইজিপ্তৰ ৰাজনৈতিক অৱস্থাই অশান্ত ৰূপ ধাৰণ কৰাত পেট্ৰিয়ে তেওঁৰ কৰ্মস্থান জেৰুজালেমলৈ স্থানান্তৰিত কৰে। কিন্তু ইতিমধ্যে ৭০ বছৰ অতিক্ৰম কৰা পেট্ৰিৰ শৰীৰ ক্ৰমাৎ দুৰ্বল হৈ আহিবলৈ ধৰে। তথাপি তেওঁ খনন কাৰ্য চলাই যায়। খনন কাৰ্যত লাগি থকা বনুৱাসকলৰ কাম লক্ষ্য কৰে একান্তমনে। কাৰোবাৰ কোৰ বা ফাওৰ মূৰত উঠি অহা একোটা মাটিৰ পাত্ৰ বা তাৰ ভগ্নাৱশেষ অতি সযত্নে সংগ্ৰহ কৰি যায়। ইতিহাস ৰচনা হোৱাৰ বহু হাজাৰ বছৰৰ পূৰ্বে সেই ঠাই পোহৰাই ৰখা সভ্যতাৰ বিষয়ে— সেইবোৰ মানুহৰ বিষয়ে জনাটোৱেই, বিশ্ববাসীক সেইবিষয়ে জনোৱাটোৱেই তেওঁৰ আছিল মহান উদ্দেশ্য।

জেৰুজালেমত খনন কাৰ্য, অধ্যয়ন আৰু গৱেষণা চলাই থকা অৱস্থাতে ১৯৪২ চনৰ ২৮ জুলাই তাৰিখে প্ৰাণ উৎসৰ্গিত প্ৰত্নতত্ত্ববিদ ফ্লিণ্ডাৰ্চ পেট্ৰিয়ে কামৰ মাজতেই জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰে।

জীৱন ব্যাপী কৰা ফ্লিণ্ডাৰ্চৰ সাধনাই প্ৰত্নতত্ত্ববিদ্যাক দিলে এটি নতুন ৰূপ। তেওঁ এই কামত হাত দিয়াৰ আগলৈকে ই কেৱল এটা অৱসৰ বিনোদনৰ মাধ্যমহে আছিল। ফ্লিণ্ডাৰ্চ পেট্ৰিৰ কষ্ট স্বীকাৰে এই বিষয়টোক এটা পূৰ্ণাংগ পৰ্যায়ৰ বৈজ্ঞানিক বিষয়ৰ মৰ্যাদা প্ৰদান কৰে।

** ** ** ** **

# মাও জে দং

So many deeds cry out to be
done
And always urgently,
The world rools on,
Time presses
Ten thoushand years are too
long,
Seize the day, seize the hour!

Mao, Tsetung
January 9, 1963

কাবৈতা ফাকিৰ ভাৱাৰ্থ এনেধৰণৰ—
ততাতৈযাকৈ কৰিবলগীয়া ইমানবোৰ কামৰ হাতছানি, পৃথিৱী ঘূৰিব লাগিছে,
সময়ে দিছে হেঁচা
হাজাৰ বছৰ বহু দীঘল সময়,
দিনটোক ধৰি ৰাখা, মুহূৰ্তটোক ধৰি ৰাখা
চীনৰ মহান জননেতা কবি, চিন্তাবিদ, বিপ্লৱী ৰাজনীতিজ্ঞ, বিশ্বৰ সৰ্বকালৰ ৰাষ্ট্ৰ নিৰ্মাতা সকলৰ অন্যতম, আধুনিক চীনৰ নিৰ্মাতা আৰু বিশ্ব ৰাজনীতিৰ যুগস্ৰষ্টা মাও জে দঙৰ স্ব-ৰচিত ওপৰৰ কবিতা ফাঁকি তেওঁৰ আদৰ্শৰ এটি প্ৰকৃত অভিব্যক্তি।

১৮৯৩ চনৰ ২৬ ডিচেম্বৰ তাৰিখে য়ুনান প্ৰদেশৰ ছাও ছান নামে ঠাইৰ এটা কৃষক পৰিয়ালত জন্ম গ্ৰহণ কৰে মাও জে দঙে।

খেতিয়কৰ সন্তান মাওক দেউতাকে বিচাৰিছিল খেতিয়ক হোৱাটোকে। কিন্তু শিশু অৱস্থাৰ পৰাই সকলো কথাৰ প্ৰতি সূক্ষ্মদৃষ্টি সম্পন্ন মাওৱে ছাত্ৰাৱস্থাতে উপলব্ধি কৰে যে পৃথিৱীৰ বৃহত্তম জনগোষ্ঠীটোৰ কৃষক শ্ৰমিক সকলৰ দুখ দৈন্যতা আঁতৰ কৰাৰ ক্ষেত্ৰত তেওঁৰ বহুতো কৰিবলগীয়া আছে। তেওঁ লগতে এইটোও উপলব্ধি কৰে যে শ্ৰমিক শ্ৰেণীৰ জৰ্জৰিত জীৱনৰ যন্ত্ৰণা দূৰ কৰাৰ একমাত্ৰ উপায় বিপ্লৱ। একমাত্ৰ বিপ্লৱৰ যোগেদিহে শোষণমুক্ত সমাজ এখন গঠন কৰাটো সম্ভৱ। সেয়ে তেওঁ তেওঁৰ উদ্দেশ্য সাধনৰ বাবে প্ৰয়োজনীয় শিক্ষা আহৰণত গুৰুত্ব দিয়ে আৰু দেউতাকে তেওঁৰ শিক্ষা গ্ৰহণৰ বাবে খৰচ যোগাবলৈ অমান্তি হোৱাত মাওৱে তেওঁৰ বন্ধুবৰ্গৰ পৰা টকা ধাৰ কৰি নিজৰ অধ্যয়নৰ খৰচ যোগাৰ কৰে।

পৃথিৱীৰ এক তৃতীয়াংশ জনতাৰ ভাগ্য পৰিবৰ্তনৰ ইঙ্গিত লক্ষ্য আগত ৰাখি মাওঁৱে প্ৰথমতে অধ্যয়ন কৰিবলৈ লয় চীনৰ অতীত ইতিহাস। এই সময়ত মাওক বুৰঞ্জীৰ দুটা ঘটনাই বৰকৈ আকৃষ্ট কৰে। এটা হ'ল ১৮৫০ চনৰ পৰা ১৮৬৫ চনলৈ টাইপিং (Taiping) বিপ্লৱৰ নেতাসকলৰ নেতৃত্বত শ্ৰমিক শ্ৰেণী মুক্ত হ'বলৈ চলোৱা প্ৰচেষ্টা আৰু আনটো হ'ল চানয়েট চেনৰ নেতৃত্বত মাঞ্চু শাসকৰ বিৰুদ্ধে মুক্তি অভিযান।

১৯১৯ চনত, ২৬ বছৰ বয়সত মাওৱে সমগ্ৰ চীন ভ্ৰমণৰ অন্তত ছাংহাইত উপস্থিত হয় আৰু প্ৰথম বিশ্ব যুদ্ধত ব্ৰিটিছ আৰু ফৰাচী মিত্ৰ গোষ্ঠীয়ে চীনৰ প্ৰতি বিশ্বাসঘাতকতা কৰাৰ প্ৰতিবাদত ছাত্ৰ সকলে আৰম্ভ কৰা বিক্ষোভ প্ৰদৰ্শনত যোগ দিয়ে।

ইয়াৰ পিছত ১৯২১ চনত মাও জে দং চীন কমিউনিষ্ট পাৰ্টিৰ প্ৰতিষ্ঠাতা, চেন-টু-ছিওৰ (Chen-Tu- hsiu,) সান্নিধ্যলৈ আহে আৰু কমিউনিষ্ট ভাবাদৰ্শ গ্ৰহণ কৰি ছাংহাইত অনুষ্ঠিত চীন কমিউনিষ্ট পাৰ্টিৰ সভাত যোগ দিয়ে।

১৯২৬ চন। চীনৰ শাসনভাৰ চিয়াং কাই চেকৰ নেতৃত্বাধীন কুমিন্টাং দলৰ হাতত। এই সময়ত মাও-চে তুঙৰ ৰাজনৈতিক কাৰ্যদক্ষতালৈ লক্ষ্য কৰি কুমিন্টাং শাসক বৰ্গই তেওঁক চৰকাৰী প্ৰচাৰ বিভাগৰ পৰিচালক সঞ্চালক পদত নিয়োগ কৰাৰ লগতে, জাতীয় কৃষক আন্দোলন অনুষ্ঠানৰো মুৰব্বী ..ও কৰে। কিন্তু ইয়াৰ এবছৰৰ ভিতৰতে কৃষক আন্দোলন অনুষ্ঠানৰ ওপৰত যুগুতোৱা মাও জে দঙৰ এখন প্ৰতিবেদন (Report on an Investigation

into the peasant Movement in Unan) ৰ ভিত্তিত তেওঁক প্ৰতিক্ৰিয়াশীল আখ্যা দি পলিটবুৰো আৰু পাৰ্টি ফ্ৰন্ট কমিটীৰ পৰা নিলম্বিত কৰা হয়। অৱশ্যে ইয়াৰ লগে লগেই মাওৰ নেতৃত্বত আৰম্ভ হয় এটা কৃষক আন্দোলন। তেওঁ য়ুনান প্ৰদেশৰ কৃষকসকলক সংঘবদ্ধ কৰি আৰম্ভ কৰা এই আন্দোলন অৱশ্যে বেছিদিন চলিবলৈ নাপালে। কুমিন্টাং শাসনে এই আন্দোলন অতি নিষ্ঠুৰভাবে দমন কৰে আৰু মাও জে দঙক বন্দী কৰি, তেওঁক মৃত্যুদণ্ডৰ আদেশ শুনায়। বন্দী অৱস্থাৰ পৰা মাও পলাই সাৰে আৰু এহেজাৰ জনমান কৃষক বিপ্লৱীক লগত লৈ ছিঙকাংছাঙ বৰফে আবৰা দুৰ্গম অঞ্চলত আশ্ৰয় লয়গৈ আৰু তাৰ পৰাই পৰিচালনা কৰিবলৈ লয় তেওঁৰ আন্দোলনৰ কাৰ্যসূচী। ছিঙকাংছাঙত এই ভাবে থাকোতেই ১৯২৮ চনৰ মে' মাহত তেওঁৰ বিৰুদ্ধে এটা কুমিয়েনন্টাং সৈন্য দল পঠোৱা হয়। কিন্তু মাওৰ দলৰ হাতত এই সৈন্য দলৰ শোচনীয় পৰাজয় ঘটে আৰু পৰাস্ত হোৱা সৈন্য সকলৰ সকলো অস্ত্ৰ শস্ত্ৰ জব্দ কৰি মাৱে তাৰ সহাযত গঠন কৰে লাল সৈনিক প্ৰথম বাহিনী। এই সময়ত মাওৰ কাৰ্যকলাপে ছোভিযেট নেতৃবৰ্গৰ দৃষ্টি আকৰ্ষণ কৰে আৰু মস্কোত অনুষ্ঠিত ছোভিয়েট কমিউনিষ্ট পাৰ্টিৰ যষ্ঠ কংগ্ৰেছৰ অধিবেশনত মাও জে দঙক কেন্দ্ৰীয কমিটি আৰু পলিটবুৰ'ৰ সদস্য ভুক্ত কৰা হয।

১৯৩০ চনৰ ডিচেম্বৰ মাহৰ পৰা ১৯৩৩ চনৰ অক্টোবৰ মাহৰ ভিতৰত ছিযাংকাই ছেকে মাও জে দঙৰ বিপ্লৱী আস্থান ধ্বংস কৰিবৰ বাবে চাৰিটা সু-সজ্জিত সামৰিক অভিযান চলায কিন্তু প্ৰতিবাৰেই কুমিযেন্টাং সেনাদল মাওৰ গেৰিলা বাহিনীৰ হাতত শোচনীয় পৰাজযৰ সন্মুখীন হয়। এই কেইটা কুমিযেনন্টাং অভিযানক নিৰৰ্থক কৰি প্ৰমাণ কৰা লাল বাহিনীৰ কৃতকাৰ্যতাৰ গুৰিতেই আছিল মাওৰ ৰণনীতি, গেৰিলা ৰণ-কৌশল আৰু কঠোৰ নিযমানু বৰ্তিতাৰ শাসন। অৱশ্যে স্থানীয কৃষক জনগোষ্ঠী আৰু তেওঁৰ প্ৰধান সহাযক চু-টেইৰ অৱদানো এই কৃতাকাৰ্যতাৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ।

মাও জে দঙৰ বিপ্লৱী বাহিনীৰ বিৰুদ্ধে পঞ্চমটো অভিযান পঠোৱাৰ পূৰ্বে চিয়াংকাই ছেকে এইবাৰ জাৰ্মান সমৰবিদ সকলৰ সৈতে আলোচনাত বহি সমৰ কৌশল তৈয়াৰ কৰে। সেই অনুসৰি ১৯৩৪ চনৰ প্ৰথম ভাগতে প্ৰায় এক নিযুত সৈন্য মোতায়েন কৰে। এই বিপুল সংখ্যক সৈন্যই মাওৰ বিপ্লৱী বাহিনীৰ আস্থান চাৰিওফালৰ পৰা ঘেৰি ধৰে। কিন্তু ইতিমধ্যেই সেই আস্থান ত্যাগ কৰি লাল বাহিনী বহুদূৰলৈ আঁতৰি গৈ তৈয়াৰ কৰে নতুন ছাউনী।

কুমিয়েনণ্টাং বাহিনীৰ এই অভিযানো ব্যৰ্থ হয়। সেই বছৰবে অক্টোবৰ মাহত মাও জে দঙৰ নেতৃত্বত আৰম্ভ হয় ৰাজনৈতিক বুৰঞ্জীৰ এটি অভূতপূৰ্ব ঘটনা বিখ্যাত 'লং মাৰ্চ'। এবছৰ ধৰি নানান বিপদ বিঘিনিৰ মাজেদি চলা এই পদযাত্ৰাৰ অন্তত ১৯৩৫ চনৰ অক্টোবৰ মাহত মাওৰ দল উপস্থিত হয় উত্তৰ চেনছীত। ইয়াতেই আৰম্ভ হয় লাল বাহিনীৰ পুনৰ গঠন। গেৰিলা বাহিনীৰ পুনৰ গঠন, তেওঁলোকক শিক্ষাদান আৰু অন্যান্য কাৰ্যসূচী অব্যাহত ৰাখিও মাও জে দঙে সমানে জনসংগঠনৰ কামো চলাই যায়। দেশ আৰু দেশৰ জনতাৰ খাতিৰত নিজ স্বাৰ্থত্যাগৰ তুলনাবিহীন আদৰ্শ দাঙি ধৰি পৰৱৰ্তী ১২ বছৰ কাল মাওৱে অতিবাহিত কৰে তেওঁৰ বৈপ্লৱিক কাৰ্যক্ষেত্ৰৰ প্ৰসাৰতা ঘটাই। ১৯৪৯ চনৰ ১ অক্টোবৰ তাৰিখে কমিউনিষ্ট নেতাসকল অগ্ৰসৰ হয় বেইজিঙৰ ফালে, আৰু ৫৫ বছৰ বয়সত পদাৰ্পণ কৰা মহান জননেতা মাও জে দঙক 'চেয়াৰমেন' হিচাপে লৈ গঠিত হয় চেণ্ট্ৰেল পিপলছ্ গভৰ্ণমেণ্ট। মাও জে দঙক আদৰি লয় ৮০ কোটি জনতাই। বিশ্বৰ মুঠ জন সংখ্যাৰ এক তৃতীয়াংশ লোকৰ বসতি বৃহৎ চীনত প্ৰতিষ্ঠিত হয় কমিউনিষ্ট সাধাৰণ তন্ত্ৰ। দেশৰ শাসনভাৰ হাতত লৈ মাওৱে পূৰ্বতকৈও অধিক তৎপৰতাৰে কাম কৰিবলৈ লয়। কুমিয়েনণ্টাং সকলৰ হাতত উৰলি যোৱা অৰ্থনীতি টনকিয়াল কৰাৰ দিশত। মাৱে তেওঁৰ সৰ্বশক্তি প্ৰয়োগ কৰি বিভিন্ন ধৰণৰ আঁচনি কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত উঠি পৰি লাগে। ইয়াৰ পিছতে আৰম্ভ হয় সাংস্কৃতিক বিপ্লৱ। মাওৰ চিন্তা ভাৱনা কেন্দ্ৰীভূত হয় দেশৰ সৰ্বাঙ্গীণ উন্নতিৰ লক্ষ্যত।

১৯৪৯ চনত ক্ষমতা দখল কৰাৰে পৰা ১৯৭৬ চনৰ ৯ ছেপ্তেম্বৰ তাৰিখে মৃত্যু বৰণ কৰালৈকে এই সুদীৰ্ঘ ২৭ বছৰৰ ভিতৰত বহুতো সঙ্কটৰ পৰা দেশক ৰক্ষা কৰে মাওৰ সফল নেতৃত্বই। বহুতো ক্ষেত্ৰত তেওঁৰ শাসন কালতেই আন্তৰ্জাতিক মত বিৰোধৰ সৃষ্টি হয় যদিও তেওঁ কোনো বাহিৰা শক্তিৰ কথালৈ কৰ্ণপাত নকৰি কেৱল দেশৰ বাবে মঙ্গলজনক কৰ্তব্য সমূহ সমাধান কৰি গৈছিল।

আজিৰ চীন হয়তো এখন নতুন চীন। এই নতুন চীনত মাওৰ প্ৰাসঙ্গিকতা হেৰাই যাব খুজিলেও আধুনিক চীনৰ নিৰ্মাতা হিচাপে মাওৰেই নাম ল'ব লাগিব সৰ্বপ্ৰথমে।

# কামাল আতাতুৰ্ক

তুৰ্কীৰ চলনিকা চহৰৰ এটা উৰঁলি যোৱা ঘৰত বাস কৰিছিল আলিৰিজা নামে এজন চৰকাৰী কেৰাণী আৰু তেওঁৰ পত্নী জুবেদাই। ১৮৮০ চনত তেওঁৰ এটি পুত্ৰ সন্তান জন্ম হয়। নাম ৰখা হয় মুস্তাফা।

মুস্তাফা লাহে লাহে ডাঙৰ হয়, বন্ধু বান্ধৱহীন এটি নি:সঙ্গ শিশু হিছাপে। সাত বছৰ বয়সত মুস্তাফাৰ দেউতাকৰ মৃত্যু হোৱাত তেওঁক তেওঁৰ খুৰাক এজনে নিজ ঘৰলৈ লৈ যায়। গাঁৱত বসবাস কৰা এই খেতিয়ক খুৰাক জনৰ ঘৰত মুস্তাফাই গৰু ভেৰা আদি চৰোৱাৰ কাম কৰি পেট প্ৰবৰ্তাবলগীয়া হয়। এঘাৰ বছৰ বয়সলৈকে এই অৱস্থাত থকাৰ পিছত মাক জুবেদাৰ অনুৰোধত খুৰাকে তেওঁক স্থানীয় স্কুল এখনত নাম লগাই দিয়ে। কিন্তু শিশু অৱস্থাৰ পৰাই নি:সঙ্গ জীৱন কটাই অহা মুস্তাফাই বদ্‌মেজাজৰ বাবে কিছুদিনৰ ভিতৰতে এই স্কুল এৰিব লগীয়া হয়।

সকলো কথাৰ প্ৰতি স্বভাৱজাত বিদ্ৰোহৰ ভাৱ এটা পোষণ কৰিলেও মুস্তাফা আছিল এজন চোকা বুদ্ধিৰ ল'ৰা। স্কুলৰ পৰা ওলাই তেওঁ মনে মনে সৈন্যবাহিনীত ভৰ্ত্তি হোৱাৰ কথা ভাবিলে। ভবামতেই দৰ্খাস্ত কৰিলে মিলিটেৰী কেডেট স্কুললৈ। এসময়ত সেই স্কুলৰ এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ সৈন্যবাহিনীৰ স্কুলত ভৰ্ত্তি হ'ল।

মুস্তাফাৰ চোকা বুদ্ধি আৰু তেওঁৰ অদ্ভুত কাৰ্য কুশলতাৰ বাবে এই স্কুলত শিক্ষা গ্ৰহণ কৰি থকা সময়তে তেওঁৰ নাম হয় 'কামাল।' সোতৰ বছৰ বয়সত এই স্কুলৰ পৰা সুখ্যাতিৰে পাছ কৰাৰ পিছত তেওঁ মনাষ্টিৰ (Monasti) চিনিয়ৰ মিলিটেৰী স্কুলত ভৰ্ত্তি হয়। এইখন স্কুলত পঢ়ি থকা কালতে তেওঁ তুৰ্কীৰ এটা বিপ্লৱী সন্থাৰ সদস্য হয়। সেই সময়ৰ তুৰ্কীৰ দুখ লগা অৱস্থাই তেওঁৰ মনত বিদ্ৰোহৰ ভাৱ জগাই তোলে।

২৪ বছৰ বয়সত সৈন্যবাহিনীৰ কেপ্তেইন পদত অধিষ্ঠিত হোৱাৰ পিছত

মুস্তাফাই গোপন বিপ্লৱী সন্থা বতন (Vatan) ৰো এজন নেতা হিছাপে বৈপ্লৱিক কাৰ্য চলাই যায়। কিন্তু ইতিমধ্যে তেওঁ চৰকাৰী গুপ্তচৰ বাহিনীৰ হাতত ধৰা পৰে আৰু ৰাজদ্ৰোহী হিছাপে কাৰাবৰণ কৰিবলগীয়া হয়।

মুস্তাফাৰ সঙ্গীসকলৰ প্ৰায় বিলাককে মৃত্যুদণ্ড দিয়া হয়। মুস্তাফাৰ বাবেও মৃত্যুদণ্ডৰ আদেশ হৈছিল যদিও সৈন্য বাহিনীত তেওঁ প্ৰদৰ্শন কৰা দক্ষতাৰ বাবে চুলতানে তেওঁৰ মৃত্যুদণ্ড ৰদ কৰে আৰু শাস্তিমূলক ব্যৱস্থা হিছাপে দামাছকাছত দ্রুছসকলৰ বিৰুদ্ধে চলি থকা যুদ্ধ পৰিচালনাৰ ভাৰ দি সেই ঠাইলৈ পঠিয়ায়।

মুস্তাফা কামালে দামাচকাছৰ যুদ্ধ ক্ষেত্ৰতো তুৰ্কী অফিচাৰসকলক লৈ গঠন কৰে "দি ফাদাৰলেণ্ড এণ্ড ফ্ৰিদম চচাইটি (The Fatherland and Freedom Society) ইতিমধ্যে তেওঁৰ জন্মস্থান চলনিকাতো একে ধৰণৰ এটা বিপ্লৱী সন্থা তৈয়াৰ হৈছিল। তেওঁৰ সন্থাৰ দুজনমান সদস্য অফিচাৰৰ সহায়ত এদিন কামালে দামাচকাছৰ পৰা গোপনে চলনিকালৈ যাত্ৰা কৰে।

চলনিকাত পদাৰ্পণ কৰাৰ লগে লগেই কামাল পুনৰবাৰ চোৰাংচোৱাৰ চকুত পৰে; কিন্তু এইবাৰ তেওঁ গ্ৰেপ্তাৰ হোৱাৰ আগতেই পলাই সাৰিবলৈ সক্ষম হয়। ইয়াৰ পিছত অভিসান্ধিমূলক কাৰ্যত লিপ্ত হোৱাৰ অভিযোগত তেওঁক চাকৰিৰ পৰা নিলম্বিত কৰা হয়। কিন্তু বিচাৰৰ সময়ত তেওঁৰ বিৰুদ্ধে কোনো প্ৰমাণ দাঙি ধৰিব নোৱৰাত তেওঁ মুক্তি পায় আৰু পুনৰ সৈন্য বাহিনীৰ কামত বাহাল হয়। এইবাৰ তেওঁ বিভাগীয় নিৰ্দেশমতেই চলনিকালৈ বদলি হয়। ইয়াৰ পিছত তেওঁ চলনিকাত 'অটমান ফ্ৰিদম চচাইটি' (OTTOMAN FREEDOM SOCIETY) নামে আন এটা সন্থাৰ সংগঠন কৰে। এই সময়ত তেওঁৰ একমাত্ৰ সপোন হয় এখন মুক্ত তুৰ্কী। এখন আধুনিক আৰু সমৃদ্ধিশালী তুৰ্কী।

সংগ্ৰামৰ পথ সদায় কণ্টকাকীৰ্ণ হয়। যাৰ বিৰুদ্ধে সংগ্ৰাম, সেই ৰাজশক্তি আৰু ৰাজশক্তিৰ সপক্ষে থিয় হোৱা এচাম লোকে কামালৰ এই বিপ্লৱৰ পথত থিয় কৰিলে প্ৰতিবন্ধকৰ এক প্ৰাচীৰ। চুলতানৰ অনুগতসকলে কামালৰ বিৰুদ্ধে প্ৰচাৰ আৰম্ভ কৰিলে যে মুস্তাফা কামালে ইচলাম ধৰ্মৰ বিলোপ সাধন কৰিব খুজিছে। কিন্তু সেই অৱস্থাতো কামালৰ অনুগামীসকলে কামালক তুৰ্কীৰ অবিসম্বাদী নেতা হিছাপে সন্মান জনাই গ'ল

কামালৰ বিপ্লৱী সন্থাৰ বহুতো বিপ্লৱীয়ে আব্দুল হামিদকে চুলতান হিছাপে ৰাখি কেৱল সংবিধানৰ সংশোধন হোৱাটোহে বিচাৰিছিল; কিন্তু মুস্তাফা কামালে বিচাৰিছিল চুলতানৰ হাতৰ পৰা দেশ সম্পূৰ্ণভাবে কাঢ়ি লৈ এখন নতুন তুৰ্কীৰ গঢ় দিয়াটো।

১৯০৯ চনৰ এপ্ৰিল মাহত কামালে তেওঁৰ সপোনক বাস্তৱত ৰূপ দিয়াৰ প্ৰথম সুযোগ পায়। এই সময়তে চুলতান আব্দুল হামিদৰ বিৰুদ্ধে তেওঁৰ একালৰ অনুগত সকলেও বিদ্ৰোহ ঘোষণা কৰে। লগে লগে কনষ্টেন্টিনপোলত ৰাজকীয় সৈন্য আৰু সৈন্যবাহিনীৰ বিদ্ৰোহী গোটৰ মাজত সংঘৰ্ষ আৰম্ভ হয়। বিদ্ৰোহীসকলৰ প্ৰধান হিছাপে কামালে যুদ্ধ পৰিচালনা কৰে আৰু ৰাজশক্তিক পৰাভূত কৰি দেশক স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ পৰা মুক্ত কৰে।

ইয়াৰ পিছত দেশৰ শাসনভাৰ তৰুণ শক্তিৰ হাতলৈ যায়। মুস্তাফা কামালে কিন্তু সেই সময়ত মন্ত্ৰী সভাত যোগ নিদি সৈন্য বাহিনীলৈকে ঘূৰি যায়— সৈন্য বাহিনীৰ প্ৰধান হিছাপে। আৰু সেনা বাহিনীৰ পুনৰ্গঠনৰ কামত আত্মনিয়োগ কৰে।

১৯১১ চনৰ অক্টোবৰ মাহত তুৰ্কী এলানি যুদ্ধৰ প্ৰথমখনত লিপ্ত হ'বলগীয়া হয়, এই যুদ্ধ হয় ইটালীৰ লগত। ইয়াৰ পিছত প্ৰথম বিশ্ব যুদ্ধৰ অন্তলৈকে তুৰ্কীৰ সীমান্তবৰ্তী প্ৰায়বোৰ ইউৰোপীয় শক্তিৰ সৈতে যুদ্ধ কৰিবলগীয়া হয়।

চূড়ান্তভাবে ১৯১৫ চনত গেলিপলি উপদ্বীপত কামাল বৃটিছৰ মুখামুখি হয়। অদ্ভুত সমৰ কৌশল আৰু সাহসৰ পৰিচয় দি এই যুদ্ধত ইংৰাজ বাহিনীক হৰুৱাই কনষ্টেনষ্টিনপোলক শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰে। ইয়াৰ পিছত ১৯১৬ চনত ৰুছ বাহিনীৰ হাতৰ পৰা 'বিটলিছ আৰু 'মুছ' অঞ্চলো মুক্ত কৰে।

১৯১১ চনৰ পৰা ১৯২০ চনৰ এপ্ৰিল মাহলৈ তুৰ্কীৰ ৰাজনীতিত অনেক উত্থান পতন ঘটে। ১৯২০ চনৰ এপ্ৰিলৰ ২৩ তাৰিখে তুৰ্কীৰ গ্ৰেণ্ড নেচনেল এছেম্বলী স্থাপন হয় আৰু মুস্তাফা কামাল ইয়াৰ সভাপতি নিৰ্বাচিত হয়। নেচনেল এছেম্বলীৰ সভাপতি মনোনীত হোৱাৰ লগে লগে তেওঁ তুৰ্কীৰ ৰাষ্ট্ৰপতি হিছাপেও মনোনীত হয়। গঠিত হয় নতুন তুৰ্কী ৰাষ্ট্ৰ। কিন্তু ইয়াৰ পিছতো তুৰ্কীৰ ওপৰত গ্ৰীছ আদি দেশৰ আক্ৰমণ অব্যাহত থাকে। যুদ্ধ বিগ্ৰহৰ মাজেদি ইয়াৰ পিছৰ চাৰি বছৰ কাল পাৰ হোৱাৰ পিছত ১৯২৪ চনত কামালে আধুনিক তুৰ্কী গঠনৰ প্ৰক্ৰিয়া আৰম্ভ কৰে। তেওঁৰ সপোনে বাস্তৱ ৰূপ লাভ কৰে।

১৯৩৮ চনৰ ১০ নৱেম্বৰ তাৰিখে আধুনিক তুৰ্কীৰ নিৰ্মাতা এইজনা অক্লান্ত দেশসেৱীয়ে মৃত্যুবৰণ কৰাৰ আগতে তেওঁৰ গুণমুগ্ধ দেশবাসীয়ে তেওঁক 'আতাতুৰ্ক' অৰ্থাৎ তুৰ্কী সকলৰ পিতা উপাধিৰে বিভূষিত কৰি তেওঁৰ প্ৰতি দেশবাসীৰ কৃতজ্ঞতা জ্ঞাপন কৰে।

# ডিউইট ডি আইচেনহাৱাৰ

কুৰি শতিকাৰ ৰাজনৈতিক জগতৰ স্মৰণীয় ব্যক্তিসকলৰ এজন হ'ল ডিউইট দি আইচেন হাৱাৰ। জীৱনৰ প্ৰথম অৱস্থাত আইচেন হাৱাৰক আমি দেখিবলৈ পাওঁ এজন অক্লান্ত সৈনিকৰ ভূমিকাত। ১৮৯০ চনত মধ্য আমেৰিকাৰ টেক্সাচ অঞ্চলৰ এটা সাধাৰণ পৰিয়ালত জন্ম গ্ৰহণ কৰা আইচেন হাৱাৰে তেওঁৰ সুন্দৰ ব্যক্তিত্ব আৰু কৰ্ম পটুতাৰ গুণতেই এজন সাধাৰণ সৈনিকৰ পৰা গৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি পদৰ দৰে এটি গুৰুত্ব পূৰ্ণ পদত অধিষ্ঠিত হ'ব পাৰিছিল। কেৱল সেয়েই নহয়; নিজৰ ৰাজনৈতিক বিচক্ষণতা আৰু কৰ্মৰাজিৰ গুণতে বিশ্ব ৰাজনীতিত দখল কৰি থৈ যায় এখন সুকীয়া আসন।

আইচেন হাৱাৰৰ দেউতাকৰ আৰ্থিক অৱস্থা বৰ স্বচ্ছল নাছিল। সেইবাবে আইচেন হাৱাৰে স্কুলত পঢ়ি থকা অৱস্থাত নিজৰ হাত খৰচ উলিয়াইছিল খেতিৰ পথাৰত আনৰ বাবে কাম কৰি দি। ছাত্ৰ হিছাপে আইচেন হাৱাৰ ভালেই আছিল। কিন্তু পৰিয়ালৰ অৰ্থাভাৱৰ বাবে তেওঁ ভৱামতে বিশ্ববিদ্যালয়লৈ যাব নোৱাৰিলে আৰু তাৰ ঠাইত এনাপ'লিচ (Annapolis) ৰ নেভেল একাডেমী (নৌ বাহিনীৰ প্ৰশিক্ষণ কেন্দ্ৰ)ত ভৰ্তি হয়। অৰ পৰা তেওঁ ওৱেষ্ট পইন্টৰ সেনা বাহিনীৰ প্ৰশিক্ষণ কেন্দ্ৰত যোগ দিয়ে।

১৯১৫ চনত আইচেন হাৱাৰে টেক্সাচৰ চেইন্ট এন্টনিঅ'ত অফিচাৰ হিছাপে নিযুক্তি লাভ কৰে। চাকৰিত যোগদানৰ কেইমাহমানৰ পি‍‍‍‍‍‍‍‍‍‍‍ তে আইচেন হাৱাৰে বিয়া কৰায়। এ‍ েন সময়তে প্ৰথম বিশ্ব যুদ্ধ আৰম্ভ হয় আৰু মাৰ্কিন সমৰ বিভাগে তেওঁক প্ৰথমতে জৰ্জিয়া আৰু তাৰ পৰা মেৰীলেণ্ড আৰু পেনচিল ভেনিয়াৰ কেম্প কল্টলৈ পঠিয়ায়। ইয়াত তেওঁক গোলন্দাজ বাহিনী এটাৰ পৰিচালনাৰ দায়িত্ব দিয়া হয়। এই দায়িত্বত তেওঁ বিশ্ব যুদ্ধৰ সময় ছোৱাৰ ভিতৰত দেখুৱা সমৰ কুশলতা আৰু কৰ্মদক্ষতাৰ বাবে লেফটেনান্ট কৰ্ণেলৰ পদলৈ উন্নীত হয।

১৯৩৫ চনত তেওঁক জেনেৰেল মেক আৰ্থাৰৰ তলত সৈন্য বাহিনীৰ সহকাৰী উপদেষ্টা হিচাপে ফিলিপিনছত নিযুক্তি দিয়া হয়। ১৯৩৯ চনলৈকে তেওঁ সুখ্যাতিৰে এই দায়িত্ব বহন কৰে আৰু তাৰ পিছত তেওঁৰ পূৰ্বৰ গোলন্দাজ বাহিনীৰ কামলৈ ঘূৰি যায়। ফিলিপিনিছত থকা কালছোৱাৰ ভিতৰত তেওঁ সেই দেশৰ সৈন্য বাহিনী পুনৰ্গঠন কৰে আৰু তেওঁৰ আঁচনি সমূহৰ ফলপ্ৰসূতাৰ ভিত্তিত— "ডিষ্টিংগুইছড ছাৰ্ভিচ ষ্টাৰ" সন্মান অৰ্জন কৰে। ১৯৪২ চনৰ ভিতৰত আইচেন হাৱাৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ১৭ জন উপসেনা প্ৰধানৰ এজন হয়গৈ। সেই বছৰৰে ফেব্ৰুৱাৰী মাহত তেওঁ সেনা আঁচনি বিভাগৰ প্ৰধানৰ পদত নিযুক্ত হয়। ইয়াৰ মাত্ৰ চাৰি মাহৰ ভিতৰতে তেওঁ মিত্ৰ শক্তিৰ ইউৰোপীয়ান থিয়েটাৰ অৱ অপাৰেচনৰ সেনা প্ৰধান হিচাপে উত্তৰ আফ্ৰিকালৈ যায়।

এজন সৈনিক হিচাপে আইচেন হাৱাৰৰ কৃতকাৰ্যতাৰ বৈশিষ্ট্য আছিল তেওঁৰ সমৰ আঁচনি আৰু কৌশলৰ নিৰ্ভুল প্ৰয়োগ যাৰ দ্বাৰা তেওঁ প্ৰতিখন সমৰ ক্ষেত্ৰতেই জয়ী হৈছিল। ইখনৰ পিছত সিখনকৈ সমৰ ক্ষেত্ৰত জয়ী হৈ তেওঁ অৰ্জন কৰা বিজয়ৰ জয়মাল্য অন্যান্য বিষয়াবৰ্গৰ বাবে ঈৰ্ষাৰ বস্তু হৈ পৰিছিল। কিন্তু এই দুৰ্দ্ধৰ্ষ সমৰ বিশাৰদজন যুদ্ধ ক্ষেত্ৰৰ বাহিৰত আছিল এজন শান্তিৰ দূত। তেওঁৰ সুন্দৰ শাৰীৰিক গঠন আৰু কমনীয় মুখাবয়ব, তাৰ লগতে সকলোকে মুগ্ধ কৰিব পৰা তেওঁৰ ব্যৱহাৰ এই কেইটা কথাই তেওঁক প্ৰতিজন আমেৰিকাবাসীৰ বৰ আপোন আৰু প্ৰিয় কৰি তুলিছিল।

১৯৪৪ চনত আইচেন হাৱাৰ মিত্ৰ শক্তিৰ চুপ্ৰীম কমাণ্ডাৰ হিচাপে ইংল্যাণ্ডলৈ যায়। এই গধুৰ দায়িত্ব বহন কৰি তেওঁ এজন সমৰ বিশাৰদ হিচাপে চূড়ান্ত সফলতা অৰ্জন কৰাৰ লগতে বিশ্ব ইতিহাসৰ গতিধাৰাৰো পৰিবৰ্তন সাধন কৰে। ১৯৪৫ চনৰ আঠ মে' তাৰিখে চূড়ান্ত জয়লাভৰ পিছত তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰৰ সেনা বাহিনীৰ প্ৰধান পদত অধিষ্ঠিত হয় আৰু ১৯৪৮ চনলৈকে এই কাৰ্যভাৰ চলাই যায়।

তেওঁৰ সুন্দৰ শাৰীৰিক সৌষ্ঠৱ, ব্যক্তিত্ব, অমায়িক ব্যৱহাৰ, কৰ্ম দক্ষতা, কৰ্তব্য নিষ্ঠা এই সকলোবোৰ গুণলৈ চাই আমেৰিকাবাসীয়ে এইবাৰ তেওঁক বিচাৰে ৰাজনীতিৰ জগতত। ৰাজনৈতিক দলসমূহৰ ভিতৰতো এই সৰ্বগুণ সম্পন্ন ব্যক্তিজনৰ বিৰাট জনপ্ৰিয়তা চৰ্চাৰ বিষয় হৈ পৰে। তেওঁলোকে ধৰি লয় যে, আইচেন হাৱাৰে যি দলতেই যোগ দিয়ে— সেই দলৰেই জয় অৱশ্যম্ভাৱী। এনেতে আহি পৰে ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচন। ৰিপাব্লিকান

দলৰ অনুৰোধ ক্ৰমে আৰু দেশবাসীৰো আন্তৰিক আহ্বানৰ প্ৰতি সহাঁৰি জনাই তেওঁ সেই দলৰ প্ৰাৰ্থী হিছাপে ৰাষ্ট্ৰপতি নিৰ্বাচনৰ প্ৰতিদ্বন্দ্বিতাত নামে আৰু জয়ী হয়। ১৯৫৩ চনৰ জানুৱাৰী মাহত তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৩৪ তম্ ৰাষ্ট্ৰপতি হিছাপে কাৰ্যভাৰ গ্ৰহণ কৰে।

ৰাষ্ট্ৰপতিৰ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই তেওঁ বহুতো সমস্যাৰ সন্মুখীন হ'বলগীয়া হয়। প্ৰথমেই আহি পৰে কোৰিয়া যুদ্ধ। ইয়াৰ পিছতে দেখা দিয়ে পাৰমাণৱিক অস্ত্ৰ নিয়ন্ত্ৰণৰ সমস্যাই। কিন্তু তেওঁৰ সুচিন্তিত কাৰ্য পন্থাৰ জৰিয়তে এই কেইটা সমস্যাৰ সমাধান হৈ যায়। তেওঁৰ জীৱন কালৰ আন এটা উল্লেখনীয় কথা হ'ল ১৯৫৫ চনত তেওঁৰ প্ৰচেষ্টাত আন্তৰ্জাতিক ক্ষেত্ৰত পাৰমাণৱিক শক্তিৰ শান্তিপূৰ্ণ প্ৰয়োগ স্থাপন। এনেতে আহি পৰে ১৯৫৬ চনৰ নিৰ্বাচন। তেওঁৰ অনিচ্ছা সত্বেও এইবাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলগীয়া হয়। কিয়নো তেওঁৰ অবিহনে ৰিপাব্লিকান পাৰ্টিৰ জয় অনিশ্চিত হৈ পৰে। তেওঁ দ্বিতীয়বাৰৰ বাবেও জয়ী হয় আৰু আন এটা কাৰ্যকালৰ বাবে দেশৰ সেৱাত নিযুক্ত হয়।

১৯৬০ চনত তেওঁ ৰাজনীতিৰ পৰা সন্ন্যাস লয়। ইতিমধ্যে দুবাৰকৈ হৃদৰোগত আক্ৰান্ত হোৱা জেনেৰেল দি আইচেন হাৱাৰ ১৯৬৯ চনৰ ২৮ মাৰ্চ তাৰিখলৈ আৰু ন বছৰ কাল জীয়াই থাকি ৭০ বছৰ বয়সত পৰলোক প্ৰাপ্ত হয়।

১৯৬৯ চনৰ ২ এপ্ৰিল তাৰিখে এই অক্লান্ত সৈনিক গৰাকীক এবিলে'নত সমাধিস্থ কৰা হয়। পিছত ইয়াতেই তেওঁৰ স্মৃতি ৰক্ষাৰ্থে নিৰ্মাণ কৰা হয় আইচেন হাৱাৰ সংগ্ৰহালয় আৰু লাইব্ৰেৰী।

১৯৫০ চনত আইচেন হাৱাৰে সাময়িকভাবে কলম্বিয়া বিশ্ব বিদ্যালয়ৰ 'সভাপতি' হিছাপে কাৰ্য নিৰ্বাহ কৰি থকা সময়ত তেওঁ সেই বিশ্ববিদ্যালয়ৰ এক অনুষ্ঠানত ভাষণ দি এইদৰে কৈছিল

The heritage of America and the strength of America are expressed in three fundamental principles: individual freedom is our most precious possession: Second, all our freedoms are a single bundle, all must be secured if anything is to be preserved: Third, freedom to complete and readiness to co operate make our system the most productive on earth.

The best foreign policy is to live our daily lives in honesty,

decency and integrity at home, making our own land a move fitting habitation fot free men, and abroad, joining with those of like mind and heart, to make of the world a place where all men can dwell in peace.

অৰ্থাৎ "তিনিটা মৌলিক আদৰ্শৰ দ্বাৰা আমেৰিকাৰ ঐতিহ্য আৰু শক্তি প্ৰকাশ কৰা হয়: প্ৰথম— ব্যক্তি স্বাধীনতা হ'ল আমাৰ সবাতোকৈ আপুৰুগীয়া সম্পদ। দ্বিতীয়— আমাৰ সকলোৰে স্বাধীনতা একেডাল ডোলেৰে বন্ধা— এজনৰ স্বাধীনতা বজাই ৰাখিবলৈ সকলোৰে স্বাধীনতা বজাই ৰাখিব লাগিব। তৃতীয়— প্ৰতিদ্বন্দ্বিতাৰ বাবে খোলা পথ আৰু সহযোগিতাৰ মনোবৃত্তিৰ বাবে আমাৰ প্ৰণালী পৃথিৱীৰ সবাতোকৈ ফলপ্ৰসূ।"

"সৰ্বোত্তম বৈদেশিক নীতি হ'ল সাধুতা, সুন্দৰতা আৰু সংহতিৰ মাজত আমাৰ দৈনন্দিন জীৱন যাপন কৰাটো; আমাৰ নিজ মাতৃভূমিক প্ৰতিজন স্বাধীন নাগৰিকৰ বাবে বাসযোগ্য কৰি তোলাটো। আৰু তাৰ পিছত সকলো মানুহ যাতে শান্তিৰে বসবাস কৰিব পাৰে পৃথিৱীখনক সেইদৰে গঢ়ি তুলবৰ বাবে সমভাবাপন্ন সকলৰ সৈতে হাত মিলাই কাম কৰাটো।"

এয়েই আছিল মহান ব্যক্তি গৰাকীৰ জীৱনৰ আদৰ্শ।

# জৱাহৰলাল নেহৰু

'মই নিজকে, নিজৰ শক্তি আৰু ক্ষমতাক একেবাৰে নি:শেষ কৰি দিছো ভাৰতৰ সেৱাত। এই কথা চিন্তা কৰি আজি জীৱনৰ বিয়লি বেলা, অপৰিসীম আনন্দ লাভ কৰিছো।' স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে তেওঁৰ প্ৰলোকান্তৰ গমনৰ দহবছৰ আগতে এই কথাষাৰ কৈছিল। আধুনিক ভাৰতবৰ্ষৰ ইতিহাসত, আনকি পৃথিৱীৰ ইতিহাসতো তেওঁৰ নাম স্বৰ্ণাক্ষৰে লিখা থাকিব।

১৮৮৯ চনৰ ১৪ নবেম্বৰত এলাহাবাদত তেওঁ জন্মগ্ৰহণ কৰিছিল। তেওঁৰ জন্মৰ ঠিক তিনিবছৰ আগতে স্থাপিত হৈছিল ভাৰতৰ জাতীয় কংগ্ৰেছ। পিছলৈ নেহৰু পৰিয়ালৰ এই শিশুটোৱেই কংগ্ৰেছৰ সেৱক, সৈনিক আৰু নেতাৰূপে দেশবাসীৰ হৃদয় জয় কৰিছিল। পিতাকৰ নাম মতিলাল নেহৰু আৰু মাকৰ নাম স্বৰূপৰাণী। নেহৰু তেওঁৰ মাক-পিতাকৰ জ্যেষ্ঠ সন্তান আৰু একমাত্ৰ পুত্ৰ সন্তান আছিল। মতিলাল আছিল এজন ব্যৱসায়ী। তেওঁৰ শক্তি, সাহস আৰু প্ৰতিভাদীপ্ত ব্যক্তিত্ব আছিল। তেওঁ কোনো স্কুলত পঢ়া নাছিল। তেওঁৰ শৈশৱৰ শিক্ষা ইংৰাজী ভাষাতেই আৰম্ভ কৰিছিল।

১৯০৫ চনত ষোল্ল বছৰ বয়সত জৱাহৰলাল তেওঁৰ মাক-পিতাক আৰু চাৰিবছৰীয়া ভনীয়েক বিজয়লক্ষীৰ লগত ইংলণ্ডলৈ যাত্ৰা কৰে।

১৯০৫ চনৰ বৰদিনত লণ্ডনৰ বিখ্যাত হ্যাৰো স্কুলত ভৰ্তি হয় জৱাহৰলাল। প্ৰায় দুবছৰ তেওঁ ইয়াত পঢ়িছিল। স্কুলৰ প্ৰধান শিক্ষক মিষ্টাৰ উদৰ ঘৰত তেওঁৰ থকাৰ ব্যৱস্থা হৈছিল। স্কুলৰ মনোৰম পৰিবেশৰ মাজত তেওঁ অধ্যয়নত মনোনিবেশ কৰে। ইয়াৰ ছাত্ৰজীৱনত গেৰিবল্ডিৰ জীৱন চৰিত পাঠ কৰি কিশোৰ জৱাহৰলালৰ মনত উদ্দীপনাৰ সঞ্চাৰ হৈছিল। ছাত্ৰজীৱনৰ পৰাই তেওঁ ৰাজনীতিৰ প্ৰতি আকৃষ্ট হৈছিল। স্বদেশৰ তৎকালীন ৰাজনৈতিক ঘটনাৱলীৰ যি খবৰ বিলাতৰ কাকতত প্ৰকাশ পাইছিল সেইবোৰ তেওঁ যত্ন

সহকাৰে পঢ়িছিল। তাত থাকিয়েই তেওঁ দেশৰ যাৱতীয় ৰাজনৈতিক সংবাদ, তিলক, লাজপটৰায়, সুৰেন্দ্ৰনাথ প্ৰমুখ্যে স্বাধীনতা সংগ্ৰামৰ নেতাসকলৰ খবৰ ৰাখিছিল।

হ্যাৰোৰ পাঠ শেষ কৰি নেহৰু ট্ৰিনিটি কলেজত ভৰ্তি হয়। কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ অন্তৰ্গত এই কলেজত ভৰ্তি হোৱাৰ সময়ত তেওঁৰ বয়স হৈছিল ওঠৰ বছৰ। যি তিনিবছৰ তেওঁ কেমব্ৰিজত পঢ়িছিল সেই তিনিবছৰত তেওঁ ইংলেণ্ডৰ মানুহৰ মাজত দেখা দিছিল এক প্ৰবল চেতনা। সেই চেতনাৰ উত্তাপে স্পৰ্শ কৰিছিল তৰুণ জৱাহৰলালৰ মন। ১৯১০ চনত তেওঁৰ কেমব্ৰিজৰ শিক্ষা শেষ হয়। ইয়াৰ পিছত তেওঁ লণ্ডনত দুবছৰ আইনৰ শিক্ষা লয়। ১৯১২ চনত তেওঁ ব্যাৰিষ্টাৰি পাচ কৰে। প্ৰায় আঠবছৰ কাল বিলাতত অতিবাহিত কৰি তেওঁ ভাৰতলৈ উভতি আহে; তেতিয়া তেওঁৰ বয়স বাইশ-তেইশ বছৰ।

দেশলৈ উভতি আহি আইন ব্যৱসায়ত ব্ৰতী হোৱাৰ উদ্দেশ্যে তেওঁ এলাহাবাদ হাইকোৰ্টত যোগদান কৰে। কিন্তু কেইমাহমানৰ ভিতৰতে তেওঁৰ ব্যাৰিষ্টাৰি মোহ দূৰ হয়। তেওঁ গোপালকৃষ্ণ গোখলেৰ প্ৰতি আকৃষ্ট হয় আৰু তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত 'চাৰ্ভেণ্ট অব ইণ্ডিয়া ছোচাইটি'ত ভৰ্তি হয়। ১৯১৬ চনত লক্ষ্ণৌত বহা কংগ্ৰেছৰ অধিবেশনত জৱাহৰলালৰ প্ৰথমবাৰৰ বাবে মহাত্মা গান্ধীৰ সৈতে সাক্ষাৎ হয়। সেই বছৰতে কমলাৰ লগত জৱাহৰলাল নেহৰুৰ বিয়া হয়।

১৯২১ চনত নাগপুৰত কংগ্ৰেছৰ ঐতিহাসিক অধিবেশন বহে। মহাত্মা গান্ধীৰ নেতৃত্বত সমগ্ৰ ভাৰতবৰ্ষত আৰম্ভ হয় অসহযোগ আন্দোলন। 'এবছৰৰ ভিতৰত দেশ স্বাধীম হ'ব' সেই আন্দোলনত জপিয়াই পৰিল তৰুণ জৱাহৰলাল। ঠিক সেই সময়তে আৰু এজন দেশপ্ৰেমিক তৰুণ দেশৰ বাবে আগুৱাই আহিছিল। তেওঁ হ'ল সুভাষ চন্দ্ৰ বসু। অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ অলপ দিনৰ ভিতৰতে ত্ৰিশ হাজাৰ কংগ্ৰেছী নেতা আৰু কৰ্মী কাৰাৰুদ্ধ হয়। কাৰাৰুদ্ধ সকলৰ ভিতৰত পিতা-পুত্ৰ মতিলাল নেহৰু আৰু তেওঁৰ একমাত্ৰ পুত্ৰ জৱাহৰলাল নেহৰুও আছিল। লক্ষ্ণৌ জেলত তেওঁলোকৰ বন্দী জীৱনৰ দিনবোৰ অতিবাহিত হৈছিল। তেওঁ জেলত থাকোতেই গান্ধীজীৰ নিৰ্দেশত মাজপথত আন্দোলন বন্ধ হৈ যায়। কাৰাগাৰত বহি এই সংবাদ পাই জৱাহৰলালৰ মন ক্ৰুদ্ধ হৈ উঠে, এই কথা তেওঁৰ আত্ম জীৱনীত অকপটে স্বীকাৰ কৰিছিল। কাৰাদণ্ডৰ নিৰ্দিষ্ট তাৰিখৰ বহু আগেয়ে তেওঁ মুক্তি পায়।

এই ঘটনাৰ অলপদিন পিছতেই আহমেদাবাদত আন্দোলনৰ নেতা গান্ধীজী গ্রেপ্তাৰ হয় ১৯২২ চনৰ ২০ মাৰ্চত। আদালতত গান্ধীজীৰ বিচাৰৰ সময়ত জৱাহৰলাল উপস্থিত আছিল। বিচাৰত গান্ধীৰ ছবছৰ কাৰাদণ্ড হয়।

১৯২২ চনত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ কাৰণে জৱাহৰলাল আকৌ গ্রেপ্তাৰ হয়। আদালতত তেওঁ আত্মপক্ষ সমৰ্থন নকৰিলে। বিচাৰত এইবাৰ এবছৰ নমাহ সশ্রম কাৰাদণ্ড হয়। তেওঁক লক্ষ্ণৌ জেলত ৰখা হয়। জেলত থাকিয়েই তেওঁ জানিব পাৰে যে কংগ্রেছ আন্দোলন স্তিমিত হৈছে আৰু কংগ্রেছ দুটা দলত ভাগ হৈছে। এটা দলে বিচাৰে পৰিবৰ্তন, আনটো দল তাৰ বিপৰীত। প্ৰথম দলটিত আছিল মতিলাল আৰু দেশবন্ধু। এওঁলোক দুজনে সিদ্ধান্ত কৰে এইবাৰ আইনসভাৰ ভিতৰত গৈ দ্বৈতশাসন অচল কৰিব লাগিব। ইয়াৰেই পৰিণতি আছিল স্বৰাজ দল। ১৯২৩ চনৰ জানুৱাৰী মাহত জৱাহৰলালে জেলৰ পৰা মুক্তি পালে। এইবাৰ তেওঁ নিখিল ভাৰতীয় কংগ্রেছৰ সম্পাদক হয। ইমানদিনে তেওঁ আছিল প্রাদেশিক কংগ্রেছৰ সম্পাদক, এতিয়া সৰ্বভাৰতীয় সম্পাদক নিৰ্বাচিত হৈ তেওঁৰ কাম শতগুণে বৃদ্ধি পায় আৰু কংগ্রেছৰ পৰিবৰ্তন বিৰোধী দলৰ মাজত থাকিয়েই কংগ্রেছৰ কাম কৰি যায়। তেতিয়া আনন্দভৱনৰ একাংশ মতিলালে কংগ্রেছক দান কৰে। সেই অংশৰ নাম ৰখা হয় স্বৰাজভৱন।

১৯২৫ চনৰ শেষৰ ভাগত কমলা নেহৰুৰ টান অসুখ হয়। তেওঁৰ চিকিৎসাৰ বাবে নেহৰু ইউৰোপলৈ যায়। লগত যায় তেওঁলোকৰ একমাত্র সন্তান ইন্দিৰা। ১৯১৭ চনত যেতিয়া নতুন শাসন সংস্কাৰ প্রবর্তিত হয় তেতিয়া পাৰ্লিয়ামেণ্টৰ পৰা ঘোষণা কৰা হৈছিল যে দহবছৰ পিছত ভাৰতবৰ্ষৰ শাসন ব্যৱস্থাৰ তদন্ত কৰি চোৱা হ'ব। চাইমন কমিচনক এই তদন্তৰ ভাৰ দিয়া হয়। ১৯২৭ চনৰ শেষভাগত নেহৰু উভতি আহে আৰু কংগ্রেছৰ মাদ্রাজ অধিবেশনত যোগদান কৰে। এই অধিবেশনতে ঠিক কৰা হয় যে চাইমন কমিচন বৰ্জন কৰা হ'ব। ১৯২৮ চনত এই কমিচন ভাৰত আহি পোৱাৰ লগে লগে সকলোৱে ইয়াক বয়কট কৰে। এই বছৰতে জৱাহৰলাল পাঞ্জাব, মালাবাৰ, দিল্লী আৰু যুক্তপ্রদেশৰ চাৰিখন প্রাদেশিক সন্মিলনত সভাপতিত্ব কৰে। তেতিয়াৰ পৰাই তেওঁ যুৱকসকলৰ হৃদয়ত ধীৰে ধীৰে স্থান লাভ কৰে।

১৯২৯ চনটি নেহৰুৰ জীৱনৰ এটি স্মৰণীয় বছৰ। এই বছৰতে তেওঁ লাহোৰ কংগ্রেছৰ সভাপতি নিৰ্বাচিত হয়। কংগ্রেছৰ এই অধিবেশনতেই পূৰ্ণ স্বাধীনতাৰ প্রস্তাৱ গৃহীত হয়। ইয়াৰ পিছত তেওঁ আৰু তিনিবাৰ কংগ্রেছৰ

সভাপতিৰ পদত নিৰ্বাচিত হৈছিল। ১৯৪০ চনত দ্বিতীয় মহাযুদ্ধৰ সূচনা হয় আৰু ১৯৪২ চনত ঐতিহাসিক আগষ্ট বিপ্লৱ আৰম্ভ হোৱাৰ প্ৰাক্-মুহূৰ্তত তেওঁ কাৰাবৰণ কৰে। তাৰপিছত ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই লাভ কৰে বহু আকাংক্ষিত স্বাধীনতা আৰু স্বাধীন ভাৰতৰ প্ৰধানমন্ত্ৰীৰ আসন গ্ৰহণ কৰে জৱাহৰলাল নেহৰুৱে। সেইদিনা জাতিৰ উদ্দেশ্যে তেওঁ কৈছিল—'ভাৰত, ভাৰতৰ নৰ-নাৰী তথা পৃথিৱীৰ মানুহৰ সেৱাত উছৰ্গা কৰাৰ শপথ আজি মই গ্ৰহণ কৰিব লাগিব। ভাৰতৰ সেৱা মানেই লক্ষ কোটি ভাৰতবাসীৰ সেৱা।'

প্ৰধানমন্ত্ৰী হিছাপে নেহৰুৱে তেওঁৰ জীৱনৰ শেষৰ সোতৰ বছৰ ভাৰতবাসীৰ সেৱাত নিজকে একান্তভাৱে নিয়োজিত কৰিছিল। স্বাধীন ভাৰতৰ ৰূপকাৰ হিছাপে তেওঁ বহুতো কাম কৰে তথা অৰ্থনৈতিক উন্নতি সাধন কৰে—শিল্প আৰু বাণিজ্যৰ ক্ষেত্ৰতো ভাৰতৰ বিস্ময়কৰ অগ্ৰগতি সম্ভৱপৰ কৰি তোলে। স্বাধীন ভাৰতৰ কৰ্ণধাৰৰূপে তেওঁৰ সাফল্য সঁচাকৈয়ে বিস্ময়জনক। স্বাধীনতাৰ দুবছৰ চাৰিমাহৰ পিছত প্ৰবৰ্তিত হয় এক নতুন শাসনতন্ত্ৰ। এই শাসনতন্ত্ৰত ভাৰতবৰ্ষক এখন সাৰ্বভৌম প্ৰজাতন্ত্ৰ হিছাপে ঘোষণা কৰা হয়। ১৯৫১ চনত প্ৰথম সাধাৰণ নিৰ্বাচন হয়। স্বাধীন প্ৰজাতন্ত্ৰী ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি আৰু প্ৰধানমন্ত্ৰী নিৰ্বাচিত হয় যথাক্ৰমে ড: ৰাজেন্দ্ৰ প্ৰসাদ আৰু জৱাহৰলাল নেহৰু।

দেশবাসীৰ ওচৰত প্ৰধানমন্ত্ৰীয়ে উপস্থাপিত কৰে প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনা। তেতিয়াৰ পৰাই লাহে লাহে ভাৰত আগুৱাই যায় শিল্পোন্নয়নৰ পথত। তাৰ ফলস্বৰূপে আজি দেশৰ অৰ্থনৈতিক ৰূপ সলনি হৈ গৈছে। ভূমি সংস্কাৰ, কমিউনিটি ডেভেলপমেন্ট, শিক্ষাৰ বিস্তাৰ, শিল্পৰ প্ৰসাৰ এই সকলোবোৰৰ বিষয়ে নেহৰুৱে চিন্তা যিমান কৰিছিল, কামো সিমানেই কৰিছিল। যিদিনাৰ পৰা তেওঁ প্ৰধানমন্ত্ৰিত্বৰ মুকুট শিৰোধাৰণ কৰিলে সিদিনাৰ পৰাই জীৱনৰ শেষদিনলৈ দেশৰ কল্যাণৰ কথাই চিন্তা কৰিছিল।

১৯৬৪ চনৰ ২৭ মে', বুধবাৰে সমগ্ৰ ভাৰতবাসীয়ে শুনিবলৈ পালে যে তেওঁলোকৰ প্ৰিয় প্ৰধানমন্ত্ৰী আৰু নাই। লগে লগে সেই দু:সংবাদ বিয়পি পৰে গোটেই পৃথিৱীতে। সেইদিনা অনাতাঁৰ যোগে শ্ৰদ্ধাঞ্জলি জনাই ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণণে কৈছিল— 'Jawaharlal Nehru was one of the greatest figure of our generation, an outstanding statesman whose services to the cause of human freedom are unforgettable... An, epoch in our country's history has come to a close.'

# গোপাল কৃষ্ণ গোখলে

গান্ধীজীৰ দৃষ্টিত গোপাল কৃষ্ণ গোখলে আছিল এজন আদৰ্শ ৰাজনীতিবিদ। ৰাজনীতিৰ ক্ষেত্ৰত গোখলেৰ নিষ্ঠা, সততা, সাহস আৰু বিনম্ৰতা এই সকলোবোৰ গুণৰ উল্লেখ কৰি গান্ধীজীয়ে প্ৰশংসা কৰিছিল— Political worker— pure as a crystal, gentle as a lamb, brave as a liôn and chivalrous to a jault. It does not matter to me that he may not have been any of these things. It was enough for me that I could discover no fault in him to civil at. He was, and remains for me, the most perfect man. আৰু তেওঁক ৰাজনীতিৰ ক্ষেত্ৰত নিজ গুৰু হিছাপেও বৰণ কৰিছিল।

মানৱতাবাদৰ পূজাৰী, মহান দেশপ্ৰেমিক আৰু স্বৰাজ আন্দোলনৰ অক্লান্ত সৈনিক গোপাল কৃষ্ণ গোখলেৰ জন্ম হয় ৰত্নগিৰী জিলাৰ এটি অতি দুখীয়া ব্ৰাহ্মণ পৰিয়ালত ১৮৬৬ চনৰ ৯ মে' তাৰিখে।

গোখলেৰ দেউতাক কৃষ্ণ ৰাও শ্ৰীধৰৰ ঘৰুৱা অৱস্থা ইমানেই শোচনীয় আছিল যে পৰিয়ালৰ সকলোৰে বাবে সমানে দুসাজ ভাতৰ যোগাৰ সদায় নহৈছিল। এই অসহনীয় দৰিদ্ৰতাৰ মাজতে পুত্ৰ কন্যা সকলোকে এৰি এদিন কৃষ্ণ ৰাও শ্ৰীধৰেও চকু মুদিলে। গোখলে সেই সময়ত এটি অকণমান শিশু।

গোখলেৰ ককায়েকে নিজৰ পঢ়া-শুনা বাদ দি সংসাৰৰ সকলো দায়িত্ব মূৰ পাতি লোৱাৰ লগতে গোপাল কৃষ্ণ গোখলেকো স্কুলত নাম লগাই দিলে। সংসাৰৰ অভাৱনীয় দৰিদ্ৰতাই গোখলেৰ ছাত্ৰ জীৱনত বিশেষ বাধাৰ সৃষ্টি কৰিব নোৱাৰিলে। অৱশ্যে অৱস্থাৰ প্ৰভাৱ নেপেলোৱাকৈ নাথাকিল। কিন্তু এই প্ৰভাৱে তেওঁক জুয়ে পোৰা সোণৰ দৰেহে কৰি তুলিলে। শিশু অৱস্থাতেই তেওঁৰ চিন্তা জগতৰ প্ৰসাৰ ঘটিল। জীৱন সংগ্ৰামে জুৰুলা কৰা এখন বস্তুহাৰা সমাজৰ অভিজ্ঞতাই তেওঁক শিকালে— সঁচা হ'বলৈ, সহনশীল অথচ সাহসী

হ'বলৈ— সাহসী হৈও বিনম্ৰ হ'বলৈ। ইফালে ১৯ শতিকাৰ ভাৰতীয় ব্ৰাহ্মণ কুলৰ সন্তান হিচাপে আধ্যাত্মিক চিন্তাটোতো সমানেই আগবাঢ়ি গৈছিল গোপালকৃষ্ণ। আৰু এই চৰ্চাৰ মাজত গঢ় লৈছিল তেওঁৰ নৈতিক চৰিত্ৰই।

১৮৮১ চনত গোখলেই কোলাপুৰৰ পৰা মেট্ৰিক পৰীক্ষা পাছ কৰি কোলাপুৰৰ ৰাজাৰাম কলেজত ভৰ্তি হয়। এই কলেজৰ পৰা তেওঁ পুনাৰ দেক্কান কলেজলৈ যায় আৰু চূড়ান্ত ভাৱে বম্বেৰ এলফিনষ্টন কলেজৰ পৰা ১৮৮৪ চনত বি,এ, ডিগ্ৰী লাভ কৰি বম্বেৰ আইন কলেজত ভৰ্তি হয়। অৱশ্যে আইনৰ শিক্ষা সম্পূৰ্ণ নকৰাকৈয়ে তেওঁ এই কলেজৰ পৰা ওলাই আহে।

এই সময়তে গোখলেৰ জীৱনত দাদাভাই নৱৌজী, ফিৰোজ চাহ মেহতা; জি,ভি, যোশী আৰু ৰাণাদে আদিৰ দৰে ব্যক্তি সকলৰ প্ৰভাৱ পৰে।

কলেজীয়া শিক্ষা শেষ কৰিয়েই গোখলেই পুনাৰ দেক্কান এডুকেছন ছ'চাইটিৰ এজন আজীৱন সদস্য হিচাপে এই সস্থাত যোগ দিয়ে। ইয়াৰ পিছত ১৮৮৫ চনত যেতিয়া ফাৰ্ডচন কলেজৰ প্ৰতিষ্ঠা হয় তেতিয়া গোখলেক সেই কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপকৰ পদত নিযুক্তি দিয়া হয়। ১৯০২ চনলৈকে সোতৰ বছৰ কাল এই কলেজত অধ্যাপনা কৰি গোখলেই ইয়াৰ পৰা অৱসৰ গ্ৰহণ কৰে। বয়সৰ ফালৰ পৰা তেওঁৰ তেতিয়াও আৰু বহুকাল অধ্যাপনা কৰাৰ সময় আছিল যদিও তেওঁ অৱসৰ লয় কেৱল সামাজিক কামত আত্মনিয়োগ কৰিবৰ বাবে। অৱশ্যে ইতিমধ্যে তেওঁ গণিতৰ এখন স্কুলীয়া পাঠ্যপুথিও লেখি উলিয়ায়।

ইয়াৰ কিছুকাল আগতেই ১৯৮৯ চনত গোপাল কৃষ্ণ গোখলে ভাৰতীয় জাতীয় কংগ্ৰেছৰ সদস্যভুক্ত হয়। অধ্যাপনা কৰি থকা কালতেই তেওঁ ভালেমান ৰাজহুৱা অনুষ্ঠানৰ সৈতে জড়িত হৈ পৰিছিল আৰু পিছলৈ ৰাজহুৱা কামত সম্পূৰ্ণৰূপে আত্মনিয়োগ কৰাৰ পিছত তেওঁ এই অনুষ্ঠান সমূহৰ সৈতে জড়িত অন্যান্য বিখ্যাত ব্যক্তি সকল, যেনে— ৰণাদে, বাল গঙ্গধৰ তিলক আদিৰ ঘনিষ্ঠ সম্পৰ্কলৈ আহে। ১৮৯৭ চনত গোখলেই 'ওৱেলবী কমিচান' নামে জনাজাত 'ৰয়েল কমিচন' অৰ্থাৎ ৰাজকীয় আয়োগত 'দেক্কান'ৰ প্ৰতিনিধিত্ব কৰে। ইয়াৰ পিছত ১৮৯৯ চনত গোখলে বোম্বে লেজিচ্‌লেটিভ কাউন্‌চিললৈ আৰু ১৯০২ চনত ইম্পেৰিয়েল লেজিচ্‌লেটিভ কাউন্সিললৈ নিৰ্বচিত হয়।

১৯০৪ চনত গোখলেক সেই সময়ৰ ভাৰতস্থ বৃটিছ চৰকাৰৰ সৰ্বোচ্চ সন্মান চি,আই,ই (Companion of the Indian Empire) প্ৰদান কৰা হয়। ইয়াৰ এবছৰ পিছত ১৯০৫ চনত গোখলে পুনা পৌৰ সভাৰ সভাপতি নিৰ্বাচিত হয়।

১৯১২ চনত তেওঁক লোকসেৱা আয়োগৰ সদস্য মনোনীত কৰা হয় আৰু ১৯১৪ চনত তেওঁলৈ আগবঢ়োৱা হয় কে,চি,আই,ই সন্মান। (Knight Commander of the Indian Empire) । অৱশ্যে গোখলেই বৃটিছ শাসকে প্ৰদান কৰা এই সন্মান প্ৰত্যাখ্যান কৰে।

গোখলেই ভাৰতীয় জনসাধাৰণৰ মনত জাতীয়তা বোধ জগাই তোলাৰ মানসেৰে ১৯০৫ চনত স্থাপন কৰে 'ছাৰ্ভেণ্টচ্ অব ইণ্ডিয়া ছচাইটিৰ।

গোখলেৰ জীৱন আদৰ্শ প্ৰতিষ্ঠিত হৈছিল গভীৰ আধ্যাত্মিকতাবাদৰ ওপৰত। আৰু আধ্যাত্মিকতাবাদৰ আদৰ্শয়েই নিয়ন্ত্ৰিত কৰিছিল তেওঁৰ ঘৰুৱা আৰু সমাজ জীৱনৰ সকলোবোৰ দিশ। আনকি ৰাজনীতিৰ ক্ষেত্ৰতো তেওঁ আধ্যাত্মিকতাবাদৰ পোষকতা কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে ইয়াৰ দ্বাৰা ৰাজনীতি দুৰ্নীতি মুক্ত হৈ থাকিব। নিজ ৰাজনৈতিক কাৰ্যকলাপতো তেওঁ এই আদৰ্শকে সাৰোগত কৰি লৈছিল। তেওঁৰ এই ভাববোধৰ বিশ্বাস ইমানেই গভীৰ আছিল আৰু সকলোবোৰ কাৰ্য বা কথাতেই ইয়াৰ যি মূৰ্ত প্ৰকাশ ঘটিছিল, সি তেওঁৰ ব্যক্তিত্বৰ এক উজ্বল ভাব মূৰ্তি তৈয়াৰ কৰিছিল। তেওঁৰ সেই উজ্বল ভাৱমূৰ্তিৰ আভাস পোৱা যায় দক্ষিণ আফ্ৰিকাৰ এজন বিখ্যাত ৰাজনীতিজ্ঞ আৰু চিনেট সদস্য হৈ কৰা এটি বিশেষ উক্তিত। ১৯১২ চনত গোখলে দক্ষিণ আফ্ৰিকা ভ্ৰমণলৈ যাওঁতে এই বিখ্যাত ব্যক্তি গৰাকীয়ে তেওঁক এইবুলি কয "আপোনাৰ দৰে একোগৰাকী লোকে যেতিয়া আমাৰ দেশ ভ্ৰমণ কৰে, সেই সময়ত এই দেশৰ সমগ্ৰ বাতাবৰণেই পবিত্ৰ হৈ উঠে।"

এজন আগশাৰীৰ সমাজ সংস্কাৰকৰ ভূমিকাত গোখলেই জাতিভেদ প্ৰথা আৰু অস্পৃশ্যতা আঁতৰাবলৈ চেষ্টা কৰাৰ লগতে ভাৰতীয সমাজখনক সামগ্ৰিক ভাৱে গ্ৰাস কৰি ৰখা অন্যান্য কু-সংস্কাৰ সমূহৰ বিলোপ সাধনৰ বাবেও অক্লান্ত পৰিশ্ৰম কৰি গৈছিল। গণতান্ত্ৰিক আদৰ্শ সমূহৰ প্ৰতি তেওঁৰ গভীৰ বিশ্বাসৰ ভাৱ ফুটি উঠিছিল এখন মুক্ত সমাজ গঠনৰ বাবে চলোৱা তেওঁৰ অবিৰাম প্ৰচেষ্টাৰ মাজত।

বৃটিছ শাসনৰ ফলত ভাৰতত উদ্ভৱ হোৱা বিষম অৰ্থনৈতিক পৰিণতিৰ কথা উল্লেখ কৰি গোখলেই কৈছিল যে 'বৃটিছৰ শোষণমূলক শাসনেই ভাৰতৰ অৰ্থনৈতিক দুৰৱস্থাৰ মূল কাৰণ।' সেই সময়ত ইংলেণ্ডৰ দ্বাৰা ভাৰতত প্ৰৱৰ্তিত 'মুকলি বজাৰৰ' ঘোৰ বিৰোধিতা কৰি গোখলেই কৈছিল যে 'ইয়াৰ ফলত ভাৰতৰ ক্ষুদ্ৰ উদ্যোগ সমূহৰ বিলোপ সাধন হ'ব' আৰু তেওঁ বৃটিছ চৰকাৰৰ ওচৰত ইয়াৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ জনোৱাৰ লগতে 'মুকলি বজাৰ' বন্ধ কৰাৰ বাবে দাবী জনাইছিল।

কৃষিৰ ক্ষেত্ৰত প্ৰগতি আনিবৰ বাবে গোখলেই নতুন কৃষি পদ্ধতি গ্ৰহণ কৰাৰ ওপৰত জোৰ দিছিল। ইয়াৰ লগতে ঋণগ্ৰস্ত দুখীয়া কৃষক সকলক দেনাৰ দায়ৰ পৰা মুক্ত কৰিবলৈ সমবায় বেঙ্ক স্থাপনৰ ওপৰত তেওঁ সৰ্বাধিক গুৰুত্ব দিছিল।

বস্ত্ৰ উদ্যোগৰ ক্ষেত্ৰত হস্তশিল্পৰ বাহিৰেও আধুনিক কল-কাৰখানা স্থাপনৰ পোষকতা কৰি তেওঁ কৈছিল যে এই ক্ষেত্ৰত আধুনিক কল-কাৰখানা স্থাপন নহ'লে ভাৰত বস্ত্ৰ উদ্যোগৰ ক্ষেত্ৰত কোনোকালে বাহিৰা পৃথিৱীখনৰ সন্মুখীন হ'ব নোৱাৰিব।

ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সংস্কাৰৰ ক্ষেত্ৰত থকা তেওঁৰ চিন্তাধাৰা জনসমাজত সদৰি কৰাৰ উদ্দেশ্যে তেওঁ সততে ৰাজহুৱা মঞ্চত উপবিষ্ট হৈছিল। মাত্ৰ কুৰি বছৰ বয়সতেই তেওঁ জীৱনৰ প্ৰথম ৰাজহুৱা ভাষণটি দিয়ে। তেওঁৰ এই ভাষণ আছিল ভাৰতত বৃটিছ শাসন সম্পৰ্কে। ইয়াৰ পিছত তেওঁ দিয়া ভাষণ সমূহ হ'ল— ১৮৯০ চনৰ কলিকতা কংগ্ৰেছৰ 'লোণ কৰ হ্ৰাস' ১৮৯২ চনত এলাহাবাদ অধিবেশনত, ১৯০৫ চনত বেনাৰস অধিবেশনত দিয়া সভাপতিৰ অভিভাষণ, ১৯০৫ চনৰেই নৱেম্বৰ মাহত লণ্ডনৰ নেচনেল লিবাৰেল ক্লাৱত দিয়া ভাষণ, ১৯০৮ চনত ধাৰৱাৰ ছ'চিয়েল কনফাৰেন্সত দিয়া ভাষণ আৰু ১৯০৭ চনৰ ৯ ফেব্ৰুৱাৰীত লক্ষৌত দান কৰা স্বদেশী আন্দোলন সম্পৰ্কীয় ভাষণ।

গোখলেই জীৱনৰ প্ৰথম অৱস্থাত সাংবাদিকতাও কৰিছিল। ১৮৮৬ চনৰ পৰা ১৮৮৮ চনৰ ভিতৰত তেওঁ তিলকৰ দ্বাৰা প্ৰতিষ্ঠিত আৰু সম্পাদিত সাপ্তাহিক কাকত "মহাৰাট্ৰা"ত নিয়মিত ভাৱে লিখা মেলা কৰিছিল। ইয়াৰ পিছত গোখলেই ১৮৮৮ চনত "সুধাৰক" নামে এখন ইংগ মাৰাঠী কাকতৰ সম্পাদনাৰ দাযিত্ব গ্ৰহণেৰে ১৮৯৫ চনলৈকে সাংবাদিকতাৰ কাম অব্যাহত ৰাখে আৰু তাৰ পিছত 'ৰাষ্ট্ৰসভা সমাচাৰ' নামে এখন কাকত নিজে প্ৰকাশ কৰিবলৈ লয।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰথম পৰ্যায়ত ইয়াক নেতৃত্ব দিয়া ব্যক্তি সকলৰ ভিতৰত গোপাল কৃষ্ণ গোখলে আছিল অন্যতম প্ৰধান ব্যক্তি। এই দিশত গোখলে ভাৰতীয় জনসাধাৰণৰ বাবে এজন অতি প্ৰিয় নেতা আৰু বৃটিছ শাসকৰ বাবে ভয় আৰু শঙ্কাৰ কাৰণ হৈ পৰিছিল।

১৮৯৭ চনৰ পৰা ১৯১৪ চনৰ ভিতৰত তেওঁ মুঠ সাতবাৰ ইংলণ্ড ভ্ৰমণলৈ যায়। প্ৰতিটো ভ্ৰমণ কালত গোখলেই ভাৰতৰ স্বাৰ্থৰ প্ৰতি সেই দেশত জনমত গঠন কৰাৰ উদ্দেশ্যে কেতবোৰ গুৰুত্বপূৰ্ণ ভাষণ দান কৰে।

প্ৰায় তিনিটা দশক জুৰি নিঃস্বাৰ্থ দেশ সেৱাৰ এক বিৰল নিদৰ্শন বাস্তৱ সমুখত থৈ এই মহান ব্যক্তি জনা ১৯১৫ চনত পৰলোকগামী হয়।

# জেমচ্ জইচ

উনৈশ শতিকাৰ শেষ অৰ্দ্ধেক আৰু কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধৰ মাজতেই আধুনিক বিশ্বৰ শিল্প বাণিজ্য, সাহিত্য সংস্কৃতি, বিজ্ঞান ৰাজনীতি আদিয়ে গঢ় লৈছিল এক পৰিবৰ্তনৰ প্ৰক্ৰিয়াৰ মাজত। মানৱ সভ্যতাৰ প্ৰতি ক্ষেত্ৰতেই ঘটিছিল আমূল পৰিবৰ্তন। পুৰণি পৃথিবীখনক নতুনত্ব দান কৰাৰ দিশত এই সময়ছোৱাত বিশেষ গুৰুত্বপূৰ্ণ বৰঙণি যোগাইছিল বিজ্ঞানে আৰু সাহিত্যই। সকলো লোকৰে সম মৰ্যাদাৰ ভিত্তিত এখন উন্নততৰ সমাজ প্ৰতিষ্ঠাৰ সন্ধান দিছিল মহান সাহিত্যিক সকলৰ লিখনীয়ে। জেমচ্ জইচ্ (James Joice) আছিল সেই সকল মহান সাহিত্যিকৰেই এজন।

১৮৮২ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে জেমচ্‌ৰ জন্ম হয় ডাব্লিনত। দেউতাক জন জইচ আৰু মাক মেৰী জেম্‌চৰ দহোটা সন্তানৰ তেওঁ আছিল সকলোতকৈ ডাঙৰ। পৰিয়ালৰ অৱস্থা বৰ ভাল নাছিল। জন জইচৰ প্ৰতিভা আছিল যদিও তেওঁ একেটা কামতে বেছিদিন টিকিব নোৱাৰিছিল। সেয়ে মাজে মাজে পৰিয়ালটো গভীৰ আৰ্থিক সঙ্কটত পৰিছিল আৰু জন জইচ হৈ পৰিছিল ঋণগ্ৰস্ত।

৬ বছৰ বয়সত জেম্‌চক ক্লঙ্গজ উড্ কলেজ (Clongowes wood college) নামৰ জেচুইতচ্ সকলৰ দ্বাৰা পৰিচালিত এখন স্কুলত ভৰ্তি কৰোৱা হয়। এই স্কুলৰ ছাত্ৰ হিছাপে প্ৰথম অৱস্থাত জেম্‌চে কিছু কষ্ট কৰিবলগীয়া হয় যদিও পিছলৈ তেওঁ পঢ়াশুনাৰ লগতে খেলাধূলাতো উৎকৃষ্ট মানৰ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হয়। কিন্তু এই স্কুলত জেম্‌চৰ শিক্ষা গ্ৰহণ সম্পূৰ্ণ হোৱাৰ আগতেই দেউতাকৰ আৰ্থিক অৱস্থা অতি শোচনীয় হৈ পৰে আৰু ফলস্বৰূপে জেম্‌চক এই স্কুল একেবাৰে এৰি দিবলৈ বাধ্য হয়। ইয়াৰ পিছত জেম্‌চক ভৰ্তি কৰোৱা হয় বেলভেদে আৰ নামে এখন স্কুলত, য'ত মাচুল দিয়াৰ

দৰকাৰ নহৈছিল। চূড়ান্ত ভাৱে এই স্কুলৰ পৰাই জেম্‌চে হাইস্কুল শিক্ষান্ত পৰীক্ষা পাছ কৰে আৰু সেই পৰীক্ষাত তেওঁ ইংৰাজী ভাষাৰ ওপৰত দেখুওৱা তেওঁৰ পাৰদৰ্শিতাৰ বাবে ৪ পাউণ্ড ধন পুৰস্কাৰ হিছাপে লাভ কৰে। পৰীক্ষাত লিখিবলৈ দিয়া এখন ৰচনা পঢ়ি স্কুলৰ প্ৰধান শিক্ষকে সেইখন 'প্ৰকাশৰ যোগ্য' বুলি মন্তব্য কৰিছিল।

স্কুলীয়া শিক্ষাৰ অন্তত জেম্‌চ উচ্চশিক্ষাৰ বাবে ডাব্লিনৰ ইউনিভাৰচিটি কলেজত ভৰ্তি হয়। ইয়াৰ পৰা তেওঁ ইংৰাজী ভাষা সাহিত্যত স্নাতক ডিগ্ৰী লাভ কৰাৰ উপৰিও ফৰাচী আৰু ইটালীয়ান সাহিত্যতো ডিগ্ৰী লাভ কৰে।

১৯০০ চনত জেম্‌চে বিখ্যাত নৰৱেজিয়ান নাট্যকাৰ ইবচেনৰ নাটক 'হোৱেন উই ডেড্ এৱেকেন্ (When we dead awaken) ৰ ওপৰত এটি সমালোচনা মূলক প্ৰবন্ধৰে আৰম্ভ কৰে তেওঁৰ সাহিত্য চৰ্চাৰ জয়যাত্ৰা। 'ফ'টনাইটলি ৰিভিউ' (Fortnighty Review) কাকতত এই প্ৰবন্ধ প্ৰকাশ পোৱাৰ লগে লগেই ইউৰোপীয় সাহিত্য জগতৰ দৃষ্টিগোচৰ হয় জেম্‌চ জইচৰ লিখনীৰ বলিষ্ঠতা। স্বয়ং ইবচেনে এই প্ৰবন্ধ পঢ়ি নবীন লিখক গৰাকীলৈ এটি অভিনন্দনবাণী পঠিয়ায়।

সাহিত্য চৰ্চাৰ প্ৰতি এটি গভীৰ আকৰ্ষণ থাকিলেও জেম্‌চে চিকিৎসা বিদ্যাকেই জীৱিকা হিছাপে গ্ৰহণ কৰাৰ কথাহে ভাবিছিল। সেয়ে তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষা শেষ কৰি চেইন্ট চিচিলিয়া মেডিকেল স্কুলত যোগ দিয়ে। ইয়াৰ কিছুদিনৰ ভিতৰতে জেম্‌চ লণ্ডনলৈ যায় আৰু তাত থকা কালতেই 'এ ব্ৰিলিয়েন্ট কেৰিয়াৰ' (A Brilliant Carrier) নামে এখন নাটক ৰচনা কৰি উলিয়াই প্ৰকাশৰ বাবে ফ'টনাইট্‌লি ৰিভিউ কাকতৰ সম্পাদকলৈ প্ৰেৰণ কৰে। অৱশ্যে তেওঁৰ এই নাটক সেই কাকতত প্ৰকাশ নাপালেও কাকতৰ সম্পাদক উইলিয়াম আৰ্চাৰে নাটকখনৰ প্ৰাপ্তি স্বীকাৰ কৰি জেম্‌চলৈ লিখা এখন চিঠিত এই কথা স্বীকাৰ কৰে যে লিখামেলাৰ ক্ষেত্ৰত জেম্‌চে অসাধাৰণ প্ৰতিভাৰ চিনাকি দিব পাৰে।

১৯০৪ চনত জেম্‌চে ন'ৰা বাৰ্ণেকল নামে এগৰাকী যুৱতীক লগ পায়। এই সময়তে তেওঁ চিকিৎসা বিদ্যা বাদ দি এজন লিখক হোৱাৰ সংকল্প লয় আৰু ন'ৰা বাৰ্ণেকলক লগত লৈ আয়াৰলেণ্ডৰ পৰা পেৰিচ অভিমুখে যাত্ৰা কৰে। ইয়াৰ পিছত তেওঁলোক কিছুদিন ধৰি ফ্ৰান্সৰ বিভিন্ন নগৰে-চহৰে ভাগ্যৰ সন্ধানত ঘূৰি ফুৰাৰ অন্তত জেম্‌চে ত্ৰিয়েষ্টা (Triesta) চহৰৰ এখন

স্কুলত এটি স্থায়ী চাকৰি পায় আৰু তেতিয়াৰে পৰা পিছৰ দহ বছৰ কাল তাতেই বসবাস কৰি থাকে।

ত্ৰিয়েষ্টাত থকা দহ বছৰৰ ভিতৰত জেমচে 'দি ডাব্লিনাৰচ' (The Dubliners) নামে এখন চুটি গল্প সংকলন আৰু 'দি ষ্টিফেন হিৰো' নামে চৌষষ্টিটা অধ্যায়ৰ এখন উপন্যাস ৰচনাৰ কাম শেষ কৰে। তেওঁৰ এই উপন্যাস, ১৯১৪ চনত পৰিবৰ্তিত ৰূপত 'এ পৰ্ট্ৰেত অব দি আৰ্টিষ্ট এজ্ এ ইয়াং ম্যেন' (A Portrait of the Artist As A Young Man) নামে প্ৰকাশ পোৱাৰ লগে লগেই তেওঁ এজন প্ৰথম শ্ৰেণীৰ সাহিত্যিক হিচাপে বিশ্বখ্যাতি লাভ কৰে।

ইয়াৰ পিছত ১৯১৪ চনৰ আগষ্ট মাহত জেমচু জইচে আৰম্ভ কৰে তেওঁৰ সাহিত্যিক জীৱনৰ মহৎ সৃষ্টি 'ইউলাইচিচ্' (Ulysses) ৰচনাৰ কাম। একে সময়তে তেওঁ 'দি একজাইল' নামে এখন নাটকো ৰচনা কৰিবলৈ লয়। কিন্তু সেই সময়তে প্ৰথম বিশ্বযুদ্ধৰ অগণিয়ে ছানি ধৰে সমগ্ৰ ইউৰোপ। ১৯১৫ চনৰ মে' মাহত ইটালীয়ে যুদ্ধ ঘোষণা কৰে মধ্যম খণ্ডৰ বিৰুদ্ধে, আৰু জেম্‌চ জইচ্ পৰিয়ালে ত্ৰিয়েষ্টা চহৰ পৰিত্যাগ কৰি 'জুৰিখ'ত আশ্ৰয় ল'ব লগা হয়।

১৯১৮ চনৰ মাৰ্চ মাহত আমেৰিকান সাহিত্য আলোচনী 'দি লিট্‌ল্ ৰিভিউ'ত (The Little Review) ধাৰাবাহিকভাৱে 'ইউলাইচিচ'ৰ প্ৰথমখণ্ড প্ৰকাশ পায়। ইয়াৰ দুবছৰৰ পিছত ১৯২২ চনত পেৰিচবাসী আমেৰিকান প্ৰকাশক চিলভিয়া বীচে (Sylvia Beach) 'ইউলাইচিচ' গ্ৰন্থাকাৰে প্ৰকাশ কৰাৰ দায়িত্ব লয়। এই গ্ৰন্থ প্ৰকাশ হৈ ওলোৱাৰ লগে লগে সমগ্ৰ বিশ্বৰ সাহিত্যানুৰাগী পঢ়ুৱৈ, লিখক, সমালোচক আদিৰ দ্বাৰা ই অভূতপূৰ্ব সমাদৰ লাভ কৰে। বিশ্বৰ প্ৰথম শাৰীৰ সমালোচকসকল জেমচ্ জইচ্‌ৰ ৰচনাশৈলীৰ প্ৰশংসাত পঞ্চমুখ হৈ উঠে। বিশেষকৈ ইউৰোপ আৰু আমেৰিকাৰ সাহিত্যিক মহলে এই গ্ৰন্থৰ প্ৰতি উচ্চ প্ৰশংসা আগবঢ়াই কয় যে 'এই গ্ৰন্থক হোমাৰৰ 'অডিচীৰ' সৈতে স্থান দিব পৰা যায়।'

জেম্‌চ্ জইচ্‌ৰ জীৱনত অৰ্থাভাৱ কোনোকালে গুচা নাছিল। "ইউলাইচিচৰ" কৃতকাৰ্যতাৰ পিছতো তেওঁৰ শোচনীয় আৰ্থিক অৱস্থা অপৰিবৰ্তিত হৈয়ে ৰয়। ইফলে তেওঁৰ শাৰীৰিক অৱস্থাও ক্ৰমাৎ বেয়া হৈ আহিবলৈ ধৰে। বিশেষকৈ চকুৰ অসুখে এইখিনি সময়ত জেম্‌চ্‌ক বৰ কষ্ট দিয়ে।

২০ মাৰ্চ, ১৯২৩ চনত জেম্‌চে 'ফিনেগানচ্‌ ৱেক' (Finnegan's Wake) নামে এখন নতুন গ্ৰন্থ ৰচনাৰ কাম আৰম্ভ কৰে। এইখন তেওঁৰ জীৱনৰ শেষ ৰচনা। এই গ্ৰন্থ ৰচনাৰ বাবে ৯ বছৰ সময় লাগে। ইয়াৰ প্ৰকাশ যথেষ্ট পলমকৈ হয় যদিও, ১৯৩৯ চনত ই গ্ৰন্থাকাৰে প্ৰকাশ পোৱাৰ আগতেই বিভিন্ন পত্ৰ পত্ৰিকাত ই ধাৰাবাহিক ভাৱে প্ৰকাশ পায়। এইখনো জেমচ্‌ জইচ্‌ ৰচিত আন এখন মহৎ গ্ৰন্থ।

এজন বিশ্ববৰেণ্য সাহিত্যিকৰ সন্মান আৰু খ্যাতি লাভ কৰিও জেম্‌চ্‌ জইচৰ জীৱন অতিবাহিত হয় অপৰিসীম দুখ দৈন্যতাৰ মাজত। ই আছিল তেওঁৰ স্ব-আৰ্জিত আৰ্থিক দৰিদ্ৰতাৰ ফল। কিয়নো, নিজ আদৰ্শ বজাই ৰাখিবলৈ গৈ তেওঁ প্ৰকাশকৰ নিৰ্দেশ অনুযায়ী কেইখনমান গ্ৰন্থৰ বিষয়বস্তু সাল-সলনি কৰিবলৈ অমান্তি হয়। তেওঁৰ জীৱন কালত অপ্ৰকাশিত হৈ থকা এই কেইখন গ্ৰন্থত সেই সময়ৰ ইউৰোপীয় ৰাজনীতিৰ সমালোচনামূলক চৰ্চা হৈছিল। প্ৰকাশক সকলে তেওঁৰ গ্ৰন্থ প্ৰকাশ কৰাৰ ক্ষেত্ৰতো সেই একেই ৰাজনৈতিক হেঁচাত অনিচ্ছা প্ৰকাশ কৰিছিল। সেই সময়তে জেম্‌চে তেওঁৰ আদৰ্শ বিসৰ্জন দিব খোজা হ'লেই হয়তো তেওঁৰ জীৱনৰ আৰ্থিক অৱস্থাৰ অৱসান ঘটিলহেঁতেন। কিন্তু তেওঁৰ নৈতিক চৰিত্ৰৰ দৃঢ়তাই জেম্‌চক তেনে কৰাৰ পৰা বিৰত ৰাখিলে। "ইউলাইচিচ"ৰ কৃতকাৰ্য্যতাৰ পৰা জীৱনৰ শেষ তৃতীয়াংশত জেম্‌চৰ যি আৰ্থিক লাভ হৈছিল সেয়া তেওঁৰ ভগ্নস্বাস্থ্য উদ্ধাৰৰ বাবে খৰচ কৰোতেই নি:শেষ হৈ গৈছিল।

১৯৩৯ চনত 'ফেনিগানচ্‌ ৱেক' প্ৰকাশ হোৱাৰ পিছৰে পৰাই জেম্‌চৰ স্বাস্থ্যৰ অধিক অৱনতি ঘটে। ইয়াৰ দুবছৰৰ পিছত সামান্যধৰণৰ জ্বৰত কেইদিনমান শয্যাশায়ী হৈ থাকিয়েই ১৯৪১ চনৰ জানুৱাৰী মাহত জেম্‌চ জইচে শেষ নিশ্বাস ত্যাগ কৰে।

বিখ্যাত ইংৰাজ কবি টি,এচ, ইলিয়টে ইংৰাজী ভাষাৰ ওপৰত জেম্‌চ্‌ জইচ্‌ৰ দখল সম্পৰ্কে মন্তব্য কৰি কৈছিল Joyce was the greatest master of the English language sinee Milton". কেৱল সেয়ে নহয়, তেওঁৰ বিখ্যাত চুটি গল্প সংকলন 'The Dubliners' আৰু মহৎ উপন্যাস 'A Portrait of the Artist as a Young Man' ৰ ৰচনা শৈলীৰ বাবে সেই সময়ৰ বিখ্যাত সমালোচক সকলে তেওঁক উপন্যাস আৰু গল্প সাহিত্যৰ

এই দুয়োটা বিভাগতে বিশ্বৰ শীৰ্ষস্থানীয় সাহিত্যিক সকলৰ অন্যতম বুলি মন্তব্য কৰিছিল।

ইংৰাজী ভাষা সাহিত্যিক এটা নতুন ৰূপ দিয়াৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ অৰিহণা যোগাই যোৱা এই সকল মহান সাহিত্যিক জৰ্জ মেৰীডিথ,থমাচ হাৰ্ডি, ষ্টিভেনচন, ওৱাইল্ড মেন্‌লী হপকিনচ, ৰডিয়াৰ্ড কিপলি, হেনৰী জেমছ, জৰ্জ মুঅ'ৰ, এইচ, জি ৱেলচ, ই, এম ফৰষ্টাৰৰ লগৰ এজন আছিল জেম্‌চ্‌ জইচ। কিন্তু জইচ— গৱেষক সকলৰ মতে জেম্‌চ জইচৰ সাহিত্যত তেওঁৰ যি নিষ্ঠা, নৈতিক আদৰ্শ আৰু সততাৰ ভাব বিদ্যামান— সেই কেইটা গুণে তেওঁক এই সকলোৰে মাজত কৰি তুলিছে একক আৰু অনন্য।

# ৰবীন্দ্ৰ নাথ ঠাকুৰ

যি সময়ত বৃটিছ শাসনৰ দমন নীতিৰ ফলত ভাৰতীয় মানসিকতা সকলো দিশতে হীনমন্যতাৰ বলি হৈছিল, সকলো হেকৱাৰ বেদনাত, লজ্জাত সমগ্ৰ জাতি হৈ থাকিবলগীয়া হৈছিল অৱনত শিৰ— ঠিক সেই সময়তে নিজ সৃষ্টিৰ গৰিমাৰে যি গৰাকী অসাধাৰণ ব্যক্তিয়ে বিশ্বৰ সমুখত তুলি ধৰিছিল ভাৰতৰ এক মহিমামণ্ডিত ৰূপ, যাৰ গৰ্বেৰে গৰ্বিত হৈছিল প্ৰতিজন ভাৰতীয়— তেওঁ হ'ল সমগ্ৰ ভাৰতবাসীৰ অতি আপোন অতি আদৰৰ— বিশ্বকবি ৰবীন্দ্ৰ ঠাকুৰ।

কলিকতাৰ দ্বাৰকানাথ ঠাকুৰ পথৰ জোৰা সাঁকোৰ ঘৰত, দেবেন্দ্ৰ নাথ ঠাকুৰ আৰু তেওঁৰ সহধৰ্মিণী সাৰদা দেৱীৰ চতুৰ্দশ সন্তান ৰবীন্দ্ৰ নাথৰ জন্ম হৈছিল ১৮৬১ চনৰ মে' মাহৰ ৭ তাৰিখে।

এই ঠাকুৰ পৰিয়ালৰ পূৰ্ব পুৰুষ সকল কলিকতাত ইষ্ট ইণ্ডিয়া কোম্পানীৰ গোৰা পত্তনৰ সময়তে, তৎকালীন পূৰ্ব বঙ্গৰ যশোহৰ জিলাৰ পৰা স্থানান্তৰিত হৈ আহি কলিকতাত বসবাস কৰিবলৈ লয়। ইয়াৰ পিছত কোম্পানীৰ সৈতে নানান ক্ষেত্ৰত সহযোগিতা কৰি এসময়ত তেওঁলোক কোম্পানীৰ প্ৰিয়পাত্ৰ হৈ উঠে আৰু তাৰ ফলত লাভ কৰে প্ৰজা শাসন হুকুমৎ— অৰ্থাৎ— জমিদাৰী। তেতিয়াৰ পৰা ১৮১৪ চন মানৰ ভিতৰতে ঠাকুৰ পৰিয়ালে কলিকতাৰ অভিজাত শ্ৰেণীৰ মাজত দখল কৰে এক বিশিষ্ট স্থান।

যি সময়ত ৰাজা ৰামমোহন ৰায়ে হিন্দু ধৰ্মৰ কিছুমান গোড়ামিৰ বিৰুদ্ধে তেওঁৰ সংস্কাৰ মূলক অভিযান আৰম্ভ কৰাৰ লগতে পশ্চিমীয়া সভ্যতাৰ গ্ৰহণ যোগ্য দিশবোৰৰ সৈতে ভাৰতীয় সংস্কৃতিৰ এক সমন্বয় ঘটোৱাৰ প্ৰচেষ্টা চলাইছিল— সেই সময়ত ৰবীন্দ্ৰনাথৰ ককাদেউতাক দ্বাৰকানাথ ঠাকুৰেও ৰামমোহন ৰায়ৰ দৃষ্টিভঙ্গীৰ সমৰ্থনত সেই সংস্কাৰমূলক কৰ্মযজ্ঞত পূৰ্ণ সহযোগিতা আগবঢ়াইছিল। ইফালে ৰবীন্দ্ৰ নাথৰ দেউতাক দেবেন্দ্ৰ নাথ আছিল

উপনিষদৰ একেশ্বৰবাদী বিশ্বাসৰ ভিত্তিত স্থাপিত ব্ৰহ্ম সমাজৰ এজন শীৰ্ষস্থানীয় প্ৰবক্তা। এই পাৰিবাৰিক পাৰ্শ্বভূমিৰ প্ৰভাৱৰ মাজেৰে গঢ় লৈছিল ৰবীন্দ্ৰ নাথৰ নৈতিক চৰিত্ৰই। ৰবীন্দ্ৰ নাথৰ স্কুলীয়া জীৱন অতি সংক্ষিপ্ত। মাত্ৰ ৬ বছৰৰ স্কুলীয়া শিক্ষা গ্ৰহণৰ এই সময়ছোৱাৰ ভিতৰতে (১৮৬৮-৭৮) তেওঁ কেইবাখনো স্কুল বাগৰিবলগীয়া হয়। আনহাতেদি সেই সময়ত সৌকাদানৰ যোগেদি দিয়া শিক্ষাদানৰ প্ৰতি তেওঁৰ মনত ঠাই লয় এক অনীহাৰ ভাৱে। সেয়ে তেওঁক মাত্ৰ তেৰ বছৰ বয়সতে (১৮৭৪ চনত) স্কুল এৰুৱাই দিয়া হয়।

স্কুলৰ প্ৰতি আকৰ্ষণৰ ভাৱ নাথাকিলেও, জ্ঞান আহৰণৰ প্ৰতি শিশু অৱস্থাৰ পৰাই ৰবীন্দ্ৰ নাথৰ মনত আছিল অসীম আগ্ৰহ। সেই আগ্ৰহৰ ভাৱেৰে তেওঁ ১৪ বছৰ বয়স সম্পূৰ্ণ কৰাৰ পূৰ্বেই বহুতো কিতাপ পত্ৰ পঢ়ি শেষ কৰিছিল। অন্য হাতেদি ইতিমধ্যেই তেওঁ ৰচনা কৰিবলৈ লৈছিল কবিতা। সেই বয়সতে তেওঁ ৰচনা কৰা অভিলাষ নামৰ কবিতাটি ১৮৭৪ চনৰ 'তত্ত্ববোধিনী' পত্ৰিকাৰ এটি সংখ্যাত প্ৰকাশিত হয়।

১৮৭৫ চনত ৰবীন্দ্ৰ নাথৰ মাতৃ বিয়োগ ঘটে আৰু সেয়ে তেতিয়াৰে পৰা তেওঁৰ প্ৰতি পালনৰ ভাৰ গ্ৰহণ কৰে ককায়েক জ্যোতিৰিন্দ্ৰ নাথ আৰু তেওঁৰ পত্নী কাদম্বৰী দেৱীয়ে।

১৮৭৬ চনত "জ্ঞানাঙ্কুৰ" ও "প্ৰতিবিম্ব" পত্ৰিকা যোগে ৰবীন্দ্ৰ নাথৰ সাহিত্য সাধনাৰ প্ৰথম পৰ্যায়ৰ প্ৰকাশ ঘটে। ইয়াৰ দুবছৰৰ পিছত ৰবীন্দ্ৰ নাথ, তেওঁৰ আন এজন ককায়েক সত্যেন্দ্ৰ নাথৰ সৈতে লণ্ডনলৈ যাত্ৰা কৰে। লণ্ডনত তেওঁ হেনৰী মাৰ্লেৰ অধীনত ইংৰাজী ভাষা সাহিত্যৰ অধ্যয়ন কৰিবলৈ লয়। ১৮৭৮ চনৰ পৰা ১৮৮০ চনলৈকে লণ্ডনত থকা এই সময়ছোৱাৰ ভিতৰত ৰবীন্দ্ৰ নাথে (Letters from Sojourner in Europe) নামে প্ৰকাশ কৰা তেওঁৰ লিখনীত তৎকালীন লণ্ডনৰ সমাজ জীৱনৰ এখন ছবি দাঙি ধৰে। কিন্তু তেওঁৰ এই লিখনীয়ে কিছু লোকক অসন্তুষ্ট কৰে আৰু তাৰ ফলস্বৰূপে তেওঁ লণ্ডন ত্যাগ কৰিবলগীয়া হয়। অৱশ্যে ইয়াৰ পিছৰ বছৰতে ১৮৮১ চনত তেওঁৰ এই ৰচনা গ্ৰন্থাকাৰে প্ৰকাশিত হয়। এয়া আছিল কথিত ভাষাত লিখা তেওঁৰ প্ৰথম গদ্য ৰচনা। সেই একে বছৰতে ৰবীন্দ্ৰ নাথে তেওঁৰ প্ৰথম গীতি নাট্য 'বাল্মিকী প্ৰতিভা' ৰচনা কৰে আৰু নিজে ইয়াৰ নাম ভূমিকাত অভিনয় কৰি গীতি নাট্য খনি মঞ্চস্থও কৰে।

১৮৮৩ চনত ৰবীন্দ্ৰনাথৰ মৃণালিনী দেৱীৰ সৈতে বিয়া হয়। ইয়াৰ এবছৰ পিছত ১৮৮৪ চনত জ্যোতিৰিন্দ্ৰ নাথৰ পত্নী কাদম্বৰীয়ে আত্মহত্যা কৰা ঘটনাই

ৰবীন্দ্ৰ নাথৰ মনত এক গভীৰ ক্ষতৰ সৃষ্টি কৰে। তেওঁৰ ভৱিষ্যত জীৱনতো বহুদিনলৈ ইয়াৰ প্ৰভাৱ পৰে। ১৮৮৪ চনতে তেওঁ আদি ব্ৰহ্ম সমাজৰ সচিব নিযুক্ত হয়। ১৮৮৫ চনত তেওঁ আন এখন পত্ৰিকা "বলাকা"ৰ সৈতে জড়িত হয়। তেওঁলোকৰ নিজ পৰিয়ালৰ পৰা প্ৰকাশিত এই আলোচনীখনৰ সম্পাদনাৰ দায়িত্বত আছিল সত্যেন্দ্ৰনাথৰ পত্নী জ্ঞানদা নন্দিনী দেৱী, এই আলোচনীৰ সম্পাদনাত ৰবীন্দ্ৰ নাথে সহযোগিতা আগবঢ়োৱাৰ লগতে ইয়াতেই তেওঁৰ প্ৰথম গীত সংকলন ৰবী চায়াৰো প্ৰকাশ কৰিছিল।

১৮৮৬ চনত ৰবীন্দ্ৰ নাথৰ কন্যা সন্তান মাধুৰীলতাৰ জন্ম হয়। সেই বছৰতে কলিকতাত বহা 'ভাৰতীয় জাতীয় কংগ্ৰেছৰ' অধিবেশনত কবিৰ স্বৰচিত উদ্বোধনী গীতটি কবিয়ে নিজ কণ্ঠত পৰিবেশন কৰে।

ৰবীন্দ্ৰ নাথৰ জীৱনীকাৰ সকলৰ মতে ১৮৮৭ চনৰ পৰা ১৮৯০ চনৰ ভিতৰত কবি গৰাকীয়ে ৰচনা কৰা কবিতা পুথি মানসী, গীতি নাট্য 'মায়াৰ খেলা' আৰু নাটক 'ৰাজা ওৰাণী'ৰ সৃষ্টি তেওঁৰ বহুমুখী সাহিত্যিক প্ৰতিভাৰ ক্ষেত্ৰত এক নতুন পদক্ষেপ। এই সময়তে ৰবীন্দ্ৰ নাথ ৰাজনীতিৰ সৈতেও জড়িত হয় আৰু লৰ্ড ক্ৰছে প্ৰবৰ্তন কৰা ভাৰত বিৰোধী নীতিৰ বিৰুদ্ধে সৰৱ হৈ উঠে আৰু ভাইচৰয়ৰ কাৰ্যকৰী সভাত (Viceroy's Executive Council) দেশৰ নিৰ্বাচিত প্ৰতিনিধিৰ নিযুক্তিৰ দাবী জনায়।

১৮৮৮ চনত ৰবীন্দ্ৰ নাথৰ প্ৰথম পুত্ৰ সন্তান ৰথীন্দ্ৰনাথৰ জন্ম হয়। ১৮৯০ চনত কিছুদিন লণ্ডনত থকা কালত তেওঁ লিখা দিনপঞ্জী পিছত গ্ৰন্থাকাৰে ছপা হয় আৰু এখনি সুন্দৰ ৰচনা হিছাপে স্বীকৃতি পায়।

১৮৯০ চনৰ শেষৰ ফালে ৰবীন্দ্ৰ নাথ ইংলণ্ডৰ পৰা ঘূৰি অহাৰ পিছত দেউতাকে তেওঁৰ ওপৰত ৰাজচাহী জিলাৰ জমিদাৰী পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰে। ইয়াৰ এবছৰ পিছত ১৮৯১ চনত জন্ম হয় তেওঁৰ তৃতীয় সন্তান ৰেণুকাৰ।

ইয়াৰ পিছত ১৮৯১ চনৰ পৰা ১৯০০ চনলৈ সম্পূৰ্ণ এটা দশক ৰবীন্দ্ৰ নাথে অতিবাহিত কৰে গ্ৰামাঞ্চলত। এই সময়ছোৱাতে তেওঁ গ্ৰামাঞ্চলৰ কৃষক শ্ৰমিক সকলৰ নিকট সংস্পৰ্শলৈ আহে আৰু গ্ৰাম্য জীৱনৰ পটভূমিত ৰচনা কৰে এলানী গভীৰ সংবেদনশীল চুটি গল্প। তেওঁৰ এই চুটি গল্প সমূহ 'হিতবাদী' নামে আলোচনীত ক্ৰমাগতভাৱে প্ৰকাশ পায়। তেওঁৰ যুগান্তকাৰী ৰচনা 'ডাক্টমাষ্টাৰো' ৰচনা হয় এই একে সময়তে।

১৮৯১ চনত কবিজনাই 'সাধনা' নামে এখন আলোচনী প্ৰকাশ কৰিবলৈ লয় আৰু তেওঁৰ ভতিজাক সুধীন্দ্ৰ নাথক ইয়াৰ সম্পাদনাৰ দায়িত্ব দিয়ে। এই আলোচনী তেওঁৰ স্ব-অভিব্যক্তিৰ মুখপত্ৰ বুলিব পাৰি। এই আলোচনীতেই

তেওঁৰ কালজয়ী ৰচনা 'সোণাৰ তৰী' আৰু 'পঞ্চভূতে'ৰ ডায়েৰীৰ প্ৰথম প্ৰকাশ ঘটে। ১৮৯৪ চনত এই আলোচনীৰ সম্পাদনাৰ ভাৰ ৰবীন্দ্ৰ নাথে নিজ হাতত লয় আৰু ১৮৯৫ চনত ইয়াৰ প্ৰকাশ বন্ধ হোৱালৈকে তেওঁ ইয়াৰ সম্পাদক হৈ থাকে।

১৮৯৩ চনত ৰবীন্দ্ৰ নাথৰ কনিষ্ঠা কন্যা মীৰাৰ জন্ম হয় আৰু ইয়াৰ এবছৰৰ পিছত জন্ম হয় কনিষ্ঠ পুত্ৰ সমীন্দ্ৰৰ।

'সাধনা' প্ৰকাশিত হৈ থকা কালছোৱাতে ৰবীন্দ্ৰ নাথ গঠনমূলক ৰাজনৈতিক কাম-কাজৰ সৈতেও জড়িত হয়। এই সময়ত তেওঁ প্ৰকৃত জাতীয়তাবোধ আৰু স্বদেশ প্ৰেমৰ ভাৱেৰে দেশৰ কৃষক সমাজৰ স্বাৰ্থত মাত মাতিবলৈ লয় আৰু স্বদেশী আন্দোলনৰ সমৰ্থনত ৰচনা কৰে অজস্ৰ দেশপ্ৰেমমূলক গীত। ইয়াৰ লগে লগে ভাৰতীয় জনসাধাৰণক উৎসাহিত কৰাৰ উদ্দেশ্যে পৌৰাণিক ভাৰতীয় কথা কাহিনী সমূহত বৰ্ণিত শৌৰ্য-বীৰ্যৰ কাহিনীৰ ভিত্তিত ৰচনা কৰে 'কথা ও কাহিনী' নামে এলানী কবিতা।

ভাৰতত ব্ৰিটিছ শাসকৰ দ্বাৰা প্ৰবৰ্তিত শিক্ষা ব্যৱস্থাৰ ওপৰত ৰবীন্দ্ৰ নাথ কোনো কালেই সন্তুষ্ট নাছিল। সেয়ে তেওঁ নিজ পুত্ৰ কন্যাকো সেইবোৰ বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰিবলৈ পঠোৱা নাছিল। তাৰ পৰিবৰ্তে তেওঁ শিয়ালদহ অঞ্চলত নিজেই প্ৰতিষ্ঠা কৰা এখন বিদ্যালয়তহে তেওঁৰ সন্তান সকলক শিক্ষাদান কৰিছিল। এই সময়তে তেওঁৰ মনত গঢ় লৈছিল পৌৰাণিক ভাৰতৰ শিক্ষা পদ্ধতিৰ আৰ্হিত এখন তপোবন সৃষ্টি কৰাৰ এটা সপোনে। য'ত উপনিষদত বৰ্ণিত গুৰু শিষ্য পৰম্পৰাৰ পুনৰ প্ৰতিষ্ঠা হ'ব। তেওঁৰ এই সপোন এসময়ত বাস্তৱত ৰূপায়িত হয়, ১৯০১ চনত বোলপুৰৰ ওচৰত বৰ্তমানৰ বিশ্ববিখ্যাত শান্তি নিকেতনৰ স্থাপনাৰে।

১৯০১ চনৰ প্ৰথম ভাগতেই ৰবীন্দ্ৰ নাথ, বঙ্কিম চন্দ্ৰই স্থাপন কৰা 'বঙ্গদৰ্শন' আলোচনীৰ সম্পাদক নিযুক্ত হয়। এই আলোচনীতেই ধাৰাবাহিক ভাৱে প্ৰকাশ পায় তেওঁৰ বিখ্যাত উপন্যাস 'চোখেৰ বালি'। ভাৰতীয় ভাষাত প্ৰকাশিত এইখনেই আছিল প্ৰথম মনস্তাত্ত্বিক উপন্যাস।

১৯০১ চনত শান্তি নিকেতন স্থাপন হোৱাৰ সময়ৰে পৰা ৰবীন্দ্ৰ নাথৰ জীৱনলৈ ইটোৰ পিছত সিটোকৈ আহিবলৈ ধৰে চৰম বেদনাদায়ক আৰু সংকটপূৰ্ণ অৱস্থা। প্ৰথমতে ১৯০২ চনত তেওঁৰ পত্নী মৃণালিনী দেৱীৰ মৃত্যু, ১৯০৩ চনত কন্যা ৰেণুকা, ১৯০৪ চনত তেওঁৰ এজন ঘনিষ্ঠ সহযোগী সতীশচন্দ্ৰ ৰয় আৰু ১৯০৫ চনত কবিৰ ঋষিতুল্য পিতৃ মহৰ্ষি দেবেন্দ্ৰ নাথৰ বিয়োগ।

নিজ পৰিয়ালৰ তিনি চাৰি গৰাকী লোক প্ৰায় একে সময়তে হেৰুওৱাৰ বেদনাত মৰ্মাহত হ'লেও ৰবীন্দ্ৰ নাথে অব্যাহত ভাৱে সাহিত্য চৰ্চা চলাই, যায় আৰু গভীৰ আৰ্থিক সংকটৰ সমুখত পৰা শান্তিনিকেতনৰ কামো পৰিচালনা কৰে। সেই একে সময়তে তেওঁ স্বদেশী আন্দোলনতো সক্ৰিয় ভূমিকা গ্ৰহণ কৰি সভা সমিতি আদিত যোগ দিয়ে আৰু বৃটিছ শাসনৰ স্বেচ্ছাচাৰিতাৰ প্ৰতিবাদত শোভাযাত্ৰাও বাহিৰ কৰে।

ইয়াৰোপৰি স্বদেশী সভা সমূহত ভাষণ দানৰ লগতে স্বৰচিত দেশ প্ৰেমমূলক গীত পৰিবেশনেৰে দেশবাসীৰ মনত জগাই তোলাৰ চেষ্টা কৰে জাতীয়তাবোধৰ ভাৱ।

১৯০২ চনৰ পৰা ১৯০৬ চনৰ ভিতৰৰ এই দুৰ্যোগপূৰ্ণ সময়ৰ ভিতৰতে সম্পূৰ্ণ হয় কবিৰ প্ৰথমখন কবিতা সংকলন। ১৯০৬ চনত কবিয়ে তেওঁৰ জ্যেষ্ঠ পুত্ৰ ৰথীন্দ্ৰ নাথক আমেৰিকালৈ পঠিয়ায়। সেই বছৰতে তেওঁ জাতীয় শিক্ষা পৰিষদৰ এখন সংবিধানো প্ৰস্তুত কৰে। কিন্তু এনে সময়তে বিভাজন বিৰোধী আন্দোলনে হিংসাত্মক বিদ্ৰোহৰ ৰূপ ধাৰণ কৰাত ৰবীন্দ্ৰ নাথ এইবিলাকৰ পৰা আঁতৰি গৈ শান্তি নিকেতনত সোমাই পৰে।

১৯০৭ চনত ৰবীন্দ্ৰ নাথক বঙ্গীয় সাহিত্য সন্মিলনীৰ সভাপতি নিৰ্বাচিত কৰা হয়। সেই বছৰতে তেওঁৰ কনিষ্ঠ পুত্ৰ সমীন্দ্ৰ কলেৰাত আক্ৰান্ত হৈ মৃত্যু মুখত পৰে। ইতিমধ্যে তেওঁৰ আন এখন উপন্যাস 'গোৰা' 'প্ৰবাসী' পত্ৰিকাত প্ৰকাশ পাবলৈ ধৰে।

১৯০৯ চনত ৰবীন্দ্ৰ নাথে 'প্ৰায়শ্চিত্ত' নাটকৰ ৰচনা আৰম্ভ কৰে। ইয়াৰ দু-বছৰ পিছত ১৯১১ চনত শান্তি নিকেতনত তেওঁৰ ৫০ তম জন্মদিৱস উদযাপনৰ সময়তেই 'প্ৰবাসী'ত প্ৰকাশিত তেওঁৰ ৰচনা সমূহ সংকলিত কৰি গ্ৰন্থাকাৰে প্ৰকাশ কৰা হয়। একে সময়তে প্ৰকাশ হৈ ওলোৱা কবিৰ আন দুখন মহৎ গ্ৰন্থ হ'ল 'গীতাঞ্জলি' আৰু 'ডাকঘৰ।'

ইতিপূৰ্বে তেওঁৰ জ্যেষ্ঠ পুত্ৰ ৰথীন্দ্ৰ নাথ ১৯১০ চনত আমেৰিকাৰ পৰা প্ৰত্যাৱৰ্তন কৰাৰ পিছত এগৰাকী বিধবাক বিয়া কৰাই ঠাকুৰ পৰিয়ালৰ দ্বাৰা সমাজত দাঙি ধৰে সমাজ সংস্কাৰৰ এক উজ্বল নিদৰ্শন।

১৯১২ চনৰ বছৰটো আছিল ৰবীন্দ্ৰনাথৰ বাবে এক ঘটনাবহুল বছৰ। এই বছৰতে তেওঁ 'গীতাঞ্জলি'ৰ কেতবোৰ কবিতা ইংৰাজীলৈ অনুবাদ কৰে। ইয়াৰ পিছত তেওঁ অনুদিত কবিতাসমূহ লৈ ইংলণ্ডলৈ যায় আৰু তাত তেওঁৰ এই কবিতা গুচ্ছৰ বাবে ইংৰাজী সাহিত্য জগতৰ শীৰ্ষস্থানীয় ব্যক্তি সকলৰ পৰা উচ্চ প্ৰশংসা লাভ কৰে। বাস্তৱিকতে তেওঁৰ সেই সমূহ কবিতাই ইংৰাজী

সাহিত্য মহলত এক আলোড়নৰ সৃষ্টি কৰে। তেওঁৰ সৃজনী প্ৰতিভাৰ সু-উচ্চ প্ৰশংসা কৰা সেই সকল ব্যক্তি আছিল W.B. Yeats, Masfield, Mezsinclair, Evelyn Underhill, Ezra Pound, H.G. Wells আৰু Bertrand Russel অৰ দৰে শীৰ্ষস্থানীয় সাহিত্যিক। ইয়াতেই কবিৰ পৰিচয় ঘটে C.F. Andrew অৰ সৈতে। পিছলৈ C.F. Andrew তেওঁৰ এজন অনুগামী হোৱাৰ লগতে দুয়োৰে মাজত স্থাপিত হয় জীৱনজোৰা বন্ধুত্ব।

ইংলণ্ডৰ পৰা ৰবীন্দ্ৰনাথ কিছুদিনৰ বাবে আমেৰিকা যুক্তৰাষ্ট্ৰলৈ যায় আৰু তাত থকা কালছোৱাত তেওঁ ইলীনয়চ, চিকাগো, হাৰ্ভাৰ্ড আৰু ৰচেষ্টাৰত বক্তৃতা দান কৰে। ইতিমধ্যে ইংলণ্ডত 'গীতাঞ্জলি' গ্ৰন্থাকাৰে ইংৰাজী ভাষাত প্ৰকাশ পায় আৰু সমগ্ৰ বৌদ্ধিক মহলত সাদৰে সমাদৃত হয়। ১৯১৩ চনত কবি স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰাৰ পিছতেই 'চুইডিচ একাডেমী'য়ে 'গীতাঞ্জলি'ৰ বাবে সেই বছৰৰ সাহিত্য নোবেল পুৰস্কাৰ ৰবীন্দ্ৰনাথলৈ আগবঢ়োৱাৰ কথা ঘোষণা কৰে। ভাৰতে গৰ্বেৰে এই সংবাদ গ্ৰহণ কৰি ৰবীন্দ্ৰ নাথক 'বিশ্বকবি' উপাধিৰে সন্মানিত কৰে।

১৯১৫ চনত ব্ৰিটিছ সম্ৰাটে তেওঁক 'নাইট' (knight) উপাধিৰে সন্মানিত কৰে আৰু সেই বছৰতে C,F. Andrew ৰ মাধ্যমত কবি মিলিত হয় মহাত্মা গান্ধীৰ সৈতে। ইতিপূৰ্বে ৰবীন্দ্ৰনাথৰ আন দুখন অমৰ ৰচনা 'ঘৰে বাইৰে' আৰু 'চতুৰংগ' প্ৰকাশিত হৈ ওলায়।

১৯২০ চনৰ পৰা ১৯৩০ চনলৈকে এই সুদীৰ্ঘ দহ বছৰকাল বিশ্বকবিয়ে প্ৰায় সমগ্ৰ পৃথিৱী ভ্ৰমণ কৰে। এই সময়ত তেওঁ ভ্ৰমণ কৰা দেশ সমূহৰ ভিতৰত চীন, জাপান, দক্ষিণ আমেৰিকা, ইটালী, চুইজাৰলেণ্ড, নৰওৱে, চুইডেন, ডেনমাৰ্ক, জাৰ্মানী, ফ্ৰান্স, ইজিপ্ত, কানাডা আৰু দক্ষিণপূৰ্ব এচীয় দেশ সমূহৰ ভ্ৰমণ বিশেষভাৱে উল্লেখযোগ্য। এই বিদেশ যাত্ৰাৰ প্ৰাৰম্ভিক কালতে জালিয়ানৱালাবাগত হোৱা নৃশংস হত্যাকাণ্ডৰ প্ৰতিবাদত বিশ্বকবিয়ে তেওঁৰ 'নাইট' উপাধি প্ৰত্যাখ্যান কৰে।

১৯৩১ চনত কবিৰ ৭০ তম জন্ম দিৱস উপলক্ষে কলিকতাত এক বিশেষ অনুষ্ঠানৰ আয়োজন কৰা হয়। এই সময়ত ভাৰত আৰু বিদেশৰ শীৰ্ষস্থানীয় বুদ্ধিজীৱীসকলে তেওঁলৈ ওলগ জনাই পঠোৱা বাণীসমূহ 'গোল্ডেন বুক অৱ টেগৰ' (Golden Book of Tagore) নামে গ্ৰন্থাকাৰে প্ৰকাশ পায়।

১৯৩৬ চনত কলিকতা বিশ্ববিদ্যালয়ে তেওঁলৈ বঙলা ভাষাৰ অধ্যাপনাৰ দায়িত্ব আগবঢ়ায়।

১৯৩৬ চনত কবিয়ে নৃত্যনাটিকা ৰচনাৰ যোগেদি আৰম্ভ কৰে সাহিত্য সৃষ্টিৰ এক নতুন শৈলী। ১৯৩৭ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ সমাৱৰ্তন অনুষ্ঠানত বঙলা ভাষাতে ভাষণ পাঠ কৰি এক অভিলেখ সৃষ্টি কৰে, কিয়নো ইয়াৰ আগলৈকে কোনো ভাৰতীয় বিশ্ববিদ্যালয়তেই ভাৰতীয় ভাষাত ভাষণ পাঠ হোৱা নাছিল। সেই বছৰতে ৰবীন্দ্ৰ নাথ 'এৰিচিপেলাচ' নামে ৰোগত আক্ৰান্ত হয়। এই ৰোগৰ উপশম হয় যদিও কবিৰ শাৰীৰিক অৱস্থাৰ লাহে লাহে অৱনতি ঘটিবলৈ ধৰে।

১৯৩৯ চনত নেতাজী সুভাষ চন্দ্ৰ বসুৰ অনুৰোধ ক্ৰমে কলিকতাৰ মহাজাতি সদনৰ আধাৰশিলা স্থাপন কৰে। ইয়াৰ এবছৰৰ পিছত ১৯৪০ চনত মহাত্মা গান্ধীয়ে তেওঁক শান্তিনিকেতনত দেখা কৰিবলৈ আহে।

১৯৪১ চনৰ আৰম্ভণিৰে পৰা ৰবীন্দ্ৰনাথৰ অৱস্থা ক্ৰমাৎ অধিক বেয়াৰ ফালে যায় আৰু ৭ আগষ্ট তাৰিখে এটা অস্ত্ৰোপচাৰৰ অন্তত ভাৰতৰ এই সু-সন্তান মহামানৱগৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

ৰবীন্দ্ৰ নাথৰ বহুমুখী প্ৰতিভাৰ বিষয়ে মন্তব্য কৰি হুমায়ুন কবিয়ে লিখিছিল— "He was essentially a poet, but his interests were not connfined to poetry. His writings include more than a thousand poem and over two thousand songs in addition to a large number of short stories, novel's dramatic works and essays on the most diverse to pics. He was also a musician of the highest order. He took to painting when he was almost Seventy and yet produced within ten yeags about three thousand pictures. In addition He made notable contribution to religious and educational thoughts, to politics and social reform. This achievements in all these fields are so great that they mark him out as one of the greatest sons of India and indeed one who has a message for the entire mankind."

# ফ্ৰেডেৰিক ৰইচ

দ্বিতীয় বিশ্বযুদ্ধ চলি থকা সময়ৰ কথা। ইয়াৰ ভিতৰতে, এখন গুৰুত্বপূৰ্ণ যুদ্ধৰ পৰিণতিৰ ওপৰত নিৰ্ভৰ কৰিছে সমগ্ৰ বিশ্বৰ নিৰাপত্তা। এই গুৰুত্বপূৰ্ণ যুদ্ধখন চলিছে ইংলণ্ড আৰু জাৰ্মানীৰ মাজত। যিমান সোনকালে পৰা যায়, ইংলণ্ডৰ বিমান বাহিনীক সম্পূৰ্ণৰূপে ধ্বংস কৰিবলৈ বিচাৰিছে হিটলাৰে। এই উদ্দেশ্য আগত ৰাখি ১৯৪০ চনৰ ৮ আগষ্ট তাৰিখে জাৰ্মান বিমান বাহিনীয়ে আক্ৰমণ চলালে ইংলণ্ডৰ বিমান বাহিনীৰ ওপৰত। পিছৰ দহদিন ধৰি জাৰ্মান আৰু ব্ৰিটিছ শক্তিৰ মাজত চলিল তুমুল সংগ্ৰাম। আক্ৰমণ আৰু প্ৰতি আক্ৰমণ। অৱশেষত, ব্ৰিটিছ 'ফাইটাৰ' হাৰিকেন (Hurricane) আৰু 'স্পীটফায়াৰ' (Spitfire) যুদ্ধ বিমানৰ সমুখত সম্পূৰ্ণৰূপে পৰাভূত হ'ল জাৰ্মান বাহিনী। এই যুদ্ধত বৃটেইনৰ জয়ে একপ্ৰকাৰ সুনিশ্চিত কৰিলে মিত্ৰ শক্তিৰ জয়।

যিজন প্ৰতিভাবান ব্যক্তিৰ অধ্যৱসায় আৰু উদ্ভাৱনী শক্তিৰ ফলত বৃটেইনৰ এই জয় লাভ সম্ভৱ হ'ল তেৱেঁই হ'ল 'স্পীটফায়াৰ' আৰু 'হ্যাৰিকেন' বিমানৰ প্ৰস্তুতকৰ্তা ফ্ৰেডৰিক হেনৰী ৰইচ। এই যুদ্ধ জয় বহুলাংশে বৈমানিক সকলৰ ওপৰত নিৰ্ভৰ কৰিছিল যদিও- বিশেষ ভাৱে নিৰ্মিত এই দুই শ্ৰেণীৰ বিমান অবিহনে হয়তো জাৰ্মান বাহিনীক পৰাভূত কৰা সহজসাধ্য নহ'লহেঁতেন।

৯ বছৰ বয়সতে পিতৃহীন হোৱা ফ্ৰেডৰিক ৰইচৰ জন্ম ১৮৬৩ চনত পিটাৰ বৰ'ৰ 'আলৱালটন' নামে গাঁৱত হৈছিল। দেউতাকৰ মৃত্যুৰ পিছতে ফ্ৰেডৰিক মাকৰ সৈতে লণ্ডনলৈ আহে। লণ্ডনত উপস্থিত হোৱাৰ পিছতেই ৯ বছৰীয়া ফ্ৰেডেৰিকে জীৱন নিৰ্বাহৰ বাবে চাকৰি বিচাৰিব লগীয়া হয়। অনেক কষ্টৰ মূৰত তেওঁ খবৰ কাগজ বেচা হকাৰৰ কাম এটা যোগাৰ কৰিবলৈ

সক্ষম হয়। এই কামৰ উপাৰ্জনেৰে কোনোৰকমে সংসাৰখন চলোৱাত মাকক সহায় কৰিব খুজিছিল ফ্ৰেডেৰিকে। দৈন্যতাৰ মাজত কোনোমতে সংসাৰ চলিছিল। এনেতে এদিন ফ্ৰেডেৰিকৰ ভাগ্য পৰিবৰ্তন ঘটিল সম্পূৰ্ণ আকস্মিকভাৱে। তেওঁ ডাকঘৰ এটাত পিয়নৰ চাকৰি পালে। অৱশ্যে এই চাকৰি লৈয়েই তেওঁ সন্তুষ্ট থাকিব নোৱাৰিলে। উনৈশ শতিকাৰ এই সময়ছোৱাত ইউৰোপত চলিছিল বৈজ্ঞানিক আৱিষ্কাৰৰ প্ৰয়োজৰ। ইটোৰ পিছত সিটোকে আৱিষ্কাৰ কৰা হৈছে নিত্য নতুন যন্ত্ৰপাতি। নতুন কৌশলৰ উদ্ভাৱন হৈছে সকলো ক্ষেত্ৰতে। বিভিন্ন আলোচনী-পত্ৰিকাক আদিত প্ৰকাশ পাইছে বিজ্ঞানৰ নৱতম সৃষ্টিৰ আলোড়নকাৰী তথ্যপাতি।

এনে ধৰণৰ তথ্য সমৃদ্ধ প্ৰবন্ধ পাতি সমূহে বিশেষ ভাৱে আকৃষ্ট কৰে ইউৰোপীয় কিশোৰ আৰু ডেকাচামক। সেই প্ৰবন্ধপাতি অধ্যয়ন কৰি বহুতো যুৱকেই লাভবান হৈছিল। বিজ্ঞানী সকলে আগবঢ়োৱা তথ্য সমূহৰ পৰীক্ষা নিৰীক্ষাৰ মাজত তেওঁলোকে আৱিষ্কাৰ কৰিছিল একোটা নতুন বস্তু। ফ্ৰেডেৰিকৰ বইচো বাদ পৰি থকা নাছিল এইবিলাক অধ্যয়নৰ পৰা। তেওঁক ইতিমধ্যে বিজুলী শক্তিৰ (Electricity) বিষয়টোৱে আকৃষ্ট কৰিছিল। এই বিষয়ে শিকিবৰ বাবে তেওঁৰ মনত আগ্ৰহৰ ভাৱ ঘনীভূত হ'ল।

পিয়নৰ চাকৰি এৰি ফ্ৰেডেৰিক এইবাৰ লণ্ডন চহৰৰ বিখ্যাত ব্যৱসায়িক প্ৰতিষ্ঠান 'ইলেকট্ৰিক লাইট এণ্ড পাৱাৰ কম্পেনীত' (Electric Light and Power Company) শিক্ষানবীচ হিছাপে সোমাল। ইয়াত তেওঁৰ দুটা কাম সমানে চলিল। উপাৰ্জনৰ লগতে অধ্যয়ন ইংৰাজীত যাক বোলা হয় 'Learning while earning' তেওঁ এখন নৈশ বিদ্যালয়তো ভৰ্তি হৈ ল'লে। ইয়াত তেওঁ 'ইলেকট্ৰিচিটি' সম্পৰ্কে অধ্যয়ন কৰাৰ লগতে অন্যান্য বিষয় সমূহো শিকিবলৈ ধৰিলে। আজৰি সময়ত তেওঁ চলাবলৈ ল'লে তেওঁৰ প্ৰিয় বিষয়টোৰ ওপৰত গৱেষণা।

বিজুলী শক্তিৰ ওপৰত প্ৰয়োজনীয় জ্ঞান আহৰণৰ পিছত ফ্ৰেডেৰিকে নিজে এটা উদ্যোগ গঢ়াৰ কথা চিন্তা কৰিলে। এনেতে তেওঁ লগ পালে A.E Caremont নামে এজন ব্যক্তি। ক্ৰেয়াৰমণ্টেও একেধৰণৰে এটা উদ্যোগ গঢ়াৰ কথা চিন্তা কৰি আছিল।

দুয়োজন উদ্যোগী যুৱক লগ লাগি ১৮৮৪ চনত মান চেষ্টাৰৰ কুক ষ্ট্ৰীটত (Cook .Street, Manchester) এফ এইচ ৰইচ এণ্ড কোম্পানী

(F.H. Royu & Company) নামে এটি প্ৰতিষ্ঠান খুলিলে। সামান্য মূলধনেৰে তেওঁলোকে এটা কাৰখানা খুলি সৰু-সুৰা বৈদ্যুতিক যন্ত্ৰপাতি তৈয়াৰ কৰিবলৈ ধৰিলে। লগতে ডাইনামও (Dynamo) তৈয়াৰ কৰাত লাগিল। এই ক্ষেত্ৰত তেওঁলোকে যথেষ্ট সুনাম অৰ্জন কৰিলে। তেওঁলোকৰ দ্বাৰা তৈয়াৰ হোৱা ডাইনামো ইউৰোপৰ প্ৰায় সকলোবোৰ কাৰখানা আৰু কলঘৰৰ ওপৰিও জাহাজ কোম্পানী সমূহেও ক্ৰয় কৰিবলৈ ধৰিলে।

'ডাইনামো' প্ৰকৃততে হ'ল এটা তড়িৎ উৎপাদক যন্ত্ৰ। ৰইচ এণ্ড কোম্পানীয়ে এই যন্ত্ৰ তৈয়াৰ কৰাৰ আগলৈকে এই যন্ত্ৰ অতি ক্ষুদ্ৰ আকাৰৰ সৰু সৰু কামৰ বাবেহে তৈয়াৰ কৰা হৈছিল। কিন্তু ফ্ৰেডেৰিক ৰইচ আৰু তেওঁৰ সঙ্গী ক্লেয়াৰমণ্টৰ প্ৰচেষ্টাত ইয়াৰ উপযোগিতা বহুমুখী হোৱাৰ উপৰিও ইয়াৰ আকাৰো হয় বৃহৎ। ফলস্বৰূপে এই তড়িৎ উৎপাদক যন্ত্ৰ ডাঙৰ ডাঙৰ যন্ত্ৰ পাতি চলোৱাৰ কামতো ব্যৱহাৰ কৰিব পৰা হ'ল। প্ৰথমতে এই যন্ত্ৰৰ ব্যৱসায় কেৱল ইউৰোপৰ দেশসমূহৰ ভিতৰতে সীমাবদ্ধ আছিল যদিও ইয়াৰ বহুমুখীতাৰ বিষয়ে জনাৰ পিছত আমেৰিকাতো ইয়াৰ বহুল প্ৰচলন হ'বলৈ ধৰে।

এনে সময়তে ৰইচে এদিন এখন পুৰণা ফৰাচী গাড়ী কিনি আনিলে। তাৰ পিছত সেই গাড়ীৰ ইঞ্জিনৰ ওপৰত চলিল নতুন পৰীক্ষা কাৰ্য। উদ্দেশ্য ইয়াৰ গতিবেগ বৃদ্ধি কৰাৰ লগতে সকলোফালৰ পৰা ইয়াতকৈও এখন উন্নত ধৰণৰ মটৰ গাড়ী তৈয়াৰ কৰা। অক্লান্ত পৰিশ্ৰম আৰু অধ্যৱসায়ৰ অন্তত: তেওঁ এদিন তৈয়াৰ কৰি উলিয়ালে এখন দুই চিলিণ্ডাৰ যুক্ত দহ অশ্বশক্তি যুক্ত (Horupower) গাড়ী।

এই সময়তে ফ্ৰেডেৰিকে লগ পায় চাৰ্লচ ৰলচ (Charles Roles) নামে এজন অত্যন্ত উৎসাহী অৰ্থবান ব্যক্তিক। চাৰ্লচ ৰলচেও যিকোনো উৎপাদনমুখী কামত টকা খটুৱাবলৈ বিচাৰি ফুৰিছিল। তেওঁ ৰইচৰ দ্বাৰা নিৰ্মিত নতুন মটৰ গাড়ীখনৰ অভূতপূৰ্ব গতিবেগ আৰু ইয়াৰ গুণাগুণ সম্পৰ্কে জনাৰ পিছত এই কোম্পানীৰ অংশীদাৰ হ'ল। নতুন কোম্পানীৰ নাম ৰখা হ'ল- ৰ'লচ ৰইচকোং (Rolls Royce Ltd) এই কোম্পানীৰ পৰা নিৰ্মাণ হৈ ওলাল এই শতিকাৰ বিখ্যাত মটৰ গাড়ী 'ৰলচ ৰইচ'। ই শব্দহীন হোৱাৰ লগতে চূড়ান্ত গতিবেগৰ গাড়ী। ইফালে সেই অনুপাতে আৰামদায়ক। চূড়ান্ত পৰ্যায়ত 'চিলভাৰ ক্লাউড' (Silver cloud) নামে নিৰ্মিত ৰ'লচ ৰইচ

মটৰগাড়ীখন বিশ্বৰ শ্ৰেষ্ঠ মটৰগাড়ী হিছাপে স্বীকৃত হয়। এই গাড়ী আছিল ৪ চিলিণ্ডাৰযুক্ত ৩০ অশ্বশক্তি সম্পন্ন।

অন্য চিন্তাবিদসকলে উদ্ভাৱন কৰা তথ্যৰ ওপৰতে নিজ পৰীক্ষা কাৰ্য চলাই ইতিমধ্যে যথেষ্ট কৃতিত্ব অৰ্জন কৰা ফ্ৰেডেৰিক ৰইচে এইবাৰ উৰাজাহাজৰ কামত হাত দিলে। তেওঁৰ উদ্দেশ্য পুৰণা বিমান ইঞ্জিনসমূহৰ কাৰ্য ক্ষমতা আৰু গতিবেগ বঢ়োৱা।

প্ৰথম বিশ্বযুদ্ধৰ প্ৰাৰম্ভিক কাল। জাৰ্মানীত নিৰ্মিত এখন মাৰ্চেদিজ মটৰ গাড়ীৰ যান্ত্ৰিক কৌশলৰ ওপৰত ৰইচে পৰীক্ষা কাৰ্য চলালে। গাড়ীখনৰ ইঞ্জিনটোৰ নিৰ্মাণ কৌশলে তেওঁক আকৃষ্ট কৰিলে। তেওঁ ভাবি চাই দেখিলে যে সেই একেটা কৌশলকে এটা উন্নত পৰ্যায়ৰ বিমান ইঞ্জিন তৈয়াৰ কৰাৰ কামতো প্ৰয়োগ কৰিব পাৰি। ভৱা মতেই কাম। ৰইচে ১৯১৫ চনত এই পৰীক্ষা কাৰ্য আৰম্ভ কৰে।

১৯১৫ চনৰ পৰা ১৯১৯ চনৰ ভিতৰত 'হক' (Hawk) আৰু ঈগল (Eagle) নামেৰে ক্ৰমে ২৫০ আৰু ৩৭৫ অশ্বশক্তি যুক্ত দুখন অতি বেগী বিমানৰ নিৰ্মাণ কাৰ্য সমাপ্ত কৰি নিজ প্ৰতিভাৰ স্বাক্ষৰ ৰাখে ফ্ৰেডেৰিক ৰইচে।

১৯৩৩ চনৰ ১২ এপ্ৰিল তাৰিখে মৃত্যুবৰণ কৰা বিৰাট প্ৰতিভাৰ অধিকাৰী ফ্ৰেডেৰিকে তেওঁৰ মৃত্যুৰ পূৰ্বেই আৰু কেইবাটাও উন্নতৰ বিমান ইঞ্জিনটো হ'ল 'মাৰ্লিন' (Merlin)। এই ইঞ্জিনেৰে চালিত বিমানেৰে ইংলণ্ডৰ বিমান বাহিনীয়ে জাৰ্মান বাহিনীক পৰাভূত কৰিছিল দ্বিতীয় বিশ্বযুদ্ধত। অৱশ্যে ফ্ৰেণ্ডেৰিক ৰইচ তেতিয়ালৈ জীৱিত নাছিল।

ৰইচৰ জীৱন কালতে তেওঁৰ নিৰ্মিত 'ঈগল' বিমানে বিশ্ব প্ৰতিযোগিতাত ভাগ লৈ বিশ্ব অভিলেখ স্থাপন কৰিছিল প্ৰতি ঘণ্টাত ৩৮৩ মাইল উড়নৰ গতিবেগেৰে।

# চাৰ্লি চেপলিন

চাৰ্লচ স্পেনচাৰ চেপলিন চমুকৈ চাৰ্লি চেপলিন। চলচ্চিত্ৰ জগতৰ একমাত্ৰ অসাধাৰণ প্ৰতিভাটিৰেই নাম চাৰ্লি চেপলিন। অৰ্দ্ধ শতিকাৰো অধিক কাল ধৰি বিশ্বময় অগণন চলচ্চিত্ৰমোদীক অভিনৱ কৌতুকাভিনয়েৰে মোহিত কৰি ৰাখিছিল এই গৰাকী মহান শিল্পীয়ে।

লণ্ডন চহৰৰ ৱালওৱৰ্থ অঞ্চলৰ ইষ্টলেনত (Eastlane) ১৮৮৯ চনৰ ১৬ এপ্ৰিল তাৰিখে জন্ম গ্ৰহণ কৰে চাৰ্লচ স্পেনচাৰ চেপলিনে। চেপলিনৰ দেউতাকৰ নামো আছিল চাৰ্লচ চেপলিনেই। মাকৰ নাম আছিল হাৰ্না হিল (Harnah Hill)। তেওঁলোকৰো জীৱিকা উপাৰ্জনৰ একমাত্ৰ পথ আছিল, চহৰে নগৰে ঘূৰি ফুৰি, ক'লা কৌশলৰ প্ৰদৰ্শনীৰে দৰ্শকৰ মনোৰঞ্জন কৰা। কিন্তু চাৰ্লি চেপলিনৰ জন্ম হোৱাৰ এবছৰ পিছতেই তেওঁলোকৰ বিচ্ছেদ ঘটে আৰু শিশু চেপলিন থাকি যায় মাক হাৰ্ণাৰ লগত।

বিবাহ বিচ্ছেদৰ পিছত হাৰ্ণা হিলে জীৱন নিৰ্বাহৰ বাবে মঞ্চত সঙ্গীত পৰিবেশন কৰিবলৈ লয়। এই কামত তেওঁ বিভিন্ন ঠাইলৈ যাওঁতে শিশু চেপলিনকো লগতে লৈ যাবলৈ ধৰে।

এনেভাৱে বৰ সৰু কালতে মঞ্চত উঠাৰ অভিজ্ঞতা লাভ কৰে চাৰ্লি চৈপলিনে।

এই সময়তে এদিন এটা বৰ আমোদজনক ঘটনা ঘটে। চাৰ্লিৰ মাকে হল ভৰ্তি শ্ৰোতাৰ আগত সঙ্গীত পৰিবেশন কৰি থকা অৱস্থাত হঠাতে তেওঁৰ কণ্ঠস্বৰ বহি যায় আৰু তেওঁ গাই থকা গীতটি আধাতে বন্ধ কৰিবলগীয়া হয়। মাকৰ এই অসহায় অৱস্থালৈ লক্ষ্য কৰি ওচৰতে বৈ থকা ৫ বছৰীয়া চাৰ্লি গীতটোৰ বাকী অংশ নিজে গাবলৈ ধৰিলে। শ্ৰোতা দৰ্শক সকলো প্ৰথমতে আচৰিত হ'ল। পিছত শিশুটিয়ে পৰিবেশন কৰা গীত শুনি তেওঁলোক হ'ল

বিস্ময় বিমুগ্ধ। তেওঁলোকে মঞ্চৰ ওপৰলৈ মুঠিয়ে মুঠিয়ে পইচা দলিয়াবলৈ ধৰিলে। সমুখত আহি পৰা পইচাবোৰে দৃষ্টি আকৰ্ষণ কৰিলে অকণমানি চাৰ্লিৰ। তেওঁ গীত বন্ধ কৰি অকণমান থমকি ৰ'ল। তাৰ পিছত শ্ৰোতামণ্ডলীক উদ্দেশ্য কৰি ক'লে "এক মিনিট, এক মিনিট ৰ'ব দেই, মই পইচা কেইটা বুটলি লওঁ।" শ্ৰোতাৰ মাজৰ পৰা হাঁহিৰ গিৰ্জনী উঠিল। সেয়ে আৰম্ভ। ইয়াৰ পিছৰ অৰ্দ্ধশতাব্দী চাৰ্লিয়ে সমগ্ৰ বিশ্বকে কেৱল হুঁহুৱাই গৈছে।

অৱশ্যে চাৰ্লিৰ জীৱনলৈ সুখ সমৃদ্ধি বৰ সহজে অহা নাছিল। ইয়াৰ বাবে তেওঁ কৰিবলগীয়া হৈছিল বহু কষ্ট। জীৱনত সুখৰ মুখ দেখাৰ পূৰ্বে চাৰ্লিয়ে বহু ভোকাতুৰ আৰু উজাগৰী নিশা পাৰ কৰিছিল। পেটৰ ভোক গুচাবলৈ এমুঠি ভাত আৰু অকণমান আশ্ৰয়ৰ অভাৱত তেওঁ চৰম কষ্ট ভোগ কৰিবলগীয়া হৈছিল।

অত্যাধিক মদ্যপানৰ ফলত চাৰ্লিৰ দেউতাকৰ অকালতে মৃত্যু হৈছিল। তেওঁ জীৱিত থকালৈকে চাৰ্লিৰ বাবে কিছু খৰচ পাতি যোগাই আছিল। কিন্তু তেওঁৰ মৃত্যুৰ পিছত চাৰ্লি আৰু তেওঁৰ বৈমাত্ৰেয় ভাই চিডনী চেপলিন হঠাতে অনাথ হৈ পৰে। মাক হাৰ্ণাইও সংসাৰ চলাব নোৱৰা হৈ আহে ফলত দুয়োটা শিশু চাৰ্লি আৰু হেনৰী লণ্ডন চহৰৰ পথে-ঘাটে ভিক্ষা কৰি ফুৰিবলগীয়া হ'ল। এই অৱস্থাত এদিন দুয়োটি শিশুকে নাগৰিক সমিতিৰ লোকে ধৰি নি গতাই দিয়ে এখন অনাথ আশ্ৰমত। সেই অনাথ আশ্ৰম আছিল চাৰ্লছ ডিকেন্সৰ লিখনীত বৰ্ণিত ১৯ শতিকাৰ ইংলণ্ডৰ অনাথ আশ্ৰম।

অনাথ শিশুসকলক অৰ্দ্ধাহাৰে ৰখাৰ লগতে সিহঁতৰ ওপৰত মাৰধৰ আৰু অত্যাচাৰ আছিল এই অনাথ আশ্ৰম সমূহৰ যেন কঠিন কাৰ্য। চেপলিন ভাতৃদ্বয় এই অনাথ আশ্ৰমলৈ যোৱাৰ কিছুদিনৰ পিছতে তেওঁলোকৰ মাতৃ হাৰ্ণা উন্মাদ হৈ পৰে আৰু সেই অৱস্থাত তেওঁক এখন মানসিক চিকিৎসালয়ত ভৰ্তি কৰোৱা হয়।

ইয়াৰ মাজতে কিছুদিনৰ বাবে মাক সুস্থ হৈ উঠাত দুই পুত্ৰৰ সৈতে একেলগে থাকিবলৈ লয়। কিন্তু হাৰ্ণা হিল পুনৰ অসুস্থ হৈ পৰাত দ্বিতীয় বাৰৰ বাবে মানসিক চিকিৎসালয়ত ভৰ্তি হ'ব লগা হয় আৰু হেনৰী আৰু চাৰ্লিও পুনৰ অনাথ আশ্ৰমত থাকিবলগীয়া হয়। এইখন অনাথ আশ্ৰম আগৰখনতকৈও ভয়াবহ আছিল। ইয়াত শিশুসকল প্ৰায়েই আধা পেটী হৈ থকাৰ লগতে অশেষ শাৰীৰিক কষ্টেৰে পীড়িত হৈছিল। তেওঁৰ জীৱনৰ এই

সময়ছোৱাৰ অভিজ্ঞতাৰ বিষয়ে চেপলিনে পিছত এনেকৈ লিখিছিল: "This attitude of wanting to make poverty attractive for the other person is annoying. I have yet to know a poor man who has nostalgia for poverty or who finds freedom in it. I found poverty neither attractive nor edifying. It taught me nothing but a distortion of values, an overrating of the virtues and graces of the rich and the so called-better classes."
এবাৰ অনাথ আশ্ৰমৰ পৰা ওলাই ঘৰলৈ আহি চাৰ্লিয়ে দেখিলে যে মাক হাৰ্ণা তেতিয়াও ঘৰলৈ ঘূৰি অহা নাই। মানসিক চিকিৎসালয়তে আছে। এই অৱস্থাত তেওঁ অকলশৰে ঘৰতে থাকিলে পুনৰ অনাথ আশ্ৰমলৈ যাবলগীয়া হোৱাৰ ভয়ত কেইবাটাও নিশা লণ্ডন চহৰৰ বাটে পথে ঘূৰি ফুৰিয়েই কটাই দিয়ে।

ইয়াৰ পিছত প্ৰায় ১১ বছৰমান বয়স হোৱালৈকে এটি গৃহহীন, অভিভাৱকহীন, অনাথ শিশু হিচাপে চাৰ্লিয়ে এক সুদীৰ্ঘ সময় অতিবাহিত কৰে লণ্ডন চহৰৰ ৰাজপথত। এই সময়ত তেওঁ পেটৰ ভাত মোকোলাবৰ বাবে মানুহৰ ঘৰত বনুৱাৰ কাম কৰাৰ পৰা জোতা পলিচ কৰালৈকে সকলো ধৰণৰ কামতেই হাত দিয়ে। এইবিলাক কামৰ মাজত কেতিয়াবা পথৰ দাঁতিত বৈ নানান বহুৰূপী দেখুৱাইয়ো দুই এপইচা উপাৰ্জন কৰে।

১৯০১ চনত চাৰ্লিৰ বয়স যেতিয়া ১২ বছৰ, এই সময়ত, তেওঁৰ পৰিচয় ঘটে এটা সাধাৰণ ধৰণৰ নাট্যদলৰ লগত। এই দলত যোগ দি তেওঁ লণ্ডনৰ বিভিন্ন ঠাইত এজন নটুৱা ভাৱৰীয়া হিচাপে নিজৰ অভিনয় কৌশল প্ৰদৰ্শন কৰি অন্ততঃ কিছুদিনৰ বাবে পেটৰ ভোক নিবাৰণৰ ব্যৱস্থা কৰে।

১৭ বছৰ বয়সত চাৰ্লিয়ে 'ফ্ৰেড কাৰ্ণো কম্পেনী' (FRED KARNO COMPANY) নামে এটি নাট্যদলত যোগদানেৰে আৰম্ভ কৰে তেওঁৰ গুৰুত্বপূৰ্ণ অভিনয় জীৱনৰ প্ৰথম পৰ্য্যায়। ইতিমধ্যে ইংলণ্ডত যথেষ্ট জনপ্ৰিয়তা লাভ কৰা এই নাট্যদলত ইয়াৰ আগতেই চাৰ্লিৰ ককায়েক চীডনীয়েও যোগদান কৰিছিল। ফ্ৰেড কাৰ্ণো কম্পেনীৰ অভিনয় প্ৰদৰ্শন অৱশ্যে ইংলণ্ডৰ ভিতৰতেই আবদ্ধ নাছিল। তেওঁলোকৰ প্ৰদৰ্শন চলিছিল দেশে-বিদেশে। এনেকৈয়ে অভিনয় প্ৰদৰ্শনৰ বাবে এই নাট্যদল ১৯১০ আৰু ১৯১২ চনত আমেৰিকালৈও যায় আৰু পিছৰ বাৰ অৰ্থাৎ ১৯১২ চনত এইদলে তাত অনুষ্ঠিত কৰা "A

Night in A London Music hall" (এ নাইট ইন এ লণ্ডন মিউজিক হল) নাটকত এজন মদাহীৰ ভূমিকাত 'কীষ্টন' (key ston) কম্পেনীৰ গৰাকী 'মেক চেনেটৰ' (Mack Sannette)দৃষ্টি আকৰ্ষণ কৰে।

১৯১৩ চনত চেনেটৰ আমন্ত্ৰণ ক্ৰমে চাৰ্লিয়ে যোগদান কৰে "কীষ্টন" কম্পেনীত। ইয়াৰ কিছুদিনৰ পিছতে এই দলৰ দ্বাৰা প্ৰযোজিত চলচ্চিত্ৰ জগতলৈ প্ৰথম পদাৰ্পণ ঘটে। কিন্তু এই চলচ্চিত্ৰত তেওঁ বিশেষ ধৰণৰ প্ৰতিভা প্ৰদৰ্শনত বিফল হয়। অৱশ্যে দ্বিতীয়খন চলচ্চিত্ৰ "কীড অট'ৰেচেজ এট ভেনিচ (Kid Auto Races at Venice) অত অভিনয়েৰে তেওঁ দৰ্শকৰ মন কাঢ়ি ল'বলৈ সক্ষম হয়।

এথাৰখন ছবিত অভিনয় কৰাৰ পাছত তেওঁৰ দ্বাদশ ছবিখনত অভিনয় কৰাৰ উপৰিও ইয়াৰ পৰিচালনাৰ কামতো তেওঁ সহায় আগবঢ়ায় ছবি পৰিচালিকা মিছ নৰমাণ্ডক (Miss Normand) । তেওঁৰ ত্ৰয়োদশ ছবি 'কট ইন দ্য ৰেইন' (Caught in the Rain) ৰ বাবে তেওঁ সঙ্গীতাংশ ৰচনা আৰু পৰিচালনা কৰে।

ইতিমধ্যে অভিনয়ৰ ক্ষেত্ৰত নিজৰ সৃজনী প্ৰতিভাৰ এক অভূতপূৰ্ব নিদৰ্শন দাঙি ধৰি তেওঁ নিজকে গঢ়ি তোলে। বিশ্বৰ সকলো চলচ্চিত্ৰমোদীৰ আদৰৰ 'বহুৰূপী চাৰ্লি' (Charlie the Tramp) 'কী ষ্টন' দলৰ লগত থকা সময়তে তেওঁ প্ৰায় ৩৫ খন ছবিত অভিনয় কৰে। ইয়াৰ ভিতৰে কেইবাখনো চলচিত্ৰৰ ৰচনা আৰু পৰিচালনা তেওঁৰ নিজা আছিল।

১৯১৩ চনৰ ডিচেম্বৰ মাহৰ পৰা ১৯১৫ চনৰ ডিচেম্বৰ মাহ। মাত্ৰ দুটা বছৰৰ ব্যৱধান। ইয়াৰ ভিতৰতে ঘটে চেপলিনৰ ভাগ্যৰ অবিশ্বাস্য পৰিবৰ্তন। ইয়াৰ আগলৈকে এমুঠি খাদ্যৰ অভাৱত হাঁহাকাৰ কৰি ফুৰা অকণমানি ল'ৰাটোৰ ৰূপান্তৰ ঘটে এজন শীৰ্ষস্থানীয় ধনবান যুৱকলৈ। নিজৰ সফলতাই আনি দিয়া আত্মবিশ্বাসেৰে চাৰ্লিয়ে এতিয়া সপ্তাহত ১২৫০ ডলাৰ পৰ্যন্ত পাৰিশ্ৰমিক দাবী কৰিব পৰা হ'ল।

১৯১৫ চনত 'দি ট্ৰেম্প' (The Tramp) ছবিখনৰ মুক্তিয়ে চাৰ্লিক ইয়াৰ নামভূমিকাত বিশ্বৰ সৰ্বশ্ৰেষ্ঠ কৌতুকাভিনেতা হিচাপে চিহ্নিত কৰাৰ লগতে অভিনয় জগতৰ একমাত্ৰ প্ৰতিভাবান ব্যক্তি হিচাপেও স্বীকৃত কৰে।

'দি ট্ৰেম্প'ৰ সফলতাৰ পিছত চাৰ্লিয়ে তেওঁৰ অভিনয় প্ৰতিভাৰ তেওঁৰ বিকাশ ঘটোৱাৰ ক্ষেত্ৰত গুৰুত্ব দিয়ে। এইবাৰ তেওঁ "ইচানে" (Essanay)

নামে আন এটা কোম্পানীৰ সৈতে সপ্তাহে ৫০০০ ডলাৰ পাৰিশ্ৰমিকেৰে চুক্তিবদ্ধ হয়। এই সময়তে তেওঁৰ প্ৰতিভাৰ পূৰ্ণবিকাশ ঘটা বুলি ক'ব পাৰি।

১৯১৬ চনত চেপলিনে মিউচুৱেলৰ (Mutual) সৈতে চুক্তি কৰে। বছৰটোৰ ভিতৰত ১২ খন ছবিত অভিনয়ৰ উপৰিও এইবিলাকৰ পৰিচালনাৰ বাবে তেওঁক ১,৫০,০০০ ডলাৰ বানচ হিছাপে দিয়াৰ উপৰিও চুক্তি অনুসৰি সপ্তাহত ১০,০০০ ডলাৰকৈ পাৰিতোষিক দিয়া হয়।

ইয়াৰ পিছত চেপলিন চুক্তিবদ্ধ হয় ফাৰ্ষ্ট নেচনেলৰ (First National) সৈতে। এই চুক্তি অনুসৰি ৮ খন ২ ৰীলৰ ছবিৰ বাবে তেওঁক দিয়া হৈছিল এক নিযুত ডলাৰৰো অধিক। এই সময়ত তেওঁ কৰা দুখন ছবি 'ছলডাৰ আৰ্মচ' (Shoulder Arms) ১৯১৮, আৰু ১৯২১ৰ দি কিড (The Kid)। শেষৰখন ছবি 'দি কিড' তেওঁৰ জীৱনৰ সৰ্বোৎকৃষ্ট ছবি কেইখনৰ এখন হিছাপে গণ্য কৰা হয়। এই ছবি তেওঁৰ জীৱনৰ সেইছোৱা সময়ৰ ওপৰত নিৰ্মিত, যেতিয়া তেওঁ অনাথ শিশু হিছাপে প্ৰথমে অনাথালয়ত আৰু তাৰ পিছত লণ্ডনৰ পথে ঘাটে অতিবাহিত কৰিছিল।

পৰৱৰ্তী কালত তেওঁ হলিউডৰ 'লা ব্ৰী এভিনিউত' (La Brea Avenue)নিজাকৈ এটি ষ্টুডিঅ' স্থাপন কৰে। ১৯১৯ চনত তেওঁ মেৰী পিকফৰ্ড (Mary Pickford), ডগলাছ ফেয়াৰবেঙ্কচ' (Douglas Fairbanks) আৰু ডি ডব্লিউ গ্ৰিফীট, (D W. Grifith)ৰ সৈতে মিলি ইউনাইটেড আৰ্টিষ্ট কৰপ'ৰেচন (United Artist Corporation) স্থাপন কৰে।

১৯১৮ চনত চেপলিনে প্ৰথমবাৰ বিয়া কৰায় মিলডৰেদ হেৰীচক (Mildraed Harris) এইগৰাকী পত্নীৰ সৈতে বিবাহ বিচ্ছেদৰ পিছত তেওঁ ১৯২৪ চনত লীলা গ্ৰে নামে আন এগৰাকী যুৱতীক বিয়া কৰায়। ইয়াৰ পিছত চাৰ্লিয়ে ১৯৩৩ চনত তৃতীয়বাৰৰ বাবে ১৯ বছৰীয় পলেট গডসাৰ্ডা (Paulette Goddard) ক বিয়া কৰায়। সেই সময়ত তেওঁৰ বয়স আছিল ৪৪ বছৰ। তেওঁৰ চতুৰ্থ আৰু শেষৰ গৰাকী পত্নীৰ নাম আছিল ইউগেন অ'নীল। এই বিয়া হৈছিল তেওঁৰ ৫৪ বছৰ বয়সত।

অসংখ্য ছবিত অভিনয় কৰি তেওঁৰ অসাধাৰণ প্ৰতিভাৰ চানেকী ৰাখি থৈ যোৱা চেপলিনৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ ছবিখন হ'ল 'চিটি লাইট।' ইয়াৰ লগতে সমানে উল্লেখযোগ্য আন তিনিখন উচ্চ প্ৰশংসিত ছবি 'গল্ড ৰাছ' (Gold Rush), 'দি ট্ৰেম্প' (The Tramp) আৰু 'দি কিড' (the Kid)। জীৱনৰ

পৰিপক্ক বয়সলৈকে জীয়াই থকা চেপলিনে ১৯৭৭ চনৰ ডিচেম্বৰ মাহত বৰদিন উৎসৱৰ দিনাই মৃত্যুবৰণ কৰে। অৱশ্যে শাৰীৰিকভাৱে তেওঁ পৃথিৱীৰ পৰা আঁতৰি গ'ল যদিও তেওঁৰ অসাধাৰণ অভিনয় প্ৰতিভাৰে তেওঁ আজিও অমৰ হৈ আছে তেওঁৰ দ্বাৰা নিৰ্মিত আৰু অভিনীত অসংখ্য ছবিৰ হাস্যমুখৰ ভূমিকাত।

# এন্টন পাভ্‌লৱিচ চেখভ

বিশ্ববন্দিত সাহিত্যিক সকলৰ ভিতৰত মহান কছ সাহিত্যিক এন্টন চেখভৰ নাম বিশেষ ভাৱে উল্লেখযোগ্য। কেৱল মাত্ৰ সাহিত্য চৰ্চাতেই নহয়— এজন শিক্ষক, সমাজ সংগঠক আৰু চিকিৎসাবিদ হিচাপেও মানৱ জাতিৰ প্ৰতি তেওঁ আগবঢ়োৱা অৰিহণাৰ বাবে চেখভ স্বীকৃত হৈছে এজন মহৎ অন্তৰৰ মানৱতাবাদী হিচাপে।

জাৰ শাসিত ৰাছিয়াৰ টাগান্‌ৰগত (Taganrog) ১৮৬০ চনত জন্ম গ্ৰহণ কৰা এন্টন চেখভৰ পিতৃ আছিল এজন সাধাৰণ শ্ৰেণীৰ ব্যৱসায়ী লোক। কিন্তু ব্যৱসায়ত দেউলীয়া হৈ তেওঁ ১৮৭৬ চনত পৰিয়ালবৰ্গৰ সৈতে মস্কোলৈ স্থানান্তৰিত হয়। সেই সময়ত চেখভৰ বয়স ১৬ বছৰ।

দেউতাকৰ আৰ্থিক অৱস্থাৰ হঠাৎ অৱনতিয়ে স্কুলৰ শেষ শ্ৰেণীত পঢ়ি থকা চেখভৰ বাবে সমস্যাৰ সৃষ্টি কৰে। এই সমস্যা সমাধানৰ উপায় হিচাপে চেখভে ঘৰুৱা শিক্ষকতা কৰিবলৈ লয়। তাৰ যোগেদিয়ে নিজৰ স্কুলীয়া শিক্ষা সমাপ্ত কৰি মস্কো বিশ্ববিদ্যালয়ৰ মেডিচিন শাখাত (Department of Medicine) ভৰ্তি হয়।

১৮৮৪ চনত চেখভে এই বিশ্ববিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে আৰু ইতিপূৰ্বে ১৮৭০ চনতে সাহিত্য চৰ্চা আৰম্ভ কৰা চেখভৰ প্ৰথম গল্প সংকলন এটিও প্ৰকাশ পায়, এই একে বছৰতে অৰ্থাৎ ১৮৮৪ চনতেই।

"Tales of Melpomene" নামত প্ৰকাশ পোৱা এই গল্প সংকলনটিৰ গল্পসমূহ ইতিমধ্যে প্ৰকাশ পাইছিল 'Strekoza', "Budi liaik", 'Zrittel', "Mashva" আলোচনীত। আলোচনী সমূহত বিভিন্ন ছদ্ম নামত প্ৰকাশ পাই অহা চেখভৰ এই গল্প সমূহ আছিল হাস্যৰসৰ অপূৰ্ব সৃষ্টি।

মাত্ৰ ৪৪ বছৰ বয়সত মৃত্যু বৰণ কৰা এই মহান সাহিত্যিক গৰাকীক বিশ্বখ্যাতি প্ৰদান কৰা তেওঁৰ অসংখ্য গল্প ৰচনাৰ উপৰিও চেখভে কেইবাখনো উচ্চ মানৰ নাটকো ৰচনা কৰে।

এই নাটক সমূহৰ ভিতৰত ১৮৯৬ চনত ৰচনা কৰা "The Seagull" '৯৭ চনৰ "Uncle Venya, ১৯০১ চনৰ "Three Sisters" আৰু ১৯০৪ চনত ৰচনা কৰা The Cherry Orchard" আজিও বিশ্বৰ বিভিন্ন দেশৰ নাট্য মঞ্চত সফলতাৰে প্ৰদৰ্শিত হয়।

চেখভৰ এজন অন্তৰঙ্গ বন্ধু আইভান বুনিলে চেখভৰ বহুমুখী প্ৰতিভাৰ কথা উল্লেখ কৰি লিখিছিল— "চেখভৰ দৰে লেখক কোনো কালে জন্মা নাই। মহামাৰিৰ সময়ত তেওঁ চাখালিনলৈ গৈ ইয়াৰ ওপৰত এখন গ্ৰন্থ ৰচনা কৰাৰ উপৰিও খাদ্য সংকটত পীড়িত লোক আৰু মহামাৰিত আক্ৰান্ত হোৱা সকলৰ প্ৰতি আগবঢ়োৱা সেৱা, নিজৰ শৰীৰত থকা মাৰাত্মক অসুখৰ কথালৈ আওকাণ কৰিও কলেৰা ৰোগত আক্ৰান্ত ৰোগী সকলৰ শুশ্ৰূষা; এই বিলাকৰ উপৰিও টাগানৰগত লাইব্ৰেৰী প্ৰতিষ্ঠা, স্কুলঘৰ নিৰ্মাণ আৰু তাত বিনামূলীয়াকৈ শিক্ষাদান আদিৰ যোগেদি তেওঁ ইয়াৰ প্ৰমাণ ৰাখি থৈ গৈছে যে তেওঁ বিশ্বৰ মহান মানৱতাবাদী সকলৰ এজন।"

সঁচা অৰ্থৎ এজন মহৎ ব্যক্তিৰ পৰিচায়ক সকলোবোৰ গুণৰ অধিকাৰী আছিল এন্টন চেখভ। তেওঁৰ সমসাময়িক আন এজন মহান ৰুছ সাহিত্যিক মেক্সিম গৰ্কীয়ে সমাজ আৰু ব্যক্তিৰ মানসিক উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত চেখভৰ চিন্তা আৰু দৰ্শন সম্পৰ্কে এইদৰে কৈছে:

"যৌৱনৰ আৰম্ভণিতেই চেখভৰ জীৱনত সূচিত হৈছিল, অস্তিত্ব ৰক্ষাৰ 'সংগ্ৰাম'— কেৱল নিজৰ বাবে, এটুকুৰা কটিৰ বাবে নহয় তেওঁ এটুকুৰা ডাঙৰ কটিৰ সন্ধানত যি বৰ্ণ বৈচিত্ৰ্যহীন সৰু সৰু প্ৰাত্যহিক চেষ্টা চলাইছিল সেই চেষ্টাৰ পিছতেই ব্যয় কৰিছিল যৌৱনৰ সমস্ত শক্তি। তাৰ মাজতো কি ভাৱে যে তেওঁ ৰসবোধ জগাই ৰাখিব পাৰিছিল সেই কথা ভাবিলে আচৰিত হ'ব লাগে।"

জৈৱিক ক্ষুধা আৰু তৃষ্ণা নিবাৰণৰ চেষ্টা মানুহৰ শাশ্বত চেষ্টা হ'লেও এই তুচ্ছ প্ৰাত্যহিকতাৰ মাজতে জীৱনী শক্তি নষ্ট নকৰি নিজ নিজ বৌদ্ধিক বিকাশৰ প্ৰয়াসৰ ওপৰত গুৰুত্ব দিছিল চেখভে। তেওঁৰ গল্প সমূহৰ মাজত এইটো দেখা যায় যে তেওঁ বাবে বাবে মানুহক উদ্দেশ্য কৰি যেন কৈছে— "শুদ্ধ হোৱা, সুন্দৰ হোৱা, বুদ্ধিমান আৰু বিবেকী হোৱা।"

চেখভৰ স্বভাৱৰ সৰলতাৰ বিষয়ে মন্তব্য কৰি গৰ্কীয়ে কৈছে— "এণ্টন পাভ্‌লবিচ্ চেখভৰ উপস্থিতিত যিকোনো মানুহেই নিজৰ অজ্ঞাত সাৰে ভিতৰে ভিতৰে সৰল আৰু সত্যনিষ্ঠ হোৱাৰ আৰু অধিক আত্মস্থ হোৱাৰ আকাংক্ষা অনুভৱ কৰে।"

কিয়নো চেখভ নিজে আছিল এজন অত্যন্ত সৰল প্ৰকৃতিৰ মানুহ। তেওঁৰ সৰলতা আছিল সুন্দৰ ধৰণৰ। যি বস্তু সৰল, খাঁটি আৰু অকপট তাকেই তেওঁ ভাল পাইছিল। আৰু অন্য মানুহকো সৰল কৰি তোলাৰ এটা নিজস্ব উপায় তেওঁৰ আছিল।

এণ্টন চেখভে তেওঁৰ সমগ্ৰ জীৱন নিজ আত্মাৰ উপকৰণৰ মাধ্যমতে কটাইছিল, চিৰকাল তেওঁ আছিল আত্মস্থ, মুক্ত অন্তৰৰ।

চেখভৰ মৃত্যু শয্যাত পৰি থকা কালত তেওঁক দেখা কৰিবলৈ যোৱা প্ৰতিজন লোকেই 'এক জীৱন জোৰা সাধনাৰ প্ৰতীক' অৰ্থাৎ তেওঁক দেখা পাইছে। কিয়নো সেই অৱস্থাতো তেওঁৰ কথা বতৰাত প্ৰকাশ পাইছে সমাজৰ প্ৰতি প্ৰতিজন ব্যক্তিকে সচেতন কৰি তোলাৰ প্ৰয়াস। চেখভৰ সাহিত্যিক সৃষ্টিৰ বিষয়ে মন্তব্য কৰি গৰ্কীয়ে লিখিছে— "এণ্টন চেখভৰ গল্প পঢ়ি মনটোৱে যেন উপলব্ধি কৰে শেষ শৰতৰ এটি বিষাদাচ্ছন্ন দিন— স্বচ্ছ আকাশ, বতাহ আকাশৰ পটভূমিত উলঙ্গ গছ-বন, ঘন বসতিৰ ঘৰ-বাৰী অৰু ধূসৰ মানুহৰ সুস্পষ্ট ৰেখাচিত্ৰ। সকলো বৰ অদ্ভুত নিঃসঙ্গ, স্থিৰ, শক্তিহীন। নীলা ৰঙৰ গভীৰতাত দূৰৰ জনমানৱহীন দেশবোৰে যেন শেতা ৰঙৰ আকাশখনৰ সৈতে মিলি গৈ বোকা মাটিৰ ওপৰত এৰি দিছে বিষন্ন চেঁচা নিশ্বাস। লেখকৰ বুদ্ধিদীপ্ততাই শৰতৰ ৰ'দৰ কঠিনতাৰে উদ্ভাসিত কৰি তুলিছে ভঙা-ছিঙা পথ-ঘাট, বেকা-বেঁকী ৰাস্তা, লগালগি ঘৰবোৰৰ ভিতৰৰ অগণন নগণ্য মানুহৰ আমনি লগা জীৱন যাত্ৰাৰ পুনঃপৌণিকতা।"

এণ্টন চেখভৰ দৰে আৰু কোনো লেখকে জীৱনৰ তুচ্ছ বস্তুবাদিতাৰ ট্ৰেজেদি ইমান স্পষ্ট ভাৱে, ইমান সূক্ষ্মভাৱে কোনো কালেই ধৰিব পৰা নাই। মধ্যবিত্ত কূপমণ্ডুক প্ৰাত্যহিকতাৰ অস্পষ্ট জধলা চেহেৰাৰ মাজত মানুহৰ যি লজ্জাজনক আৰু কৰুণ চিত্ৰ লুকাই আছে ইয়াৰ আগেয়ে আন কোনোৱে তাৰ প্ৰকৃত সত্য ৰূপ দাঙি ধৰিব পৰা নাই।

সাহিত্য জগতৰ ঋষিতুল্য ব্যক্তি মহান সাহিত্যিক টলষ্টয়ে চেখভৰ প্ৰিয়তমা গল্পটো পঢ়ি মন্তব্য কৰিছিল— "ই যেন কোনোবা শুদ্ধচিত্ত কুমাৰীৰ হাতে কৰা লেচৰ কাম। একালত কুকচৰ কামত দক্ষ এনে কিছুমান যুৱতী আছিল

যি সকলে তেওঁলোকৰ সমস্ত জীৱন ধৰি তেওঁলোকৰ সপোনৰ ৰূপ দিছিল কৃষকচাৰে কৰা একোটা নক্সাৰ মাজত। তেওঁলোকে নিজৰ সকলোতকৈ প্ৰিয় আৰু মধুৰ সপোনটোৰেই নক্সা তৈয়াৰ কৰিছিল— নিজৰ নিজৰ ভৱিষ্যত জীৱনৰ আকাংক্ষাৰ ওপৰত একোখন অস্পষ্ট অথচ বিশুদ্ধ সপোনৰ ৰূপ দিছিল একোটা লেচৰ কামত।" এই কথাখিনি অত্যন্ত আবেগেৰে টলষ্টয়ে কৈছিল গৰ্কীৰ আগত। গৰ্কীয়ে যিদিনা চেখভৰ আগত এই প্ৰশংসাবানৰ পুনৰাবৃত্তি কৰিছিল সেইদিনা চেখভৰ জ্বৰৰ মাত্ৰা বহুত বাঢ়িছিল। তেওঁ বহি আছিল। তেওঁৰ গালত ৰঙা ৰঙা কিছুমান ডাগ দেখা গৈছিল। তলমূৰকৈ চেখভে চশমাযোৰ মচিবলৈ লৈছিল। এনেভাৱে কিছু সময় পাৰ হোৱাৰ পিছত তেওঁ মৃদুস্বৰে কৈ উঠিছিল— "গল্পটোৰ মাজত কিছু পৰিমাণে ছপাৰ ভুল ৰৈ গৈছে।"

চেখভৰ জীৱনৰ সপোন আছিল নিজৰ দেশখনক সুন্দৰকৈ সজাই পৰাই তোলা। এই বিষয়ে তেওঁ গৰ্কীৰ আগত নিজৰ ভাৱ ব্যক্ত কৰি কৈছিল "মোৰ যদি অনেক টকা থাকিলহেঁতেন তেতিয়াহ'লে মই গাঁৱে ভূঞে কাৰ্যৰত অসুস্থ শিক্ষক সকলৰ বাবে ইয়াতেই এখন চেনেটৰিয়াম নিৰ্মাণ কৰিলোহেঁতেন। সেই চেনেটৰিয়ামত এটা সুন্দৰ লাইব্ৰেৰী, নানান ধৰণৰ বাদ্যযন্ত্ৰ, মৌ পোহাৰ ব্যৱস্থা, ফলমূল আৰু শাক পাচলিৰ বাগান হ'লহেঁতেন। তাতে বহি শিক্ষক সকলক কৃষি বিজ্ঞান, জলবায়ু আৰু পাৰিপাৰ্শ্বিকতা সম্পৰ্কত কিছু বক্তৃতা তথা প্ৰশিক্ষণ দিব পৰা গ'লহেঁতেন। কিয় জানে? "এজন শিক্ষকে সকলো কথা জনাটো অত্যন্ত প্ৰয়োজনীয়।"

চেখভে কৈ গ'ল "মোৰ কথাবোৰ হয়তো আপোনাৰ বৰ উদ্ভট যেন লাগিছে। কিন্তু আচলতে এয়া মোৰ মনৰ কথা। আপুনি জানে ৰাছিয়াৰ গাঁৱত সৎ, বুদ্ধিদীপ্ত একোজন প্ৰকৃতাৰ্থত স্কুল শিক্ষকৰ কিমান প্ৰয়োজন। সেয়ে আমাৰ ৰাছিয়াত তেওঁলোকক প্ৰশিক্ষিত কৰি তোলাৰ অৰ্থে বিশেষ এটা পৰিবেশৰ সৃষ্টি কৰিব লাগিব। আমি এটা কথা ভালকৈ উপলব্ধি কৰিব লাগিব যে কমকৈ পোৰা মাটিৰে তৈয়াৰী ইটাৰ ঘৰ যিকোনো মুহূৰ্ত্তে ভাঙি চুচুৰ্মৈ হৈ পৰাৰ দৰে ৰাষ্ট্ৰৰ গাঁথনিও যিকোনো মুহূৰ্ত্তে ভাঙি পৰিব। স্কুল শিক্ষক এজনে তেওঁৰ নিজৰ কামত মন প্ৰাণ উৎসৰ্গা কৰি দিব লাগিব।

স্কুল শিক্ষকসকল গাঁৱে গাঁৱে সোমাই পৰিব লাগিব। কৃষকসকল আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ লগতে তেওঁলোকৰ সকলো প্ৰশ্নৰ উত্তৰ দিব পাৰিব লাগিব। কিন্তু তাৰ লগে লগে এইটোও নিশ্চিত কৰিব

পাৰিব লাগিব যাতে শিক্ষক সকলৰো চাহিদা পূৰণ হয়। কাৰণ জনগণক শিক্ষিত কৰি তোলাৰ দায়িত্ব আমি যাৰ ওপৰত ন্যস্ত কৰিম তেওঁলোক সকলো ফালৰ পৰাই নিশ্চিত, সুৰক্ষিত হোৱাটো এটা প্ৰয়োজনীয় কথা। তেওঁলোকে যাতে যথাযোগ্য পাৰিশ্ৰমিক পায় তালৈ আমি লক্ষ্য ৰখা উচিত। অথচ আমাৰ শিক্ষকসকলে এতিয়া কেনে একোটা অৱস্থাত দিন কটাবলগীয়া হৈছে চাওক। তাৰ বাবে মোৰ নিজকে অপৰাধী যেন লাগে। মোৰ ভাব হয়; শিক্ষক সকলৰ এই দুৰ্দশাগ্ৰস্ততা আমিয়ে মাতি আনিছো।

এজন মহৎ ব্যক্তিৰ মহান ভাব ধাৰাৰ ইয়াতকৈ সুন্দৰ নিদৰ্শন আৰু কি থাকিব পাৰে ?

# অগষ্টে ৰডিন

মাইকেল এঞ্জেলোৰ পিছতেই সৰ্বকালৰ আন এজন মহান ভাস্কৰ্য শিল্পী হিছাপে নাম লোৱা হয় অগষ্টে ৰডিনৰ। এই গৰাকী মহান শিল্পীৰ বিখ্যাত ভাস্কৰ্য শিল্প 'দি থিংকাৰ', 'দি কিছ' আৰু দি বাৰ্গাকচ অব্ কেনাইছ' এৰোটি সৰ্বজনবিদিত শিল্প কাৰ্য। এই সমূহ অসাধাৰণ শিল্প সৃষ্টিৰ যোগেদিয়েই শিল্পীয়ে লাভ কৰি গ'ল অমৰত্ব।

১৮৪০ চনৰ ১৪ নবেম্বৰ তাৰিখে পেৰিচত জন্ম গ্ৰহণ কৰা অগষ্টে ৰডিনৰ দেউতাকৰ নাম আছিল জাঁ-বেপিষ্টে ৰডিন (Jean Baptiste Rodin)। তেওঁ আছিল এজন নিম্নবৰ্গৰ কেৰাণী। সংসাৰ চলিছিল আৰ্থিক অভাৱ অনাটনৰ মাজত। সেই অৱস্থাৰ মাজত মাত্ৰ ১৪ বছৰ বয়সতে ৰডিনক অৰ্থাভাৱৰ বাবে স্কুল এৰুৱাই দিয়া হয়। কিন্তু স্কুল এৰিবলগীয়া হ'লেও ইতিমধ্যে শিল্প কলাৰ প্ৰতি আকৃষ্ট হোৱা ৰডিনে এইবাৰ মুকলি মনেৰে শিল্প চৰ্চা কৰাৰ সুবিধা পালে। তেওঁ পেৰিচ চহৰৰ বিভিন্ন শিল্প মঞ্চত ঘূৰি ফুৰি অতীতৰ মহান শিল্পীসকলৰ দ্বাৰা অংকিত চিত্ৰ আৰু নিৰ্মিত ভাস্কৰ্যসমূহ গভীৰ ভাৱে অধ্যয়ন কৰিবলৈ ধৰিলে। ইয়াৰ লগে লগে তেওঁ বিশেষকৈ শিল্প মঞ্চ সমূহত দেখিবলৈ পোৱা ভাস্কৰ্য শিল্পসমূহৰ নমুনা তৈয়াৰ কৰিবলৈ ধৰিলে। অন্যহাতেদি চিত্ৰাঙ্কন শিকিবৰ বাবে তেওঁ ভৰ্তি হ'ল এখন বিনামূলীয়াকৈ শিক্ষা দিয়া আৰ্ট স্কুলত।

কিন্তু কেৱল শিল্প চৰ্চাৰ যোগেদিয়েই পেট নভৰে। বিশেষকৈ ৰডিনৰ এই বয়সত জীৱনৰ সেই প্ৰাৰম্ভিক কালছোৱাত। সেয়ে ক্ষুধা নিবাৰণৰ বাবেও তেওঁ কাম কৰিবলগীয়া হয়। ইয়াৰ বাবে তেওঁ সোণৰ অলঙ্কাৰ তৈয়াৰ কৰা এখন দোকানত সহায়কাৰীৰ কাম কৰিবলৈ যায় আৰু সেই দোকান ঘৰৰ সমুখৰ এটুকুৰা খালি ঠাইতে বহি তেওঁ ঘৰৰ ভিতৰত সজোৱা সৰু-সুৰা

বহু কিছুমান তৈয়াৰ কৰিবলৈ ধৰে। এই কামত তেওঁ বিশেষ ভাবে নিৰ্মাণ কৰিছিল কেতবোৰ 'মডেল।' কিন্তু মনে মনে তেওঁ সন্তুষ্ট হ'ব পৰা নাছিল। তেওঁ ভাবিছিল, তেওঁৰ গাত থকা গুণৰ তেওঁ অপব্যৱহাৰ কৰিছে। কিন্তু তেওঁৰ এই সময়ৰ অভিজ্ঞতাই ভাস্কৰ্য শিল্পৰ প্ৰতি তেওঁৰ মন বিশেষভাৱে আকৰ্ষিত কৰে। আৰ্ট স্কুলত তিনি বছৰ কটোৱাৰ পিছত ৰডিনে ফ্ৰান্সৰ জাতীয় আৰ্ট স্কুলত ভৰ্তি হোৱাৰ চেষ্টা কৰি বিফল হয়। কিন্তু এনে সময়তে তেওঁ লগ পায় বিখ্যাত আৰু জনপ্ৰিয় ভাস্কৰ্য শিল্পী কেৰিয়াৰ বেলিইউজক। ৰডিনে তেওঁৰ সহায়কাৰী হিচাপে কাম কৰিবলৈ লয়।

সুদীৰ্ঘ ৬ বছৰ কাল বেলিইউজৰ তলত শিল্প চৰ্চা কৰি ৰডিন এই ক্ষেত্ৰত যথেষ্ট লাভবান হয় যদিও তেওঁৰ নিজ প্ৰতিভাৰ বিকাশ ঘটোৱাৰ ক্ষেত্ৰত এই সময়ছোৱা বিশেষ সহায়ক নহয়। এনে সময়তে ফ্ৰান্স আৰু প্ৰুচিয়াৰ মাজত যুদ্ধ আৰম্ভ হয় আৰু ৰডিনে বাধ্যতামূলক ভাৱে যোগ দিব লগীয়া হয় জাতীয় সৈন্য বাহিনীত। কিন্তু সম্পূৰ্ণ অনিচ্ছাকৃতভাৱে কৰিবলৈ লোৱা এই কাম শিল্পী ৰডিনৰ বাবে বৰ আমনিদায়ক হয় আৰু তেওঁ মনে মনে এদিন সৈন্য বাহিনীৰ পৰা পলাই গৈ ব্ৰুছেলছ্ পায়গৈ।

ব্ৰুছেলচ্‌ত জীৱিকা নিৰ্বাহৰ বাবে ৰডিনে এখন স্থাপত্য কলা প্ৰতিষ্ঠানত যোগ দিয়ে। এই কাৰ্যত তেওঁ এজন স্থপতিৰ ভূমিকাত বেলজিয়ামৰ ৰাজধানী চহৰ ব্ৰুছেলচ্‌ৰ দুটা বিখ্যাত ভৱন 'বৰ্জ' আৰু 'পেলেজ দি একাডেমিজৰ আৰ্হি প্ৰস্তুত কৰে। এই দুটা ভৱনৰ আৰ্হি নিৰ্মাণত ৰডিনে দেখুওৱা তেওঁৰ অসাধাৰণ শিল্প নৈপুণ্যৰ স্বীকৃতি স্বৰূপে প্ৰতিষ্ঠানটোৰ তৰফৰ পৰা তেওঁক উপযুক্ত ভাৱে পুৰস্কৃত কৰা হয়। এই সময়তে তেওঁৰ পত্নী ৰ'জ আৰু পুত্ৰ অগষ্টেও আহি তেওঁৰে সৈতে একেলগে থাকিবলৈ লয়।

ইয়াৰ পিছত ৰডিনে আৰম্ভ কৰে তেওঁৰ বিখ্যাত ভাস্কৰ্য দি 'এজ অব্ ব্ৰঞ্জৰ' নিৰ্মাণৰ কাম আৰু এজন ভাস্কৰ্য শিল্পী হিচাপে যথেষ্ট সুনাম অৰ্জন কৰাৰ লগতে প্ৰচুৰ অৰ্থোপাৰ্জন কৰিবলৈও সক্ষম হয়।

১৮৭৫ চনত ৰডিন ইটালী ভ্ৰমণলৈ যায় আৰু এই ভ্ৰমণৰ ভিতৰতে তেওঁ ৰেনেছাঁ যুগৰ বিখ্যাত শিল্প কাৰ্য সমূহ, বিশেষ ভাবে, মাইকেল এঞ্জেল'ৰ শিল্প কাৰ্য গভীৰ মনোযোগেৰে অধ্যয়ন কৰে।

১৮৭৭ চনত ব্ৰুছেলচ্‌ৰ 'চাৰ্কোল আৰ্টিষ্টিক' (Circle Artistic) ভৱনত অনুষ্ঠিত হয় ৰডিনৰ 'দি এজ অব্ ব্ৰঞ্জ'ৰ এখন ভাস্কৰ্য প্ৰদৰ্শনী। এই প্ৰদৰ্শনী অনুষ্ঠিত হোৱাৰ লগে লগে ৰডিনৰ শিল্প কাৰ্যৰ ওপৰত বহুল চৰ্চা হ'বলৈ

ধৰে। শিল্প সমালোচক সকলৰ মাজত তুমুল বাক্-বিতণ্ডাৰ সৃষ্টি হয়। বুদ্ধিজীৱী সকলৰ মাজত সংঘটিত 'দি এজ অব্ ব্ৰঞ্জ' শীৰ্ষক বিতৰ্কই ৰডিনক মাত্ৰ কেইদিন মানৰ ভিতৰতে কৰি তোলে এজন বিশ্ববিখ্যাত ভাস্কৰ্য শিল্পী।

১৮৮০ চনত ৰডিনে তেওঁৰ বিখ্যাত শিল্প সৃষ্টি 'দি গেটচ্ অব্ হেল' (The Gates of Hell) ৰ কাম আৰম্ভ কৰে। দি এজ অব্ ব্ৰঞ্জৰ বিৰোধ খুটি নাটিৰ বাবে সমালোচনাৰ সমুখীন হৈছিল, (যদিও সেই সমালোচনাৰ বুনিয়াদ সত্যৰ ওপৰত প্ৰতিষ্ঠিত নাছিল) 'দি গেট্চ্ অব হেল' নিৰ্মাণৰ সময়ত ৰডিনে সেইবাবে ভিন্ন পন্থা অৱলম্বন কৰিছিল।

১৮৮১ চনত ৰডিন ইংলণ্ড ভ্ৰমণলৈ যায়। এই ভ্ৰমণত তেওঁৰ দুগৰাকী বিখ্যাত ইংৰাজ সাহিত্যিক Henley আৰু Stevenson ৰ সৈতে পৰিচয় আৰু বন্ধুত্ব ঘটে।

প্ৰতিকৃতি ভাস্কৰ্য্য গঢ়াৰ ক্ষেত্ৰত ৰডিন আছিল সৰ্বকালৰ এজন একক আৰু অনন্য প্ৰতিভাৰ অধিকাৰী শিল্পী। এই ক্ষেত্ৰত তৈওঁৰ বিশ্ববিখ্যাত আৰু যুগান্তকাৰী সৃষ্টি "The Burghers of Callais". ১৮৮৯ চনত পেৰিচত অনুষ্ঠিত আন্তৰ্জাতিক প্ৰদৰ্শনীত প্ৰদৰ্শিত হোৱাৰ লগে লগে ৰডিন পুনৰ বাৰৰ বাবে প্ৰতিক্ৰিয়াশীল সকলৰ কটু সমালোচনাৰ সমুখীন হব লগা হয়।

"The Burghers of Callais" সৃষ্টিৰ ক্ষেত্ৰত ৰডিনে প্ৰচলিত শিল্প প্ৰথা উলঙ্ঘা কৰি যিগাৰ সমূহক যিভাবে একত্ৰিত কৰি সিহঁতৰ ভাৱ প্ৰকাশত দুখ দৈন্যতাৰ ভাব ফুটাই তুলিছিল— সি হৈছিল সকলোৰে বাবে চৰ্চাৰ এটা বিষয়। কিয়নো ৰডিনৰ এই শিল্প কাৰ্য চাবলৈ যোৱা প্ৰতিজন ব্যক্তিৰ মনতেই পৰিছিল ইয়াৰ গভীৰ প্ৰভাৱ।

ইতিপূৰ্বেই বিশ্বখ্যাতি অৰ্জন কৰা ৰডিনৰ শিল্প-কলাৰ প্ৰতি স্বীকৃতি প্ৰদান কৰি ফৰাচী চৰকাৰে ১৮৮৮ চনত তেওঁক 'Chevalier of the legian of honour' উপাধিৰে সন্মানিত কৰে। ৰডিনে তেওঁৰ সমগ্ৰ জীৱন জুৰি কৰা ভাস্কৰ্য্য শিল্প সাধনাৰ লগে লগে চিত্ৰাঙ্কনৰ কামো সমগতিতেই চলাই যায়। বিশেষকৈ তেওঁৰ দ্বাৰা অঙ্কিত 'Nude' চিত্ৰ সমূহৰ কাম এই ক্ষেত্ৰত উল্লেখযোগ্য।

১৯০০ চনত পেৰিচত অনুষ্ঠিত "The Great Exhibition of Paris" প্ৰদৰ্শনীত প্ৰদৰ্শিত হোৱা ৰডিনৰ শিল্প কাৰ্যই বিশ্বৰ সমুখত তেওঁৰ অনন্য সাধাৰণ আৰু একক প্ৰতিভাৰ সু-উজ্বল নিদৰ্শন দাঙি ধৰে।

১৯০২ চনত ৰডিনে দ্বিতীয়বাৰ ইংলেণ্ড ভ্ৰমণ কৰে। এইবাৰ তেওঁ ইংলেণ্ডলৈ যায় তেওঁৰ বিখ্যাত শিল্পকীৰ্তি St John the Baptist'' সেই দেশলৈ উপহাৰ স্বৰূপে প্ৰদান আৰু বৰ্তমানৰ 'ভিক্টোৰিয়া এণ্ড এলবাৰ্ট' সংগ্ৰহালয়ত ইয়াৰ প্ৰতিষ্ঠা উপলক্ষে আগবঢ়োৱা অনুষ্ঠানত যোগ দিবৰ বাবে। সেই সময়ত 'চাউথ্ কেনিংষ্টন' সংগ্ৰহালয় নামে জনাজাত এই সংগ্ৰহালয়ত ৰডিন উপস্থিত হোৱাৰ লগে লগে সেই প্ৰতিষ্ঠা দিৱসৰ আনন্দ উপভোগ কৰিবলৈ অহা অগণন নৰ নাৰীয়ে শিল্পীজনাৰ প্ৰতি তেওঁলোকৰ গভীৰ আন্তৰিক ওলগ জনায়। চাউথ কেনিংষ্টন আৰু চেলেণ্ড স্কুলৰ শিল্প কলা বিভাগে আগবঢ়োৱা এক সম্বৰ্দ্ধনা অনুষ্ঠানত যোগ দিবলৈ অহা অৱন্থাত শিল্পী জনাক কঢ়িয়াই আনা ঘোঁৰা গাড়ীখনৰ ঘোঁৰা কেইটাক খুলি দি সেই শিল্প কলাক্ষেত্ৰৰ ছাত্ৰ সকলে নিজে ইয়াক টানি লৈ যায়। এই ঘটনাৰ কিছুদিন পিছতে ইণ্টাৰ নেচনেল ছ'চাইটি অব পেইণ্টাৰচ'ৰ সভাপতি হুইষ্টলাৰৰ মৃত্যু হোৱাত ব্ৰিটিছ শিল্পী সকলৰ এটা প্ৰতিনিধি দলে ৰডিনক সভাপতিৰ খালি আসনখন পূৰ কৰিবৰ বাবে পেৰিচলৈ গৈ আমন্ত্ৰণ জনায়। ৰডিনে তেওঁলোকৰ সেই সাদৰ আমন্ত্ৰণ গ্ৰহণ কৰি ১৯০৪ চনত পুনৰ ইংলণ্ডলৈ যায় আৰু অনুষ্ঠানৰ সভাপতিৰ পদ গ্ৰহণ কৰে।

১৯০৪ চনতেই প্ৰত্যক্ষ হয় ৰডিনৰ অদ্ভুত অসাধাৰণ ভাস্কৰ্য প্ৰতিমূৰ্তি ''The Thinhar অৰ প্ৰথম ৰাজহুৱা প্ৰদৰ্শন। তেওঁৰ এই শিল্প কাৰ্যত শিল্পীয়ে মানুহৰ অন্তৰত থকা ভাৱৰাজিৰ অভিব্যক্তি যিভাৱে ফুটাই তুলিছে তালৈ লক্ষ্য কৰিলেই ধৰিব পৰা যায় এই মহান শিল্পী গৰাকীৰ গভীৰ মানৱতাবোধৰ কথা।

১৯০৮ চনত ৰজা ৭ম জৰ্জে ৰডিনক মিউডনত সাক্ষাৎ কৰে আৰু তাৰ পিছৰ বছৰত নিউইয়ৰ্ক মেট্ৰ পলিটান মিউজিয়ামত ৰডিনৰ শিল্প কলা সমূহৰ বাবে এটা বিশেষ গেলাৰি খোলাত ৰজাই নিজেই আগভাগ লয়। জীৱনৰ শেষ কালছোৱা ৰডিনৰ বাবে জীৱনৰ আটাইতকৈ সৌভাগ্যপূৰ্ণ সময়। সেই সময়ছোৱাতে তেওঁ পেৰিচৰ সৰ্বাপেক্ষা বিখ্যাত হোটেল টেল বিৰণ'ত তেওঁৰ ষ্টুডিঅ' আৰম্ভ কৰে। ১৯১৬ চনত ৰডিনে তেওঁৰ সমস্ত শিল্পৰাজি ফৰাচী চৰকাৰৰ হাতত অৰ্পণ কৰে।

১৯১৭ চনৰ ২৯ জানুৱাৰীত ৰডিনে তেওঁৰ সুদীৰ্ঘ দিনৰ জীৱন সঙ্গীনী মাদাম ৰডিনক আনুষ্ঠানিকভাবে বিয়া কৰায়। সেই সময়ত ৰডিনৰ বয়স ৭৭

বছৰ। বিয়াৰ মাত্ৰ এমাহৰ ভিতৰতে মাদাম ৰডিনৰ মৃত্যু হয় প্ৰাক ইয়াৰ ১০ মাহৰ পিছত ১৯১৭ চনৰ ১৬ নবেম্বৰ তাৰিখে শিল্পী হিচাপে যশ-মান-খ্যাতিৰ চূড়ান্ত শিখৰত অধিৰোহণ কৰা ভাস্কৰ্য শিল্পী অগষ্টে ৰডিন নিজেও পৰলোকগামী হয়।



গিয়াচেপ গেৰিবল্ডি



চাৰ্লচ ডি- গল



জৱাহৰলাল নেহৰু

# জন্ ফিট্জাৰেল্ড কেনেডী

কুৰি শতিকাৰ বিশ্ব ৰাজনীতিৰ আন এক উল্লেখযোগ্য ব্যক্তি হ'ল আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৩৫ তম ৰাষ্ট্ৰপতি জন্ ফিট্জাৰেল্ড কেনেডী। বিশ্বশান্তিৰ ক্ষেত্ৰত এই গৰাকী মহান ব্যক্তিয়ে আগবঢ়াই যোৱা বৰঙণিৰ কথা যেনেকৈ বিশ্ববাসীৰ মনত আজিও স্মৰণীয় হৈ আছে, সেইদৰে তেওঁৰ কাৰ্যকালৰ ভিতৰত লোৱা কেতবোৰ গুৰুত্বপূৰ্ণ সিদ্ধান্ত আৰু ইয়াৰ ফলশ্ৰুতিৰ প্ৰভাবো সুদূৰ প্ৰসাৰী হৈ ৰ'ব।

আব্ৰাহাম লিঙ্কনৰ পিছত আমেৰিকা যুক্তৰাষ্ট্ৰৰ সৰ্বাধিক জনপ্ৰিয় ৰাষ্ট্ৰপতি জন ফিট্জাৰেল্ড কেনেডীৰ জন্ম হয় ১৯১৭ চনৰ ২৯ মে' তাৰিখে, বষ্টন চহৰৰ সমীপৱৰ্তী ব্ৰুকলীনত। মাক দেউতাকৰ ৯ টি সন্তানৰ ভিতৰত জন আছিল দ্বিতীয়।

নিচেই সৰু কালৰে পৰা জনৰ সকলোবোৰ কথা আৰু কামত পোৱা গৈছিল তীক্ষ্ণ বিচাৰ বুদ্ধি আৰু মেধাৰ পৰিচয়। খেলা-ধূলাতো তেওঁ সদায় আগভাগ লৈছিল। স্কুলত থকা কালতে এখন ফুটবল খেলত পোৱা আঘাতৰ ফল তেওঁ পৰিণত বয়সতো ভোগ কৰিবলগীয়া হৈছিল।

দ্বিতীয় মহাযুদ্ধৰ সময়ত কেনেডীৰ দেউতাক আমেৰিকাৰ ৰাষ্ট্ৰদূত হিছাপে ইংলণ্ডত আছিল। সেই সময়ত তেওঁ মহাসমৰত ইংলণ্ডৰ ভূমিকা সম্পৰ্কে এখন 'থেছিছ' লিখিছিল। পৰৱৰ্তী কালত ইয়াৰ গুৰুত্বলৈ লক্ষ্য কৰি "Why England Slept" নামেৰে ইয়াক গ্ৰন্থাকাৰে প্ৰকাশ কৰা হয়। এই কথালৈ লক্ষ্য কৰিলেই দেখা যায় যে কেনেডীৰ দেউতাকো আন্তৰ্জাতিক ৰাজনীতিৰ সৈতে জড়িত এজন গুৰুত্বপূৰ্ণ ব্যক্তি আছিল। নিজ পৰিয়ালৰ ভিতৰত, ঘৰখনতো ৰাজনীতিৰ বীজ ৰোপণ কৰিছিল তেৱেঁই।

প্ৰকৃত পক্ষে জন কেনেডীৰ ঠাইত ৰাজনীতিলৈ অহাৰ কথা আছিল তেওঁৰ ককায়েক যোচেফ্ কেনেডীহে। দেউতাকে নিজৰ ৯টি সন্তানৰ প্ৰত্যেকৰ নামত একোটাকৈ পুঁজি বেংকত জমা ৰাখিছিল তেওঁলোকৰ ভৱিষ্যতৰ সুৰক্ষাৰ বাবে। লগতে কোনে কি বৃত্তি গ্ৰহণ কৰিব এইটোও ঠিক কৰা আছিল আৰু দেউতাকে এইটোও আশা ৰাখিছিল যে তেওঁৰ জ্যেষ্ঠপুত্ৰ যোচেফ কেৱল ৰাজনীতিত নমাই নহয়— আমেৰিকাৰ ৰাষ্ট্ৰপতিও হ'ব। কিন্তু দুৰ্ভাগ্যবশত: দ্বিতীয় মহাসমৰত যুদ্ধৰত অৱস্থাত যোচেফ কেনেডীৰ মৃত্যু হয় আৰু তেওঁৰ ঠাইত আমেৰিকাৰ ৰাজনীতিত পদাৰ্পণ কৰে তেওঁৰ ভ্ৰাতা জন কেনেডীয়ে।

ককায়েক যোচেফ কেনেডীৰ মৃত্যুৰ পিছত জন কেনেডীয়ে আমেৰিকাৰ ৰাজনীতিত সোমোৱাৰ সিদ্ধান্ত লয় আৰু 'লণ্ডন স্কুল অব ইকনমিকচৰ" (London School of Economics) ৰাজনীতিবিজ্ঞান বিভাগত সেই কালৰ বিখ্যাত ৰাজনীতি বিজ্ঞানী (Prof, Harold Laski) প্ৰফেচাৰ লাচকিৰ অধীনত শিক্ষা গ্ৰহণ কৰে।

ইয়াৰ আগতে জন কেনেডী আছিল আমেৰিকান নৌ বাহিনীৰ এজন বিষয়া। দ্বিতীয় মহাসমৰৰ মাজভাগত প্ৰশান্ত মহাসাগৰৰ বুকুত জাপানী নৌ বাহিনীৰ সৈতে হোৱা এক সংঘৰ্ষত তেওঁৰ পৰিচালনাত থকা 'চাবমেৰীণ'খন ধ্বংসপ্ৰাপ্ত হোৱাৰ আগতে কেনেডী নিজে আৰু তেওঁৰ অধীনস্থ ভালেকেই জন নৌ সৈনিক গুৰুতৰ ভাৱে আহত হয়। কিন্তু কেনেডী নিজে আঘাতপ্ৰাপ্ত হৈও অত্যন্ত সাহসৰ পৰিচয় দি কেইদালমান ওপঙি থকা কাঠৰ সহায়ত আহত নৌ সৈনিক কেইজনক মাজ সাগৰৰ পৰা উদ্ধাৰ কৰে। যুদ্ধত তেওঁৰ এই অসীম সাহসী কাৰ্যৰ কথা চাৰিওফালে বিয়পি পৰে আৰু নিজ দেশবাসীৰ দৃষ্টিত তেওঁ এজন বীৰ যুৱক হিছাপে স্বীকৃতি লাভ কৰে।

১৯৪৫ চনৰ বছৰটোৰ প্ৰায়ভাগ সময় কেনেডীয়ে তেওঁৰ পিঠিৰ বিষটোৰ বাবে চিকিৎসালয়ত কটাবলগীয়া হয়। এই সময়তে তেওঁ 'Prafiles in Courage' নামেৰে এখনি গ্ৰন্থ ৰচনা কৰে। এই সময়ত তেওঁ সমসাময়িক কালৰ বিখ্যাত ৰাজনীতিজ্ঞ আৰু ৰাষ্ট্ৰ মুৰব্বী সকলৰ দ্বাৰা একোটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণৰ সময়ত তেওঁলোকে সন্মুখীন হোৱা সমস্যা সমূহৰ ব্যাখ্যা দাঙি ধৰা হৈছে।

সেই বছৰৰে শেষৰ ফালে তেওঁ চিকিৎসালয়ৰ পৰা ওলাই কিছুদিনৰ বাবে সাংবাদিকতা কৰিবলৈ লয়। ইয়াৰ কিছুদিন পিছতে তেওঁ ৰাজনীতিত

যোগ দিয়ে আৰু ২৯ বছৰ বয়সত মেচাচুচেট্‌ছ কংগ্ৰেছৰ সদস্য পদ লাভ কৰে।

আৰ্থিক আৰু মানসিক এই দুয়োটা দিশতে দেউতাকৰ পৰা লাভ কৰা উৎসাহেৰে উৎসাহিত হৈ জন কেনেডীয়ে ৩৫ বছৰ বয়সত তেওঁলোকৰ নিজ ৰাজ্যৰ প্ৰতিনিধিত্ব কৰি যুক্তৰাষ্ট্ৰৰ চিনেটত জুনিয়ৰ চিনেটৰ হিছাপে যোগদান কৰে।

অতি অলপ সময়ৰ ভিতৰতে দলৰ চকুত কেনেডীৰ অসাধাৰণ কাৰ্যক্ষমতা ধৰা পৰে আৰু ১৯৫৪, '৫৬ আৰু '৫৮ চনত চিনেটৰ হিছাপে উপৰ্যুপৰি নিৰ্বাচিত হোৱাৰ পিছত তেওঁক তেওঁৰ দলে ১৯৬০ চনত ৰাষ্ট্ৰপতি পদৰ বাবে নিৰ্বাচনলৈ পঠোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

১৯৬০ চনৰ জুলাই মাহত ডেম'ক্ৰেটিক দলৰ মনোনীত সদস্য হিছাপে ৰাষ্ট্ৰপতি পদৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি কেনেডী জয়ী হয় আৰু ৪৩ বছৰ বয়সত আমেৰিকাৰ ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত হয়।

ৰাষ্ট্ৰপতিৰ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই কেনেডীয়ে ইয়াৰ প্ৰশাসনীয় দিশত কেতবোৰ গুৰুত্বপূৰ্ণ সালসলনি ঘটায়। প্ৰথমে তেওঁ চেক্ৰেটেৰী অব ষ্টেট হিছাপে প্ৰখ্যাত বুদ্ধিজীৱী ডীন ৰাস্কক নিযুক্তি দিয়ে। ইয়াৰ পিছত আন এজন বিখ্যাত ব্যক্তি এদলেই ষ্টীভেনচনক ৰাষ্ট্ৰ সংঘত প্ৰতিনিধিত্ব কৰিবলৈ পঠায় আৰু ভায়েক ৰবাৰ্ট কেনেডীক এটৰ্নী জেনেৰেলৰ পদত নিযুক্তি দিয়ে। প্ৰথম দুটা গুৰুত্বপূৰ্ণ নিযুক্তিৰ ক্ষেত্ৰত তেওঁ দেশৰ বাহিৰে ভিতৰে প্ৰশংসাৰ পাত্ৰ হৈছিল যদিও নিজ ভাতৃ ৰবাৰ্টৰ নিযুক্তিৰ ক্ষেত্ৰত তেওঁ সমালোচনাৰ পাত্ৰ হৈছিল। অৱশ্যে ৰবাৰ্ট কেনেডীয়ে এটৰ্নী জেনেৰেল হিছাপে নিজ দায়িত্ব নিষ্ঠা আৰু একাগ্ৰতাৰে সৈতে পালন কৰে আৰু তেওঁ কাৰ্য পালনৰ ক্ষেত্ৰত যথেষ্ট সুনামো অৰ্জন কৰে।

কেনেডী পত্নী জেকুলিনেও তেওঁৰ অদ্ভুত শাৰীৰিক সৌন্দৰ্য আৰু সুন্দৰ ব্যৱহাৰ পাতিৰে দেশৰ 'প্ৰথমা মহিলা' হিছাপে সকলোৰে মন জয় কৰিবলৈ সক্ষম হয়।

জন কেনেডী 'জুনিয়ৰ চিনেটৰ হৈ থকা কালতে এখন কাকতৰ সাংবাদিক হিছাপে জেকুলিন গৈছিল কেনেডীৰ এটি সাক্ষাৎকাৰ গ্ৰহণৰ বাবে। সেই প্ৰথম দৰ্শনতেই মোহময়ী জেকুলিনৰ প্ৰেমত পৰিছিল জন কেনেডী। কেইমাহ মানৰ ভিতৰতে প্ৰেমৰ পৰিণতি ঘটিছিল পৰিণয়ত। বিবাহিত জীৱনত

তেওঁলোক অত্যন্ত সুখী আছিল। তেওঁলোকৰ প্ৰথম কন্যা সন্তান কেৰলিনৰ জন্ম হয় ১৯৫৭ চনত আৰু পুত্ৰ সন্তান জন জুনিয়ৰ ৰ (John Jr.) জন্ম হয় ১৯৬০ চনত। ইয়াৰ মাজতে তেওঁলোকৰ আৰু এটি পুত্ৰ সন্তানৰ জন্ম হৈছিল যদিও সেই সন্তান বেছিদিন জীয়াই নাথাকিল।

১৯৬০ চনৰ নিৰ্বাচনত কেনেডীৰ প্ৰতিদ্বন্দ্বিতা হৈছিল নিক্সনৰ সৈতে। এই প্ৰতিদ্বন্দ্বিতাত তেওঁ বৰ বেছি ভোটৰ ব্যৱধানত জিকিব পৰা নাছিল। তথাপি তেওঁ ৰাষ্ট্ৰপতিৰ কাৰ্যভাৰ চম্ভালি লোৱাৰ পিছত অতি অলপ দিনৰ ভিতৰতে ৰাজনৈতিক ক্ষেত্ৰত কৰা অধিকতৰ প্ৰগতিৰে আৰু অধিক জনপ্ৰিয়তা লাভেৰে আৰু এটা কাৰ্যকালৰ বাবে ৰাষ্ট্ৰপতি হৈ থকাৰ পথ এক প্ৰকাৰ সুনিশ্চিত কৰি পেলাইছিল। কিন্তু তেওঁ সিমান দিনলৈ জীৱিত থকাটোৱেই হৈছিল একমাত্ৰ চিন্তাৰ বিষয়; কিয়নো ৰাষ্ট্ৰপতিৰ আসনত বহাৰ প্ৰথম বছৰৰ ভিতৰতে তেওঁৰ প্ৰাণ নাশৰ চেষ্টা চলিছিল মুঠ ৮৬০ বাৰ আৰু অৱশেষত এদিন প্ৰতিক্ৰিয়াশীল শক্তিৰ হাতত তেওঁ প্ৰাণ বিসৰ্জন দিব লগীয়া হৈছিল। আততায়ীৰ গুলিত আৰ্দৰি ল'ব লগা হৈছিল অকাল মৃত্যু।

১৯৬২ চনৰ ৩০ অক্টোবৰ তাৰিখে আমেৰিকা যুক্তৰাষ্ট্ৰই নিজৰ নৌ-সেনা অপসাৰণৰ যোগেদি কিউবাৰ প্ৰতি থকা প্ৰতিবন্ধকতা দূৰ কৰে। ইয়াৰ আগে আগে ছোভিয়েত নৌ আৰু বিমান বাহিনী কিউবাৰ সাহায্যাৰ্থে সেই দেশত মোতায়েন কৰা আছিল। যিকোনো সময়ত এখন প্ৰচণ্ড যুদ্ধ আৰম্ভ হোৱাৰ আশঙ্কাই সমগ্ৰ পৃথিবীক ভীত-সন্ত্ৰস্ত কৰি ৰাখিছিল। কিয়নো কিউবাক কেন্দ্ৰ কৰি এই যুদ্ধ হ'লহেঁতেন দুই 'চুপাৰ পাৱাৰ' ছোভিয়েত আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ মাজত। সেই যুদ্ধ হোৱা হ'লে তাত ব্যৱহৃত হ'লহেঁতেন পাৰমাণবিক শক্তি। দুই মহা শক্তিৰ সংঘৰ্ষত ভস্মীভূত হ'লহেঁতেন সমগ্ৰ পৃথিৱী। হয়তো পৃথিৱীৰ পৰা মানৱ সভ্যতাৰ সকলো চিন মোকাম নিঃচিহ্ন হৈ গ'লহেঁতেন। কিন্তু এনে অৱস্থাত জন কেনেডীয়ে ১৯৬২ চনৰ ৩০ অক্টোবৰ তাৰিখে গ্ৰহণ কৰা সেই গুৰুত্বপূৰ্ণ সিদ্ধান্তই এখন মহাসমৰৰ ভয়াবহ পৰিণতিৰ পৰা ৰক্ষা কৰিছিল বিশ্ববাসীক। ৰাষ্ট্ৰপতি হিছাপে কাৰ্যকৰী কৰা আন এটা প্ৰশংসনীয় পদক্ষেপ হ'ল আমেৰিকাবাসী নিগ্ৰো জনসাধাৰণৰ বাবেও সম অধিকাৰৰ মান্যতা দান কৰা 'চিভিল ৰাইট্‌ছ্ বিল' (Civil Rights Bill) গ্ৰহণ। এই সংক্ৰান্ততে তেওঁ ১৯৬৩ চনৰ নবেম্বৰ মাহত টেক্সাচৰ ডালাচত ভ্ৰমণ কৰিবলৈ যায় আৰু তাতেই তেওঁৰ জীৱনৰ পৰিসমাপ্তি ঘটে অতি করুণভাৱে।

সেইদিনা আছিল ১৯৬৩ চনৰ ২২ নবেম্বৰ। ডালাচ বিমান কোঠত কেনেডীক কঢ়িয়াই অনা বিমানখনৰ পৰা তেওঁ নামি অহাৰ লগে লগে বেণ্ডৰ সুমধুৰ সঙ্গীত আৰু উপস্থিত জনতাৰ হৰ্ষোল্লাসৰ মাজত কেনেডীক আদৰণি জনোৱা হয়। ইয়াৰ পিছত পত্নী জেকুলিনৰ সৈতে কেনেডী আহি বহেহি তেওঁৰ বাবে বৈ থকা গাড়ীত। ১২খন গাড়ীৰ 'মটৰ কেড' অগ্ৰসৰ হয় চহৰ অভিমুখে। প্ৰথমখন গাড়ীতেই ৰাষ্ট্ৰপতি কেনেডী, তেওঁৰ পত্নী জেকুলিন আৰু ডালাচৰ গভৰ্ণৰ কনেলী।

ধীৰ গতিৰে আগবঢ়া ১২খন গাড়ীৰ সমদলটো কিছুদূৰ গৈছে মাথোন। এনেতে শুনা গ'ল তিনিটা গুলিৰ আৱাজ। মটৰ গাড়ীৰ সমদলটো বৈ গ'ল। ক'ৰ পৰা কি হ'ল ধৰিব পৰাৰ আগতেই কেনেডীৰ শৰীৰ ঢলি পৰিল জেকুলিনৰ কোলাত, তেজেৰে তুমকলি হ'ল গাড়ীৰ ভিতৰখন।

ঘটনাস্থলীৰ পৰা মাত্ৰ তিনি মাইলৰ দূৰত এখন চিকিৎসালয়। কিন্তু সেইখিনি পোৱাৰ আগতেই চিৰকালৰ বাবে চকু মুদিলে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৩৫ তম ৰাষ্ট্ৰপতি জন্ ফিটজাৰেল্ড কেনেডীয়ে। আমেৰিকাৰ বুৰঞ্জীত সবাতোকৈ কম বয়সত ৰাষ্ট্ৰপতিৰ আসনত বহা জন্ কেনেডীৰ অকাল আকস্মিক মৃত্যুৰ বাতৰিয়ে সেইদিনা সমগ্ৰ বিশ্ববাসীৰ মন শোকাতুৰ কৰি তোলে।

# লেনিন

কুৰি শতিকাৰ বিপ্লৱী মনীষা ভ্লাদিমিৰ ইলিচ        লেনিনৰ নাম নুশুনা মানুহ পৃথিৱীৰ চুকে কোণে ক'তো নাই। বহুতে লেনিনৰ ভূমিকাক ঐতিহাসিক বিস্ময় বুলি অভিহিত কৰিছে। কেৱল ইতিহাস বা আন্তৰ্জাতিক ৰাজনীতিৰ ছাত্ৰ সকলৰ বাবেই নহয় সমগ্ৰ বিশ্বৰ মেহনতী আৰু গণতান্ত্ৰিক লোকৰ বাবেই লেনিন এক শ্ৰদ্ধাৰ নাম।

ৰুছ দেশৰ ভল্গাৰ পাৰৰ ছিমবিৰ্কছ নামেৰে ঠাইত ১৮৭০ চনৰ দহ এপ্ৰিলত চুটি-চাপৰ দেখাত অতি সাধাৰণ অসীম প্ৰতিভাশালী লেনিনৰ জন্ম হয়। ১৯০০ চনতহে এই গৰাকী ব্যক্তি লেনিন নামেৰে জনাজাত হয়। লেনিন তেওঁৰ ছদ্মনাম যদিও বিশ্বত আজি তেওঁ সেই নামেৰেই পৰিচিত।

অসীম ত্যাগ সাধনা আৰু বহু ঘাত-প্ৰতিঘাতৰ মাজেৰে লেনিনে ৰুছ জনসাধাৰণক জাৰৰ কঠোৰ শাসনৰ পৰা মুক্ত কৰি এখন স্বাধীন আৰু সমাজবাদী ৰাষ্ট্ৰৰ জন্ম দিয়ে। তেওঁৰ ককায়েক আলেকজেণ্ডাৰক জাৰৰ শাসনত জাৰক হত্যা কৰিবলৈ চলোৱা ষড়যন্ত্ৰৰ অভিযোগত ফঁচী দিয়া হয়। সেয়ে কেৱল লেনিনেই নহয় তেওঁৰ সমগ্ৰ পৰিয়ালটোৰ ওপৰত সদায় জাৰৰ পুলিচ আৰু চোৰাংচোৱা বাহিনীৰ শেনচকু আছিল। সোতৰ বছৰৰ পৰাই লেনিন জাৰৰ পুলিচৰ নজৰত থাকিবলগীয়া হৈছিল। জাৰৰ শাসন ওফোৰাই এখন সমাজবাদী ৰাষ্ট্ৰ গঠনৰ বাবে লেনিনে লোৱা ভূমিকাৰ আঁৰত কিন্তু কোনো ব্যক্তিগত কাৰণ নাছিল বা ককায়েকৰ মৃত্যুৰ এই ক্ষেত্ৰত কোনো ধৰণেই জড়িত নহয়।

ককায়েকৰ ফঁচীয়ে লেনিনৰ মনত দ সাঁচ বহুৱায়। ককায়েকৰ জীৱনৰ পৰা তেওঁ শিক্ষা লয় যে ব্যক্তিগত সন্ত্ৰাসে সামাজিক পৰিবৰ্তন ঘটাব নোৱাৰে। সমাজ পৰিবৰ্তনৰ বাবে শ্ৰেণী সংগ্ৰামেই একমাত্ৰ পথ বুলি লেনিন দৃঢ় হ'ল। শ্ৰমিক আৰু কৃষক সকলৰ অৰ্থনৈতিক স্বাধীনতা লাভৰ বাবে কোনো নিপীড়নকাৰীক হত্যা কৰিলেই সমস্যা সমাধান নহয়। সেয়ে ভাতৃ প্ৰদৰ্শিত

ব্যক্তিগত হিংসাৰ পথ ফলপ্ৰসূ নহয় বুলি বৃহত্তৰ বিপ্লৱৰ বাবে লেনিনে নিজকে প্ৰস্তুত কৰিবলৈ সাজু হ'ল।

কেইবছৰেকৰ ফাঁচীৰ ছমাহ পাছত লেনিনে কাজাক বিশ্ববিদ্যালয়ৰ আইনৰ শ্ৰেণীত ভৰ্তি হ'ল। কৰ্তৃপক্ষ আৰু ছাত্ৰৰ বাবে তেওঁ বিশ্ববিদ্যালয় এৰিবলগীয়া হয়। ১৮৯০ চনলৈকে দেশৰ বিভিন্ন বিশ্ববিদ্যালয়ত অধ্যয়নৰ বাবে লেনিনে জনোৱা আবেদন বাৰে বাৰে কৰ্তৃপক্ষই নাকচ কৰিলে। শেহত ছেণ্ট পিটাৰ্চবাৰ্গ বিশ্ববিদ্যালয়ে তেওঁক পৰীক্ষাত বহাৰ অনুমতি দিলে আৰু পৰীক্ষাত কৃতকাৰ্য হৈ আইনৰ ডিগ্ৰীৰ বাবে অধ্যয়ন আৰম্ভ কৰিলে।

আইন অধ্যয়নৰ লগে লগে লেনিনে কাৰ্লমাৰ্ক্সকে আদি কৰি বিভিন্ন বিপ্লৱী মনীষীৰ ৰচনা অধ্যয়নত মনোনিবেশ কৰিলে। ১৮৯১ ত আইনৰ ডিগ্ৰী লোৱাৰ লগে লগে মাৰ্ক্সীয় অৰ্থনীতিৰ সম্যক জ্ঞান লৈ তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষা সাং কৰিলে। তেতিয়া তেওঁৰ বয়স ২৩ বছৰ। ব্যক্তিগত প্ৰতিষ্ঠাৰ সকলো ইচ্ছা বাদ দি তেওঁ মাৰ্ক্স প্ৰদৰ্শিত শ্ৰেণী সংগ্ৰামৰ পথ গ্ৰহণ কৰিলে। চেণ্ট পিটাৰ্চবাৰ্গত বিভিন্ন সমাজবাদী গোটৰ লগত ইতিমধ্যে তেওঁৰ পৰিচয় হৈছিল। তাৰ ভিতৰত নাডেদা কনষ্টানষ্টিনভা ক্ৰুপস্কায়াৰ নাম উল্লেখযোগ্য। ক্ৰুপস্কায়া পিছলৈ তেওঁৰ পত্নী, সহকৰ্মী আৰু সংগ্ৰামৰ অংশীদাৰ হৈছিল।

সমাজবাদী বিপ্লৱী আৰু ছ'চিয়েল ডেম'ক্ৰেট নামৰ সংগঠন দুটাৰ ভিতৰত বিনাদ্বিধাই লেনিনে পিছৰটোৰ লগতেই জড়িত হৈ পৰিল। ফলত তেওঁৰ ওপৰত পুলিচ আৰু চোৰাংচোৱাৰ দৃষ্টি পুনৰ পৰিল। ক্ৰুপস্কায়াৰ স্মৃতি চাৰণত লেনিনৰ কাৰ্য কলাপৰ সুন্দৰ বৰ্ণনা আছে। কিদৰে লেনিনে চোৰাংচোৱাৰ চকুত ধূলি দি সভা সমিতি সংগঠন কৰি তাত যোগ দিছিল, চিঠি লিখাৰ বাবে অস্পষ্ট চিয়াহী ব্যৱহাৰ কৰিছিল। সাংকেতিক নাম ব্যৱহাৰ কৰা হৈছিল— এইবোৰৰ বৰ্ণনাৰে ক্ৰুপস্কায়াৰ স্মৃতিচাৰণ সমৃদ্ধ আছিল।

১৮৯৫ চনলৈ শ্ৰমিক সকলৰ মাজত সমাজবাদী দৰ্শন প্ৰচাৰ কৰাত লেনিন ব্যস্ত আছিল। কঠোৰ পৰিশ্ৰমৰ ফলত সেইবছৰতে তেওঁ বেমাৰত পৰে আৰু চিকিৎসাৰ বাবে অনুমতি লৈ বিদেশ যাত্ৰা কৰে। বাৰ্লিনলৈ গৈ শ্ৰমিক সকলৰ সভাত তেওঁ ভাষণ দিছিল তাৰ পিছত জেনেভালৈ গৈ তাত থকা ৰুছিয়াৰ নিৰ্বাচিত নেতাসকলৰ লগত যোগাযোগ কৰিছিল।

বিদেশৰ পৰা বাকচ ভৰ্তি নিষিদ্ধ গ্ৰন্থ লৈ লেনিন দেশলৈ উভতি আহি এখন বাতৰি কাকত প্ৰকাশৰ পৰিকল্পনা লয়। কাকত প্ৰকাশৰ বাবে তেওঁ ছপাশাল স্থাপনৰ কথাও ভাবিছিল। ৰুছিয়াৰ পুলিচৰ বাবে লেনিনৰ আঁচনি কাৰ্যকৰী নহ'ল আৰু প্ৰথমবাৰৰ বাবে তেওঁক জেলত বখা হ'ল। ১৮৯৫

চনত জেলত সোমাই তেওঁ সময়ৰ সদ্ব্যৱহাৰ কৰিলে। তাত তেওঁ চেৰাংকৈ নিয়া গ্ৰন্থৰ অধ্যয়নত মনোনিবেশ কৰিলে। তেতিয়াও তেওঁ "ৰুছিয়াত পুঁজিবাদৰ বিকাশ" নামৰ কিতাপখন লেখাৰ কাম কৰি আছিল। ফলত জাৰে তেওঁক ছাইবেৰিয়ালৈ নিৰ্বাসিত কৰাৰ নিৰ্দেশ দিলে।

লেনিন জেলৰ পৰা মুকলি হোৱাৰ আগতে ক্ৰুপস্কায়াক বন্দী কৰা হৈছিল। ১৮৯৭ চনত লেনিনক, ছাইবেৰিয়ালৈ নিয়া হয় আৰু কিছুদিনৰ পিছত ক্ৰুপস্কায়াকো ছাইবেৰিয়ালৈ পঠোৱা হয়। তাতেই দুয়োজনে The History of Trade Unionism নামৰ গ্ৰন্থখন ৰুছ ভাষালৈ তৰ্জমা কৰে। তেতিয়ালৈ কথ্য ইংৰাজীৰ সন্দৰ্ভত লেনিনৰ কোনো জ্ঞান নাছিল।

১৯০০ চনৰ ফেব্ৰুৱাৰীত নিৰ্বাচনৰ সমাপ্তি ঘটে আৰু তেওঁ এন.লেনিন ছদ্মনাম গ্ৰহণ কৰে। ছ'চিয়েল ডেমক্ৰেটসকলৰ সভাই সিদ্ধান্ত লয় যে লেনিনে বিদেশলৈ গৈ কমৰেড সকলৰ লগত যোগাযোগ স্থাপন কৰিব লাগে। বাতৰি কাকতৰ আঁচনিৰ কথাও সেই সময়তেই পুনৰ উত্থাপিত হয়। প্ৰাগ (Prague) হৈ তেওঁ মিউনিখলৈ (Munich) যাত্ৰা কৰে। কেইমাহমান পিছত ক্ৰুপস্কায়াও যায়। তাত গৈ ক্ৰুপস্কায়াই প্ৰথমতে লেনিনক বিচাৰি পোৱাত যথেষ্ট অসুবিধাৰ সন্মুখীন হয়।

মিউনিখলৈ যোৱাৰ সময়ত নিজৰ আঁচনি আৰু পৰিকল্পনা সম্পৰ্কে লেনিন স্পষ্ট আছিল। প্ৰথমতে তেওঁ বাতৰি কাকতখন প্ৰচলন কৰাৰ কথা ভাবিছিল। দ্বিতীয়তে সেই সময়ৰ ৰুছ দেশৰ সকলো গণতান্ত্ৰিক সংগঠনক উমৈহতীয়া এক মঞ্চত ঐক্যবদ্ধ কৰাৰ প্ৰচেষ্টা চলাইছিল। বিদেশত থাকি অধ্যয়ন, যোগাযোগ আদিৰে বিপ্লৱৰ ক্ষেত্ৰ প্ৰস্তুত কৰা লেনিনে ১৯১৭ চনৰ আগলৈকে মুক্তভাৱে নিজ দেশৰ শ্ৰমিক শ্ৰেণীৰ লগত যোগাযোগ কৰিব পৰা নাছিল। বিদেশত থাকোতে তেওঁৰ বিশ্বাস দৃঢ় হৈছিল যে সশস্ত্ৰ সংগ্ৰামৰ জৰিয়তে জাৰক উৎখাট কৰা সম্ভৱ হ'ব আৰু এই ক্ষেত্ৰত কৃষক শ্ৰমিকৰ সমৰ্থন মুখ্য কথা। তেওঁৰ দল বলছেভিকে সকলো ধৰণৰ আপোচমুখী দৃষ্টিভঙ্গীৰ পৰা সদায় আঁতৰত আছিল। লেনিনৰ ৰাজনৈতিক দৃষ্টিভঙ্গীয়ে বহুবাৰ বিদেশত নিৰ্বাচিত নেতাসকলৰ মাজত বাদানুবাদৰ সৃষ্টি কৰিছিল যদিও সেই সময়ত তেওঁৰ পত্নী ক্ৰুপস্কায়াই আন্তৰিকতাৰে সহায় সহযোগ আগবঢ়াই আহিছিল। লণ্ডন, পেৰিছ, ছুইজাৰলেণ্ড আৰু জাৰ্মানীত থকা কালছোৱাত ক্ৰুপস্কায়াই তেওঁৰ বৌদ্ধিক দিহা পৰামৰ্শৰে লেনিনক অনুপ্ৰেৰণা যোগাইছিল।

একেলগে সন্মুখীন হোৱা সংকটৰ দিনবোৰৰ বিষয়ে ক্ৰুপস্কায়াই লিখিছিল "আমাৰ ঘৰৰ দুৱাৰ সদায়ে খোলা অৱস্থাত আছিল। খোৱা টেবুলত গাখীৰ

আৰু পাউকটি সজাই থোৱা আছিল। বিছনাৰ ব্যৱস্থা নিশাটোৰ বাবে কৰি ৰখা হৈছিল। কিয়নো নিশাৰ বেলত অহা কোনো কমৰেডে যাতে আমাৰ ঘৰত আমাক নজগোৱাকৈ নিশাটো কটাব পাৰে। প্ৰায় পুৱা এনেদৰে আহি থকা কমৰেডক আমি লগ পাইছিলোহি।"

অৱশেষত মিউনিখৰ পৰা লেনিনৰ পৰিকল্পনাৰ বাতৰি কাকতখন প্ৰকাশ হ'ল। এইখনৰ নাম "ইছক্ৰা" বা স্ফুলিঙ্গ। ইছক্ৰাৰ লগে লগে 'জৰিয়া" নামে তাত্বিক আলোচনী এখনো প্ৰকাশ কৰা হৈছিল। এই দলৰ সম্পাদক হোৱাৰ উপৰিও দুয়োখন কাকত সম্পাদনা, প্ৰচাৰ আদি সকলো বিষয়তে লেনিনে ক্ৰুপস্কায়াৰ সহযোগ পাইছিল।

১৯০২ চনত মিউনিখৰ পৰা কাকত প্ৰকাশ কৰাত অসুবিধা হোৱা বাবে তেওঁলোক লণ্ডনলৈ আহে। লণ্ডন, জাৰ্মানী বা ছুইজাৰলেণ্ডৰ জীৱন লেনিনৰ বাবে ছাইবেৰিয়াৰ নিৰ্বাসনতকৈ পৃথক নাছিল। তেওঁ অহৰহ বিপ্লৱৰ চিন্তাত ব্যস্ত আছিল আৰু একমাত্ৰ প্ৰয়োজন আছিল বহাৰ বাবে এখন চকী, লিখাৰ বাবে মেজ আৰু জিৰণিৰ বাবে কোঠাটো। ক্ৰুপস্কায়াই সেই সময়ৰ সকলো ঘৰুৱা দায়িত্ব মূৰপাতি লৈছিল। সেই সময়ত তেওঁ কিদৰে জীৱন যাপন কৰিছিল— তাক লৈ ক্ৰুপস্কায়াই লিখিছে "আমাৰ বাবে ইংৰাজ সকলৰ খাদ্য সম্ভাৰ সহজসাধ্য নাছিল। কিয়নো প্ৰতিটো পইচা খৰচ কৰোঁতে আমি অতি সাৱধান হ'বলগীয়া হৈছিল। আমাৰ জীৱন যাত্ৰাৰ বাবে আমি নাম মাত্ৰহে খৰচ কৰিছিলোঁ।"

দলৰ ফালৰ পৰা লেনিনক মাহিলী ছয় পাউণ্ডকৈ দৰমহা দিয়া হৈছিল। লণ্ডনৰ বৃটিছ মিউজিয়াম আৰু কাৰ্লমাৰ্ক্সৰ সমাধি ক্ষেত্ৰৰ কাষৰ এটা ঘৰত লেনিনে বাস কৰিছিল। বৃটিছ মিউজিয়ামৰ পুথি ভঁড়াল লেনিনৰ বাবে উপযুক্ত ঠাই আছিল। এসময়ত তাতেই কাৰ্লমাৰ্ক্সেও পঢ়া শুনা কৰিছিল। লেনিন আৰু তেওঁৰ পত্নীয়ে তাত থকা ইংৰাজী ভাষা আয়ত্ব কৰাৰ চেষ্টা কৰিছিল। ইয়াতেই লেনিন আৰু ত্ৰটস্কিৰ (Trotsky) প্ৰথম যোগাযোগ হয়। ইংল্যাণ্ডৰ কষ্টকৰ জীৱন নিৰ্বাহৰ ফলত লেনিনৰ স্বাস্থ্য ভাগি পৰাত ১৯০৩ চনত তেওঁলোক জেনেভালৈ যায়। নিৰ্বাচনৰ পৰা চলোৱা প্ৰস্তুতিৰ ফলত ইতিমধ্যে ৰুছ দেশত বিপ্লৱৰ পথাৰ উৰ্বৰ হৈ পৰিছিল ১৯০৪ চনত জাৰ নিকলাচে জাপানৰ লগত যুঁজত পৰাজয় বৰণ কৰে।

১৯০৫ চনৰ ২২ ফেব্ৰুৱাৰীত ৰুছিয়াৰ দৰিদ্ৰ লোকসকলৰ শান্তিপূৰ্ণ সমদলত জাৰৰ সৈন্যই গুলী চলোৱাৰ ফলত বহুত নিৰীহ লোকৰ মৃত্যু হয়। ইয়াৰ নেতৃত্ব দিছিল ফাদাৰ গাপনে। অক্টোবৰ মাহত জাপান আৰু ৰুছিয়াৰ

মাজত চুক্তি সম্পাদনাৰ পিছত মস্কোত এক ধৰ্মঘট ঘোষণা কৰা হয়। এই ধৰ্মঘটৰ প্ৰতি জাৰৰ সৈন্য বাহিনীৰো সমৰ্থন আছিল। মস্কো ব্ৰকই ছোভিয়েটে ঘোষণা কৰিছিল এই ধৰ্মঘট সশস্ত্ৰ সংগ্ৰামলৈ ৰূপান্তৰিত কৰিব লাগে। ফলত পাঁচদিন জুৰি সশস্ত্ৰ প্ৰতিৰোধ চলিছিল।

জনসাধাৰণৰ এই বলিষ্ঠ প্ৰতিবাদ দেখি লেনিন পতিয়ন গৈছিল যে বিপ্লৱৰ বাবে এয়া উপযুক্ত সময় আৰু তেওঁ দেশলৈ প্ৰত্যাবৰ্তন কৰা উচিত। জেনেভাত ফাদাৰ গাপ'ন আৰু লেনিনৰ আলোচনা চলে আৰু উভয়ে বলছেভিক বিপ্লৱী সকলৰ বাবে অস্ত্ৰ সংগ্ৰহৰ প্ৰচেষ্টা চলায়। সেই বছৰৰ নৱেম্বৰ মাহত দেশলৈ উভতি আহি লেনিনে মুক্তভাবে কাম কাজ চলায়। মস্কোৰ ঘটনাই পুনৰ তেওঁক আত্মগোপন কৰিবলৈ বাধ্য কৰায়। অনিচ্ছা সত্বেও তেওঁ ছুইজাৰলেণ্ডত আশ্ৰয় লয়। প্ৰথম মহাযুদ্ধৰ সময়লৈকে তেওঁ তাত্বিক আলোচনা আৰু অধ্যয়নত নিজকে ব্যস্ত ৰাখে।

১৯১৭ চনৰ ৩ মাৰ্চত ধাতুকৰ্মী সকলৰ ধৰ্মঘটে পিটাৰ্ছবাৰ্গত সৰ্বাত্মক ৰূপ লয়। জাৰৰ সৈন্য বাহিনীয়েও ধৰ্মঘটকাৰীৰ পক্ষত যোগ দিয়ে। জাৰে ৰাজক্ষমতা ভাযেকক অৰ্পণ কৰে যদিও জনসাধাৰণে অচিৰেই ক্ষমতা দখল কৰে আৰু শাসন ভাৰ সংসদ বা ডুমাৰ হাতত অৰ্পিত হয়।

লেনিনকে আদি কৰি, সকলো বিপ্লৱী নেতা দেশলৈ উভতি আহে। তেওঁক ১৭ এপ্ৰিলত পিটাৰ্ছবাৰ্গত জনসাধাৰণে বিপুল সম্বৰ্দ্ধনা জনায়।

১৯১৭ চনৰ ৭ নৱেম্বৰত লেনিন বিশ্বৰ প্ৰথম সমাজবাদী ৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি হয। লেনিনৰ হাতত গুৰুত্ব দায়িত্ব ন্যস্ত হয সমাজবাদী ৰাষ্ট্ৰৰ নিৰ্মাণ।

জাৰৰ নিপীড়নত ক্ষত বিক্ষত ৰুছিয়াৰ পুনৰ নিৰ্মাণ লেনিনৰ বাবে এক প্ৰত্যাহ্বান। তদুপৰি তেওঁৰ কমৰেড সকলৰ কাৰো তেনেদৰে প্ৰশাসনীয় অভিজ্ঞতা নাই। দেশৰ শতকৰা ৯০ ভাগ নিৰক্ষৰৰ জীৱনলৈ পোহৰ কঢ়িয়াই অনাৰ বাবে লেনিনে দেহে-কেহে খাটিবলৈ আৰম্ভ কৰিলে। অশেষ ত্যাগ, কষ্ট, পৰিশ্ৰম, অধ্যৱসায়ৰ বলত লেনিনে ৰুছিয়াক সমাজবাদী ৰাষ্ট্ৰৰূপে গঢ়ি তুলিবলৈ সক্ষম হয়।

এই বিশাল কৰ্মপ্ৰেৰণাৰ আৰৰ মানুহজন কেনেকুৱা স্বাভাৱিকতে প্ৰশ্ন হয়। চুটি-চাপৰ, মুৰটো ডাঙৰ, সৰু চকু, ডাঙৰ মুখ আৰু তপা আছিল সমাজবাদী ৰাষ্ট্ৰনিৰ্মাতা এই মানুহজন। সভা শুৱনি নহলেও একমাত্ৰ বুদ্ধিমত্তাৰে এই মহান কাম সমাধা কৰি বিশাল এখন ৰাষ্ট্ৰৰ নেতৃত্ব দিবলৈ লেনিন সক্ষম হৈছিল। আপোচহীন, ৰগৰ নকৰা এই ব্যক্তিজনে কিন্তু কঠিন দাৰ্শনিক তত্ত্ব পানীৰ দৰে বুজাই দিব পাৰিছিল আৰু ৰাজনৈতিক বিচক্ষণতাৰ গৰাকী আছিল তেওঁ।

১৯২২ চনত অত্যধিক পৰিশ্ৰমৰ ফলত লেনিনৰ স্বাস্থ্যৰ অৱনতি ঘটে দিনে নিশাই কামত ব্যস্ত থকা বাবে তেওঁৰ এই দশা হয়। কিছুদিন জিৰণিৰ পিছত পুনৰ কামত যোগ দিয়াৰ বাবে তেওঁ আগ্ৰহ প্ৰকাশ কৰিছিল যদিও ভগ্নস্বাস্থ্যৰ গৰাকী এই নেতাজনৰ ১৯২৪ চনৰ ২১ জানুৱাৰীত ৫০ বছৰ বয়সত মৃত্যু হয়।

বৰ্তমান বিশ্বৰ বৃহৎ শক্তিৰ অন্যতম কৰ্ণধাৰ লেনিনে তেওঁৰ কাৰ্যক্ৰম অৱস্থাৰ পাঁচ বছৰতে ভৱিষ্যতৰ বাবে প্ৰস্তুত কৰাইছিল। সেই সময়ছোৱাতে তেওঁ বিপ্লৱৰ নিৰ্দেশনা আৰু বৃহৎ পৰিবেশত তাৰ ৰূপায়ণৰ বাবজৰী টানিছিল।

# ফ্রেঙ্ক লয়ড্ ৰাইট

১৯২৩ চনত জাপানত এটা প্ৰলয়ঙ্কৰী ভূমিকম্প হৈছিল। প্ৰাকৃতিক দুৰ্যোগৰ বুৰঞ্জীত এই ভূমিকম্প যোৱা ৫০০ বছৰৰ ভিতৰত হোৱা সবাতোকৈ বৃহৎ আৰু ধ্বংসাত্মক আছিল। ইয়াৰ ফলত জাপানৰ দুখন সৰ্ববৃহৎ চহৰ টকিঅ' আৰু য়ৰ্কহামাত ২ লাখ ৫০ হাজাৰ মানুহ মৃত্যু মুখত পৰিছিল আৰু ৫ লাখ ঘৰ-দুৱাৰ সম্পূৰ্ণ ভাৱে ধ্বংসপ্ৰাপ্ত হৈছিল। এই প্ৰলয়ঙ্কৰী ভূমিকম্পৰ প্ৰবল জোকাৰণিৰ মাজত অক্ষত অৱস্থাত থাকি গৈছিল মাত্ৰ কেইটামান ডাঙৰ আকাৰৰ ঘৰ। ইয়াৰ ভিতৰতে এটা আছিল টকিঅ' চহৰত অৱস্থিত জাপানৰ বিখ্যাত 'ইম্পেৰিয়েল হোটেল ভৱন।'

এই হোটেল ভৱনটো ভূমিকম্পৰ প্ৰচণ্ড জোকাৰণিৰ মাজতো অক্ষত অৱস্থাত থকাৰ কাৰণটো আছিল ইয়াৰ নিৰ্মাণ কৌশল। ইয়াৰ বাবে সেইদিনা প্ৰশংসিত হৈছিল এই হোটেল ভৱনৰ স্থাপত্য আৰ্হি প্ৰস্তুত কৰোতা বিশ্ববিখ্যাত স্থপতি ফ্ৰেঙ্ক লয়ড্ ৰাইট্।

ফ্ৰেঙ্ক লয়ড ৰাইটৰ জন্ম হয় ১৮৬৯ চনৰ গ্ৰীষ্ম কালত মধ্য আমেৰিকাৰ উইচ্‌কন চিনত। তেওঁৰ দেউতাক উইলিয়াম ৰাইট আছিল এজন সঙ্গীত শিক্ষক। মাকৰ নাম আছিল আন্না লয়ড। তেওঁ আছিল এগৰাকী শিক্ষয়িত্ৰী। এই শিক্ষয়িত্ৰী মাকৰ অনুপ্ৰেৰণাই আছিল ফ্ৰেঙ্ক লয়ড ৰাইটৰ জীৱনত লাভ কৰা উন্নতিৰ মূলমন্ত্ৰ।

ৰাইটৰ মাক আন্না আছিল উইলিয়াম ৰাইটৰ দ্বিতীয় পত্নী। উইলিয়ামৰ প্ৰথম পক্ষৰ তিনিটা সন্তান, আন্না আৰু সদ্যজাত ফ্ৰেঙ্ককলৈ উইলিয়াম ৰাইটৰ সংসাৰ।

ফ্ৰেঙ্ক ৰাইটক লৈ মাক-দেউতাকৰ সপোনৰ অন্ত নাই। দুয়োজনে ভাবিছে ফ্ৰেঙ্কক এজন স্থপতি কৰাৰ কথা। এজন বিশ্ববিখ্যাত স্থপতি। শিশু অৱস্থাতেই

যাতে ল'ৰাৰ মন স্থাপত্য কলাৰ প্ৰতি আকৰ্ষিত হয় এই কথালৈ লক্ষ্য ৰাখি মাক দেউতাকে ফ্ৰেঙ্কৰ যত্ন ল'বলৈ ধৰে। অতি সৰু কালতে ফ্ৰেঙ্ক... বাবে তেওঁলোকে আনি দিয়ে ঘৰৰ আৰ্হি প্ৰস্তুত কৰিব পৰা কেতে... খেলৰ সামগ্ৰী। এই ক্ষেত্ৰত মাক আন্নাই এক বিশেষ ভূমিকা পালন কৰে. ফ্ৰেঙ্ক কিছু ডাঙৰ হোৱাৰ লগে লগে তেওঁ ফ্ৰেঙ্কক আনি দিয়ে বিখ্যাত স্থপতিবিদ সকলৰ দ্বাৰা প্ৰস্তুত স্থাপত্যৰ কেতবোৰ নক্স।।

ফ্ৰেঙ্কৰ জন্মৰ কিছুদিনৰ পিছতেই ৰাইট পৰিয়াল উইচকন্সচিনৰ পৰা মেচাচুছেতচলৈ স্থানান্তৰিত হয়। ইয়াৰে স্থানীয় স্কুলত আৰম্ভ হয় ফ্ৰেঙ্কৰ প্ৰাৰম্ভিক শিক্ষা। এইখিনি সময়তে ফ্ৰেঙ্ক লয়ডৰ খেয়ালী দেউতাকে এদিন ঘৰ এৰি গুচি যায়। ইয়াৰ ফলস্বৰূপে পৰিয়ালটোৰ জীৱন ধাৰণৰ ক্ষেত্ৰত দুৰ্যোগ আহি পৰে। ইতিমধ্যে স্কুলৰ চাকৰি এৰি দিয়া আন্নাই পৰিয়ালৰ ভৰণ পোষণৰ বাবে পুনৰ চাকৰিত যোগ দিয়ে। উইলিয়াম ৰাইটৰ অনুপস্থিতিয়ে যাতে সন্তান সকলৰ মনত কোনো ধৰণৰ প্ৰভাৱ পেলাব নোৱাৰে তাৰ বাবে মাক আন্নাই সজাগ দৃষ্টি ৰখাৰ লগতে নিজ পুত্ৰ ফ্ৰেঙ্কৰ বিশেষ যত্ন ল'বলৈ ধৰে।

বছৰ বাগৰিবলৈ ধৰে। ইতিমধ্যে প্ৰাইমেৰী স্কুলৰ পৰা ফ্ৰেঙ্ক হাইস্কুলত ভৰ্তি হয়। হাইস্কুলত পঢ়ি থকা বছৰ কেইটাৰ ভিতৰতে ফ্ৰেঙ্কে মাক, দেউতাক আৰু নিজৰো ভৱিষ্যতে এজন স্থপতি হোৱাৰ যি সপোন, সেই সপোন বাস্তবায়িত কৰাৰ উদ্দেশ্যে নিজকে প্ৰস্তুত কৰিবলৈ ধৰে। ইয়াৰ ভিতৰতে স্থাপত্য বিদ্যা সম্পৰ্কেও তেওঁ যথেষ্ট জ্ঞান লাভ কৰে নিজৰ একক প্ৰচেষ্টাত।

১৮৮৫ চনত ফ্ৰেঙ্ক লয়ড ৰাইট ভৰ্তি হয় মেডিচন বিশ্ববিদ্যালয়ত। ইয়াতো তেওঁ অধ্যয়নৰ বিশেষ বিষয় হিচাপে লয় স্থাপত্য কলা।

মেডিচন বিশ্ববিদ্যালয়তে পঢ়ি থকা কালত তেওঁ কাকতে পত্ৰই চিকাগো চহৰৰ বিষয়ে জানিবলৈ পায় আৰু সেই চহৰলৈ যাবৰ বাবে অস্থিৰ হৈ উঠে। তেওঁ মাককো এই বিষয়ে জানিবলৈ দিয়ে। কিন্তু কোনোমতে টানিটুনি সংসাৰখন চলাই থকা আন্নাই ফ্ৰেঙ্কক সেই যাত্ৰাৰ বাবে প্ৰয়োজনীয় টকা কেইটাৰ যোগান ধৰাত অসমৰ্থ হয়। কিন্তু চিকাগোলৈ যোৱাত বদ্ধ পৰিকৰ ফ্ৰেঙ্কে ৭ ডলাৰ ধন তেওঁৰ এজন বন্ধুৰ পৰা ধাৰ লয় আৰু অৱশেষত ১৮৮৭ চনত এদিন তেওঁ চিকাগো চহৰ অভিমুখী এখন ৰেলত উঠি বহে।

চিকাগো চহৰত পদাৰ্পণ কৰাৰ কিছুদিনৰ ভিতৰতেই ফ্ৰেঙ্কে স্থাপত্য অভিযান্ত্ৰিক অনুষ্ঠান এটাত, সপ্তাহে ৮ ডলাৰ বেতনত ট্ৰেচাৰৰ চাকৰি এটা

লাভ কৰে। সেই সময়ত ফ্ৰেঙ্কৰ বয়স মাত্ৰ ১১ বছৰ।

১৮৭১ চনত অৰ্থাৎ ফ্ৰেঙ্ক লয়ড চিকাগোলৈ অহাৰ ১৬ বছৰৰ পূৰ্বে এক ভীষণ অগ্নিকাণ্ডৰ ফলত এই বিখ্যাত চহৰখনৰ প্ৰায়বোৰ ঘৰ-দুৱাৰ ভস্মীভূত হয়। কিন্তু এই বিলাকৰ পুনৰ নিৰ্মাণৰ কাম সেই ষোল্ল বছৰেও সম্পূৰ্ণ হোৱা নাছিল। এই ক্ষেত্ৰত হয়তো ফ্ৰেঙ্কৰেই ভাগ্য ভাল আছিল। কিয়নো, তেওঁ চিকাগো আহি পোৱাৰ আগে পিছে, সময়ছোৱাতে চহৰখনৰ বিভিন্ন অঞ্চলত পুনৰ নিৰ্মাণৰ কাম আৰম্ভ হ'বলৈ ধৰে আৰু এই কামৰ বাবে বহুলাংশে প্ৰয়োজন হয় স্থপতিবিদ সকলৰ।

ন'-পুৰণি লক্ষপতি, কোটিপতি সকলৰ চহৰ চিকাগো। সকলোৰেই যেন ধন-ৰত্নেৰে এৰো একোটা ৰাজভঁড়ালৰ অধিকাৰী। নতুন নতুন ঘৰ-দুৱাৰ নিৰ্মাণ হ'ব এই সকল ধনবান ব্যক্তিৰ বাবে। কোনে কিমান ডাঙৰ, দেখনিয়াৰ আৰু আধুনিক কলাসম্মত প্ৰাসাদ নিৰ্মাণ কৰোৱাব পাৰে তাৰ প্ৰতিযোগিতা আৰম্ভ হ'ল। স্থপতিবিদ সকলৰ আহৰি নাইকিয়া হ'ল। প্ৰতি একোজন স্থাপত্য কলাবিদৰ নাম অনুসৰি দাম। সেই সময়ত চিকাগো চহৰেই কেৱল গৰ্ব কৰিব পাৰিছিল বিশ্বৰ শ্ৰেষ্ঠ স্থপতিবিদৰ নিবাসস্থল হিচাপে। এই সকলৰ ভিতৰত বিশ্বৰ সৰ্বশ্ৰেষ্ঠ স্থপতিবিদ গৰাকীও তেতিয়া চিকাগো চহৰতেই বসবাস কৰি আছিল। তেওঁৰ নাম আছিল লুই হেনৰী চুলিভান। ভাগ্যক্ৰমে ফ্ৰেঙ্ক লয়ড ৰাইটৰ পৰিচয় ঘটে এই বিখ্যাত স্থপতিবিদৰ লগত। চুলিভানৰ সহকাৰী ৰূপে কাম কৰিও চহৰৰ পশ্চিমাঞ্চলৰ কেইডবোৰ ঘৰবাৰীৰ নক্সা তৈয়াৰ কৰাৰ ক্ষেত্ৰত ফ্ৰেঙ্কে যি বিৰাট প্ৰতিভা প্ৰদৰ্শন কৰিলে তাৰ পৰা তেওঁৰ নাম চাৰিওফালে বিয়পি পৰে। স্বকীয় বৈশিষ্ট্যৰে এজন অদ্ভুত প্ৰতিভাধাৰী স্থপতিবিদ হিচাপে চিনাক্ত হোৱাৰ পিছত তেওঁৰ ওচৰত মানুহৰ ভিৰ লাগিবলৈ ধৰে। ইতিমধ্যে চুলিভানৰ সহকাৰী হিচাপে ৫ বছৰ সম্পূৰ্ণ কৰা ফ্ৰেঙ্কে নিজ কামৰ বৰ্দ্ধিত চাহিদালৈ লক্ষ্য কৰি বৰ্তমান চুলিভানৰ লগ এৰি দি সুকীয়াকৈ এটা প্ৰতিষ্ঠান খুলি লৈ স্বাধীনভাৱে কামত হাত দিয়ে।

চিকাগো চহৰৰ বিখ্যাত স্থপতিবিদৰ ভিতৰত এতিয়া এটা বিশিষ্ট নাম ফ্ৰেঙ্ক লয়ড্ ৰাইট। মাত্ৰ পাচোটা বছৰৰ পূৰ্বে, ৭ ডলাৰ ধন আনৰ পৰা ধাৰ কৰি চিকাগো চহৰলৈ অহা আৰু সপ্তাহত ৮ ডলাৰ বেতনত কাম কৰি দিয়া ফ্ৰেঙ্কৰ দ্বাৰা প্ৰস্তুত কৰা একোটা আৰ্হিৰ দাম এতিয়া ৫০,০০০ (পঞ্চাশ হাজাৰ) ডলাৰ পৰা ১০০,০০০ (এক লাখ) ডলাৰ।

ইয়াৰ ভিতৰতে ফ্রেঙ্কৰ এখন নিজা ঘৰো হৈছে। নিজৰ খেয়াল অনুযায়ী ফ্রেঙ্কে তৈয়াৰ কৰি লৈছে এটা সৰ্বাপেক্ষা দৰ্শনীয় ঘৰ। ঘৰৰ ভিতৰত এটা ষ্টুডিঅ'। ইতিমধ্যে কেথেৰিন নামে এগৰাকী যুৱতীৰ সৈতে বিয়াও হৈ গৈছে— ফ্রেঙ্কৰ।

১৮৯৩ চনৰ পৰা ১৯১৪ চনলৈ এই কুৰি বছৰৰ ভিতৰত ফ্রেঙ্ক ৰাইট এজন স্থপতিবিদ হিচাপে উন্নতিৰ সৰ্বোচ্চ শিখৰলৈ উঠাৰ লগতে ৬টি সন্তানৰ পিতৃ হয়। পিছে ১৯১৪ চনৰ বছৰটোতেই তেওঁৰ ঘৰুৱা জীৱনত এটি কৰুণ ঘটনা ঘটে। তেওঁ এদিন পুতেক জনৰ সৈতে— কৰ্মব্যস্ত হৈ ঘৰৰ বাহিৰত থকা অৱস্থাত জুলিয়ান কাৰ্লিটন নামে তেওঁৰ এজন নিগ্রো ভৃত্যই ফ্রেঙ্কৰ অধীনস্থ ৬জন কৰ্মচাৰীক এখন কুঠাৰেৰে ঘপিয়াই হত্যা কৰাৰ লগতে তেওঁৰ দ্বিতীয় পক্ষৰ পত্নী চীনেকো একেদৰে নৃশংস ভাৱে হত্যা কৰে আৰু অৱশেষত নিজেও আত্মহত্যা কৰাৰ আগতে ঘৰৰ ভিতৰৰ সকলোবোৰ আচবাব পত্ৰ নষ্ট কৰাৰ পিছত ফ্রেঙ্ক লয়ডৰ ঘৰখনতো অগ্নি সংযোগ কৰে। এই ঘটনাই ফ্রেঙ্কক মৰ্মাহত কৰে।

অৱশ্যে ব্যক্তিগত জীৱনৰ এইবোৰ অশান্তিৰ মাজতো ফ্রেঙ্কে তেওঁৰ নিজৰ কৰ্তব্য পালন কৰি যায় আৰু বহিৰ্জগতৰ সৈতে থকা তেওঁৰ সম্পৰ্ক অক্ষুণ্ণ ৰাখে।

১৯১৫ চনত টকিঅ'ৰ ইম্পেৰিয়েল হোটেল ভৱন নিৰ্মাণৰ প্ৰাক্কালত ইয়াৰ আৰ্হি প্ৰস্তুত কৰিবৰ বাবে ফ্রেঙ্ক লয়ডক জাপানৰ পৰা আমন্ত্ৰণ জনোৱা হয়। ফ্রেঙ্কে ইয়াৰ আগতে ১৯০৫ চনত এবাৰ জাপান ভ্ৰমণ কৰে।

সেই সময়ত তেওঁ জাপানৰ শিল্প কলা, বিশেষভাৱে সেইদেশৰ স্থাপত্য কলাৰ প্ৰতি এক বিশেষ আকৰ্ষণ অনুভৱ কৰে। সেয়ে তেওঁ এই আমন্ত্ৰণত অত্যন্ত সুখী হয় আৰু ১৯১৫ চনৰ মজভাগত জাপানলৈ বুলি ৰাওনা হয়।

ইম্পেৰিয়েল হোটেলৰ নিৰ্মাণ কাৰ্য আৰম্ভ হয় ১৯১৫ চনত আৰু ই সম্পূৰ্ণ হৈ উঠে ১৯২২ চনত। এই সাত বছৰৰ ভিতৰত তেওঁ জাপান আৰু আমেৰিকাৰ ভিতৰত বহুবাৰ আহ-যাহ কৰিব লগা হয়। ১৯৩২ চনত ফ্রেঙ্ক লয়ডে 'টেলিচিন ফেলশ্বিপ' স্মাৰক নিধিৰ প্ৰতিষ্ঠা কৰে। ইয়াৰ উদ্দেশ্য আছিল প্ৰতিভাৱান যুৱক স্থপতি সকলক এবছৰৰ বাবে স্থাপত্য কলাৰ উচ্চ শিক্ষা দান কৰা।

ইয়াৰ পিছৰ কেইবছৰ মানৰ ভিতৰতে ফ্রেঙ্ক লয়ডে তেওঁৰ জীৱনৰ

চূড়ান্ত কৃতকাৰ্যতা লাভ কৰে আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিভিন্ন চহৰত নিৰ্মিত কেইটামান ভৱনৰ জৰিয়তে। ফ্ৰেঙ্ক লয়ড ৰাইটৰ স্থাপত্য কলাৰ চূড়ান্ত নিদৰ্শন এই কেইটা ভৱন হ'ল— উইচ্কনচিন চহৰৰ প্ৰশাসনিক ভৱন। ফ্ল'ৰিডাৰ চাউদাৰ্ণ কলেজ ভৱন, নিউইয়ৰ্ক চহৰস্থ চলমন মিউজিয়াম ভৱন আৰু ৰেচিনত অৱস্থিত 'জনচন ওৱেক্স কম্পেনী ভৱন।'

নিউইয়ৰ্ক চহৰৰ ফিফ্থ এভিনিউত' নিৰ্মিত চলমন সংগ্ৰহালয় ভৱনটো ফ্ৰেঙ্কৰ স্থাপত্যকলাৰ সৰ্বোৎকৃষ্ট উদাহৰণ বুলি কোৱা হয়। এইটো হ'ল তেওঁৰ জীৱনৰ ৭০০ তম আৰু শেষ জীৱনত নিৰ্মিত শেহতীয়া ভৱন।

পশ্চিমীয়া স্থাপত্যকলাৰ দিশত এক জাগৰণৰ জন্ম দি থৈ যোৱা ফ্ৰেঙ্ক লয়ড্ ৰাইট্ৰ ১৯৫৯ চনৰ ৪ এপ্ৰিল' তাৰিখে পেটৰ অস্ত্ৰোপচাৰ এটা চলি থকা অৱস্থাত মৃত্যু হয়। সেই সময়ত তেওঁৰ বয়স আছিল— ৯০ বছৰ।

আধুনিক জগতৰ গৃহ নিৰ্মাণ কৌশলত আজি বিশ্বৰ প্ৰায়বোৰ দেশতে ফ্ৰেঙ্ক লয়ড্ ৰাইট্ৰ স্থাপত্য কলাৰ প্ৰভাৱ বিদ্যমান।

# ৰবাৰ্ট গৰ্ডন মেনজিচ্

অষ্ট্ৰেলিয়াৰ ভূতপূৰ্ব প্ৰধানমন্ত্ৰী ৰবাৰ্ট গৰ্ডন মেনজিচ্ আছিল একেধাৰে এজন প্ৰখ্যাত ৰাজনীতিবিদ, অসাধাৰণ বক্তা আৰু আন্তৰ্জাতিক খ্যাতি সম্পন্ন আইনজ্ঞ তথা দেশ নিৰ্মাতা।

মেলবোৰ্ণ চহৰৰ পৰা ২৫০ মাইল নিলগৰ জেপাৰিট নামে এখন সৰু চহৰত ১৮৯৪ চনৰ ২০ ডিচেম্বৰ তাৰিখে জন্ম হৈছিল ৰবাৰ্ট গৰ্ডন মেনজিচ্‌ৰ।

মেনজিচ্‌ৰ পূৰ্ব পুৰুষসকল ১৯ শতিকাৰ ৫ম দশকত স্কটলেণ্ডৰ পৰা আহি অষ্ট্ৰেলিয়াৰ ভিক্টোৰিয়া ৰাজ্যৰ বালাৰাট নামে ঠাইত বসবাস কৰিবলৈ লৈছিল। ইয়াতেই মেনজিচ্‌ৰ দেউতাক জেমচ মেনজিচৰ জন্ম হৈছিল ১৮৫০ চনত। জেমচৰ স্কটিচ পূৰ্বজ সকল আছিল প্ৰেচবিটেৰিয়ান (Presbiterian) গীৰ্জাৰ সৈতে জড়িত লোক। সেয়ে পৰম্পৰাগত ভাবে জেমচে সেই বৃত্তিকে গ্ৰহণ কৰে আৰু নিজ বাকশক্তিৰ জৰিয়তে স্থানীয় 'জাপাৰিত' জনগোষ্ঠীৰ নেতা হিছাপেও স্বীকৃতি লাভ কৰে। তাৰ পৰা তেওঁ কাণ্ট্ৰি কাউন্সিলৰ সদস্য আৰু পিছত ইয়াৰ সভাপতি নিৰ্বাচিত হয়। ১৯০৯ চনত তেওঁ ভিক্টোৰিয়া ৰাজ্যৰ ৰাজ্য সদনলৈ নিৰ্বাচিত হয় আৰু ১৯১৯ চনলৈকে ১০ বছৰ কাল ৰাজ্য সদনৰ সদস্য হিছাপে কাৰ্য নিৰ্বাহ কৰে।

এজন ধৰ্মযাজকৰ ভূমিকাত জেমচ মেনজিচে একালত জনসাধাৰণৰ উদ্দেশ্যে নৈতিক চৰিত্ৰ ৰক্ষা আৰু ইয়াৰ প্ৰমূল্যবোধৰ ওপৰত গুৰুত্ব দি যি ভাষণ দান কৰিছিল সেয়ে আছিল তেওঁৰ নিজ জীৱন গাঠনিৰো ভেটি স্বৰূপ। এই কাৰণেই তেওঁ ৰাজ্য সদনৰ এজন সদস্য হিছাপে লাভ কৰা ক্ষমতাৰ অপপ্ৰয়োগ কৰি ধন উপাৰ্জন বা কোনোধৰণৰ ব্যক্তিগত স্বাৰ্থ পূৰণ কৰা নাছিল। পাৰিবাৰিক আৰ্থিক অৱস্থা বৰ দুৰ্বল হোৱা সত্বেও কোনো ধৰণৰ দুৰ্নীতিক প্ৰশ্ৰয় দি ধন উপাৰ্জন কৰাও নাছিল।

এনেধৰণৰ কেতবোৰ স্বাভাৱিক কাৰণতেই নিজ সন্তান সকলক পঠাব পৰা নাছিল কোনো নামী দামী শিক্ষানুষ্ঠানলৈ। দহ বছৰ বয়সত ৰবাৰ্ট মেনজিচে এদিন মাকক ভৱিষ্যতে তেওঁ এজন বেৰিষ্টাৰ হোৱাৰ আকাংক্ষাৰ কথা কওঁতে মাকে তেওঁক বেৰিষ্টাৰ হ'বৰ বাবে যে ভাল স্কুল কলেজলৈ যোৱাৰ প্ৰয়োজন আৰু তাৰ বাবে যে দেউতাকৰ আৰ্থিক সামৰ্থ নাই সেই কথা বুজালে। কিন্তু প্ৰখৰ বুদ্ধিসম্পন্ন ৰবাৰ্ট মেনজিচে আত্মপ্ৰত্যয়ৰ ভাবেৰে মাকক ক'লে যে তেওঁ বৰ্তমানে পঢ়ি থকা সাধাৰণ স্কুলখনৰ পৰাই চূড়ান্ত পৰীক্ষাত নিজৰ যোগ্যতা দেখুৱাই এটি বৃত্তি লাভ কৰিব আৰু ভৱিষ্যতে তেওঁ এখন ভাল কলেজত শিক্ষাগ্ৰহণ কৰাৰ ক্ষেত্ৰত থকা আৰ্থিক প্ৰতিবন্ধকতা ইয়াৰ যোগেদি নিজেই দূৰ কৰি ল'ব।

দহ বছৰ বয়সত গ্ৰহণ কৰা সেই ভীষণ সংকল্প আৰু আত্মবিশ্বাসৰ ভাব অটুট ৰাখি ইয়াৰ সত্যতা প্ৰমাণ কৰিছিল। ৰবাৰ্ট মেনজিচে হাইস্কুল শিক্ষান্ত পৰীক্ষাত এটি বৃত্তি লাভৰ যোগেদি প্ৰশস্ত কৰি লৈছিল নিজ লক্ষ্যত উপনীত হ'বৰ বাবে সাধনাৰ পথ। ইয়াৰ পিছত সময়ৰ সমানে ৰবাৰ্ট মেনজিচ্ দ্ৰুতগতিত আগবাঢ়িছিল নিজ লক্ষ্যৰ পিনে।

১৯১৬ চনত ৰবাৰ্ট মেন্‌জিচে প্ৰথম শ্ৰেণীৰ অনাৰ্চ সহ কেৱল আইন ডিগ্ৰী লোৱাই নহয় তেওঁ ইয়াৰ লগতে সমগ্ৰ অষ্ট্ৰেলিয়াৰ ভিতৰত আইনৰ এজন সৰ্বাধিক সম্ভাৱনাপূৰ্ণ ছাত্ৰ হিছাপেও পৰিগণিত হয়।

ইয়াৰ পিছত ৰবাৰ্ট মেনজিচে সেইকালৰ বিখ্যাত আইনজ্ঞ বেৰিষ্টাৰ অৱেন ডিক্সনৰ অধীনত ভিক্তোৰিয়া ন্যায়ালয়ত আইন চৰ্চা আৰম্ভ কৰে। এইক্ষেত্ৰত তেওঁ নিশাটোৰ ভিতৰতে বিখ্যাত হৈ পৰা কথাছবিৰ নায়কসকলৰ দৰে, অতি কম সময়ৰ ভিতৰতে ৰাষ্ট্ৰজোৰা খ্যাতি অৰ্জন কৰে।

সাংবিধানিক আইনৰ এজন বিশেষজ্ঞ হিছাপে আজিও ৰবাৰ্ট মেনজিচ্‌ক বিশ্বৰ শ্ৰেষ্ঠ আইনজ্ঞ বুলি গণ্য কৰা হয়। ১৯১৮ চনত এজন পূৰ্ণ পৰ্যায়ৰ বেৰিষ্টাৰৰ ভূমিকাত ভিক্তোৰিয়াৰ আদালতত অৱতীৰ্ণ হোৱা মেনজিচে তেওঁৰ পৰৱৰ্তী জীৱনৰ দহোটা বছৰৰ ভিতৰত দেশৰ বাহিৰে-ভিতৰে সাংবিধানিক ক্ষেত্ৰত উদ্ভূত বহুতো সংকট দূৰ কৰে আৰু সাংবিধানিক আইনৰ এজন বিশেষজ্ঞ হিছাপে বিশ্বময় পৰিচিত হয়। ইয়াৰ পিছত মাত্ৰ ২৯ বছৰ বয়সত মেন্‌জিচে ১৯২৯ চনত সেইকালৰ আইন জগতৰ সৰ্বোচ্চ সন্মান 'কিংচ্ কাউন্সেলৰ' খিতাপী লাভ কৰে।

এই সময়তেই তেওঁ ৰাজনীতিত প্ৰবেশ কৰে। এজন লিবাৰেল সদস্য হিচাপে ভিক্টোৰিয়ান আপাৰ হাউচ্‌ত সোমোৱাৰ তেওঁৰ প্ৰথম প্ৰচেষ্টা বিফল হয় যদিও তেওঁ কিছুদিনৰ পিছতে চলোৱা দ্বিতীয় এক প্ৰচেষ্টাত কৃতকাৰ্যতা লাভ কৰে আৰু 'ভিক্টোৰিয়ান আপাৰ হাউচ'ৰ সদস্য নিৰ্বাচিত হোৱাৰ লগে লগেই মন্ত্ৰিত্বও লাভ কৰে।

মন্ত্ৰীপদ লাভ কৰিলেও 'আপাৰ হাউচ' অৰ্থাৎ উচ্চ সদনৰ কামে মেনজিচ্‌ক অলপ দিনৰ ভিতৰতে আমুৱালে। সেয়ে পিছৰটো নিৰ্বাচনত তেওঁ নিম্ন সদনৰ সদস্য হৈ আহিল।

নিম্ন সদনতো তেওঁৰ বাক্‌পটুতা আৰু ভাষণ ভঙ্গীৰে মেনাজচে সকলো সদস্যৰে মন জয় কৰে। বিশেষকৈ কম বয়সীয়া, তৰুণ সদস্য সকলৰ বাবে তেওঁ হৈ পৰে এক আদৰ্শ। তেওঁলোকে সকলো সময়তে মেনজিচ্‌ক আগুৰি থাকিবলৈ লয়। মেনজিচেও এই সুবিধাকে গ্ৰহণ কৰি তৰুণ সদস্যসকলক লৈ গঠন কৰে এটা নতুন দল। লিবাৰেল দলৰ ভিতৰতে গঠন কৰা এই নতুন দলটিৰ নাম দিয়া হয় 'দি ইয়াং নেচনেলিষ্ট'। মেনজিচ্‌ৰ নেতৃত্বত এই দলে পিছৰটো নিৰ্বাচনত সদনৰ প্ৰায়বোৰ আসনেই নিজৰ হাতলৈ আনে। এই সময়ত প্ৰধানমন্ত্ৰী পদৰ বাবে তেওঁৰ নাম উত্থাপন কৰা সত্ত্বেও মেনজিচে সেই পদৰ বাবে তেতিয়াও প্ৰয়োজনীয় অভিজ্ঞতা আহৰণ কৰিবলৈ বাকী থকা বুলি বিনম্ৰভাৱে দলৰ আহ্বান প্ৰত্যাখ্যান কৰে। অৱশ্যে নতুন চৰকাৰখনত মেনজিচে 'এটৰ্নী জেনেৰেল', 'চলিচিটৰ জেনেৰেল' আৰু ৰেলমন্ত্ৰী হিচাপে তিনিটা গুৰুত্বপূৰ্ণ বিভাগৰ দায়িত্ব গ্ৰহণ কৰে। কিন্তু কিছুদিনৰ ভিতৰতে তৎকালীন প্ৰধানমন্ত্ৰীজন অসুস্থ হৈ পৰাত ৰবাৰ্ট মেনাজচে কাৰ্যবাহী প্ৰধানমন্ত্ৰী হিচাপে কাম চলাবলগীয়া হয়। এই নতুন দায়িত্বত তেওঁ প্ৰদৰ্শন কৰা কাৰ্য ক্ষমতালৈ লক্ষ্য কৰি লিবাৰেল দলে তেওঁক সেই দলৰ উপ দলপতি ৰূপে বৰণ কৰি লয়।

১৯৩৪ চনত ফেডাৰেল পাৰ্লামেণ্টৰ আমন্ত্ৰণক্ৰমে মেনজিচে ইয়াত যোগ দিয়ে আৰু ফেডাৰেল এটৰ্নী জেনেৰেলৰ পদ গ্ৰহণ কৰে।

১৯৩৫ চনত অষ্ট্ৰেলিয়া চৰকাৰৰ হৈ ইংলেণ্ডৰ ৰাজ্য পৰিষদৰ (Privy Council) সম্পৰ্কীয় এটা চৰকাৰৰ তৰফৰ পৰা ইংলণ্ডলৈ পঠোৱা হয়। এই বিচাৰ চলি থকা কালত এজন আইনজ্ঞ হিচাপে মেনজিচে দেখুৱা অসাধাৰণ পাৰদৰ্শিতাই ইউৰোপীয় আইন জগতত বিস্ময়ৰ সৃষ্টি কৰে।

ৰবাৰ্ট মেনজিচে আছিল সঁচা অৰ্থৎ এজন সত্যানিষ্ট ব্যক্তি। তেওঁ যিটো শুদ্ধ আৰু সত্য বুলি ভাবিছিল তাকেইহে কৰিছিল। পৰিণতি যিয়েই নহওক সঁচাৰ সন্মুখীন হ'বলৈ তেওঁ কোনোকালে ভয় কৰা নাছিল। এবাৰ জাতীয় বীমা আঁচনি এখন তৈয়াৰ কৰাৰ ক্ষেত্ৰত এটৰ্নী জেনেৰেল হিছাপে মেনজিচে আগভাগ ল'ব লগা হয়। কিন্তু সেই আঁচনি কাৰ্যকৰী কৰাৰ আগমুহূৰ্তত ইয়াৰ কিছু সংশোধন ঘটোৱাৰ কথাত মেনজিচ্ অমান্তি হয় আৰু এইক্ষেত্ৰত তেওঁ অশুদ্ধ বুলি ভবা আঁচনি এখন কাৰ্যকৰী কৰণত জড়িত হ'বলৈ নিবিচাৰি এটৰ্নী জেনেৰেলৰ পদ ইস্তফা দিয়ে আৰু সংসদত এজন সাধাৰণ সদস্য হিছাপে বহিবলৈ লয়। ইয়াৰ কিছুদিনৰ পিছতে তৎকালীন প্ৰধানমন্ত্ৰী তথা লিবাৰেল দলপতি গৰাকী আকস্মিকভাৱে মৃত্যুমুখত পৰে। তেওঁৰ ঠাইত উপ-প্ৰধানমন্ত্ৰী জনা প্ৰধানমন্ত্ৰী হয় আৰু ৰবাৰ্ট মেনজিচ্ হয় লিবাৰেল দলৰ দলপতি। কিন্তু নতুন প্ৰধানমন্ত্ৰী জনাই কেইদিনমানৰ ভিতৰতে দলৰ সমৰ্থন হেৰুৱাই পদত্যাগ কৰে আৰু তেওঁৰ ঠাইত ১৯৩৯ চনৰ এপ্ৰিল মাহত ৰবাৰ্ট গৰ্ডন মেনজিচ্ অষ্ট্ৰেলিয়াৰ প্ৰধানমন্ত্ৰী হয়। তেতিয়া তেওঁৰ বয়স ৪৫ বছৰ।

মেনজিচ্ অষ্ট্ৰেলিয়াৰ প্ৰধানমন্ত্ৰী হোৱাৰ সময়ত ইংলণ্ডৰ প্ৰধানমন্ত্ৰী আছিল নেভিল চেম্বাৰ লেইন। কিন্তু দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকাই চেম্বাৰ লেইনক এবছৰৰ ভিতৰতে প্ৰধানমন্ত্ৰীৰ পদ ত্যাগ কৰিবলৈ বাধ্য কৰায়। ১৯৪০ চনৰ মে' মাহত চেম্বাৰ লেইনে পদত্যাগ কৰাৰ পিছত ইংলণ্ডৰ প্ৰধানমন্ত্ৰী হয় চাৰ উইন্‌ষ্টন চাৰ্চিল। ইয়াৰ পিছত বিশ্বযুদ্ধৰ 'ষ্টেটেজী' সম্পৰ্কীয় কথাত ৰবাৰ্ট মেনজিচ্ আৰু চাৰ্চিলৰ বন্ধুত্ব হয় আৰু সেই বন্ধুত্বই দুয়োখন ৰাষ্ট্ৰৰ মাজৰ সম্পৰ্ক অধিক শক্তিশালী আৰু সুদৃঢ় কৰি তোলে।

প্ৰধানমন্ত্ৰী হিছাপে তেওঁৰ প্ৰথমটো কাৰ্যকালৰ অন্ত পৰিবলৈ নৌ পাওঁতেই দলৰ ওপৰত বিশ্বাস হেৰুৱাই মেনজিচে প্ৰধানমন্ত্ৰীৰ পদৰ পৰা পদত্যাগ কৰাৰ লগতে দলৰ দলপতি পদৰ পৰাও পদত্যাগ কৰে। ফলস্বৰূপে দ্বিতীয় বৃহৎ দল 'লেবাৰ দলে' শাসন হস্তগত কৰে।

১৯৪৯ চনৰ সাধাৰণ নিৰ্বাচনত মেনজিচ্ পুনৰ মঞ্চত অৱতীৰ্ণ হয় আৰু তেওঁৰ নেতৃত্বত ইউ, এ, পি, (United Australia Party) আৰু কাণ্ট্ৰি পাৰ্টিয়ে পুনৰ ক্ষমতা দখল কৰে আৰু ৰবাৰ্ট মেনজিচ দ্বিতীয়বাৰৰ বাবে অষ্ট্ৰেলিয়াৰ প্ৰধানমন্ত্ৰী হয়। ইয়াৰ পিছত ১৬ বছৰকাল ৰবাৰ্ট মেনজিচ্ প্ৰধানমন্ত্ৰী হৈ থাকে।

এই যোল্লবছৰৰ ভিতৰত তেওঁ কেৱল অষ্ট্ৰেলিয়াৰ ৰাজনীতিতেই নহয় বিশ্ব ৰাজনীতিতো এক সুগভীৰ প্ৰভাৱ পেলাই থৈ যায়। বিশেষকৈ নিজ দেশ আৰু কমনৱেলথ দেশসমূহৰ বাবে তেওঁ আগবঢ়োৱা জীৱনজোৰা সেৱাৰ স্বীকৃতি স্বৰূপে ১৯৬২ চনত ৰাণী এলিজাবেথ অষ্ট্ৰেলিয়া আৰু নিউজাৰ্চি ভ্ৰমণলৈ আহোতে ৰবাৰ্ট মেনজিচক 'নাইট' উপাধিৰে সন্মানিত কৰে।

১৯৬৫ চনত ৭০ বছৰ বয়সত ৰবাৰ্ট মেনজিচে স্ব-ইচ্ছাই ক্ষমতাৰ পৰা আঁতৰি অহাৰ ঘটনাই সেইদিনা বিশ্বৰ ৰাজনৈতিক মহলক বিস্মিত কৰিছিল। কিয়নো এনে এটা বয়সত কোনো ক্ষমতাবান ব্যক্তিয়ে নিজৰ ক্ষমতা হেৰুৱাব নোখোজে।

কিন্তু নতুনক সদায় আদৰি লোৱাত বিশ্বাসী মেনজিচে সেইদিনা নতুনৰ বাবে পথ নিৰ্মাণ কৰাৰ উদ্দেশ্যেই ৪০ বছৰৰ সেৱাৰ মূৰত ৰাজনীতিৰ পৰা সন্ন্যাস লৈছিল।

# কাৰ্লমাৰ্ক্স

সৰ্বকালৰ মহান মনীষী সকলৰ অন্যতম কাৰ্লমাৰ্ক্সক নতুনকৈ বিশ্বৰ কোনো জনসমাজতে পৰিচয় কৰাই দিয়াৰ প্ৰয়োজন নাই। শোষণ নিপীড়নৰ বিৰুদ্ধে এক বিৰাট পৰিসৰৰ বৈপ্লৱিক কাৰ্যৰ ৰণনীতিবিদ হিচাপে আৰু শোষিত নিপীড়িত শ্ৰমিক শ্ৰেণী আৰু সৰ্বহাৰাসকলৰ বাবে মুক্তিৰ পথ ৰচনা কৰোতা এক মহান ব্যক্তি হিচাপে তেওঁ বিশ্বময় সকলো দেশৰে প্ৰতিখন জনসমাজৰ চিৰ পৰিচিত।

পুঁজিবাদী শোষণ ব্যৱস্থাৰ উৎখাত কৰি এখন সমাজতান্ত্ৰিক আৰু পিছলৈ এখন কমিউনিষ্ট সমাজ নিৰ্মাণত শ্ৰমিক শ্ৰেণীৰ যি বিশ্ব ঐতিহাসিক ভূমিকা আমি দেখিবলৈ পাওঁ তাৰ তত্বগত ভিত্তিক মাৰ্ক্সে নিজ উপলব্ধিৰে ৰূপদান কৰে। শ্ৰেণী সংগ্ৰাম, সমাজতান্ত্ৰিক বিপ্লৱ, সমাজবাদ আৰু কমিউনিজম সম্পৰ্কে মাৰ্ক্স আৰু তেওঁৰ অভিন্ন হৃদয় বন্ধু ফ্ৰেডেৰিখ এঙ্গেলছৰ যি শিক্ষা সি আজি হৈ উঠিছে প্ৰকৃত সমাজ গঠনৰ ক্ষেত্ৰত মানৱ চিন্তাৰ এক বিজ্ঞান।

কাৰ্লমাৰ্ক্সৰ জন্ম হয় ১৮১৮ চনৰ মে' মাহৰ ৫ তাৰিখে প্ৰুছিয়াৰ ৰাইন প্ৰদেশৰ ট্ৰিয়েৰ চহৰত। তেওঁৰ দেউতাক হেইনৰিচ মাৰ্ক্স আছিল এগৰাকী আইনজীৱী আৰু ট্ৰিয়েৰ চহৰৰ 'বাৰ'ৰ সদস্য। প্ৰগতিশীল চিন্তাধাৰাৰ হেইনৰিচ আদৰ্শগত ভাৱে এজন মানৱতাবাদীও আছিল। তেওঁৰ অধ্যয়নৰ প্ৰিয় বিষয়বোৰৰ ভিতৰত প্ৰধান আছিল ভল্টেয়াৰ আৰু ৰুছোৰ ৰচনাৱলী। এজন অধ্যয়নশীল ব্যক্তি হিচাপে দেউতাক হেইনৰিচক কাৰ্লমাৰ্ক্সে পৰম শ্ৰদ্ধাৰ চকুৰে চাইছিল। কাৰ্লৰ মাক ন টি সন্তানৰ জননী হেনেৰিয়াটা এগৰাকী সহজ সৰল সংসাৰী মহিলা আছিল। তেওঁৰ কালাতিবাহিত হৈছিল সন্তান সকলৰ তত্বাৱধানত।

ন টি ভাইভনীৰে সৈতে কাৰ্লৰ শৈশৱ আছিল আনন্দমুখৰ। আটাইকেউজনৰ ভিতৰত কাৰ্লেই আছিল সবাতোকৈ প্ৰাণৱন্ত আৰু বুধিয়ক। সেই বয়সতে অৰ্থাৎ সাত অৰ পৰা ১০ বছৰ মানৰ বয়সৰ ভিতৰতে কাৰ্লৰ উদ্ভাৱনী শক্তি ধৰা পৰিছিল খেলা-ধূলাৰ মাজত। প্ৰতিদিনে তেওঁ খেল-ধেমালিৰ একোটা নতুন কৌশল উদ্ভাৱন কৰিছিল।

১৮৩০ চনত, ১২ বছৰ বয়সত কাৰ্লমাৰ্ক্স ভৰ্তি হয় ট্ৰিয়েৰ জিমনেচিয়াম (Trier High School) ইয়াৰ ৫ বছৰৰ পিছত কাৰ্লে এই বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষাত বিভিন্ন বিষয়ত দেখুওৱা পাৰদৰ্শিতাৰ বিষয়ে উল্লেখ কৰি প্ৰমাণ পত্ৰত এইদৰে লিখা হয়—"তেওঁ প্ৰতিভাবান, তেওঁৰ প্ৰাচীন ভাষা শিকাত জাৰ্মান আৰু যুৱতী শিকাত আৰু গণিতত প্ৰশংসনীয় ব্যুৎপত্তি আছে...... "তেওঁ নিজৰ প্ৰতিভা অনুযায়ী প্ৰত্যাশা পূৰণ কৰিব।" ("....... It is hoped that he will fulfil the favourable expectations which are justified by his abilities").

১৮৩৫ চনৰ অক্টোবৰ মাহত কাৰ্লমাৰ্ক্সে "আইন"ৰ ছাত্ৰ হিচাপে বন (Bonn) বিশ্ববিদ্যালয়ত ভৰ্তি হয়। এই বিশ্ববিদ্যালয়ত এবছৰ অধ্যয়ন কৰাৰ পিছত তেওঁ ইয়াৰ পৰা বাৰ্লিন বিশ্ববিদ্যালয়লৈ যায়। এই সময়তে তেওঁ কবিতাৰ প্ৰতি প্ৰবল ভাৱে আকৰ্ষিত হয় আৰু কবিতা পঢ়িবলৈ লোৱাৰ লগতে দুই এটা কবিতা নিজেও ৰচনা কৰিবলৈ ধৰে।

১৮৩৬ চনত বাৰ্লিনলৈ যোৱাৰ আগে আগে মাৰ্ক্সে লুডউইগ্ ফন ৱেষ্টফালেনৰ কন্যা জেনি ফন ৱেষ্টফালেনক বাগদান কৰে। কাৰ্ল আৰু জেনি শৈশৱৰে পৰা বন্ধু আছিল আৰু কালক্ৰমত এই বন্ধুত্ব এক পাৰস্পৰিক গভীৰ অনুভূতিত পৰিণত হৈছিলগৈ।

বাৰ্লিনৰ পৰা কাৰ্লমাৰ্ক্স চূড়ান্ত ভাৱে জেনা বিশ্ববিদ্যালয়লৈ যায়। প্ৰথম অৱস্থাত মাৰ্ক্স আইনৰ ছাত্ৰ হিচাপেহে বিশ্ববিদ্যালয়ত সোমাইছিল যদিও পিছলৈ তেওঁ দৰ্শন অধ্যয়ন কৰিবলৈ লয়। আইন, শিল্প-তত্ত্ব আৰু বিদেশী ভাষাৰ শিক্ষা অৰ্জন কৰি থকা সময়তে মাৰ্ক্সে দৰ্শন আৰু ইতিহাসৰ ওপৰত অধিক মনোযোগ দিবলৈ ধৰে। এই বিষয়ে উল্লেখ কৰি তেওঁ এবাৰ দেউতাকলৈ লিখিছিল....... "......দৰ্শনক বাদ দি আগুৱাই যোৱা সম্ভৱ নহয়।" জেনা বিশ্ববিদ্যালয়ত ডক্টৰেট "থেছিছৰ বাবে মাৰ্ক্সে বাছি লোৱা বিষয়টো আছিল "প্ৰকৃতি সম্পৰ্কে ডেমক্ৰিটীয় আৰু এপিকিউৰিঅ দৰ্শনৰ পাৰ্থক্য।" ("The differences between the natural Philosophy of Democritus and of Epicurus")। প্ৰাচীন দাৰ্শনিকসকলৰ ভিন্নমুখী ধাৰা আৰু দৃষ্টিভঙ্গীৰ মাজৰ পৰা মাৰ্ক্সে দুই অগ্ৰণী বাস্তৱবাদী ডেমক্ৰিট্যচ আৰু এপিকিউৰাচৰ দৰ্শনকেই তেওঁৰ থেছিছৰ বিষয়বস্তু হিচাপে বাছি লোৱাৰ মূলতে আছিল বস্তুতান্ত্ৰিক বিশ্লেষণৰ ক্ষেত্ৰত অন্যান্য প্ৰাচীন দাৰ্শনিক সকলৰ পৰা এওঁলোকৰ ভিন্নতা।

ইয়াৰ আগতেই মাৰ্ক্সৰ মতাদৰ্শগত অন্বেষণে তেওঁক, হেগেলৰ দ্বান্দ্বিক পদ্ধতিৰ অনুগামী তৰুণ গণতান্ত্ৰিক বিপ্লৱী সকলৰ সৈতে একগোট কৰিছিল। চল্লিশৰ দশকৰ আগভাগত তৰুণ হেগেলীয় সকলৰ প্ৰতি মাৰ্ক্স আকৃষ্ট হৈছিল তেওঁলোকৰ পৰিবৰ্তন

ধৰ্মী মতবাদ আৰু সামাজিক বিকাশৰ লক্ষ্যত উপনীত হোৱাৰ উদ্দেশ্যে চলোৱা তেওঁলোকৰ প্ৰয়াসৰ বাবে। তৰুণ হেগেলীয় চক্ৰ অথবা ডক্তৰ ক্লাবত যোগ দিয়াৰ অলপ সময়ৰ ভিতৰতে মাৰ্ক্স এগৰাকী অসাধাৰণ জ্ঞানী ব্যক্তি ৰূপে আৰু প্ৰতিক্ৰিয়াশীল দৰ্শনৰ এজন সমালোচক ৰূপে পৰিচিত হৈ পৰে। যদিও তেওঁ ক্লাবৰ অন্যান্য সদস্য সকলতকৈ বয়সত যথেষ্ট সৰু আছিল আৰু তেতিয়াও বিশ্ববিদ্যালয়ৰ ছাত্ৰ তথাপি তেওঁৰ মতামত আৰু সিদ্ধান্তক সকলোৱেই অত্যন্ত শ্ৰদ্ধাৰে মানি লৈছিল। তৰুণ হেগেলীয় সকলৰ প্ৰচাৰক মাজছ্ থেছে পৰৱৰ্তীকালত মাৰ্ক্স সম্পৰ্কে কৈছিল "…..গভীৰতম ঐকান্তিক দাৰ্শনিকতাৰ লগত পৰম সৰস ৰসিকতাৰ সমন্বয় ঘটোৱা সেইজন একমাত্ৰ জীৱিত প্ৰকৃত দাৰ্শনিক কাৰ্লমাৰ্ক্স। নিজে এবাৰ কল্পনা কৰকচোন- ৰুছো, ভল্টেয়াৰ, হলাবাখ, লেছিং হেইনে আৰু হেগেল- এই সকলোৰে সমন্বিত এক ব্যক্তিক। এক ব্যক্তিত্বক…..।" মাৰ্ক্সে যদিও তেতিয়ালৈকে সামগ্ৰিক ভাৱে ভাৱবাদী হেগেলীয় মতপোষণ কৰিছিল তথাপি ইতিমধ্যেই নিজস্ব স্বাধীন পন্থাৰে অগ্ৰসৰ হোৱাৰ প্ৰৱণতাও তেওঁৰ মাজত প্ৰকাশ পাইছিল। ই মৌলিক দাৰ্শনিক ক্ষেত্ৰতো সত্য আছিল। মাৰ্ক্সে জীৱন বাস্তৱৰ লগত দৰ্শনৰ সম্পৰ্ক, সমাজ জীৱনত দৰ্শনৰ স্থান আৰু ইয়াৰ ভূমিকাৰ ক্ষেত্ৰত উত্তৰ হ'ব পৰা সমস্যাৱলীৰ বিষয়ে চিন্তা কৰিবলৈ আৰম্ভ কৰিছিল। মাৰ্ক্সে তেওঁৰ থেছিছৰ ভূমিকাত জনসাধাৰণৰ স্বাধীনতা আৰু সুখৰ কাৰণে ভয়াবহ দুখ সহ্য কৰা বীৰ প্ৰমিথিউছৰ প্ৰশংসা কৰিছিল। মাৰ্ক্সৰ বাবে প্ৰমিথিউছ চিৰকালৰ কাৰণে জনগণৰ প্ৰতি অনুপ্ৰাণিত সেৱাৰ প্ৰতীক।

থেছিছ জমা দিয়াৰ পিছত জেনা বিশ্ববিদ্যালয়ে মাৰ্ক্সক ১৮৪১ চনৰ ১৫ এপ্ৰিলৰ দিনা 'ডক্টৰ অৱ ল' উপাধি প্ৰদান কৰে। ইয়াৰ পিছত মাৰ্ক্সে কলেজত অধ্যাপনা কৰাৰ কথা ভবাৰ লগতে এখন নাস্তিক মতবাদ সম্পন্ন বাতৰি কাকত প্ৰকাশ কৰা আৰু বৈজ্ঞানিক অনুসন্ধান চলোৱাৰ কথা ভাবিছিল। কিন্তু তেওঁৰ এই আশা ফলৱতী নহ'ল। প্ৰুছিয়া চৰকাৰে দেশত বিৰোধী মনোভাৱ বাঢ়ি যোৱাৰ আশংকা কৰি এই তৰুণ দাৰ্শনিকজনৰ 'স্বাধীন চিন্তাৰ' অৱসান ঘটোৱাৰ সিদ্ধান্ত লয়। প্ৰগতিশীল বাতৰি কাকতবোৰ বন্ধ কৰা হয় আৰু চেন্সৰশ্বিপ ব্যৱস্থা কঠোৰ কৰা হয়। তৰুণ হেগেলীয় চক্ৰৰ সভ্যসকল আৰু বিৰোধী মনোভাৱাপন্ন অধ্যাপক সকলক বিশ্ববিদ্যালয়ৰ অধ্যাপনা আৰু কাকত পত্ৰৰ সম্পাদনাৰ কামৰ পৰা বৰ্খাস্ত কৰা হয়। ৰাজতন্ত্ৰৰ সমালোচনা আৰু প্ৰুছীয় শাসন নীতিৰ সংস্কাৰ সংক্ৰান্ত প্ৰশ্নৰ আলোচনা বন্ধ কৰা হয়। প্ৰুছীয়াত স্বাধীন শিক্ষা ব্যৱস্থা নি:শেষিত কৰা হয়। এনে পৰিস্থিতিত মাৰ্ক্সে শিক্ষাদানৰ বৃত্তি গ্ৰহণৰ বাবে পুহি ৰখা অভিপ্ৰায় ত্যাগ কৰিবলগা হয়।

বিশ্ববিদ্যালয়ত অধ্যাপনা কৰাৰ সুযোগ নাপাই মাৰ্ক্সে বিপ্লৱী সংগ্ৰামৰ পথত নামি প্ৰুছীয়া চৰকাৰৰ উদ্দেশ্যে 'ভাষণ' দিবলৈ আৰম্ভ কৰে।

চল্লিশৰ দশকৰ কালছোৱাত বিপ্লৱী সাংবাদিকতা বিদ্ৰোহৰ প্ৰধান ক্ষেত্ৰ হৈ পৰে। ইয়াৰ যোগেদি সামন্ততান্ত্ৰিক নিৰঙ্কুশবাদী ব্যৱস্থা, প্ৰতিক্ৰিয়াশীল প্ৰুছীয়া ৰাষ্ট্ৰৰ বিৰুদ্ধে ক্ৰমবৰ্দ্ধমান আন্দোলনৰ ভাৱ প্ৰতিফলিত হয়। ১৮৪২ চনৰ আৰম্ভণিতে ৰাইন প্ৰদেশৰ বিৰোধী মনোভাৱাপন্ন বুৰ্জোৱা সকলে 'ৰাইনিচে ভচাইটুং ফুৰ্‌ পলিটিক' আৰু 'হাণ্ডেল উণ্ট গেভাৰ্বে' নামৰ দুখন বাতৰি কাকতৰ প্ৰচাৰ আৰম্ভ কৰে। প্ৰুছীয়া চৰকাৰে এই উদাৰপন্থী সাময়িক পত্ৰিকাখন ভাল পোৱা নাছিল যদিও কৌশলগত কাৰণত ইয়াক সহ্য কৰিবলগীয়া হৈছিল।

এই প্ৰদেশৰ বৃহৎ বুৰ্জোৱা শ্ৰেণীৰ দুই এক চক্ৰৰ লগত তৰুণ হেগেলীয় সকলৰ ভাল সম্পৰ্ক আছিল আৰু তেওঁলোকৰ মাজৰ পৰাই কেইজনমানক এই বাতৰি কাকতখনৰ সম্পাদনাৰ দায়িত্ব অৰ্পণৰ বাবে আমন্ত্ৰণ জনোৱা হৈছিল। এওঁলোকৰ মাজৰ পৰা মাৰ্ক্স আগবাঢ়ি আহিছিল এই দায়িত্ব গ্ৰহণৰ বাবে। আৰু অতি সোনকালে 'ৰাইনিচে ভচাইটুং' কাকতৰ সম্পাদকৰ পদৰ পৰা পদোন্নতি হৈ তেওঁ ইয়াৰ মুখ্য সম্পাদক ৰূপে নিযুক্ত হৈছিল।

'ৰাইনিচে ভচাইটুং' কাকতত প্ৰকাশ হোৱা মাৰ্ক্সৰ প্ৰথম প্ৰবন্ধটোতে তেওঁৰ প্ৰতিভা আৰু এজন বিপ্লৱী প্ৰচাৰকৰ সংগ্ৰামী চেতনা প্ৰকাশ পাইছিল। 'অৰণ্যত কাঠ চুৰি কৰাৰ আইন সম্পৰ্কে বিতৰ্ক' প্ৰবন্ধটোত মাৰ্ক্সে শোষিত শ্ৰেণী সমূহক দমন কৰাৰ অস্ত্ৰ হিচাপে সামন্তবাদী ৰাজতন্ত্ৰী ৰাষ্ট্ৰৰ শ্ৰেণীগত ভূমিকা ব্যাখ্যা কৰাৰ প্ৰথম পদক্ষেপ গ্ৰহণ কৰে। ৰাজনৈতিক আৰু সামাজিক ভাৱে 'সম্পত্তিহীন' দৰিদ্ৰ শ্ৰমজীৱী জনসাধাৰণৰ ৰক্ষাৰ্থে আগবাঢ়ি আহে কাৰ্লমাৰ্ক্স।

এই কাকতখনত প্ৰকাশিত প্ৰবন্ধবোৰৰ পৰা দেখা গৈছিল যে মাৰ্ক্স ইতিমধ্যে ভাববাদৰ পৰা বস্তুবাদ আৰু বিপ্লৱী গণতন্ত্ৰবাদৰ পৰা কমিউনিজম অভিমুখে অগ্ৰসৰ হ'বলৈ ধৰিছে। মাৰ্ক্সে কমিউনিজমক গ্ৰহণ কৰিছিল বিষয় সম্পত্তিহীন এক শ্ৰেণীৰ সংগ্ৰামীয়ে উত্থাপন কৰা এটা প্ৰধান প্ৰশ্ন হিচাপে। কমিউনিজম'ত থকা সমস্যাৱলী সম্পৰ্কে এক সাৰশূন্য দৃষ্টিভঙ্গী গ্ৰহণ কৰাৰ চেষ্টাক তেওঁ তীব্ৰভাৱে বিৰোধিতা কৰিছিল।

মাৰ্ক্সৰ সম্পাদনাত কাকতখনে অতি অলপ দিনৰ ভিতৰতে প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰে। মাত্ৰ ৮৮৫ কপি কাকতৰ প্ৰকাশেৰে আৰম্ভ হোৱা কাকতখন তিনিমাহ সময়ৰ ভিতৰতে ৩৪০০ কপিকৈ ছপা কৰিবলগীয়া হয়। কাকতখন ইমান সোনকালে ইমান জনপ্ৰিয় হৈ উঠাৰ মূলতে আছিল ইয়াৰ মুখ্য সম্পাদক গৰাকীৰ দৃঢ় গণতান্ত্ৰিক অৱস্থান।

প্ৰুছীয় কৰ্তৃপক্ষই ৰাইনিচে ভচাইটুঙৰ বিৰুদ্ধে কঠোৰ চেন্সৰশ্বিপ জাৰি কৰে আৰু কাকতখনৰ বক্তব্য সলনি কৰাৰ দাবী কৰে। চৰকাৰে বাতৰি কাকতবোৰক ক্ৰমাগতভাৱে হায়ৰাণ কৰাৰ যি নীতি চলাই আছিল তাৰ স্বৰূপ উদঘাটন কৰি মাৰ্ক্সে

লিখে যে 'চৰকাৰৰ এই নীতি চিন্তাশীল ব্যক্তিসকলৰ শৰীৰৰ মগুহ্ কাটি নিয়াৰ নীতি।' ট্ৰিয়েৰ হাইস্কুলত পঢ়ি থকা কালতে মাৰ্ক্সৰ ওপৰত স্কুলৰ প্ৰধান শিক্ষক জোহান ফন বিটেনবাখ আৰু আন দুজনমান বিপ্লৱী শিক্ষকৰ প্ৰভাৱ পৰিছিল। বিটেনবাখে পঢ়াইছিল দৰ্শন আৰু ইতিহাস। এই দুয়োটা বিষয়ৰ শিক্ষাদানৰ লগে লগে তেওঁ ছাত্ৰসকলক পৰিচয় কৰাই দিছিল দেশৰ সমকালীন পৰিস্থিতিৰ সৈতে। তেওঁলোকক সজাগ কৰি তুলিছিল, বহিৰ্বিশ্বত সংঘটিত কেতবোৰ তৎকালীন ৰাজনৈতিক ঘটনাৰ বিষয়ে এনে ধৰণৰ চৰ্চা যুৱাৱস্থাত পদাৰ্পণ কৰা মাৰ্ক্সৰ মনত এক নতুন জোৱাৰৰ সৃষ্টি কৰিছিল। তেওঁ মনে মনে সংকল্প লৈছিল মানৱ জাতিৰ কল্যাণৰ বাবে নিজকে উৎসৰ্গা কৰাৰ কথা।

প্ৰুছীয়া ৰাজতন্ত্ৰৰ ৰাজধানী বাৰ্লিনত মাৰ্ক্সে দেশৰ ৰাজনৈতিক জীৱনৰ স্পন্দনক অধিকতৰ গভীৰ ভাৱে উপলব্ধি কৰিবলৈ সক্ষম হৈছিল। প্ৰদেশবোৰৰ তুলনাত ইয়াৰ ভূ-স্বামীবোৰৰ আধিপত্য, শ্ৰমিক জনসাধাৰণৰ শোক লগা অৱস্থা, দাৰিদ্ৰতা আৰু ৰাজতান্ত্ৰিক ব্যৱস্থাৰ অন্যান্য দোষবোৰ বহু বেছি প্ৰকৃতভাৱে তেওঁৰ চকুত ধৰা পৰিছিল। ৰাইনিচে জাইটং কাকতৰ সম্পাদকৰ ভূমিকাত আৰু তাৰ পৰবৰ্তী কালতো মাৰ্ক্সে এই দোষবোৰ নিৰ্মূল কৰাৰ অভিপ্ৰায়েৰে নিজৰ একনিষ্ঠ সেৱা আগবঢ়াইছিল।

সেয়ে বিপৰীত পৰিস্থিতিটো মাৰ্ক্সে এখন নতুন সমাজ গঢ়াৰ নিজৰ সংকল্প কায়েম ৰাখি কাম কৰি গৈছিল। কঠোৰ চেন্সৰশ্বিপ ব্যৱস্থাৰ মাজতো মাৰ্ক্সে 'জাইটঙত' চৰকাৰৰ সমালোচনা অব্যাহত ৰাখিছিল। অৱশেষত চৰকাৰে কাকতখনৰ প্ৰকাশ বন্ধ কৰাৰ বাবে লোৱা সিদ্ধান্তৰ পৰিপ্ৰেক্ষিতত প্ৰকাশক সকলৰ হেঁচাত ১৮৩৪ চনত মাৰ্ক্সে কাকতখনৰ পৰা পদত্যাগ কৰে। তেওঁৰ বিপ্লৱী কাৰ্যকলাপ চলাই যোৱাৰ আশা এইবাৰ যুক্ত হয় পেৰিচৰ লগত।

দেশ এৰি যোৱাৰ আগতে মাৰ্ক্সে যায় 'ক্ৰয়েটছখানালৈ।' সেই সময়ত জেনি ফন ৱেষ্টফালেন আৰু তেওঁৰ মাকে তাত বাস কৰিছিল। ইয়াতেই কাৰ্ল আৰু জেনিৰ বিবাহ হয়। সেয়া আছিল ১৮৪৩ চনৰ জুন মাহ।

১৮৪৩ চনৰ নৱেম্বৰ মাহত মাৰ্ক্স আৰু তেওঁৰ পত্নী জেনি পেৰিচত উপস্থিত হয়। ৰাজনৈতিক দেশত্যাগী হিচাপে আৰম্ভ হয় তেওঁলোকৰ কঠোৰ জীৱনযাত্ৰা। পেৰিচত থকা ১৪ মাহ সময়ৰ ভিতৰতে তেওঁৰ চিন্তাৰ অধিক বিকাশ সাধন হয়। ইয়াতেই তেওঁ ফ্ৰেডেৰিক এঙ্গেলছৰ সান্নিধ্যলৈ আহে আৰু দুয়োৰে মাজত গভীৰ বন্ধুত্ব গঢ় লৈ উঠে।

পেৰিচৰ পৰা মাৰ্ক্স যায় ব্ৰুছেলচলৈ। ইয়াৰ পৰা ইংলেণ্ড ভ্ৰমণ কৰিবলৈ যোৱা অৱস্থাত মানচেষ্টাৰ আৰু লণ্ডনৰ বিভিন্ন শ্ৰমিক সংগঠনৰ ফালৰ পৰা তেওঁক বিপুল

ভাৱে সমৰ্দ্ধনা জনোৱা হয়। তেওঁৰ চিন্তা ভাৱনাক বাস্তৱ ৰূপ দিয়াৰ দিশত তেওঁৰ এই ভ্ৰমণ হয় অত্যন্ত ফলদায়ক।

১৮৪৪ চনৰ ফেব্ৰুৱাৰী মাহত মাৰ্ক্সৰ সম্পাদনাত পেৰিচৰ পৰা আন এখন বাতৰি কাকত ওলাইছিল। ইয়াৰ নাম আছিল 'ডিউটচ্ ফ্ৰেনজোচিচিছে জাহৰবুচাৰ।' ইয়াৰ প্ৰুছীয়াৰ সম্ৰাটক আক্ৰমণ কৰি লিখা হৈছিল। ইয়াৰ বাবে প্ৰুছীয়া চৰকাৰে ৰাষ্ট্ৰদ্ৰোহ আৰু ৰজাক অৱমাননা কৰা বাবে মাৰ্ক্সক সীমান্ত অতিক্ৰম কৰিলেই গ্ৰেপ্তাৰ কৰা নিৰ্দেশেৰে চাৰ্কুলাৰ জাৰি কৰিছিল। অৱশেষত কাকতখন বাজেয়াপ্ত কৰা হ'লেও ইয়াত প্ৰকাশিত হোৱা চিন্তাধাৰা সকলোৰে জনাজাত হয়।

ইংল্যাণ্ড ভ্ৰমণৰ পৰা ব্ৰুছেলচলৈ ঘূৰি অহাৰ পিছত মাৰ্ক্স আৰু এংগেলছে দৰ্শনৰ এখন নতুন কিতাপ লিখাৰ কামত হাত দিয়ে। ইয়াৰ উদ্দেশ্য আছিল তেওঁলোকৰ মতামতক এক সুশৃঙ্খল ৰূপ দিয়া আৰু জাৰ্মানী আৰু অন্যান্য দেশত এই মতামত প্ৰচাৰৰ পথ পৰিষ্কাৰ কৰা।

১৮৪৫-৪৬ চনত মাৰ্ক্স আৰু এংগেলছে 'জাৰ্মান মতাদৰ্শ' বোলা কিতাপখন লিখে। তেওঁলোকৰ জীৱন কালত প্ৰকাশ নোপোৱা এই লিখনি হ'ল মানৱ চিন্তা আৰু শ্ৰমিক জনগণৰ শ্ৰেণী সংগ্ৰামৰ ইতিহাসত এক গুৰুত্বপূৰ্ণ ঘটনা। ইয়াতে ইতিহাসৰ বস্তুবাদী ধাৰণা, সামাজিক অগ্ৰগতিৰ তত্ত্বৰ মৌলিক আদৰ্শসমূহ, দ্বান্দ্বিক বস্তুবাদ আৰু বৈজ্ঞানিক কমিউনিজিমৰ মূল 'থেছিছ' পোন প্ৰথমবাৰৰ বাবে ব্যাখ্যা কৰা হয়।

এই সময়তে বিশ্বৰ বিভিন্ন ঠাইত গঢ় লৈ উঠা সমাজতান্ত্ৰিক সংগঠন সমূহৰ নতুন নামাকৰণ হয় কমিউনিষ্ট দল হিছাপে। মাৰ্ক্স আৰু এংগেলছৰ প্ৰচেষ্টাত গঠিত হয় 'আন্তৰ্জাতিক কমিউনিষ্ট লীগ।' ইয়াৰ উদ্দেশ্য আছিল সকলো ঠাইৰে কমিউনিষ্ট সকলৰ বাবে এটা কেন্দ্ৰীয় অনুষ্ঠান তৈয়াৰ কৰি তেওঁলোকক এক লক্ষ্যত স্থিৰ কৰা। ব্ৰুছেলচত গঠিত এই 'লীগ'ৰ প্ৰথম কংগ্ৰেছত কেৱল সংবিধান এখনৰ খচৰা প্ৰস্তুতি আৰম্ভ কৰা হয়। কিন্তু পিছৰ বছৰত ইংল্যাণ্ডত অনুষ্ঠিত লীগৰ দ্বিতীয়খন কংগ্ৰেছত মাৰ্ক্সে উপস্থাপন কৰে তেওঁৰ 'কমিউনিষ্ট মেনিফেষ্টো।' তেওঁৰ বন্ধু এংগেলচৰ সহযোগিতাত প্ৰস্তুত কৰা এই 'মেনিফেষ্ট' হ'ল তেওঁৰ সামাজিক দাৰ্শনিক শিকনীৰ সৰলীকৃত প্ৰকাশ। ইয়াৰ বক্তব্য "বুৰ্জোৱা শ্ৰেণীৰ উৎখাত, প্ৰলেটেৰিয়েটৰ শ্যাসন, শ্ৰেণী বিৰোধৰ ভিত্তিত প্ৰতিষ্ঠিত বুৰ্জোৱা সমাজৰ বিলোপ সাধন আৰু শ্ৰেণীহীন এক নতুন সমাজ প্ৰতিষ্ঠা কৰা।"

১৮৪৮ চনৰ ফেব্ৰুৱাৰী মাহত কমিউনিষ্ট লীগৰ নিৰ্দেশ অনুযায়ী মাৰ্ক্স আৰু এংগেলছে লিখা 'কমিউনিষ্ট পাৰ্টিৰ ইস্তাহাৰ' লণ্ডনৰ পৰা প্ৰকাশিত হয়।

মাৰ্ক্সবাদী দৰ্শন আৰু বৈজ্ঞানিক সমাজবাদৰ ভেটি মাৰ্ক্স আৰু এংগেলছৰ ১৮৪০ৰ

দশকৰ শেষাৰ্দ্ধৰ ৰচনাবোৰৰ মাজতেই প্ৰতিষ্ঠা হৈছিল যদিও, শ্ৰমিক শ্ৰেণীৰ এক অৰ্থনৈতিক তত্ত্বৰ বিশদ উপস্থাপন ঘটে ১৮৫৭-৬৩ৰ এই কালছোৱাত। এই সময়ছোৱাতেই ই অধিক বিকশিত হৈ উঠে আৰু ইয়াৰ ধ্ৰুপদী ৰূপ ধাৰণ কৰে মাৰ্ক্সৰ মুখ্য ৰচনা 'কেপিটেল'ত।

১৮৬৭ চনৰ ১৪ ছেপ্তেম্বৰৰ দিনা 'কেপিটেল'ৰ প্ৰথম খণ্ডটো হামবুৰ্গত প্ৰকাশ পায়। তেওঁৰ মৃত্যুৰ পিছত প্ৰকাশিত দুটা খণ্ডৰে সৈতে মুঠ তিনিটা খণ্ডৰ এই বৃহৎ গ্ৰন্থখনি মাৰ্ক্সৰ জীৱনৰ বিৰাট কৰ্মকাণ্ডৰ চূড়ান্ত ফল। জীৱনৰ চূড়ান্ত কষ্ট স্বীকাৰেৰে বছৰৰ পিছত বছৰ ধৰি কৰা সাধনাৰ ফলশ্ৰুতিত জন্ম পোৱা এই গ্ৰন্থত মাৰ্ক্সে পুঁজিবাদী শোষণ ৰহস্য উদঘাটন আৰু পুঁজিবাদৰ বিকাশৰ অন্তৰ্নিহিত অৰ্থনৈতিক নিয়মবোৰ আবিষ্কাৰ কৰি সমগ্ৰ বৈজ্ঞানিক কমিউনিজিমৰ তত্ত্বক প্ৰকৃত বিজ্ঞানৰ স্তৰলৈ উন্নীত কৰে। মাৰ্ক্সে 'কেপিটেল'ৰ আটাইকেইটা খণ্ড একেলগ কৰি জনসাধাৰণৰ মাজলৈ উলিয়াই দিয়াৰ আশাৰে প্ৰথম খণ্ডটো ছপাশাললৈ পঠিওৱাৰ আগতেই দ্বিতীয় খণ্ডটোৰো পাণ্ডুলিপি প্ৰায় সম্পূৰ্ণ কৰি উলিয়ায়। কিন্তু সেইখণ্ড প্ৰকাশকক দিবলৈ পোৱাৰ পূৰ্বেই তেওঁ ইহলীলা সম্বৰণ কৰিবলগীয়া হয়। মাৰ্ক্সৰ মৃত্যুৰ পিছত তেওঁৰ বন্ধু এংগেলছে মাৰ্ক্সৰ ৰচনাৱলী প্ৰকাশ কৰাৰ দায়িত্ব গ্ৰহণ কৰে।

এংগেলছে 'কেপিটেল'ৰ ২য় আৰু ৩য় খণ্ড প্ৰকাশ কৰি উলিওৱাটোকেই তেওঁৰ জীৱনৰ সবাতোকৈ গুৰুত্বপূৰ্ণ কাম হিছাপে লৈ পাণ্ডুলিপিবোৰৰ পাঠোদ্ধাৰ, ইয়াৰ সংশোধনী আৰু ছপাশালৰ বাবে প্ৰস্তুতকৰণৰ কামত হাত দিয়ে।

১৮৯৪ আৰু ১৮৯৫ চনত যথাক্ৰমে কেপিটেলৰ দ্বিতীয় আৰু তৃতীয় খণ্ড প্ৰকাশ পায়। কিন্তু মাৰ্ক্সৰ অৰ্থনীতি সম্পৰ্কীয় সমগ্ৰ ৰচনাৱলী প্ৰকাশ কৰি উলিয়াবলৈ এংগেলছ আৰু অধিকদিন জীৱিত নাছিল। মাৰ্ক্সৰ 'কেপিটেল'ৰ চতুৰ্থ খণ্ড, উদ্বৃত্ত মূল্যৰ তত্ত্ব প্ৰকাশ পায় ১৯৫৪-৬১ চনৰ ভিতৰত, ছোভিয়েত দেশত।

'কেপিটেল' সম্পৰ্কে মাৰ্ক্সৰ নিজৰ ভাষাতে "বুৰ্জোৱা সকলৰ শিৰ লক্ষ্য কৰি নিক্ষিপ্ত সমস্ত অস্ত্ৰৰাজিৰ ভিতৰত নিঃসন্দেহে এইটোৱেই হ'ল সবাতোকৈ মাৰাত্মক ক্ষেপণাস্ত্ৰ।" 'কেপিটেল'ৰ বৈপ্লৱিক ৰূপান্তৰ কালত সক্ৰিয় আৰু সংগঠিত বিষয়গত নিয়ম আৰু প্ৰণৱতাবোৰ ইমান নিখুঁতভাৱে প্ৰকাশ পাইছে যে পৃথিৱীত এই পৰ্যন্ত যি প্ৰকৃত বৈপ্লৱিক ৰূপান্তৰ ঘটিছে আৰু এই ক্ষেপণাস্ত্ৰৰ নিক্ষেপণৰ ফলত সৃষ্টি হোৱা প্ৰতিক্ৰিয়া হিছাপে গণ্য কৰিব পৰা যায়।

ৰাছিয়াৰ মহান অক্টোবৰ বিপ্লৱৰ মাজেৰেই 'কেপিটেল' তথা মাৰ্ক্সৰ সমস্ত মতবাদ পোন প্ৰথমবাৰৰ বাবে পৰীক্ষিত হয়।

'কেপিটেল' ৰচনাৰ পিছতো মাৰ্ক্সে তেওঁৰ জীৱনৰ শেষ কাললৈকে মানৱ জাতিৰ কল্যাণৰ কামত নিজৰ সেৱা অব্যাহত ৰাখে।

এই মহান জননেতা দাৰ্শনিক গৰাকী জীৱনৰ শেষ অৱস্থাত দুমাহ্ কাল হাওঁফাওঁৰ অসুখত ভুগি থাকি ১৮৮৩ চনৰ ১৪ মাৰ্চ তাৰিখে শেষ নিশ্বাস ত্যাগ কৰে।

** ** ** ** **

# জামজেটজী টাটা

ঔদ্যোগিক বিকাশৰ ক্ষেত্ৰত ভাৰতে আজি যি আন্ত:ৰাষ্ট্ৰীয় খ্যাতি আৰু সুনাম অৰ্জন কৰিছে তাৰ মূলতে আছে প্ৰাক্-স্বাধীনতা যুগতে এজন মহান ভাৰতীয়ই এই ক্ষেত্ৰত আগবঢ়োৱা তেওঁৰ গুৰুত্বপূৰ্ণ অৰিহণা। নিজ বুদ্ধি-বৃত্তি আৰু অক্লান্ত পৰিশ্ৰমৰ যোগেদি তেওঁ কেৱল ভাৰততেই নহয় সমগ্ৰ বিশ্বৰ ভিতৰতে এজন শ্ৰেষ্ঠ উদ্যোগপতি হিচাপে নিজকে প্ৰতিষ্ঠিত কৰি থৈ গৈছে। সেইজন মহান ভাৰত সন্তান হৈছে জামচেটজী নাছেৰৱানজী টাটা।

বৰোদাৰ নাভাচাৰিত জামচেটজীৰ জন্ম হয় ১৮৩৯ চনত। সেই সময়ত পাৰ্চী সমাজখনৰ বেছিভাগৰে জীৱন নিৰ্বাহৰ ভেটি আছিল শিল্প বাণিজ্য। টাটা পৰিয়ালে সেই কালতেই শিল্প বাণিজ্যৰ ক্ষেত্ৰত ভাৰত তথা আন্তৰ্জাতিক মহলত গ্ৰহণ কৰিছিল এক অগ্ৰণী ভূমিকা। জামচেটজী টাটাৰ দেউতাকৰ প্ৰধান ব্যৱসায় সেই সময়ত চলিছিল চীনদেশৰ সৈতে।

এনে এটা পৰিয়ালৰ সন্তান হিচাপে সুখ-সমৃদ্ধি আৰু প্ৰাচুৰ্যৰ মাজত ডাঙৰ-দীঘল হৈছিল জামচেটজী। তেওঁৰ প্ৰাৰম্ভিক শিক্ষা থকৰা চহৰ নাভাচাৰিতেই শেষ হোৱাৰ পিছত তেওঁক বোম্বাইৰ এলফিনষ্টন কলেজত ভৰ্তি কৰোৱা হয়। কুৰি বছৰত কলেজীয়া শিক্ষা সাং কৰি জামচেটজীয়ে তেওঁৰ দেউতাকৰ কাৰবাৰত যোগ দিয়ে। অৱশ্যে এইটো পূৰ্বতেই ঠিক কৰা আছিল যে শিক্ষা গ্ৰহণৰ পিছত টাটা ব্যৱসায়তে সোমাব।

তেওঁ ব্যৱসায়ত হাত দিয়াৰ পিছতেই ধৰিব পৰা গৈছিল তেওঁৰ অসাধাৰণ ব্যৱসায়িক বুদ্ধি আৰু ব্যৱসায় পৰিচালনাৰ অদ্ভুত ক্ষমতা। কেইদিনমানৰ ভিতৰতে টাটাৰ কাৰ্যকলাপলৈ লক্ষ্য কৰি পৰিয়ালৰ সকলোটিয়েই তেওঁৰ উচ্চাকাংক্ষা আৰু অনুভূতিৰ বিষয়ে জানিব পাৰিছিল।

সেই সময়ত জামচেটজীৰ দেউতাকৰ ব্যৱসায় চলিছিল চীনদেশৰ সৈতে।

জামচেটজীয়ে দেউতাকৰ সৈতে ব্যৱসায়ত যোগ দিয়াৰ পিছত তেওঁলোকৰ ব্যৱসায়ে এটা নতুন ৰূপ ল'বলৈ ধৰে যদিও ইতিমধ্যে আমেৰিকাত আৰম্ভ হোৱা গৃহযুদ্ধই ইয়াৰ ওপৰত এক বিৰূপ প্ৰভাৱ পেলাবলৈ ধৰে। কিন্তু আবিচিনিয়া অভিযানৰ বাবে ৰচদ-পাতিৰ সৰবৰাহেৰে টাটাই তেওঁলোকৰ পূৰ্বৰ ব্যৱসায়ত হোৱা ক্ষতিসমূহ পূৰণ কৰিবলৈ সক্ষম হয়। এনে সময়তে জামচেটজীয়ে বিদেশ ভ্ৰমণ কৰি আহে আৰু তাৰ পৰা আহৰণ কৰা অভিজ্ঞতাৰে নতুন ব্যৱসায়ৰ পাতনি মেলে। তেওঁ নতুনকৈ এটা কাপোৰৰ মিল খোলে। ইয়াৰ পিছত ১৮৭৭ চনত তেওঁ নাগপুৰত প্ৰতিষ্ঠা কৰে আন এটা কাপোৰৰ মিল। এই কামৰ যোগেদি তেওঁ অত্যন্ত সাহসৰ পৰিচয় দিলে। কিয়নো সেইখিনি সময়ত আন কোনো ব্যৱসায়ীয়েই নাগপুৰৰ দৰে এখন ঠাইত এনে ধৰণৰ ডাঙৰ উদ্যোগ স্থাপন কৰাৰ কথা ভাবিব নোৱাৰিছিল। কিন্তু জামচেটজীয়ে কেৱল মিল স্থাপন কৰাতে ক্ষান্ত নাথাকি ভাৰতীয় ব্যৱসায়ত নতুন কেতবোৰ পদক্ষেপ গ্ৰহণ কৰে। তেওঁ ইয়াৰ বাবে আধুনিক যন্ত্ৰপাতিৰ আমদানি কৰে, মিল মজদুৰ সকলৰ বাবে এটা নতুন দৰমহা গাঁঠনি প্ৰস্তুত কৰাৰ লগতে তেওঁলোকলৈ অন্যান্য সা-সুবিধাও আগবঢ়ায়। তেওঁৰ এই ধৰণৰ কাৰ্যপন্থাই অতি সোনকালেই তেওঁলোকৰ ব্যৱসায়ত এটা নতুন ৰূপ দিয়ে। লাভৰ ঘৰৰ অঙ্ক ক্ৰমাৎ দুগুণ আকাৰে বাঢ়ি যাবলৈ ধৰে।

১৮৮৬ চনত তেওঁলোকৰ কুৰলাত থকা চাৰানামী মিলটো নৱগঠিত স্বদেশী কোম্পানীৰ হাতত অৰ্পণ কৰা হয়। সেই একে বছৰতে আহমেদাবাদত থকা এডজন্ম মিলৰো উন্নীতকৰণ কৰা হয়। ইয়াৰ প্ৰথমটো কাৰ্যই স্বদেশী আন্দোলনৰ প্ৰতি থকা জামচেটজীৰ অনুৰাগৰ ভাব আৰু পিছৰটো কাৰ্যই বস্ত্ৰ উদ্যোগ আধুনিকীকৰণ কৰাৰ ক্ষেত্ৰত জামচেটজীৰ উৎসাহী মনোভাবৰ পৰিচয় বহন কৰে। অৱশ্যে এয়ে তেওঁৰ জীৱনৰ সম্পূৰ্ণ পৰিচয় নহয়। কিয়নো বস্ত্ৰ উদ্যোগৰ আধুনিকীকৰণ তেওঁৰ জীৱনৰ মাত্ৰ এটি ক্ষুদ্ৰ অংশহে।

জামচেটজীৰ জীৱনৰ আন এটি প্ৰধান লক্ষ্য আছিল বোম্বাই চহৰখনৰ প্ৰসাৰণ আৰু সৌন্দৰ্যবৰ্দ্ধন। ইয়াৰ বাবে তেওঁ অন্যান্য পাৰ্চী পৰিয়ালসমূহৰ সৈতে লগলাগি স্থাপন কৰে 'পাৰ্চী জিমখানা'। ইয়াৰ লগে লগে ৰাজমহল হোটেলৰ নিৰ্মাণতো সহায় আগবঢ়ায় আৰু চহৰৰ গুৰুত্বপূৰ্ণ অঞ্চলসমূহত নিজ ধনেৰে নিৰ্মাণ কৰে কেতবোৰ প্ৰাসাদোপম ঘৰ। উদ্দেশ্য বোম্বাই চহৰলৈ পৰ্যটক সকলক আকৰ্ষিত কৰা। ইয়াৰ পিছত তেওঁ ঘৰুৱা চহৰ নাভাচাৰিৰ ফালে মন দিয়ে আৰু সেই ঠাইত বিশুদ্ধ খোৱাপানীৰ ব্যৱস্থা কৰিবৰ বাবে

বহুবোৰ পকীনাদ খন্দাই দিয়ে। ইয়াৰ উপৰিও নাভাচাৰিৰ বিভিন্ন ঠাইত তেওঁ প্ৰতিষ্ঠা কৰে কেইবাখনো শিক্ষানুষ্ঠান।

প্ৰকৃতপক্ষে তীখা উদ্যোগৰ ক্ষেত্ৰত টাটাই সেইকালত যি এক বৈপ্লৱিক সিদ্ধান্ত গ্ৰহণ কৰিছিল, সিয়েই আধুনিক ভাৰতৰ বাস্তৱ প্ৰগতিৰ ভেটি ৰচনা কৰে। ভাৰতীয় উদ্যোগৰ আধুনিকীকৰণৰ বাবে বিদ্যুৎ শক্তিৰ ব্যৱহাৰ আৰু বৈজ্ঞানিক আৰু কাৰিকৰী শিক্ষাৰ প্ৰসাৰতাৰ বাবে একাধিক গুৰুত্বপূৰ্ণ বিষয়ৰ বাস্তৱত ৰূপদান দিয়াৰ ক্ষেত্ৰত জামচেটজী টাটাই গ্ৰহণ কৰিছিল বাটকটীয়াৰ ভূমিকা। তেওঁ বহুদিন ধৰি সপোন দেখি আহিছিল ভাৰতত এটা তীখা উদ্যোগ স্থাপন কৰাৰ। সেই সময়লৈকে উপমহাদেশখনৰ বিভিন্ন অঞ্চলত যিবোৰ লোৰ খনিৰ সন্ধান পোৱা গৈছিল তাৰ পৰা আহৰণ কৰা সামান্য পৰিমাণৰ লোৰ পৰা তীখা উৎপাদন কৰাৰ একেটাই পুৰণিকলীয়া কৌশল তেতিয়াও কায়েম আছিল। সেই কৌশলেৰে অধিক পৰিমাণৰ তীখা উৎপাদন কৰাটো অসম্ভৱ আছিল। ইফালে সেই সময়তে পৃথিৱীৰ বিভিন্ন দেশৰ লগতে ভাৰততো ৰেলৰ আলি পতাৰ ক্ষেত্ৰত প্ৰয়োজন হৈ পৰিছে উন্নতমানৰ আৰু বৃহৎ পৰিমাণৰ তীখা। ভাৰতত ৰেললাইন বহুৱাবৰ বাবে বৃটিছ শাসকসকলে নিজ দেশৰ পৰা যিবোৰ তীখাৰ চিৰি আমদানি কৰিছিল সেইবিলাক অতি নিম্নমানৰ হোৱাৰ লগতে, এই আমদানিৰ ফলত ভাৰতৰ অৰ্থনীতিতো এক অবাঞ্ছনীয় হেঁচা পৰিছিল। অন্যহাতেদি ভাৰতত এনে কোনো শিল্পপতি সেই সময়ত এই প্ৰত্যাহ্বান গ্ৰহণ কৰাৰ অনুপাতে সাহসী নাছিল— যি এটা বৃহৎ তীখা উদ্যোগ গঢ়ি তুলি ব্ৰিটিছ শোষণৰ বিৰুদ্ধে যোগ্য প্ৰত্যুত্তৰ দিব পাৰে।

এনে এটা সময়তে এই প্ৰত্যাহ্বান গ্ৰহণৰ বাবে আগবাঢ়ি আহে জামচেটজী নাছেৰৱানজী টাটা। ইতিমধ্যে ভাৰত চৰকাৰৰ আমন্ত্ৰণক্ৰমে জাৰ্মান বিশেষজ্ঞ ৰিটাৰ ফন স্কোৱাৰ্টজ ভাৰতলৈ আহিছিল ভাৰতত এটা তীখা উদ্যোগৰ সম্ভাৱনীতাৰ ওপৰত অধ্যয়ন চলাবৰ বাবে। তেওঁ অধ্যয়নৰ অন্তত এই সম্পৰ্কে দাখিল কৰা প্ৰতিবেদনত এই কথা স্পষ্টভাৱে উল্লেখ কৰে যে "লোৰ খনিৰ তলত এটা পৰ্বত প্ৰমাণ লোৰ আকৰ মজুত আছে। ইয়াৰ দৈৰ্ঘ ৩/৮ মাইল আৰু প্ৰস্থ প্ৰায় ২০০ গজ আৰু ইয়াৰ উচ্চতাও ২০০ গজৰ অধিক।" অৱশ্যে তেওঁ এই কথাও উল্লেখ কৰে যে "দুৰ্ভাগ্যবশত: সমীপৱৰ্তী ওৱাৰ'ৰা কয়লাখনিৰ কয়লা এই লো গলাবৰ বাবে উপযুক্ত নহয়।" জামচেটজীয়ে ৰিটাৰ ফন স্কোৱাৰ্টজৰ প্ৰতিবেদন পঢ়ি পুলকিত হৈ উঠে। কিন্তু তেওঁ এই প্ৰতিবেদনৰ এষাৰ কথা মানি ল'বলৈ টান পায় যে ওৱাৰ'ৰা কয়লাখনিৰ

কয়লা লো গলাবৰ বাবে অনুপযুক্ত। তেওঁ লোহাৰ খনিৰ লো গলাবৰ বাবে ওৱাৰ'ৰা কয়লাখনিৰ কয়লাৰ মান উন্নত কৰাৰ এটা কৌশল আৱিষ্কাৰ কৰোঁতা যিকোনো ব্যক্তিৰ বাবে এটা বৃহৎ পুৰস্কাৰ ঘোষণা কৰে। কোনো ব্যক্তি বিশেষে এই সমস্যা সমাধানৰ উত্তৰ সম্পূৰ্ণভাৱে দিব নোৱাৰিলেও প্ৰতিযোগী সকলৰ প্ৰত্যেকেই এই ক্ষেত্ৰত নিজ নিজ কৌশল কামত খটুওৱাৰ একোটা টোকা প্ৰেৰণ কৰে। (এই টোকা সমূহ জামচেট্‌জীৰ আঁচনিক ৰূপ দিয়াৰ ক্ষেত্ৰত তেওঁৰ পুতেকে পৰবৰ্তী কালত কামত লগাইছিল।)

ওৱাৰ'ৰা খনিৰ নিম্নমানৰ কয়লাকে ব্যৱহাৰ কৰি জামচেটজীয়ে এটা লো আৰু তীখা উদ্যোগ গঢ়িবৰ বাবে ভাৰত চৰকাৰৰ পৰা অনুজ্ঞাপত্ৰ বিচাৰিলে। লগতে তেওঁৰ কোম্পানীৰ অধীনত চলাব পৰাকৈ উপযুক্ত ঠাইৰ মাজেৰে কয়লাৰ খনি আৰু তেওঁৰ কাৰখানাৰ মাজত এটা ৰেলপথ পাতিবৰ বাবেও আবেদন জনালে। কিন্তু উপমহাদেশখনত ৰেলপথ নিৰ্মাণ কৰাটো তেতিয়ালৈকে অতি গুৰুত্বপূৰ্ণ কাম হিছাপে বিবেচনা কৰা ব্ৰিটিছ চৰকাৰে এই ক্ষেত্ৰত তেওঁৰ আবেদন নামঞ্জুৰ কৰে।

ব্ৰিটিছ চৰকাৰে ৰেলপথ বহুওৱাৰ ক্ষেত্ৰত তেওঁৰ আবেদন নামঞ্জুৰ কৰাৰ অভিপ্ৰায় তেওঁ বুজি পালে। আচলতে ভাৰতৰ পৰা সৰ্বদাই। কেৱল কেঁচামাল আহৰণত আগ্ৰহী ব্ৰিটিছ চৰকাৰে ভাৰতত কোনো ধৰণৰ বৃহৎ উদ্যোগ গঢ় লৈ উঠাটো নিবিচাৰিছিল। তেওঁলোকে এটা কথা ভালদৰে উপলব্ধি কৰিছিল ভাৰতত অথবা আন কোনো ব্ৰিটিছ উপনিবেশত তেনে ধৰণৰ বৃহৎ উদ্যোগ গঢ় লোৱা মানে তেওঁলোকৰ সমূলে ক্ষতি হোৱা। কিন্তু তেওঁলোকৰ এই দৃষ্টিভঙ্গীয়ে জামচেটজী টাটাৰ মনোবল ভাঙিব নোৱাৰিলে। তেওঁ সময় আৰু সুযোগ এই দুয়োটাৰে অপেক্ষাত ৰ'ল। আৰু এদিন দেখিকৈ হ'লেও সেই সুযোগ আহিল। অৱশ্যে ইতিমধ্যে পাৰ হৈ গ'ল সুদীৰ্ঘ কুৰিটা বছৰ।

১৮৯৯ চনত জামচেটজীৰ বয়স যেতিয়া ৬০ বছৰ, সেই সময়তে ভাৰতৰ নতুন ভাইচৰয় হৈ আহে লৰ্ড কাৰ্জন। তেওঁ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই ভাৰতত বৃহৎ উদ্যোগ স্থাপনৰ ক্ষেত্ৰত থকা পূৰ্বৰ চৰকাৰী নীতি উঠাই লয় আৰু ইয়াৰ বাবে যিকোনো উপযুক্ত ব্যক্তিক লাইচেন্স (অনুজ্ঞা পত্ৰ) দানৰ ব্যৱস্থা কৰে। এই সময়তে জামচেটজী ইংল্যাণ্ড ভ্ৰমণলৈ যায় আৰু ইংল্যাণ্ডত তেওঁ ভাৰতৰ ৰাজ্য সচিবক সাক্ষাৎ কৰি তেওঁৰ পৰিকল্পনাৰ বিষয়ে কয়। তেতিয়া দেশাত্মবোধৰ ভাৱে আচ্ছন্ন কৰি ৰখা জামচেটজীৰ মনত কেৱল এটাই সপোন সম্পূৰ্ণ ভাৰতীয় পুজিৰে ভাৰতত এটা বৃহৎ উদ্যোগ স্থাপন।

পিছৰ পাঁচোটা বছৰ জামচেটজীয়ে বিশ্বৰ উন্নত দেশসমূহ ভ্ৰমণ কৰি ঔদ্যোগিক ক্ষেত্ৰত সেইবিলাক দেশে গ্ৰহণ কৰা কাৰিকৰী কৌশল সমূহৰ খুটি নাটিৰ বুজ লয়। অৱশেষত তেওঁ এজন আমেৰিকান কাৰিকৰী বিশেষজ্ঞক লগত লৈ ভাৰতলৈ ঘূৰি আহে।

১৯০৩ চনৰ এপ্ৰিল মাহত তেওঁৰ লক্ষ্যত উপনীত হোৱাৰ আশা ক্ৰমাৎ উজ্বলতৰ হয়; উদ্যোগ স্থাপনৰ বাবে প্ৰয়োজনীয় লো আৰু কয়লা আশাতীত মাত্ৰত পোৱা গ'ল— কেৱল প্ৰশ্ন হ'ল এই উদ্যোগ স্থাপনৰ স্থান। এনেতে জামচেটজীৰ শৰীৰ ক্ৰমাৎ দুৰ্বল হৈ আহিবলৈ ধৰাত তেওঁ এই গুৰুত্বপূৰ্ণ কামৰ ভাৰ অৰ্পণ কৰে তেওঁৰ জ্যেষ্ঠ পুত্ৰ ডোৰাব টাটাৰ ওপৰত।

ডোৰাব টাটা আৰু আমেৰিকান বিশেষজ্ঞ চি,এম, ওৱেল্ডে (C.M. Weld) যুটীয়া ভাৱে গ্ৰহণ কৰা সিদ্ধান্ত অনুযায়ী অৱশেষত বিহাৰৰ চাকছী গাঁও আৰু সমীপৱৰ্তী কালিমাটি ৰেলষ্টেচনক কেন্দ্ৰ কৰি গঢ় লৈ উঠে জামচেটজী টাটাৰ সপোনৰ বাস্তৱ ৰূপ। কিন্তু তেওঁৰ সপোন বাস্তৱত গঢ় লোৱা চাবলৈ জামচেটজী নাছেৰৱানজী টাটা সেইদিনা আৰু জীৱিত নাছিল। ইয়াৰ তিনি বছৰ পূৰ্বে ১০০৪ চনৰ ১৯ মে' তাৰিখে এইজনা মহান ভাৰতীয়ৰ পৰলোক প্ৰাপ্তি ঘটিছিল বিদেশৰ মাটিত। মৃত্যুৰ পিছত তেওঁক সমাধিস্থও কৰা হয় ইংল্যাণ্ডৰ ব্ৰুকউড সমাধি ক্ষেত্ৰত। অৱশ্যে তেওঁৰ জীৱন কালৰ কৰ্মৰাজিয়ে তেওঁক অমৰ কৰি ৰাখিলে বিহাৰৰ ক্ষুদ্ৰ গাঁও চাকছীও। সেই ক্ষুদ্ৰ গাঁওখনেই এদিন ৰূপান্তৰিত হয় বিশ্ব বিখ্যাত তীথা নগৰী জামছেদপুৰলৈ। জামচেটজী নাছেৰ বানজী টাটাৰ নামেৰে গঢ় লৈ উঠে উদ্যোগ নগৰী জামছেদপুৰ আৰু কাষতে প্ৰতিষ্ঠিত হয় টাটা নগৰ যি আধুনিক ভাৰতৰ প্ৰগতিৰ জাগ্ৰত প্ৰতীক।

# স্বামী বিবেকানন্দ

ভাৰতীয় দৰ্শন, পৰম্পৰা আৰু আধ্যাত্মিকতাবাদৰ প্ৰবক্তা, যুগপুৰুষ স্বামী বিবেকানন্দ এগৰাকী বিশ্ববন্দিত ব্যক্তি। এই গৰাকী মহান ব্যক্তি যিদৰে ভাৰতীয় সকলৰ মাজত সু-পৰিচিত তেনেদৰেই সু-পৰিচিত ইংলণ্ড, ফ্ৰান্স, জাৰ্মানী আৰু আমেৰিকা আদি দেশতো। তেওঁৰ মৃত্যুৰ চাৰিকুৰি বছৰ পিছতো, আজি তেওঁৰ ব্যক্তিত্ব আৰু চিন্তাধাৰাৰ ওপৰত দেশে বিদেশে বহুল চৰ্চা হ'ব লাগিছে।

স্বামী বিবেকানন্দৰ আচল নাম আছিল নৰেন্দ্ৰ নাথ দত্ত। দেউতাকৰ নাম আছিল বিশ্বনাথ দত্ত আৰু মাকৰ নাম ভুবনেশ্বৰী দেবী। পিতৃ-মাতৃৰ ষষ্ঠ সন্তান নৰেন্দ্ৰ নাথৰ জন্ম হয় ১৮৬৩ চনৰ ১২ জানুৱাৰী তাৰিখে, কলিকতাত।

নৰেন্দ্ৰ নাথৰ দেউতাক কলিকতা উচ্চ ন্যায়ালয়ৰ এটৰ্নী আছিল। সেই কালতে তেওঁৰ উপাৰ্জন আছিল মাহিলী এহেজাৰ টকা। ঘৰুৱা পৰিবেশত আছিল স্পষ্ট আধুনিকতাৰ চাপ। বিশ্বনাথ দত্তৰ কোনো ধৰণৰ গভীৰ ধৰ্মীয় বিশ্বাস নাছিল। এই ক্ষেত্ৰত তেওঁৰ দৃষ্টিভঙ্গী আছিল উদাৰ। কিন্তু ভুবনেশ্বৰী দেৱী আছিল পৰম্পৰাগত ভাৰতীয় হিন্দু ধৰ্মৰ প্ৰতি গভীৰ নিষ্ঠাৰ মূৰ্ত্ত প্ৰতীক। মাতৃ ভাষা বঙলাৰ ওপৰত সুন্দৰ দখল থকাৰ উপৰিও তেওঁৰ ইংৰাজী ভাষাৰো আংশিক জ্ঞান আছিল। ভুবনেশ্বৰী দেৱীয়ে এইটো গভীৰ ভাৱে বিশ্বাস কৰিছিল যে তেওঁ তেওঁৰ পুত্ৰ নৰেন্দ্ৰ নাথক বাৰাণসীৰ বিৰেশ্বৰ শিৱৰ কৰুণাতহে লাভ কৰিছিল। পৰবৰ্তী জীৱনত নৰেন্দ্ৰ নাথে এই কথা স্পষ্টভাৱে স্বীকাৰ কৰিছিল যে তেওঁৰ চৰিত্ৰ গঠনত মাকৰ প্ৰভাৱ পৰিছিল সৰ্বাপেক্ষা অধিক।

নৰেন্দ্ৰ নাথে ১৮৭৯ চনত কলিকতাৰ মেট্ৰ' পলিটান ইনষ্টিটিউচনৰ পৰা ১৬ বছৰ বয়সত 'এণ্ট্ৰেঞ্চ' পৰীক্ষা পাছ কৰি প্ৰথমে প্ৰেচিডেঞ্চি কলেজত

আৰু তাৰ এবছৰ পিছত 'জেনেৰেল এচেম্বলীজ ইন্‌ষ্টিটিউচন' (বৰ্তমানৰ স্কটীচ চাৰ্চ কলেজ)ত ভৰ্তি হয় আৰু তাৰ পৰা ১৮৮১ চনত এফ এ আৰু ১৮৮৪ চনত বি,এ পৰীক্ষাত উত্তীৰ্ণ হৈ মেট্ৰ'পলিটানত পুনৰ ভৰ্তি হয়। আইন পঢ়িবৰ বাবে। ১৮৮৬ চনত আইনৰ শিক্ষ গ্ৰহণ শেষ হয় যদিও তেওঁ ইয়াৰ চূড়ান্ত পৰীক্ষাত নবহাকৈয়ে কলেজ এৰি দিয়ে।

নৰেন্দ্ৰ নাথৰ ছাত্ৰ জীৱনক কেৱল এষাৰ কথাই নিয়ন্ত্ৰিত কৰি ৰাখিছিল আৰু সেয়া আছিল 'পৰম সত্যৰ সন্ধান।' সেই সময়ৰ পৰা তেওঁৰ মনন, চিন্তন শক্তি কেন্দ্ৰিভূত হৈছিল ভাৰতীয় আধ্যাত্মিকতাবাদৰ ওপৰত। 'পৰম সত্য'ৰ সন্ধান বিচাৰি তেওঁ ভাৰতীয় দৰ্শন আৰু ধৰ্মীয় গ্ৰন্থ সমূহ একাগ্ৰতাৰে অধ্যয়ন কৰিছিল আৰু এইবিলাকৰ নিৰ্দেশাৱলীৰ ওপৰত গভীৰ বিশ্বাসৰ ভাৱেৰে পালন কৰিছিল কঠোৰ ব্ৰহ্মচাৰ্য। সৃষ্টিৰ ৰহস্য আৰু ইয়াৰ পৰা উদয় হ'ব পৰা সহস্ৰ প্ৰশ্নৰ উত্তৰ বিচাৰি একালত যেনেকৈ বুদ্ধ, মহাবীৰ, শঙ্কৰাচাৰ্য আদিয়ে সম-সাময়িক কালৰ আধ্যাত্মিক গুৰু, আচাৰ্য সকলৰ কাষ চাপিছিল আৰু তেওঁলোকৰ পৰা সেই প্ৰশ্নৰ সদুত্তৰ বিচাৰি নাপাই এসময়ত সকলো প্ৰশ্নৰ উত্তৰ বিচাৰি নিজেই সমাধিস্থ হৈছিল তেনেকৈয়ে নৰেন্দ্ৰ নাথেও পৰম সত্যৰ অন্বেষণত আৰম্ভ কৰা তেওঁৰ যাত্ৰাৰ যাত্ৰাপথত সাক্ষাৎ হোৱা গুৰু আচাৰ্য অথবা চিন্তাবিদ সকলে দিয়া তেওঁৰ প্ৰশ্নৰ উত্তৰত সন্তুষ্ট হ'ব নোৱাৰি নিজেই ইয়াৰ উত্তৰ বিচৰাত লাগে। তেওঁ সন্ধান কৰিবলৈ ধৰে এনে এজন ব্যক্তিৰ যিজনে ভগবানৰ সাক্ষাৎ পাইছে বা ভগবানক দেখিছে। কিন্তু তেনে এজন মানুহ বিচাৰি পোৱাত তেওঁ অকৃতকাৰ্য হয় যদিও তেওঁ হতাশ নহ'ল।

এক সুদীৰ্ঘ কালৰ অসফল প্ৰচেষ্টাৰ পাছত অৱশেষত ১৮৮২ চনত তেওঁ সাক্ষাৎ লাভ কৰে শ্ৰীৰামকৃষ্ণৰ। তেওঁ ইমান দিনে বিচাৰি ফুৰা 'মানুহজনক' কম বেছি পৰিমাণে শ্ৰীৰামকৃষ্ণৰ মাজত দেখিবলৈ পায়। ইয়াৰ পিছত তেওঁ দক্ষিণেশ্বৰত গৈ নিয়মিত শ্ৰীৰামকৃষ্ণক সাক্ষাৎ কৰিবলৈ ধৰে। অৱশ্যে তেওঁ এই কথালৈ লক্ষ্য ৰাখে যাতে সেইকালৰ আধুনিক দৃষ্টিভঙ্গীয়ে আনি দিয়া কোনো ধৰণৰ সন্দেহৰ বা ধৰ্মীয় মতবাদৰ অৱকাশ তেওঁলোকৰ আলোচনাত নাথাকে। কিন্তু শ্ৰীৰামকৃষ্ণৰ দৰ্শন আৰু হিন্দু ধৰ্মৰ প্ৰতি তেওঁৰ নিজৰ দৃষ্টিভঙ্গী পৰম ব্ৰহ্মৰ গভীৰ চিন্তা আৰু উপলব্ধিৰ সত্যাসত্য জনাৰ পিছত নৰেন্দ্ৰ নাথে চূড়ান্তভাৱে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰে। ইয়াৰ পিছত তেওঁ শ্ৰীৰামকৃষ্ণৰ ইমানেই প্ৰিয়পাত্ৰ আৰু বিশ্বাসী হৈ পৰে যে ১৮৮৬ চনত শ্ৰীৰামকৃষ্ণৰ দেহাৱসানৰ আগে আগে তেওঁ নৰেন্দ্ৰনাথৰ ওপৰতেই

আধ্যাত্মিকতাবাদৰ প্ৰচাৰ কাৰ্যৰ দায়িত্ব সম্পূৰ্ণ ভাৱে ন্যস্ত কৰি থৈ যায়। তেওঁ আশা কৰে যে নৰেন্দ্ৰ নাথে সৎ আৰু নিঃস্ব সকলৰ পৰিত্ৰাণৰ বাবে নিজৰ জীৱন উছৰ্গা কৰিব। নৰেন্দ্ৰ নাথে গুৰুৰ নিৰ্দেশানুযায়ী ভাৰতীয় আধ্যাত্মিকতাবাদৰ এজন প্ৰচাৰকৰ ভূমিকাত অৱতীৰ্ণ হয়, বৰানগাৰ মঠৰ অধিস্থাপনাৰে। ইয়াত তেওঁ ভালে সংখ্যক তৰুণ শিষ্যৰ সৈতে তেওঁৰ দুই ভাতৃকো শিষ্য হিছাপে লৈ সন্যাস গ্ৰহণ কৰে আৰু তেওঁলোকৰ পূৰ্বৰ নাম সমূহ ত্যাগ কৰি সন্যাস ধৰ্মৰ ৰীতি অনুযায়ী নতুনকৈ নাম একোটা গ্ৰহণ কৰে। নৰেন্দ্ৰ নাথে সেই সময়তে নিজৰ বাবে বিবেকানন্দ নামটো গ্ৰহণ কৰে।

ইয়াৰ পিছত ১৮৮৮,'৮৯ আৰু'৯০ চনৰ তিনিটা বছৰ বিবেকানন্দই উত্তৰ ভাৰতৰ তীৰ্থস্থান সমূহ ভ্ৰমণ কৰে। এই ভ্ৰমণৰ শেষত তেওঁ মধ্য আৰু দক্ষিণ ভাৰতৰ তীৰ্থ সমূহ দৰ্শন কৰি ১৮৯২ চনৰ ডিচেম্বৰ মাহৰ শেষ সপ্তাহত কন্যাকুমাৰীৰ মন্দিৰত উপস্থিত হয়। এই পৰ্যন্ত কৰা তেওঁৰ ভাৰত ভ্ৰমণৰ কালছোৱাতে তেওঁ বাল গঙ্গাধৰ তিলক। আলৱাৰ ক্ষেত্ৰী, মহীৰ আৰু ৰামনাথৰ মহাৰজা সকলৰ সৈতে দেখা সাক্ষাত হোৱাৰ উপৰিও ভাৰতীয় জনসাধাৰণৰ নিকট সান্নিধ্যলৈও আহে। সুদীৰ্ঘ পাঁচ বছৰ জুৰি ভাৰতৰ বিভিন্ন প্ৰান্তত কৰা ভ্ৰমণৰ পৰা হোৱা অভিজ্ঞতাৰে বিবেকানন্দই সেই সময়ৰ ভাৰতীয় সমাজখনৰ হতাশাজনক অৱস্থাটো আন্তৰিক ভাৱে উপলব্ধি কৰে। এটা পৰাধীন জাতি হিছাপে সকলো কথাৰ প্ৰতি বিশ্বাসহীনতা আৰু সন্দেহৰ ভাৱে বিষাক্ত কৰি পেলোৱা সমাজ জীৱন। জনসাধাৰণৰ একাংশৰ মন পশ্চিমীয়া শিক্ষাৰ প্ৰভাৱে ইতিমধ্যে হিন্দু ধৰ্ম, দৰ্শন আৰু আধ্যাত্মিক চিন্তা-চৰ্চাৰ প্ৰতি কৰি তুলিছে সন্দেহবাদী। সমাজৰ চাৰিওফালে এটা বিশৃঙ্খলতাৰ ভাব। ক্ৰমাগত ভাৱে দুৰ্বল শ্ৰেণীৰ জনসাধাৰণ হৈ পৰিছে দুৰ্বলতৰ।

এই সংকটপূৰ্ণ অৱস্থাৰ পৰা দেশৰ জনগণক মুক্ত কৰাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে বিবেকানন্দই। তেওঁ দেখিলে যে ইয়াৰ বাবে প্ৰয়োজন জনগণৰ মনৰ আধ্যাত্মিক উন্নতি সাধন কৰাৰ লগতে তেওঁলোকক ভাৰতীয় শৌৰ্য বীৰ্য্যৰ অতীত কাহিনী আৰু পৰম্পৰাৰ বিষয়ে সোঁৱৰাই দিয়াতো। এনে সময়তে, অৰ্থাৎ ১৮৯৩ চনত আমেৰিকাৰ চিকাগোত অনুষ্ঠিত হয় 'ধৰ্মীয় সংসদৰ' অধিবেশন। কন্যাকুমাৰীৰ সাগৰপাৰৰ এক শিলাখণ্ডত বহি বিবেকানন্দই চিন্তা কৰিলে এই অধিবেশনত যোগ দিয়াৰ কথা। হিন্দু ধৰ্ম

আৰু ইয়াৰ আধ্যাত্মিক দিশৰ ওপৰত তেওঁৰ বক্তব্য দাঙি ধৰিব খুজিলে বিশ্ববাসীৰ ওচৰত।

কেইজনমান একান্ত অনুগতে আগবঢ়োৱা অৰ্থ সাহায্য গ্ৰহণ কৰি বিবেকানন্দই যাত্ৰা কৰিলে চিকাগোলৈ বুলি। ১৮৯৩ চনৰ ৩১ মে' তাৰিখে বিবেকানন্দই বোম্বেৰ পৰা যাত্ৰা আৰম্ভ কৰিলে। প্ৰায় দুমাহ কালৰ যাত্ৰাৰ অন্তত: জুলাই মাহৰ শেষৰ ফালে তেওঁ চিকাগো পায়গৈ। কিন্তু চিকাগোত অৱতৰণ কৰিয়েই তেওঁ জানিবলৈ পায় যে কোনো পৰিচয় পত্ৰ নোহোৱাকৈ তেওঁক ধৰ্মীয় সংসদত যোগ দিয়াৰ অনুমতি দিয়া নহয়। তেওঁৰ বাবে ই এক ডাঙৰ সমস্যা হৈ দেখা দিয়ে। এই অৱস্থাত তেওঁক সহায় কৰিবলৈ আগবাঢ়ি আহে হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক সেইকালৰ এজন বিখ্যাত আমেৰিকান মনীষী প্ৰফেচাৰ জে, এইচ, ৰাইট আৰু চিকাগোৰ এগৰাকী বিদুষী মহিলা শ্ৰীমতী জি ডব্লিউ হে'ল। তেওঁলোকৰ সহায়ত অৱশেষত বিবেকানন্দই সংসদত প্ৰৱেশ কৰাৰ অধিকাৰ পালে।

১৮৯৩ চনৰ ১১ ছেপ্তেম্বৰ, ধৰ্মীয় সংসদৰ উদ্বোধনী অনুষ্ঠান, বিবেকানন্দই আমেৰিকাৰ ভ্ৰাতৃ-ভগ্নীসকল বুলি সম্বোধন কৰি দিয়া এটি চমু ভাষণেৰে অধিবেশনত উপস্থিত সকলো বক্তাৰ ভিতৰত সৰ্বাধিক জনপ্ৰিয়তা লাভ কৰাৰ লগতে এজন বিশ্ববিখ্যাত ব্যক্তিলৈ ৰূপান্তৰিত হয়। তেওঁ এই অধিবেশন চলি থকা কালত প্ৰায় ১১ বাৰ ভাষণ দান কৰে। তেওঁৰ এই ভাষণ লানীয়ে পশ্চিমীয়া পণ্ডিত সকলৰ মনত গভীৰভাৱে ৰেখাপাত কৰে। ইফালে বিশ্ববাসীয়েও ভাৰতীয় সভ্যতা, ধৰ্ম আৰু দৰ্শনৰ গুৰুত্ব উপলব্ধি কৰে।

চিকাগোৰ ধৰ্মীয় অধিবেশনৰ অন্তত বিবেকানন্দই আমেৰিকাৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰে নানান চহৰে নগৰে ভাষণ দান কৰে। ইয়াৰ দ্বাৰা আমেৰিকাবাসী সকলৰ লগতে তেওঁ এজন মহান ভাৰতীয় হিছাপে বিশ্ববাসীৰো মন জয় কৰিবলৈ সক্ষম হয়। ইয়াৰ পিছত ১৮৯৫ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা কিছুদিনৰ বাবে তেওঁ আমেৰিকাত থাকিবলৈ লয় আৰু তেওঁৰ পশ্চিমীয়া অনুগামী সকলৰ বাবে নিউইয়ৰ্ক চহৰত অধ্যাত্মবাদৰ এখন শিক্ষানুষ্ঠান গঢ়ি তোলে। ইয়াত তেওঁ আমেৰিকান শিষ্যসকলক 'ব্ৰহ্মচাৰ্য' আৰু 'সন্যাস' এই দুয়োটা বিষয়ৰ শিক্ষাদান কৰিবলৈ লয়।

সেই একে বছৰতে বিবেকানন্দই আমেৰিকাৰ পৰা ইংলণ্ড ভ্ৰমণলৈ যায় আৰু বছৰটোৰ শেষৰ ফালে পুনৰ নিউইয়ৰ্কলৈ ঘূৰি আহে। কিন্তু ১৮৯৬

চনত তেওঁ সমগ্র ইউৰোপ মহাদেশ ভ্ৰমণ কৰে আৰু এই ভ্ৰমণত তেওঁ প্ৰফেচাৰ মেক্স মূলাৰ, পল ডাৱচেন, মিচ মাৰ্গাৰেট নবেল আৰু শ্ৰীমতী চেভিয়াৰৰ দৰে ব্যক্তি সকলৰ সৈতে চিনা পৰিচয় ঘটে আৰু তেওঁলোকৰ ঘনিষ্ঠ সহযোগ লাভ কৰে। চেভিয়াৰ স্বামী-স্ত্ৰী, মিচ নবেল্ আৰু মিষ্টাৰ, জে জে গুডউইনে প্ৰথম সাক্ষাৎকাৰৰ পিছতেই বিবেকানন্দৰ শিষ্যত্ব গ্ৰহণ কৰে। তেতিয়াৰে পৰা জে, জে গুডউইনে বিবেকানন্দৰ ব্যক্তিগত সচিব হিছাপে তেওঁৰ বক্তৃতা সমূহ লিপিবদ্ধ কৰি যাবলৈ ধৰিলে।

ভাৰতীয় পৰম্পৰা আৰু ধৰ্মীয় চিন্তাধাৰৰ সৈতে বিশ্ব জনমানসত এখন সুন্দৰ সুস্থ ছবিৰ ছাপ বহুৱাই সুদীৰ্ঘ ৪ বছৰৰ অন্তত ১৮৯৭ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে বিবেকানন্দ ঘূৰি আহি কলিকতা পায়হি। কলিকতাত উপস্থিত হোৱাৰ লগে লগে দেশৰ জনতাই তেওঁক জনোৱা সাদৰ সম্ভাষণে বিবেকানন্দৰ মন আপ্লুত কৰি তোলে। কেৱল কলিকতাতেই নহ'ব ইয়াৰ পিছত তেওঁ দেশৰ যি ঠাইলৈকে যায় তাতেই তেওঁক বিপুল ভাৱে সম্বৰ্দ্ধনা জনোৱা হয়।

ভাৰতত তেতিয়া স্বৰাজ্য আন্দোলনৰ ব্যাপক প্ৰভাৱ পৰিছে। বিবেকানন্দৰ মনো সমানে আকৃষ্ট হৈছে আন্দোলনৰ প্ৰতি। তেওঁ সম্পূৰ্ণভাৱে ৰাজনীতিত জড়িত নোহোৱাকৈও ব্যাপক ভাৱে দেশৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি জনগণক উৎসাহিত কৰাৰ চেষ্টা কৰে। ১৮৯৭ চনত তেওঁ একে লেঠাৰীয়ে পাঞ্জাব, আলমোৰা, কাশ্মীৰ আৰু ৰাজপুতনাত ভ্ৰমণ কৰি সকলো ঠাইতে জনসাধাৰণৰ মনত আন্দোলনৰ প্ৰতি উৎসাহৰ ভাৱ জন্মাবলৈ পুন:পৌনিক ভাৱে তেওঁৰ সেই বিখ্যাত উক্তিৰ অৱতাৰণা কৰে- 'Arise, awake and stop not till the goal is reached.' ১৮৯৭ চনৰেই মে' মাহৰ ১ তাৰিখে বিবেকানন্দই ৰামকৃষ্ণ মিছনৰ প্ৰতিষ্ঠা কৰে আৰু ১৮৯৮ চনৰ ডিচেম্বৰ মাহত প্ৰতিষ্ঠা কৰে বেলুৰ মঠ।

১৮৯৯ চনৰ ২০ জুনত তেওঁ দ্বিতীয়বাৰ আমেৰিকা ভ্ৰমণলৈ যায় আৰু তাৰ পৰা স্বদেশ অভিমুখে ঘূৰি অহাৰ পথত পেৰিচত অনুষ্ঠিত (ধৰ্মীয় বুৰঞ্জীৰ কংগ্ৰেছত) অধিবেশনত যোগ দিয়ে। ইয়াৰ বাবে তেওঁক পেৰিচৰ পৰা আমন্ত্ৰণ জনোৱা হয়। এই অধিবেশনত যোগদান দিবলৈ যোৱাৰ পথত পেৰিচ চহৰত তেওঁ লগ পায় আচাৰ্য জগদীশ চন্দ্ৰ বসুক। তেওঁ ১৯০০ চনৰ ৯ ডিচেম্বৰ তাৰিখে বিদেশ ভ্ৰমণৰ পৰা ঘূৰি আহি বেলুৰ মঠত উপস্থিত হয়।

এই মহান ভাৰত সন্তানৰ পৰলোক প্ৰাপ্তি ঘটে ১৯০২ চনৰ ৪ জুলাই তাৰিখে তেওঁ নিজহাতে স্থাপন কৰা বেলুৰ মঠৰ নিজ শয়ন কক্ষত। এই

হান ব্যক্তিজনাৰ বক্তৃতা মালা আৰু কিছু সংখ্যক কবিতাৰে সৈতে অন্যান্য
চনা সমূহ 'বিবেকানন্দ ৰচনাৱলী' নামেৰে আঠোটা খণ্ডত পঢ়িবলৈ পোৱা
য়। স্বদেশী আন্দোলনৰ কালছোৱাত বৃহত্তৰ ভাৰতীয় জাতিৰ মনত
াতীয়তাবোধৰ ভাৱ জগাই তোলাৰ ক্ষেত্ৰত স্বামী বিবেকানন্দৰেই বৰঙণি
ৰ্বাপেক্ষা বেছি বুলি সকলোৱে এক মুখে স্বীকাৰ কৰে।

# আনন্দৰাম বৰুৱা

১৯ শতিকাৰ শেষাংশত যি কেইগৰাকী মনিষীয়ে প্ৰাচীন সংস্কৃত সাহি
ভাণ্ডাৰ মন্থন কৰি দেশবাসীক অনুপ্ৰাণিত কৰিবলৈ চেষ্টা কৰিছিল সেইসব
ভিতৰৰেই আগৰণুৱা আছিল আনন্দৰাম বৰুৱা। আনন্দৰামৰ বিয়োগত লা
ট্ৰিবিউনে এইদৰে মন্তব্য প্ৰকাশ কৰিছিল,—

"Mr. Borooah's Sanskrit scholarship is as profound a
accurate as it is extensive. We are proud of him as a nati
and we earnestly hope that our brightest youths may foll
his noble though very arduous path."

১৮৫০ খৃ:ৰ মে মাহত উত্তৰ গুৱাহাটীৰ বজাদুৱাৰৰ বিখ্যাত মজি
বৰুৱা পৰিয়ালত পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱাৰ জন্ম হয়। তেওঁ শিশু অৱ
মাতৃহাৰা হয। সৰুৰে পৰাই পঢ়া-শুনাৰ মাজত তেওঁ নিজকে ব্যস্ত
সময় পাৰ কৰিছিল। শিশু অৱস্থাৰ পৰাই তেওঁ বৰ নিৰ্জনতাপ্ৰিয় আ
স্কুলত থাকোঁতেই তেওঁ অমৰকোষখন মুখস্থ কৰি পেলাইছিল আৰু স
সাহিত্য, অলংকাৰ আৰু ব্যাকৰণত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। দেৱভ
প্ৰতি তেওঁৰ অনুৰাগ ইমানেই বেছি আছিল যে মুখে মুখে তেওঁ অনব
সংস্কৃত শ্লোক আওৰাইছিল। আনন্দৰামৰ ইংৰাজী ভাষাৰ জ্ঞানো আছিল অ
কিন্তু তেওঁ সৰুৰে পৰা সংস্কৃত আৰু গণিতহে বেছি ভাল পাইছিল।
দুটা বিষয়ত তেওঁৰ সৰুৰে পৰাই বিশেষ ব্যুৎপত্তি আৰু দখল আছিল;
আশ্চৰ্য্যৰ কথা যে এনেহেন প্ৰতিভাৱান ছাত্ৰজনেও প্ৰৱেশিকা পৰীক্ষাত দ্বি
বিভাগতহে পাছ কৰিছিল।

প্ৰৱেশিকাত উত্তীৰ্ণ হৈ তেওঁ কলিকতাৰ প্ৰধান শিক্ষাকেন্দ্ৰ প্ৰেচি
কলেজত নামভৰ্তি কৰে। কলিকতালৈ যোৱাৰ পিছত তেওঁ ভাৰতীয় সংস্

বিস্তৃত পথাৰখনৰ সৈতে চিনাকি হয়। তাৰ লগে লগে তেওঁৰ বুদ্ধি-বৃত্তিয়ে নিজৰ উপযোগী কৰ্মক্ষেত্ৰ আৱিষ্কাৰ কৰিবলৈ সক্ষম হ'ল আৰু পছন্দ অনুসৰি কামত মনোনিৱেশ কৰিবলৈ সুবিধা পায়। প্ৰেচিডেন্সি কলেজৰ গণিতৰ অধ্যাপক গুৰুদাস বন্দোপাধ্যায়ে প্ৰথমে তেওঁৰ অন্তৰ্নিহিত প্ৰতিভাৰ সম্ভেদ পায়। লাহে লাহে আনন্দৰাম আন অধ্যাপকসকলৰো চকুত পৰে। কলেজৰ অধ্যক্ষ জেইমচ্ চাটক্লিফে আনন্দৰামক কলেজৰ এক উজ্জ্বল ৰত্ন বুলি অভিহিত কৰিছিল। ১৮৬৬ চনত ইণ্টাৰমিডিয়েট পৰীক্ষা দি বিশ্ববিদ্যালয়ত প্ৰথম বিভাগৰ ষষ্ঠ স্থান অধিকাৰ কৰে আৰু গণিতত সৰ্বোচ্চ স্থান অধিকাৰ কৰি 'ডাফ্ স্কলাৰশ্বিপ্' পায়। ১৮৬৯ৰ জানুৱাৰীত বিশ্ববিদ্যালয়ত তৃতীয় স্থান অধিকাৰ কৰি আনন্দৰামে বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৬৯ত তেওঁ আই-চি-এছ পঢ়াৰ উদ্দেশ্যে বিলাতলৈ ৰাওনা হয়। ১৮৭২ত আই-চি-এছৰ চূড়ান্ত পৰীক্ষাত বৰুৱাই সপ্তম স্থান লাভ কৰে।

তেওঁ সেই একে সময়তেই বি-এছ-চি পৰীক্ষাৰ বাবেও সাজু হৈছিল। পৰীক্ষাৰ কাৰণে পঢ়া-শুনা কৰোঁতে লণ্ডন ইউনিভাৰ্চিটিৰ প্ৰসিদ্ধ অধ্যাপক কাৰ্পেন্টাৰে কৈছিল,— "মই ইমানদিন অধ্যাপনা কৰিছোঁ; কিন্তু আনন্দৰাম বৰুৱাৰ দৰে এনে অনুসন্ধিৎসু ছাত্ৰ আজিলৈকে পোৱা নাই।" আই-চি-এছ পৰীক্ষাত কৃতকাৰ্য্য হোৱা ছাত্ৰসকলৰ তালিকাত আনন্দৰাম বৰুৱাৰ নামটি দেখি বিশেষভাৱে বিস্মিত হৈছিল এলেক মেক্‌মিলান নামে এজন কবি প্ৰকৃতিৰ চিভিলিয়ান। তেওঁ "আনন্দৰাম বৰুৱা" নামেৰে এটি দীঘল কবিতা লিখে। কবিতাটোৰ আৰম্ভণিৰ সাৰমৰ্ম এই ধৰণৰ—

এটা নাম আছে যাৰ প্ৰতাপত পুৰাৰপৰা সন্ধিয়ালৈকে, সন্ধিয়াৰ পৰা পুঁৱতিলৈকে মই থিৰেৰে থাকিব নোৱৰা হৈছোঁ। ই নিজৰাৰ কুলকুল্ শব্দ নহয়, নাইবা হেমন্তকালৰ গছৰ পাতত ৰিব্‌ৰিব্ বতাহৰ হেন্দোলনি নহয়, ই লাৱণ্যময়ী যুৱতীৰ নাম নহয়, নাইবা দুপৰ নিশাৰ অমৃত বৰষা বুলবুলৰ ধ্বনিও এই নামত নাই। এই নামটো আন কাৰো নহয়, অলপতে আই-চি-এছ লাভ কৰা আনন্দৰাম বৰুৱাৰ।

বিলাতত চিভিল চাৰ্ভিচ পৰীক্ষাত সন্মানেৰে উত্তীৰ্ণ হৈ ঘূৰি আহি তেওঁ প্ৰথমে শিৱসাগৰ জিলাত প্ৰশাসনীয় বিষয়া হিছাপে নিযুক্ত হয়। শিৱসাগৰত থাকোঁতেই আনন্দৰাম বৰুৱাই সংস্কৃত অভিধান এখন লিখাৰ মানস কৰে। এজন তেইশ-চবিবশ বছৰীয়া ডেকাই এনে এখন অভিধান সংকলন কৰাৰ

নিচিনা মহৎ কাম হাতত লোৱাৰ দৃষ্টান্ত জগতৰ বুৰঞ্জীত বিৰল। অভিধানৰ পাতনিত তেওঁ অতি বিনীতভাৱে স্বীকাৰ কৰিছে যে এনে এটি উদ্যম তেওঁৰ পক্ষে ধৃষ্টতা বুলি ক'লেও সৰহ কোৱা নহ'ব। কিন্তু অন্যান্য সংস্কৃত মনিষীসকলৰ সংস্কৃত অভিধান প্রণয়নৰ প্ৰতি সমূলি আগ্রহ নাই। সেয়েহে এনে এক কাম হাতত ল'বলৈ তেওঁ বাধ্য হৈছে।

শিৱসাগৰত কাম কৰি থকা অৱস্থাত ডেপুটী কমিচনাৰ কৰ্ণেল কেম্বেল চাহাবৰ লগত তেওঁৰ মনোমালিন্য হয় আৰু ফলস্বৰূপে তেওঁ বঙ্গদেশলৈ বদলি হৈ গুচি যায়। তালৈ যোৱাৰ পিছত তেওঁ অভিধানখনৰ সংকলনৰ কামত অগ্ৰসৰ হয়। বংগৰ বিভিন্ন ঠাইত চাকৰিত নিযুক্ত হৈ থাকোঁতেই তেওঁ বহুকেইখন সৰুসুৰা গ্ৰন্থ ৰচনা কৰে। তেওঁ প্ৰথমে জানকীৰাম ভাষ্যৰ সৈতে কবি "ভৱভূতিৰ মহাবীৰ চৰিত" নাটকৰ এটি সংস্কৰণ প্ৰকাশ কৰে। সেই একে সময়তে তেওঁ ছাত্ৰৰ সংস্কৃত শিক্ষাৰ বাবে আন এখন গ্ৰন্থ উলিয়ায়। ১৮৭৮ত "সংস্কৃত সাহিত্যত ভৱভূতিৰ স্থান" নামেৰে এখনি অতি উৎকৃষ্ট সমালোচনামূলক গ্ৰন্থ প্ৰকাশিত হয়। ১৮৭৭ত তেওঁৰ অভিধানৰ প্ৰথম খণ্ড প্ৰকাশিত হয়। ১৮৭৮ চনত দ্বিতীয় খণ্ড সমাপ্ত হয়। দ্বিতীয় খণ্ডৰ আৰম্ভণিতে "উচ্চ সংস্কৃত ব্যাকৰণ" নামেৰে এখনি গ্ৰন্থও সংযোগ কৰি দিছে। চৰকাৰৰ অতি দায়িত্বপূৰ্ণ এটা কাম নিয়াৰিকৈ কৰিও তেওঁ একাণপতীয়া আৰু নিৰৱচ্ছিন্নভাৱে সাহিত্য চৰ্চা কৰিছিল। চৰকাৰী কামো সমান দক্ষতাৰে তেওঁ সম্পন্ন কৰিছিল। ১৮৮০ চনত তেওঁৰ অভিধানৰ তৃতীয় খণ্ড প্ৰকাশিত হয়। এই অভিধানত "প্ৰাচীন ভাৰতৰ ভূগোল" নামে এখনি বহুমূলীয়া গ্ৰন্থ সংযোজিত হয়। ইয়াৰ পিছত আনন্দৰামে ধাৰণা কৰে যে জগতৰ সন্মুখত সংস্কৃত সাহিত্যৰ অপাৰ ভাণ্ডাৰ মেলিবলৈ হ'লে অকল অভিধানেই যথেষ্ট নহয়। সেয়েহে তেওঁ সংস্কৃত সাহিত্যৰ সৌৰভ জগতবাসীক বিলাবলৈ এক বৃহৎ কাম হাতত ল'লে। সংস্কৃত ভাষা, ধাতু, ছন্দ, অলংকাৰ, ব্যাকৰণ, শব্দকোষ ইত্যাদি নানান ভাগত ভগাই সকলো কথা আতিগুৰি মাৰি এক বিৰাট গ্ৰন্থৰ সূচনা কৰে। মেক্সমুলাৰ আৰু থিয়দৰ গোল্ডষ্টাকৰ প্ৰমুখ্যে ইউৰোপীয় পণ্ডিতসকলে এই কামৰ বাবে আনন্দৰামক অভিনন্দন জনায়। মেক্সমুলাৰৰ ভাষাত, "আপুনি সংস্কৃত ভাষাক নানা ভাগত ভগাই প্ৰতি ভাগকে পুঙ্খানুপুঙ্খকৈ আলোচনা কৰি বাৰ খণ্ডত যি বিৰাট গ্ৰন্থ লিখিবলৈ আয়োজন কৰিছে, সি বাস্তৱিকতে এটা অলৌকিক কাণ্ড। ইয়াৰ কেইখণ্ডমান

ঞলালেও জগতৰ বিদ্বান সমাজৰ বিশেষ উপকাৰ হ'ব আৰু সংস্কৃত সাহিত্যৰ গৌৰৱ দহগুণ বাঢ়িব। এনেহেন গ্ৰন্থ সংকলন কৰি প্ৰকাশৰ উপযোগী কৰাটো ক পুৰুষৰ জীৱনৰ কাম নহয়।"

১৮৮৩ত বিলাতৰ পৰা উভতি আহি তেওঁ চট্টগ্ৰামত ডেপুটী কালেক্টৰ ৃপে কাৰ্যভাৰ গ্ৰহণ কৰে। তাৰেপৰা তেওঁ "সৰস্বতী কণ্ঠভৰণ" নামে ভোজ াজ বিৰচিত অলংকাৰ গ্ৰন্থ এখনিৰ সটীক সংস্কৰণ উলিযায।

১৮৮৪ চনত আনন্দৰাম বৰুৱা নোৱাখালীত মেজিষ্ট্ৰেট নিযুক্ত হয।

১৮৮৫ চনৰ মে মাহত কলিকতা বিশ্ববিদ্যালযে আনন্দৰাম বৰুৱাক 'ফেলো' গাপে নিযক্তি দিযে।

আনন্দৰাম বৰুৱাৰ বদান্যতা গুণো কোনো গুণে কম নাছিল। তেওঁৰ ৰ দুৱাৰমুখত ভিক্ষাৰী আহিলে তৎক্ষণাত ভিক্ষা দিবলৈ এপাচি চাউলৰ ত এজন দাৰোৱান সদায থিয হৈ আছিল। দুখীযা ছাত্ৰসকলক তেওঁ ৰ্কি সাহায্য দান কৰিছিল। আনকি মেধাৱী দুখীযা ছাত্ৰক শিক্ষাৰ খৰচ বাতলৈ পঠোৱাৰ দৃষ্টান্তও আছে।

আনন্দৰাম বৰুৱাই ভালকৈ বুজিছিল যে সংস্কৃত সাহিত্যৰ চৰ্চা কাৰ্য অকলে । সম্ভৱ নহয। এটা শ্লোকৰ সৈতে আন এটা শ্লোক ৰিজাই চোৱা, ৰচনা আদি নকল কৰি দিযা কামৰ নিমিত্তে তেওঁৰ এখনি পণ্ডিত আছিল।

নন্দৰাম বৰুৱা যুক্তিবাদী আছিল। নিজৰ ছন্দ-শাস্ত্ৰৰ গ্ৰন্থখনিত ৰণীয় নীতিৰূপে এই শ্লোকফাঁকি তেওঁ উদ্ধৃত কৰি দিছে—

"যুক্তিযুক্তমুপাদেযং বচনং বালকাদপি।
অনৎ তৃণবিম ত্যজামপ্যুক্তং পদ্মজন্মনা॥

াৎ সৰু ল'ৰাৰ যুক্তিযুক্ত বচনো উপাদেয, কিন্তু স্বযং পদ্মজন্মা ব্ৰহ্মাৰ থিত হ'লেও অযুক্তিকৰ বচনো তৃণৰ দৰে ত্যাগ কৰিবলগীযা।

নন্দৰামে তেওঁৰ সমগ্ৰ সাহিত্য আলোচনাত এই নীতিকেই পাথেয প গ্ৰহণ কৰিছিল। তেওঁ সদায়েই ভাৰতৰ অমূল্য সাহিত্য সম্পদৰ চৰ্চা আৰু আলোচনাত কৃতবিদ্য পুৰুষসকলৰ আগ্ৰহ নাই বুলি দুখ শ কৰিছিল। বিখ্যাত সংস্কৃত মহাকবি ভৱভূতিৰ গ্ৰন্থ সমালোচনাৰ এঠাইত এইদৰে মন্তব্য কৰিছে,— - "মই আশা কৰোঁ সেইদিন সোনকালে আহিব, া আমাৰ দেশৰ মানুহে চেক্সপীযেৰ, বেকন, এডিচন, জনচনতকৈ আমাৰ

নিজ দেশী সাহিত্যৰ ফালে বেছি মন-কাণ দিব।” ভৱভূতিৰ আলোচনা গ্ৰন্থখন যি কেইষাৰ কথাৰে সমাপ্ত কৰিছে তাক আনন্দৰামৰ স্মৃতিস্তম্ভত সোণৰ আখৰেৰে লিপিবদ্ধ কৰি থোৱা উচিত,— “মোৰ মনত সংস্কৃতৰ দৰে কোনো ভাষা ইমান প্ৰিয় নহয়। ইয়াৰ ঝংকাৰ আৰু লালিত্যৰ এনে এটি মোহিনীশক্তি আছে যাক ভাষাৰে বৰ্ণাব নোৱাৰি। সকলো ধৰণৰ ভাব সুন্দৰ উপযুক্ত ভাষাৰে বৰ্ণাব পৰা যি শক্তি সংস্কৃতত আছে সেই শক্তিক জগতৰ আন কোনো ভাষাই চেৰ পেলাব নোৱাৰে। ইয়াত হৃদয়বিদাৰিণী ভাষাৰে অতি মৰ্মান্তিক দৃশ্য বৰ্ণিত হৈছে, অতি উন্নত আৰু তেজস্বী ভাষাৰে উজ্জ্বল চিত্ৰ আঁকি দেখুৱাই থৈছে, আৰু ইয়াত অতি ভয়ঙ্কৰ চিত্ৰ আদিও ভয় উদ্ৰেক কৰিব পৰা শব্দাৱলীৰে অঙ্কিত হৈছে।”

আনন্দৰামৰ ৰচনাৰীতিৰ প্ৰধান বৈশিষ্ট্য আছিল ভাষাৰ প্ৰাঞ্জলতা। তেওঁ কেতিয়াও জটিল বাক্যবিন্যাসৰ পক্ষপাতী নাছিল। ইংৰাজী সাহিত্যতো তেওঁৰ অগাধ পাণ্ডিত্য আছিল। গ্ৰীক্ আৰু লেটিন ভাষাতো তেওঁৰ বিশেষ ব্যুৎপত্তি আছিল। এই দুই ভাষাৰ গ্ৰন্থাৱলী আৰু ব্যাকৰণৰ সূত্ৰৰ লগত তেওঁ সংস্কৃতৰ তুলনা কৰিছিল। প্ৰাচীন প্ৰধান তিনিটা শাখা— সংস্কৃত, গ্ৰীক্ আৰু লেটিন পৰস্পৰ ওত:প্ৰোতভাৱে জড়িত। যিকোনো এটা ভাষাৰ বিষয়ে আলোচনা কৰিবলৈ গ'লে আন দুটাৰ জ্ঞান নিতান্তই প্ৰয়োজনীয়।

আনন্দৰাম বৰুৱাৰ জীৱনী বিশ্লেষণ কৰিলে দেখা যায় যে তেওঁৰ চৰিত্ৰত স্বাধীনচিন্তীয়া মনোবৃত্তি আৰু আনৰ মতামতৰ প্ৰতি শ্ৰদ্ধা— দুয়োটা গুণৰ অপূৰ্ব সমন্বয় ঘটিছে। এই বিষয়ে অধ্যাপক চেচিল বেণ্ডেলে কৈছে,— “আনন্দৰামে সমালোচনামূলক পাণ্ডিত্য আৰু প্ৰতিভাৰে সংস্কৃত গ্ৰন্থ সমালোচনা কৰিছিল। তেওঁ একেবাৰে অৱনত মস্তকেৰে প্ৰাচীন পণ্ডিত আৰু বৈয়াকৰ্বাণিকসকলৰ মতামত আলোচনা নকৰিছিল। অথচ, অদীক্ষিত বিদেশী সমালোচকৰ দৰে সেই মত অগ্ৰাহ্য বুলিও তেওঁ উকৰাই নিদিছিল। বৰুৱাৰ নিয়ম হৈছে তেওঁ এটি মতৰ সৈতে আন এটি মত বিজাই চায়, আৰু ।ছত আধুনিক সমালোচনা পদ্ধতিৰে তাৰ ফলাফল বা সিদ্ধান্ত মীমাংসা কৰে।” আনন্দৰামে নিজেও এইদৰে মন্তব্য কৰিছে,— “মই কোৱা কথাখিনি আনে অসত্য বুলি দলিয়াই পেলাব পাৰে আৰু মই দিয়া মতৰো লৰচৰ হ'ব পাৰে, কিন্তু মোৰ সময় ভালকৈ খৰচ হৈছে বুলি ভাবিম— মোৰ গ্ৰন্থাৱলীৰ গন্ধ

আমাৰ প্ৰচীন সাহিত্যৰ ফালে যদি ভাৰতৰ শ্ৰদ্ধা জন্মে আৰু সত্য অনুসন্ধানৰ কাৰণে একান্ত প্ৰবৃত্তি সঞ্চাৰ হয়।"

ভাৰতীয় সভ্যতাৰ গহ্বৰ যে অমূল্য সম্পদৰাশিৰে পূৰ্ণ হৈ আছে আৰু সেই মূল্যবান ৰত্নৰাশিৰে যে সমগ্ৰ পৃথিৱীৰ সভ্যতাকেই নতুন সাজেৰে অলংকৃত কৰিব পাৰি সেই কথা মুষ্টিমেয় যি কেইগৰাকী ভাৰতীয়ই উপলব্ধি কৰিছিল সেইসকলৰ ভিতৰত আনন্দৰাম আছিল অন্যতম।

অতি দুখৰ বিষয় যে এই গৰাকী পণ্ডিতৰ জীৱনী কাল ৩৯ বছৰ নৌহওতেই ১৯৮৯ৰ ১৯ জানুৱাৰীত কলিকতাত সমাপ্তি ঘটে। তেওঁৰ মৃত্যুত বিশ্বই এগৰাকী মহান পণ্ডিতক হেৰুৱালে।

# কৃষ্ণকান্ত সন্দিকৈ

'সন্দিকৈ', এই শব্দটোতে সোমাই আছে অসমৰ গৌৰৱময় পাণ্ডিত্য প্ৰতিভাৰ এগৰাকী পণ্ডিতৰ পাণ্ডিত্যৰ ইতিহাস গৌৰৱ গাথা। এই অধ্যয়নপুষ্ট, জ্ঞান তপস্বী পণ্ডিত গৰাকীৰ নামেই হ'ল কৃষ্ণকান্ত সন্দিকৈ।

১৮৯৮ৰ ২০ জুলাইত যোৰহাটৰ এক সুপ্ৰসিদ্ধ সাতঘৰীয়া আহোম পৰিয়ালত কৃষ্ণকান্ত সন্দিকৈৰ জন্ম হৈছিল। তেওঁৰ পিতৃ আছিল ৰাধাকান্ত সন্দিকৈ আৰু মাতৃ নাৰায়ণী সন্দিকৈ। তেওঁ প্ৰাথমিক বিদ্যালয়ত নপঢ়াকৈয়ে যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষাৰ পাতনি মেলে। তাৰ পৰাই প্ৰৱেশিকা পৰীক্ষাত বৃত্তিসহ সুখ্যাতিৰে প্ৰথম বিভাগত উত্তীৰ্ণ হয়। উচ্চ শিক্ষাৰ কাৰণে গুৱাহাটীলৈ আহি কটন কলেজত আই,এ মহলাত নাম ভৰ্তি কৰে আৰু ১৯১৫ত প্ৰথম বিভাগত পৰীক্ষা পাছ কৰে। ১৯১৭ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃত বিষয়ত প্ৰথম শ্ৰেণীৰ অনাৰ্চ লৈ বি,এ, পাছ কৰে। ইয়াৰ পিছত ১৯১৯ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰাই সংস্কৃতৰ বৈদিক শাখাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯২৩ত উচ্চ শিক্ষাৰ বাবে বিলাতলৈ গৈ অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ পৰা আধুনিক বুৰঞ্জীত এম,এ ডিগ্ৰী লাভ কৰে। উল্লেখ্য যে তেওঁ বিলাতলৈ যাওঁতেহে প্ৰথমবাৰৰ বাবে চাহাবী পোছাক পিন্ধিছিল। তেওঁ পেৰিচ আৰু বাৰ্লিন বিশ্ববিদ্যালয়ৰ অধীনত জাৰ্মান, ফৰাচী, ৰুছ, গ্ৰীক, লেটিন, ইটালিয়ান, স্পেনিচ আদি বিভিন্ন ভাষা সাহিত্যৰ ওপৰত অধ্যয়ন কৰি সেই ভাষাসমূহত ব্যুৎপত্তি লাভ কৰিছিল। সন্দিকৈয়ে বিলাতৰ পৰা আহি বোম্বাই পোৱাৰ পিছত চাহাবী সাজ-পোছাকবোৰ বন্ধুবৰ্গৰ মাজত বিতৰণ কৰি দিয়ে। কৃষ্ণকান্ত সন্দিকৈ বিলাতৰ পৰা আহি যোৰহাট পোৱাৰ দিনাখন পৰিয়ালৰ আটাইবিলাকে বৰ আগ্ৰহেৰে বাট চাই আছিল। বিলাতৰ পৰা অহা সন্দিকৈয়ে চুৰিয়া কামিজ

পিন্ধিহে ঘৰত উপস্থিত হোৱাত আটাইয়ে অতিকৈ আচৰিত হয়। সন্দিকৈৰ কনিষ্ঠ ভাতৃ লক্ষ্মীকান্ত সন্দিকৈয়ে বিলাতলৈ গৈ মেম বিয়া কৰাই তেওঁতকৈ আগতেই দেশলৈ ঘূৰি আহিছিল। সকলোৱে অনুমান কৰি আছিল যে কৃষ্ণকান্তই যিহেতু সাত বছৰকৈ বিলাতত থাকিল, গতিকে চাহাবী পোছাক পিন্ধি আহিব; কিন্তু তেওঁৰ চলন-ফুৰণে সকলোকে আচৰিত কৰিলে। তেতিয়া দেউতাক ৰাধাকান্তই কৈছিল— "মোৰ ল'ৰা দুটা নদীৰ নিচিনা। এখনত এটাই উজাই গৈছে আৰু আনখনত এটা ভটিয়াই আহিছে।"

১৯৩০ত জগন্নাথ বৰুৱা কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হিচাপে সন্দিকৈয়ে চাকৰি জীৱনৰ পাতনি মেলে। উক্ত কলেজত তেওঁ সুদীৰ্ঘ ওঠৰ বছৰ কাল কাৰ্যনিৰ্বাহ কৰি সকলো দিশৰ পৰাই এখন জাকত জিলিকা শিক্ষানুষ্ঠানত পৰিণত কৰে। ১৯৪৮ত প্ৰতিষ্ঠা হোৱা অসমৰ প্ৰথমখন বিশ্ববিদ্যালয়ৰ প্ৰথম গৰাকী উপাচাৰ্য হিচাপে কৃষ্ণকান্ত সন্দিকৈক নিযুক্তি দিয়া হয়। ১৯৫৭লৈ একেৰাহে তিনিবাৰকৈ উপাচাৰ্য নিযুক্ত হৈ তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়খনক বিশিষ্ট শিক্ষানুষ্ঠান ৰূপে গঢ়ি তোলে।

পণ্ডিত সন্দিকৈৰ বিষয়ে ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ড: ৰাধাকৃষ্ণণে এবাৰ মন্তব্য কৰিছিল— "Your Vice-Chancellor is not only a Vice--Chancellor but also a great scholar" সন্দিকৈয়ে সময়ক ইমানেই মূল্য দিছিল যে কোনোবাই তেওঁক সাক্ষাৎ কৰিব খুজিলে কিমান সময়ৰ প্ৰয়োজন সেইটো জনাব লাগিছিল। এবাৰ এগৰাকী মন্ত্ৰী তথা পণ্ডিতে তেওঁক দেখা কৰিবলৈ আহি আগতীয়াকৈ নজনোৱাত সাক্ষাৎ নেপাই নিৰাশ হ'বলগীয়াও হৈছিল। তেওঁ সদায় সময়ানুবৰ্তিতাত গুৰুত্ব আৰোপ কৰিছিল।

১৯২৯ত গোলাঘাটত অনুষ্ঠিত হোৱা ছাত্ৰ সন্মিলনৰ চতুৰ্দশ সন্মিলনৰ সন্দিকৈ সভাপতি আছিল আৰু তাত পাঠ কৰা অভিভাষণখনি ছাত্ৰ সমাজৰ বাবে অমূল্য সম্পদ। স্কুলীয়া জীৱনৰে পৰা তেওঁ সাহিত্য সেৱাত সক্ৰিয়ভাবে জড়িত আছিল। এসময়ত সন্দিকৈ, ৰুদ্ৰকান্ত গোস্বামী আৰু নকুল চন্দ্ৰ ভূঞা— এই তিনি গৰাকীয়ে লগ হৈ হাতে লিখা আলোচনী এখনো উলিয়াইছিল।

১৯৩৭ৰ ডিচেম্বৰত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তদশ অধিবেশনত কৃষ্ণকান্ত সন্দিকৈ সভাপতি আছিল। তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ ৩৯ বছৰ ছমাহ। তেৱেঁই আছিল অসম সাহিত্য সভাৰ সভাপতিৰ আসনত অধিষ্ঠিত হোৱা কনিষ্ঠতম ব্যক্তি। সন্দিকৈয়ে অসম সাহিত্য সভাৰ মুকলি

অধিবেশনত অতিশয় সাৰগৰ্ভ এটি মূল্যবান ভাষণ পাঠ কৰে। তেওঁৰ সেই ভাষণটিয়ে অসমীয়া প্ৰবন্ধ সাহিত্যৰ ভঁৰালত এটি চিৰ উজ্জ্বল ৰত্ন স্বৰূপে স্থান অধিকাৰ কৰিছে। ১৯৫১ চনত লক্ষ্ণৌত অনুষ্ঠিত হোৱা সদৌ ভাৰত প্ৰাচ্য সন্মিলনৰ প্ৰাচীন সংস্কৃত শাখাৰ সভাপতি হিচাপে পণ্ডিত সন্দিকৈক নিৰ্বাচন কৰিছিল।

তিনিখন গ্ৰন্থ ৰচনা কৰিয়েই কৃষ্ণকান্ত সন্দিকৈ বিশ্ববিশ্ৰুত হ'ল। সন্দিকৈৰ দ্বাৰা ৰচিত গ্ৰন্থ তিনিখন হ'ল— (১) 'নৈষধ চৰিত'ৰ ইংৰাজী অনুবাদ (১৯৩৪) (২) 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ' (১৯৪৯) আৰু (৩) 'সেতুবন্ধ'ৰ ইংৰাজী অনুবাদ।

'নৈষধ চৰিত' বা 'নৈষধীয় চৰিত'খন শ্ৰীহৰ্ষৰ দ্বাৰা ৰচিত এখন সংস্কৃত মহাকাব্য। সন্দিকৈয়ে প্ৰথমবাৰৰ বাবে এই মহাকাব্য ইংৰাজীলৈ অনুবাদ কৰে ১৯৩৪ চনত। প্ৰকাশক মতিলাল বনাৰসী দাস। এই গ্ৰন্থৰ দ্বিতীয় তাঙৰণ ১৯৫৬ চনত আৰু তৃতীয় তাঙৰণ ১৯৬৬ চনত পুনাৰ ডেক্কান কলেজৰ পৰা প্ৰকাশিত হয়। প্ৰথম তাঙৰণ ওলোৱাৰ লগে লগে সন্দিকৈ সমগ্ৰ বিশ্বৰে বিদ্বান সমাজত সুপ্ৰসিদ্ধ হৈ পৰে। এই গ্ৰন্থখনত আগবঢ়োৱা ব্যাখ্যাসমূহ অতিশয় পাণ্ডিত্যপূৰ্ণ বুলি পৃথিৱীৰ বিভিন্ন মনীষীয়ে মত পোষণ কৰিছে।

সন্দিকৈৰ দ্বিতীয় গ্ৰন্থখন হ'ল— 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ'। চোলাপুৰ জৈন সংস্কৃত সংৰক্ষক সংঘৰ দ্বাৰা ১৯৪৯ চনত প্ৰকাশিত এই গ্ৰন্থখনেও বিশ্বৰ মনীষীসকলৰ প্ৰশংসা কঢ়িয়াই আনিছিল। সন্দিকৈৰ তৃতীয় গ্ৰন্থখনৰ নাম 'প্ৰৱৰনেচ সেতুবন্ধ' এই গ্ৰন্থ আহমদাবাদৰ 'প্ৰাকৃত টেক্সট্ ছচাইটি'ৰ পৰা ১৯৭৬ চনত প্ৰকাশিত। 'সেতুবন্ধ'ৰ আন এটা নাম 'ৰাৱণৱহো'। ই প্ৰাকৃত ভাষাত ৰচিত এখন মহাকাব্য। 'সেতুবন্ধ'ত সন্দিকৈয়ে প্ৰাকৃত মহাকাব্যখনৰ ইংৰাজী অনুবাদ দিছে। সন্দিকৈৰ ৰচনাৰ সৰহখিনিয়েই অনুবাদ আৰু বিশ্লেষণাত্মক। এনে হোৱাৰ অন্তৰালত এটা বিশেষ আদৰ্শই ক্ৰিয়া কৰিছিল। সন্দিকৈয়ে ১৯২১তে 'চেতনা'ত 'অনুবাদৰ কথা' শীৰ্ষক প্ৰবন্ধত অনুবাদৰ তাৎপৰ্য ব্যাখ্যা কৰে।

ছাত্ৰ জীৱনৰ পৰা সাহিত্য চৰ্চা কৰিলেও তেওঁৰ অসমীয়া ভাষাত ৰচনা বৰ বেছি নহয়। তেওঁ কেইটিমান গীতো ৰচনা কৰে। সন্দিকৈয়ে বিলাতলৈ যোৱাৰ আগতে লিখা 'প্ৰাচীন বেবিলনৰ বেদ' 'ভাৰতীয় চিন্তা' আদি প্ৰবন্ধসমূহত তেওঁৰ গভীৰ অধ্যয়নৰ নিদৰ্শন পোৱা যায়। তেওঁ ইউৰোপত

থাকোঁতেই কেইটামান মূল্যবান প্ৰবন্ধ লিখে। সন্দিকৈয়ে লিখা চিন্তা গধুৰ প্ৰবন্ধ ৰাজিৰ কেইটিমান হ'ল— সাংখ্য দৰ্শন, গ্ৰীক ভাষা, গ্ৰীক নাটকৰ গান, অনুবাদৰ কথা, চক্ৰেটিচৰ মতে কবিৰ প্ৰকৃতি, ৰুছ অভিনয়, ইউৰোপৰ ভাষা আৰু সাহিত্য, স্পেনীয় সাহিত্যত ৰোমিঅ' জুলিয়েট, জাৰ্মান সাহিত্যৰ সপোন নাটক ইত্যাদি।

১৯৫২ত মাদ্ৰাজত অনুষ্ঠিত উপাচাৰ্য সন্মিলন আৰু ১৯৫৩ ত ৱাল্টাৰত অনুষ্ঠিত আন্ত:বিশ্ববিদ্যালয় সন্মিলনৰ বছৰেকীয়া অধিবেশনতো সন্দিকৈযে সভাপতিৰ পদ অলংকৃত কৰে।

সন্দিকৈয়ে ফুলনিৰ বাগিচা পাতি আৰু ফুলনিৰ কনা ফুলৰ ঠাৰি কাটি ফুলবোৰ সুন্দৰকৈ ৰাখি পৰম তৃপ্তি লভিছিল। সময়ৰ বৰ নাটনি আছিল কাৰণেঁ মানুহৰ লগত কথা পাতি থাকিলেও প্ৰায়ে হাতৰ ঘড়ীলৈ চাইছিল। পঢ়ি থাকোঁতে তেওঁৰ কেতিয়াবা কেতিয়াবা ৰাতি ২/৩ বাজিছিল। তেওঁ নিজৰ স্বাস্থ্যৰ প্ৰতি সজাগ হৈ এক বা ডেৰ ঘণ্টা সময় আগবঢ়াই ৰখা কৰিছিল। অধ্যয়নত তেওঁ আত্মবিভোৰ হৈছিল।

ভাৰত চৰকাৰে কৃষ্ণকান্ত সন্দিকৈক ১৯৫৫ আৰু ১৯৬৭ চনত ক্ৰমে "পদ্মশ্ৰী" আৰু "পদ্মভূষণ" সন্মানেৰে সন্মানিত কৰিছিল। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে সন্দিকৈক ডি-লিট উপাধি দান কৰিছে। সন্দিকৈৰ 'কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ' (১৯৮৪) শীৰ্ষক গ্ৰন্থৰ বাবে ১৯৮৫ চনত মৰণোত্তৰভাবে সাহিত্য একাডেমী বঁটাৰে সন্মানিত কৰা হৈছে। ১৯৭৮ চনত অসম সাহিত্য সভাই "সদস্য মহীয়ান" উপাধিৰে সন্দিকৈক সন্মানিত কৰে।

১৯৮২ চনৰ ৭ জুন সোমবাৰে দিনৰ ১০ বাজি ২০ মিনিটত ডিব্ৰুগড় জি,এম, হস্পিটেলত এই মহান পণ্ডিত গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

# লৰ্ড লুই মাউণ্টবেটেন

পৰাধীন ভাৰতৰ শেষ ব্ৰিটিছ শাসক, অথবা ভাইচৰয় হিছাপে আৰু স্বাধীন ভাৰতৰ নৱগঠিত চৰকাৰলৈ ক্ষমতা হস্তান্তৰকৰণ পৰ্বত এক মুখ্য ভূমিকা পালনৰ বাবে ভাৰতৰ ৰাজনৈতিক ইতিহাসৰ এক বিশেষভাৱে উল্লেখনীয় ব্যক্তি লৰ্ড মাউণ্টবেটেন। কিন্তু বিশ্ব জনমানসত তেওঁৰ যি প্ৰতিকৃতিয়ে ঠাই পাইছে— সেয়া হ'ল এজন বীৰ সেনানায়কৰ।

দ্বিতীয় মহাসমৰৰ প্ৰস্তুতি পৰ্ব। ব্ৰিটিছ নৌ বাহিনীৰ অন্যান্য জাহাজসমূহৰ লগতে তৈয়াৰ হৈছে 'কেলী' নামৰ এখন জাহাজ। এনেধৰণৰ একোখন যুদ্ধ জাহাজ সম্পূৰ্ণ হৈ উঠাৰ পিছত ইয়াত নিয়োজিত হ'বলগীয়া নৌ সেনাসকলক তিনি সপ্তাহৰ সময় দিয়া হয়, গোলা-বাৰুদ, ৰচদ-পাতি, কাপোৰ-কানি আৰু সৈনিকসকলৰ ব্যক্তিগত নিত্য প্ৰয়োজনীয় সামগ্ৰীসমূহ যোগাৰ কৰি ল'বৰ বাবে। কিন্তু কেলী নামৰ এই বিশেষ জাহাজখন তৈয়াৰ হৈ উঠাৰ পূৰ্ব মুহূৰ্তত, অৰ্থাৎ ১৯৩৯ চনৰ আগষ্ট মাহৰ কোনোবা এটা দিনত ষ্টালিন আৰু ৰীবেনট্ৰপৰ মাজতে স্বাক্ষৰিত হ'ল এখন চুক্তিপত্ৰ— 'পৰস্পৰ আক্ৰমণৰ' বিৰুদ্ধে (অনাক্ৰমণ চুক্তি)। ইতিমধ্যে ব্ৰিটিছ নৌ বাহিনীৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰা ছাৰ উইনষ্টন চাৰ্চিলে সৰ্বাধিনায়কৰ ভূমিকাৰে সজাই তুলিছে ব্ৰিটিছ নৌবাহিনী। তেওঁ মাউণ্টবেটেনক যুদ্ধ জাহাজ 'কেলী'ৰ দায়িত্ব দিয়াৰ লগতে কঢ়া নিৰ্দেশ দিলে তিনিদিনৰ ভিতৰতে তৈয়াৰ হৈ যুদ্ধ যাত্ৰা কৰিবৰ বাবে। কাৰণ ষ্টালিন আৰু ৰীবেনট্ৰ'পৰ মাজত হোৱা চুক্তি স্বাক্ষৰে এসপ্তাহৰ ভিতৰতে যুদ্ধ হোৱাটোকে সূচায়।

চাৰ্চিলৰ আদেশ, তিনি সপ্তাহৰ কাম তিনিদিনতে হ'ব লাগিব। সিয়ো হৈছে এখন যুদ্ধ জাহাজ প্ৰস্তুত কৰি তোলাৰ কাম। আদেশ মূৰ পাতি ল'লে লুই মাউণ্টবেটেনে। প্ৰতিবাদ কৰাতো দূৰৰে কথা কোনো প্ৰশ্নও নকৰিলে।

ব্ৰিটিছ নৌ বাহিনীৰ তিনিহাজাৰজন নাবিকে স্বেচ্ছাই নিজকে আগবঢ়ালে

'কেলী'ৰ সেৱাত। কিন্তু মাউন্টবেটেনে তেওঁলোকৰ মাজৰ পৰা মাত্ৰ ২৫০ জন বাচকবনীয়া নাবিক বিচাৰি লৈ এটা সক দল গঠন কৰি 'কেলী'ৰ সেৱাত নিয়োগ কৰিলে। ইয়াৰ পিছত আৰম্ভ হ'ল যুদ্ধ যাত্ৰা।

১৯৩৯ চনৰ আগষ্ট মাহৰ পৰা ডিচেম্বৰ মাহলৈ এই চাৰিমাহ 'কেলী'য়ে ভূমধ্য সাগৰীয় উপকূলীয় অঞ্চলত পহৰাদাৰী কৰিলে। ইয়াৰ ভিতৰত বিশেষ একো ঘটনা নঘটিল। পিছে ডিচেম্বৰ মাহৰ কোনো এটা সময়ত এটা জাৰ্মান 'মেগনেটিক মাইনত' খুন্দা মৰাৰ ফলত জাহাজখনৰ এটা অংশ ভাঙি খণ্ড-বিখণ্ড হ'ল। মেৰামতিৰ পিছত পুনৰবাৰ দায়িত্ব পালনৰ বাবে যোৱা যুদ্ধ জাহাজখন এইবাৰ জাৰ্মান টৰ্পেডৰ সমুখত পৰি থাকিল মাজ সাগৰত। জাৰ্মান টৰ্পেডৰ দ্বাৰা আক্ৰান্ত হোৱাৰ পিছত ইয়াক পাৰলৈ অনাটো এক অসাধ্যকৰ কাম হৈ পৰিল। সেয়ে নৌ বিভাগৰ উৰ্দ্ধতন মহলৰ পৰা মাউন্টবেটেনক সেই জাহাজ সাগৰৰ মাজতে পৰিত্যাগ কৰিবলৈ নিৰ্দেশ দিয়া হ'ল। কিন্তু লুই মাউন্টবেটেনে আন এখন ব্ৰিটিছ ডেষ্ট্ৰয়াৰৰ সহায়ত 'কেলী'ক বন্দৰ ঘাটিলৈ অনাৰ চেষ্টা চলালে। ইফালে 'কেলী'ৰ ওপৰত জাৰ্মান আক্ৰমণ চলি থাকিল চাৰিওফালৰ পৰা। সেই অৱস্থাতো হাৰ নেমানিলে 'কেলী'ৰ কমাণ্ডাৰ লুই মাউন্টবেটেনে। তেওঁ আধা ভঙা জাহাজখনৰ পৰাই প্ৰতি আক্ৰমণ চলাই গ'ল। ভালেসংখ্যক নৌ-সৈনিকে প্ৰাণ হেৰুৱালে। অৱশেষত 'কেলী' আহি লাগিলহি ব্ৰিটিছ নৌ চহৰত জৰাজীৰ্ণ অৱস্থাত। কিন্তু ইতিপূৰ্বেই শত্ৰুপক্ষকো ভালকৈ এশিকনি দি আহিল। ক্ষত-বিক্ষত যুদ্ধ জাহাজখন যি সময়ত আহি 'নিউ কেষ্টল' বিমান বন্দৰত উপস্থিত হয় সেই সময়ত 'টাইন' নদীৰ দুয়োপাৰে বীৰ সৈনিক সকলক আদৰিবলৈ বৈ থকা অগণন জনতা আবেগত উদ্‌বাউল হৈ উঠিল। জৰাজীৰ্ণ অৱস্থাত ক্ৰমান্বয়ে 'জেটী'ৰ ফালে আগবাঢ়ি অহা 'কেলী'ৰ সমুখৰ চূড়াত থিয় হৈছে লুই মাউন্টবেটেন। মুখত কেইবাদিনো নুখুৰুৱাকৈ থকা দাঢ়ি। গাৰ সাজপাৰ শতচ্ছিন্ন। তাৰ পৰাই তেওঁ হাত দাঙি পাৰৰ জনতাৰ অভিবাদন গ্ৰহণ কৰিলে। জনতাই তেওঁক আদৰিলে এজন বীৰ সৈনিক হিছাপে।

'কেলী'ৰ মেৰামতি শেষ হওঁতে ৮ মাহ সময় লাগিল। এই আঠমাহৰ বাবে ইয়াৰ বিষয়া আৰু খালাচী সকলক অন্যান্য জাহজত কাম কৰিবলৈ দিয়া হ'ল। ১৯৪০ চনৰ ডিচেম্বৰ মাহত পুনৰ সক্ষম হৈ উঠিল 'কেলী'। মাউন্টবেটেনকেই পুনৰ ইয়াৰ ভাৰ দিয়া হ'ল, লগতে পূৰ্বতে সেই জাহাজতে কাম কৰা নাবিক খালাচী কিছু সংখ্যকেৰে সৈতে ১৭০ জন নতুন নাবিক যি এই পৰ্যন্ত সাগৰলৈ যোৱা নাই।

লুই মাউণ্টবেটেনৰ নেতৃত্বত এই জাহাজ সেই সময়ৰ পৰা ১৯৪১ চনৰ মে' মাহলৈকে এক সুদীৰ্ঘ সময় জাৰ্মান নৌ-বাহিনীৰ আক্ৰমণ প্ৰতিহত কৰাত ব্যস্ত থাকে ভূমধ্য সাগৰৰ অন্তহীন জলৰাশিৰ মাজত। ইয়াৰ মাজতেই শত্ৰুপক্ষৰ একাধিক আক্ৰমণ ওফৰাই পেলাবলৈ সক্ষম হৈছে কেলী। কিন্তু ১৯৪৬ চনৰ মে' মাহত 'ক্ৰেট দ্বীপলৈ' জাৰ্মানবাহিনীৰ নতুন সৈন্যদল কঢ়িয়াই নিয়া এখন জাৰ্মান যুদ্ধ জাহাজক বাধা দিবলৈ গৈ 'কেলী' চূড়ান্ত আঘাতৰ সন্মুখীন হয় আৰু ইয়াৰ খালাচী আৰু নাবিকসকলৰ অধিকাংশক লগত লৈ ভূমধ্য সাগৰৰ মাজতে ডুব যায়। মাউণ্টবেটেন আৰু তেওঁৰ নৌবাহিনীৰ এক তৃতীয়াংশ কোনোমতে বাচি আহিবলৈ সক্ষম হয়। দলৰ জীৱিত নাবিকসকলৰ উদ্দেশ্যে পিছত মাউণ্টবেটেনে কৈছিল— "ইয়াৰ পিছত তোমালোক যেতিয়াই আক্ৰমণৰ সমুখীন হোৱা, মনত পেলাবা 'কেলী'ৰ কথা। ই তোমালোকক অনুপ্ৰাণিত কৰিব। ইয়াৰ স্মৃতিয়ে তোমালোকক যোগাব অপৰাজেয় শক্তি।"

ইয়াৰ পিছত বিষণ্ণ মাউণ্টবেটেন ঘূৰি আহে নিজ ঘৰলৈ। এইবাৰ তেওঁক দিয়া হয় 'ইলাচট্ৰিয়াচ' (Illustrious) নামৰ এখন এয়াৰক্ৰাফ্‌ট কেৰিয়াৰ পৰিচালনাৰ ভাৰ। কিন্তু ইতিমধ্যে বৃটেইনৰ প্ৰধানমন্ত্ৰীৰ কাৰ্যভাৰ গ্ৰহণ কৰা চাৰ্চিলৰ ব্যক্তিগত হস্তক্ষেপত মাউণ্টবেটেনৰ নিযুক্তি হয় অন্যত্ৰ। লুই মাউণ্টবেটেনৰ জন্ম হয় ১৯০০ চনৰ ২৫ জুন তাৰিখে। সম্পূৰ্ণ নাম লুই ফ্ৰান্সিচ্ এলবাৰ্ট ভিক্তৰ নিকলাচ অৱ বেটেনবাৰ্গ। তেওঁৰ পিতৃ-মাতৃ আছিল ৰাজবংশোদ্ভৱ। মাক প্ৰিঞ্চেচ্ ভিক্টোৰিয়া আছিল মহাৰাণী ভিক্টোৰিয়াৰ নাতিনী। আৰু দেউতাক প্ৰিন্স লুই আছিল জাৰ্মান ৰাজবংশৰ সন্তান। কিন্তু তেওঁৰ পূৰ্বপুৰুষ এজনে জাৰ্মানী ত্যাগ কৰি ইংল্যাণ্ডতেই বসবাস কৰিবলৈ লয় আৰু ইংল্যাণ্ডৰ ৰাজপৰিয়ালৰ সৈতে সম্পৰ্ক স্থাপন কৰে। ১৯১৭ চনত, প্ৰথম বিশ্বযুদ্ধৰ সময়ত যেতিয়া ইংল্যাণ্ডত জাৰ্মান বিৰোধী ভাবে চূড়ান্ত ৰূপ ধৰেগৈ— সেই সময়তেই প্ৰিন্স লুইৰ পৰিয়ালে তেওঁলোকৰ জাৰ্মান উপাধি ত্যাগ কৰি 'মাউণ্টবেটেন' উপাধি গ্ৰহণ কৰে। ইংল্যাণ্ডৰ ৰাজ পৰিয়ালৰ ফালৰ পৰা প্ৰিন্স লুইক ৰাজ সন্মানৰ অধিকাৰ দানেৰে "Marquess of Milford Haven" উপাধিৰে সন্মানিত কৰা হয়।

'ৰূপৰ চামুচ মুখত লৈ' জন্ম হোৱা লুই মাউণ্টবেটেনৰ শিক্ষাগ্ৰহণ পৰ্ব শেষ হয় ৰাজকীয় পৰিবেশতেই। তাৰ পিছত তেওঁ নৌ বাহিনীৰ অফিচাৰৰ পদত ভৰ্তি হয় আৰু মাত্ৰ ৩০ বছৰ বয়সতে 'কমাণ্ডাৰ'ৰ পদবী লাভ কৰে কিন্তু ইয়াৰ আগতেই নাবিক হিছাপে প্ৰশিক্ষণ লৈ থকা কালতেই তেওঁ দুখন অভিধান প্ৰণয়ন কৰি উলিয়ায়। নৌ বাহিনীত ব্যৱহৃত ফৰাচী আৰু জাৰ্মান ভাষাৰ শব্দসমূহৰ ইংৰাজী প্ৰতিশব্দ দিয়া হৈছে এই দুখন অভিধানত। ইয়াৰ

উপৰিও 'ওৱায়াৰলেছ্, টেলীগ্ৰাফী'ৰ ওপৰত তেওঁ প্ৰস্তুত কৰে এখন 'মেনুৱেল'। ওৱায়াৰলেচ টেলিগ্ৰাফীৰ প্ৰশিক্ষণৰ ক্ষেত্ৰত এই 'মেনুৱেল' আজিও পৃথিৱীৰ বিভিন্ন দেশত ব্যৱহৃত হয়।

কেলী ধ্বংসপ্ৰাপ্ত হোৱাৰ পিছত চাৰ্চিলে মাউণ্টবেটেনক দিয়া দায়িত্ব সাধাৰণ ধৰণৰ নাছিল। সেয়া আছিল সেনাবাহিনী, নৌ বাহিনী আৰু বিমান বাহিনীৰ কাৰ্যবাহী মুখ্যাধিনায়ক হিছাপে Combined Operations Command নেতৃত্ব দিয়াৰ দায়িত্ব।

চাৰ্চিলে মাউণ্টবেটেনক দিয়া এই নিযুক্তিয়ে নৌ, বিমান আৰু সেনাবাহিনীৰ জ্যেষ্ঠ বিষয়াসকলক চূড়ান্তভাৱে অসন্তুষ্ট কৰে; কিন্তু চাৰ্চিলৰ ভাষাত তেওঁ যি কামৰ বাবে মাউণ্টবেটেনক নিৰ্বাচিত কৰিছে সেই কামৰ বাবে তেওঁতকৈ সুদক্ষ মানুহ আৰু তেওঁ বিচাৰি পোৱা নাই।

এই নতুন দায়িত্বত মাউণ্টবেটেনে দেশৰ সামৰিক শক্তিক যি নিপুণ হাতেৰে পৰিচালনা কৰে তাৰ ফলস্বৰূপে আমি দেখিবলৈ পাওঁ মিত্ৰ শক্তিৰ হাততেই অৱশেষত জাৰ্মান বাহিনীৰ শোচনীয় পৰাজয়।

যুদ্ধ শেষ হোৱাৰ পিছতেই ব্ৰিটিছ চৰকাৰে মাউণ্টবেটেনক ভাৰতৰ 'ভাইচৰয়' কৰি পঠোৱাৰ সিদ্ধান্ত লয় আৰু সেই সিদ্ধান্ত অনুযায়ীয়েই মাত্ৰ ৪৭ বছৰ বয়সত লৰ্ড লুই মাউণ্টমেটেন ভাৰতলৈ আহে শেষ ব্ৰিটিছ ভাইচৰয় হিছাপে। ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছত, ভাৰত চৰকাৰৰেই অনুৰোধক্ৰমে লুই মাউণ্টবেটেন কিছুদিনৰ বাবে স্বাধীন ভাৰতৰ গভৰ্ণৰ জেনেৰেল হৈ থাকে। ১৯৪৮ চনৰ জুনমাহলৈকে গভৰ্ণৰ জেনেৰেলৰ কাৰ্যভাৰ পৰিচালনা কৰাৰ অন্তত তেওঁ নিজ দেশলৈ ঘূৰি যায় আৰু পুনৰ ব্ৰিটিছ নৌ বাহিনীৰ পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে। ইয়াৰ পিছত ব্ৰিটিছ চৰকাৰৰ তলত বিভিন্ন গুৰু দায়িত্ব পালন কৰি জীৱনৰ শেষছোৱাত তেওঁ "ইন্টাৰনেচনেল কাউঞ্চিল অব ওৱাৰ্ল্ড কলেজেচ" (International Council of World Colleges) ৰ সভাপতি মনোনীত হয়।

এই কৰ্মবীৰ গৰাকীৰ কৰ্মময় জীৱনৰ ওৰ পৰে বোমা বিস্ফোৰণৰ এক কৰুণ দুৰ্ঘটনাত।

# উইলহেম ৰিছাৰ্ড ওৱাগনাৰ

সাহিত্য, সংগীত, কলা, ৰাজনীতি, বিজ্ঞান আনকি দাৰ্শনিক চিন্তা-চৰ্চাৰ ক্ষেত্ৰতো নতুন আলোকপাতৰ মাজেদি ঊনৈশ শতিকাৰ ইউৰোপতেই গঢ় লৈছিল মানৱ সভ্যতাৰ এক পৰিবৰ্তিত ৰূপ। পৰিবৰ্তনৰ প্ৰক্ৰিয়াটোৰ মাজত যেনেকৈ সাহিত্যত ডিকেন্স, থেকাৰে, বিজ্ঞানৰ ক্ষেত্ৰত ডাৰউইন, আইনষ্টাইন, ৰাজনীতি আৰু দৰ্শনৰ ক্ষেত্ৰত কাৰ্লমাৰ্ক্স আৰু ফ্ৰেডেৰিখ এঙ্গেলচ্ আৰু শিল্পকলাৰ ক্ষেত্ৰত আগষ্টে ৰডীন, ভেনগগ, পলগঁগা আদিয়ে যুগান্তকাৰী পৰিবৰ্তন সাধন কৰিছিল তেনেকৈয়ে ইউৰোপীয় সংগীতৰ ক্ষেত্ৰতো এক আলোড়নকাৰী পৰিবৰ্তন সাধন কৰি উইল্হেম্ ৰিছাৰ্ড ওৱাগ্নাৰ হৈ পৰিছিল সংগীত জগতৰ এগৰাকী প্ৰবাদ পুৰুষ।

এজন বিশ্ব-প্ৰসিদ্ধ সংগীতজ্ঞ হোৱাৰ উপৰিও ৰিছাৰ্ড ওৱাগ্নাৰ এজন লেখক, কবি আৰু বিপ্লৱী আছিল। আজিৰ পৰা শতাধিক বছৰ পূৰ্বে তেওঁ ৰচনা কৰা গীতি নাট্য 'Rienzi', 'The Pheingold', 'The Flying Dutchman' আদি আজিও বিশ্বৰ বিভিন্ন নাটঘৰ, ৰংগমঞ্চৰ পৰম আদৰৰ বস্তু হৈ আছে।

১৮১৩ চনৰ ২২ মে' তাৰিখে জাৰ্মানীৰ লীপজীগ্ চহৰত জন্ম হয় ৰিছাৰ্ড ওৱাগ্নাৰৰ। তেওঁৰ জন্মৰ ঠিক চাৰিমাহৰ পিছত অৰ্থাৎ ১৮১৩ চনৰ অক্টোবৰ মাহত লীপজীগ চহৰত নেপোলিয়নৰ সৈন্যাই প্ৰবেশ কৰি যি ধ্বংসলীলা চলায় তাৰ চূড়ান্ত পৰিণামস্বৰূপে চহৰখনত 'টাইফুচ্' নামৰ এক মহামাৰীয়ে দেখা দিয়ে। এই মহামাৰীৰ কবলত পৰিয়েই মৃত্যু হয় ৰিছাৰ্ডৰ দেউতাক কাৰ্ল ফ্ৰেডেৰিখ ওৱাগ্নাৰ। ইয়াৰ পিছত ৰিছাৰ্ডৰ মাতৃ উপাৰ্জনহীনা জোহানাই আঠোটা সন্তানৰ প্ৰতি নিজ দায়িত্ব পালনত ব্যৰ্থ হৈ মৃত পতি কাৰ্ল ওৱাগ্নাৰৰেই এক বন্ধু লাডইউগ গেয়াৰক বিয়া কৰায়। গেয়াৰেও কাৰ্লৰ সন্তানসকলক নিজ সন্তান হিচাপেই আদৰি লয় আৰু তেওঁলোকৰ প্ৰতি 'পিতৃ'ৰ

কৰ্তব্য পালন কৰি যায় কোনো ক্ৰটি নৰখাকে। পৰবৰ্তী কালত ৰিছাৰ্ড ওৱাগ্নাৰে তেওঁৰ সতীয়া দেউতাক গেয়াৰৰ স্মৃতিচাৰণ কৰি নিজৰ আত্মজীৱনীত 'গেয়াৰ এগৰাকী অতি স্নেহশীল ব্যক্তি' আছিল বুলি উল্লেখ কৰে।

১৮২২ চনৰ পৰা ১৮২৭ চনলৈ ড্ৰেচডেন্ বিদ্যালয়ত পঢ়ি থকা কালত ৰিছাৰ্ডে সকলোবোৰ বিষয়তে এজন ভাল ছাত্ৰ হিছাপে চিনাকি দিয়ে যদিও সংগীতত তেওঁৰ বিশেষ বাপ দেখা নগৈছিল। কিন্তু, ১৮২৮ চনত লীপজীগৰ নিকলাই বিদ্যালয়ত ভৰ্তি হোৱাৰ পিছত তেওঁ বীথভেনৰ সংগীত শুনিবলৈ পায় আৰু তেতিয়াই তেওঁৰ মনত সংগীতৰ প্ৰতি গভীৰ অনুৰাগৰ সৃষ্টি হয়।

১৮৩১ চনত ৰিছাৰ্ড ভৰ্তি হয় লীপজীগ বিশ্ববিদ্যালয়ত। ইয়াতেই তেওঁৰ সংগীত শিক্ষাই, সম্পূৰ্ণভাৱে নহ'লেও প্ৰায় পূৰ্ণতা লাভ কৰে। এই বিশ্ববিদ্যালয়ত শিক্ষা লাভ কৰি থকা সময়ছোৱাৰ ভিতৰতে ৰিছাৰ্ডে 'লীপজীগ থিয়েটাৰ'ত নিজৰ ৰচনাৰে দুখনমান সংগীতানুষ্ঠান আগবঢ়ায়।

১৮৩৪ চনত ৰিছাৰ্ডে 'মেগ্‌ডেবাৰ্গৰ অপেৰা'ত সংগীত পৰিচালকৰূপে নিযুক্তি পায়। কিন্তু দুবছৰমানৰ ভিতৰতে তেওঁক নিযুক্তি দিয়া কোম্পানিটো দেউলীয়া হয় আৰু প্ৰচুৰ পৰিমাণৰ ঋণৰ দায় মূৰত লৈ কৰ্মহীন হৈ পৰা ৰিছাৰ্ডৰ অৱস্থা শোচনীয় হৈ পৰে। কিন্তু ইয়াৰ ভিতৰতে তেওঁ মীনা প্লেনাৰ নামে এগৰাকী মহিলাক লগ পায় আৰু তেওঁৰ প্ৰতি বিয়াৰ প্ৰস্তাৱ আগবঢ়ায়।

১৮৩৬ চনৰ ২৪ নবেম্বৰত মীনাৰ সৈতে ৰিছাৰ্ডৰ বিয়া হৈ যায় আৰু তেতিয়াৰ পৰা তেওঁলোক থাকিবলৈ লয় কনিগচ্‌বাৰ্গত। এই নতুন ঠাইখনলৈ অহাৰ পিছত বেকাৰ ৰিছাৰ্ডৰ অৰ্থাভাব আৰু অধিক বাঢ়ি যায় আৰু সেই অনুপাতে ঋণৰ মাত্ৰাও বাঢ়ি যাবলৈ ধৰে। অৱশ্যে ইতিমধ্যে "Rule Britania" নামে তেওঁ এক সংগীতানুষ্ঠান পৰিবেশন কৰি তাৰ পৰা হোৱা যৎসামান্য আয়েৰে অৰ্থাভাৱ কিছু লাঘৱ কৰিবলৈ সক্ষম হয়। কিন্তু হ'লেও অভাৱী সংসাৰখনত ইতিমধ্যে বিৰক্ত হৈ পৰা তেওঁৰ পত্নী মীনাই ১৮৩৭ চনৰ মে' মাহত ৰিছাৰ্ডক এৰি থৈ গুচি যায়। কিন্তু ইয়াৰ কিছুদিন পাছতেই ৰাছিয়াৰ লাটাভিয়া প্ৰদেশৰ 'ৰীগা থিয়েটাৰ'ত পৰিচালকৰ পদত নিযুক্ত হয় ৰিছাৰ্ড ওৱাগ্নাৰ। ইয়াতেই তেওঁ তেওঁৰ বিখ্যাত গীতিনাট্য 'Rienzi'ৰ অধিকাংশ ৰচনা কৰে।

ৰিছাৰ্ডৰ এটা ডাঙৰ দোষ আছিল ধাৰলৈ টকা লোৱাটো। ইয়াৰ বাবে তেওঁ জীৱনত অশেষ কষ্ট ভোগ কৰিবলগীয়া হোৱাৰ উপৰিও কৰ্মজীৱনত অনেক বেমেজালিৰ সন্মুখীন হৈছিল। তথাপি তেওঁ য'লৈকে যায় তাতেই জধে-মধে ধাৰ-ঋণ কৰিবলৈ লৈছিল। 'ৰীগা থিয়েটাৰ'ত হয়তো তেওঁৰ দিন

ভালদৰেই পাৰ হৈ গ'লহেঁতেন; কিন্তু ইতিমধ্যে বীগা চহৰত তেওঁ গ্ৰহণ কৰা ধাৰৰ পৰিমাণ ইমানেই বাঢ়ি যায় যে ইয়াক পৰিশোধ কৰাতো তেওঁৰ ক্ষমতাৰ বাহিৰ হৈ পৰে। ফলত টকা ধাৰ দিয়া মহাজনসকলৰ কবলৰ পৰা মুক্তি পাবলৈ তেওঁ বীগা ত্যাগ কৰিব লগা হয় আৰু এদিন লাটাভিয়া প্ৰদেশৰ সীমা পাৰ হৈ বে-আইনীভাৱে পূব-প্ৰুছিয়াৰ ভিতৰত সোমাই পৰে মনে মনে। (কিয়নো, তেওঁৰ পাছপ'ৰ্ট (পাৰপত্ৰ)খন ইতিমধ্যেই বাজেয়াপ্ত কৰিছিল লাটাভিয়াৰ চৰকাৰী কৰ্তৃপক্ষই)। কিন্তু প্ৰুছিয়াতো তেওঁ বে-আইনীভাৱে থকাটো সম্ভৱ নহ'ল আৰু সেয়ে এদিন পিলাউ বন্দৰত ইংল্যণ্ড অভিমুখী এখন জাহাজত উঠি বহে আৰু এই যাত্ৰাৰ অন্তত ১৮৩৯ চনৰ আগষ্ট মাহত লণ্ডন পায়গৈ। এই যাত্ৰাকালতে তেওঁৰ মনলৈ আহে "The Flying Dutchman" ৰচনাৰ কথা।

ইয়াৰ পিছত ৰিছাৰ্ডে তিনিবছৰ কাল পেৰিচত কটাই, আৰু 'Rienzi' ৰচনা সমাপ্ত কৰি "The Flying Dutchman" ৰচনাত হাত দিয়ে। ১৯৪২ চনত "The Flying Dutchman" বাৰ্লিনত মঞ্চস্থ হয় আৰু শ্ৰোতা-দৰ্শকৰ পৰা যথেষ্ট সমাদৰ লাভ কৰে।

১৯৪২ চনৰ অক্টোবৰ মাহত 'Rienzi' মঞ্চস্থ হয় ড্ৰেচডেন চহৰত আৰু তাৰ লগে লগে ৰিছাৰ্ড ওৱাগ্‌নাৰ হৈ পৰে সংগীত জগতৰ এটা বিখ্যাত নাম। মাজতে ঋণৰ দায়ত ৰিছাৰ্ড দুবাৰকৈ জেললৈ যাবলগীয়া হৈছিল যদিও 'Rienzi' ৰ কৃতকাৰ্যতাৰ পিছত 'ড্ৰেচডেন্ ৰয়েল অপেৰা'ই তেওঁক কনডাক্তৰ হিছাপে নিয়োগ কৰে, আৰু ফলত তেওঁৰ আৰ্থিক অসুবিধা কিছু দূৰ হয়।

১৮৪৯ চনলৈকে ড্ৰেচডেনত থকা সময়ছোৱাৰ ভিতৰত ৰিছাৰ্ড ওৱাগনাৰে ৰচনা কৰে কেইখনমান বিশ্ববিখ্যাত গীতি-নাট্য। ইয়াৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ'ল— 'Taùphauser', 'Lohengrin' আৰু 'The Mastersingers'.

১৮৪৫ চনৰ পৰা ১৮৪৯ চনৰ ভিতৰৰে কোনোবা এটা সময়ত ৰিছাৰ্ডৰ মন ঢাল খায় ৰাজনীতিৰ প্ৰতি। তেওঁ বিশেষভাৱে, সমাজবাদৰ সমৰ্থনত উচটনিমূলক কেতবোৰ 'প্ৰচাৰ-পত্ৰ' লিখিবলৈ ধৰে। ইতিমধ্যেই সংগীতৰ ক্ষেত্ৰত বিশ্বখ্যাতি অৰ্জন কৰিবলৈ সক্ষম হোৱা ৰিছাৰ্ডে সংগীতৰ চৰ্চা একপ্ৰকাৰ বাদ দি বামপন্থী ৰাজনীতিৰ চৰ্চাত সোমাই পৰে। এনে সময়তে তেওঁ ব্যক্তিগতভাৱে সেইকালৰ দুগৰাকী প্ৰখ্যাত বিপ্লৱী 'ৰকেল' আৰু বাকুনীনৰ সৈতে পৰিচিত হয় আৰু সমসাময়িক কালৰ ৰাছিয়া, ফ্ৰান্স আৰু জাৰ্মানীৰ ৰাজনীতিত জড়িত হৈ পৰে। ৰকেল আৰু বাকুনীন ফৰাচী চৰকাৰৰ

হাতত বন্দী হোৱাৰ পিছত ৰিছার্ডে ড্রেচডেন ত্যাগ কৰি প্ৰথমতে 'ওৱেইমাৰ' আৰু তাৰ পৰা পলাই গৈ চুইজাৰলেণ্ডৰ জুৰিখ চহৰত উপস্থিত হয়গৈ। ইয়াতেই তেওঁ পৰবর্তী ১২ বছৰ নির্বাসনত থাকিবলগীয়া হয়। এই সময়ত তেওঁ সংগীতৰ ওপৰত এক বৈপ্লৱিক দৃষ্টিভংগীৰে ৰচনা কৰে তিনিখন গ্রন্থ "Judaism in Music", "Art And Revolution" আৰু "Opera and Drama"। ইয়াৰে শেষোক্ত দুখন গ্রন্থ সংগীত নাটকৰ জগতত আজিও পদ প্রদর্শক হৈ আছে।

১৮৫০ চনত Lohengrin মঞ্চস্থ হোৱাৰ পিছত ৰিছার্ড ওৱাগ্নাৰে প্ৰায় তিনিবছৰমান কাল নিজকে সংগীত চর্চাৰ পৰা আঁতৰাই ৰাখে। পুনৰ ১৮৫৩ চনত 'অপেৰা' ৰচনাৰ কাম আৰম্ভ কৰি পিছৰ ২৫ বছৰৰ ভিতৰত ওৱাগ্নাৰে ৰচনা কৰা 'অপেৰা'সমূহ ক্রম অনুসাৰে এনে ধৰণৰ:—

| | |
|---|---|
| The Rheingold..... | 1853-54 |
| The Valkyric..... | 1854-56 |
| Siegfried..... | 1854-71 |
| Tristan and Isolde..... | 1857-59 |
| The Mastersingers..... | 1861-67 |
| The Twilight of the Gods..... | 1870-74 |
| Parsifal..... | 1876-82 |

১৮৫০ চনত ওৱাগ্নাৰ পেৰিচলৈ আহে আৰু সাময়িকভাৱে তাতে থাকিবলৈ লয়। এই সময়ত তেওঁ ৰচনা কৰে "The Ring of the Nibalung" আন এখন বিশ্ববিখ্যাত অপেৰা।

ৰিছার্ড ওৱাগ্নাৰৰ সাংগীতিক ৰচনাসমূহৰ মূল বক্তব্য আছিল সমাজ আৰু ব্যক্তি জীৱনৰ সুখ-দুখৰ কথা। তথাপি ইয়াত সংযোজিত সংগীতাংশৰ মাধুর্য আৰু 'অপেৰা'ৰ কাহিনীভাগৰ লালিত্যই দর্শকৰ মনত সৃষ্টি কৰে একোখন স্বপ্নৰাজ্যৰ।

১৮৮৩ চনৰ ১৩ ফেব্রুৱাৰীৰ দুপৰীয়া ৭০ বছৰ বয়সত ভেনিচত মৃত্যুবৰণ কৰা উইলহেম ৰিছার্ড ওৱাগ্নাৰৰ জীৱন অতিবাহিত হৈছিল অন্তহীন ঘাত-প্রতিঘাতৰ মাজত। সত্তৰ বছৰৰ জীৱনপথত তেওঁ লক্ষজনক আমোদ দি গ'লেও তেওঁ নিজে নিজৰ বাবে একো নিবিচাৰিলে। জীৱনৰ শেষৰফালে যদিও জার্মানীৰ ৰাজ পৰিয়ালৰ দ্বাৰা তেওঁ স্বীকৃত আৰু সন্মানিত হৈছিল তথাপি তেওঁৰ জীৱনৰ একমাত্র স্বপ্ন এটা থিয়েটাৰ নির্মাণৰ ক্ষেত্রত তেওঁ ৰাজ অনুগ্ৰহ গ্রহণ কৰা নাছিল। তাতেই প্রকাশ পাইছিল সমাজবাদৰ প্রতি তেওঁৰ গভীৰ নিষ্ঠাৰ ভাব।

# লুইছা এম এলকট

লুইছা এম, এলকট এগৰাকী বিশ্ববিখ্যাত আমেৰিকান লেখিকা। বিশেষকৈ শিশু সাহিত্যৰ ক্ষেত্ৰত হানচ্ ক্রিষ্টিয়ান এণ্ডাৰচন আৰু শ্রীমতী এলকটৰেই সমসাময়িক লুই কেৰলৰ যি বিশ্বজোৰা খ্যাতি, সেইদিশত লুইছা এলকটৰ যশ খ্যাতিৰ মাপকাঠি হয়তো কিয়দাংশে বেছি। কাৰণ, শিশু সাহিত্য হ'লেও, এণ্ডাৰচন বা কেৰলৰ সাহিত্যত মানৱ জীৱনৰ বাস্তৱিক আৰু সত্যনিষ্ঠ দিশটোৰ উপস্থাপনাৰ ক্ষেত্ৰত যি শূন্যতা দেখা যায় এলকটৰ সাহিত্যত সেই শূন্যতা দেখা নাযায়। কিয়নো এলকটৰ সাহিত্যত প্ৰতিফলিত হয় মানৱ জীৱনৰ বাস্তৱ ৰূপটোহে। তেওঁৰ সাহিত্যত 'ফেনটেচী' নাই। অতি ভৌতিকতাও নাই। তাত যাদুবিদ্যাৰ সহায়ত মানুহে অসাধ্য সাধন নকৰে, কৰে কঠোৰ শ্ৰমৰ ফলপ্ৰসূ পৰিণামতহে।

লুইছা এলকটৰ পূৰ্বপুৰুষ আছিল স্কট্লেণ্ডৰ লোক। ১৭ শতিকাৰ কোনোবা এটা সময়ত তেওঁলোক স্কটলেণ্ডৰ পৰা আহি বসবাস কৰিবলৈ লৈছিল নিউ ইংলণ্ড নামৰ ব্ৰিটিছ উপনিবেশত। প্ৰাক্ স্বাধীনতা কালৰ আমেৰিকাৰ সেই অঞ্চলৰ শাসন চলিছিল স্থানীয় এখন পৰিষদৰ তলত। শ্ৰীমতী এলকটৰ পূৰ্বপুৰুষ সকল বংশানুক্ৰমে সেই পৰিষদৰ সদস্য আছিল। পিছে ব্ৰিটিছ ঔপনিবেশিক শাসনৰ অন্ত পৰাৰ লগে লগে এই পৰিষদ ভাঙি যায় আৰু এটা সময়ত ইয়াৰ ভূতপূৰ্ব সদস্যসকলে জীৱিকাৰ মাধ্যম হিছাপে অন্য পন্থা অৱলম্বন কৰিবলগা হয়। সেই সময়ৰ পৰা এলকট পৰিয়ালৰ সদস্যসকল জড়িত হয় শিক্ষা জগতখনৰ লগত।

লুইছা এলকটৰ দেউতাক এমছ ব্ৰনচন্ এলকটেও শিক্ষকতাকেই গ্ৰহণ কৰিছিল জীৱিকা হিছাপে। আৰু এসময়ত এজন কৃতী অধ্যাপক হিছাপে তেওঁ বিখ্যাত হৈ পৰিছিল সমগ্ৰ আমেৰিকাতে। তেওঁ আছিল এজন আদৰ্শবাদীও।

সেয়ে নিজৰ চাৰি গৰাকী কন্যা সন্তানকো নিচেই সৰু কালৰে পৰা উচ্চ আদৰ্শৰ শিক্ষা দিছিল।

আদৰ্শবাদী ব্ৰনচন এলকটে নিজ আদৰ্শ বজাই ৰাখিবলৈ গৈ বহুতো অসুবিধাত পৰিবলগীয়া হৈছিল। বিশেষকৈ আৰ্থিক দিশত যথেষ্ট কষ্ট ভোগ কৰিছিল এলকট পৰিয়ালে। কিয়নো, আদৰ্শগত কাৰণতেই, যিকোনো ধৰণৰ অন্যায়ৰ সৈতে বুজাবুজি কৰাৰ পৰা নিজকে সদায় দূৰত ৰাখিছিল প্ৰফেচাৰ ব্ৰনচন্ এলকটে। তেওঁৰ চৰিত্ৰৰ এই দিশটোৰ প্ৰভাৱ গভীৰ ভাবে পৰিছিল পৰিয়ালৰ সকলোটিৰে ওপৰত। বিশেষভাবে চাৰিজনী ছোৱালীৰ ওপৰত। ইয়াৰ উপৰিও দেউতাকৰ শিক্ষাই তেওঁলোকক শিকাইছিল সকলো দুখ কষ্টৰ মাজতো প্ৰকৃত মানুহ হৈ জীয়াই থকাৰ কথা। সম্ভৱত: সেইবাবেই গভীৰ অৰ্থ সংকটৰ মাজতো হাঁহিমুখে দিন নিয়াব পাৰিছিল এলকট দম্পতীৰ লগতে চাৰিওজনী ছোৱালীয়ে।

লুইছা এলকটৰ সৃষ্টিশীল ভাৱ জগতক বিশেষভাৱে প্ৰভাৱান্বিত কৰিছিল ব্ৰনচন এলকটৰ জীৱনাদৰ্শই। লুইছাৰ লিখনীত নৈতিক প্ৰমূল্যবোধ, প্ৰেম আৰু গভীৰ মানৱতাবোধৰ যি প্ৰতিফলন হোৱা আমি দেখিবলৈ পাওঁ সেয়া তেওঁৰ আদৰ্শবাদী দেউতাকৰ শিক্ষাৰেই প্ৰভাৱ।

১৮৩২ চনত জন্মগ্ৰহণ কৰা লুইছাৰ বয়স যেতিয়া দুবছৰ, সেই সময়তে প্ৰফেচাৰ এলকট সপৰিয়ালে বষ্টন চহৰলৈ উঠি যায় আৰু তাত এখন বিদ্যালয় স্থাপন কৰি নিজাববীয়াকৈ চলাবলৈ লয়। ইয়াতেই লুইছা এলকটে, মাত্ৰ সাত বছৰ বয়সত, সম্পাদনা কৰিবলৈ লয় এখন শিশু আলোচনী। কিন্তু ইয়াৰ এবছৰৰ পিছতেই ১৮৪০ চনত ব্ৰনচন এলকটে বষ্টন চহৰ এৰি মেছাচুছেটছ অঞ্চলৰ কনকৰ্ড চহৰলৈ পুনৰ স্থানান্তৰিত হয় আৰু তাৰেই পৰিণতি স্বৰূপে লুইছাই সদ্যে আৰম্ভ কৰা সাংবাদিকতাৰ কাৰ্যত সাময়িকভাবে হ'লেও যতি পৰে।

কনকৰ্ডলৈ অহাৰ পিছত লুইছাৰ অৱশ্যে এটা ডাঙৰ লাভ হয়। সেয়া হ'ল, পৰৱৰ্তী কালত বিশ্বখ্যাতি অৰ্জন কৰা আমেৰিকান সাহিত্যিক হথৰ্ণ, ইমাৰচন আৰু কেনিং আদিক এলকট পৰিয়ালৰ ওচৰ-চুবুৰীয়া আৰু লুইছাহঁতৰ খেলৰ লগৰী হিচাপে পোৱাটো। এটা 'ভাবী সাহিত্যিকৰ' দল। কিশোৰ বয়স সকলোৰে; কিন্তু তেওঁলোকৰ খেলা-ধূলা, সাধাৰণ ল'ৰা-ছোৱালীৰ খেলাধূলা নহয়, কিশোৰ-কিশোৰীৰ খেল হ'লেও সেই খেলত চিন্তাৰ খোৰাক আছে। হথৰ্ণ, ইমাৰচন, কেনিং আৰু এলকট পৰিয়ালৰ জ্যেষ্ঠসকলে

ল'ৰা-ছোৱালীহঁতৰ সেই খেলা-ধূলাৰ মাজত অভাৱনীয় সৃষ্টিশীলতা দেখি আচৰিত হয়। ইয়াৰ ভিতৰতে ল'ৰা ছোৱালীহঁতৰ যিটো খেলাই সকলোৰে বিশেষ দৃষ্টি আকৰ্ষণ কৰে সেইটো হ'ল নাটকৰ অভিনয়। একো একো দিনৰ অভিনয়ৰ বাবে ল'ৰা-ছোৱালীহঁতৰ মাজৰ পৰা একোজনে লিখি আনে একোখনকৈ নাটক। তাৰ পিছত, দুদিনমান ধৰি চলে তাৰ আখৰা। নাটক যিদিনা হয় সেইদিনা পুৱাৰে পৰা চুবুৰীটোৰ ডেকা-বুঢ়া সকলেও অধীৰ আগ্ৰহেৰে অপেক্ষা কৰে গধূলি হোৱালৈ। নাটকৰ ৰচনা, প্ৰযোজনা, পৰিচালনা আৰু অভিনয়-এই সকলোবোৰ কৰিব সাতৰ পৰা বাৰ বছৰ বয়সৰ কেইটামান কণ কণ ল'ৰা-ছোৱালীয়ে। কিন্তু বয়সস্থ দৰ্শক সকলক অবাক কৰি দিব পৰা ইয়াৰ উপস্থাপনা, বচন-কথন, অভিনয় আৰু কাহিনীৰ 'মেচিয়ৰিটি' বা পৰিপক্কতা। তেওঁলোকৰ এই সৰুকালৰ নাটক সমূহৰ কেইখনমান পিছত লুইছাই তেওঁৰ 'Little Men' গ্ৰন্থখনিত সন্নিবিষ্ট কৰে।

১৮৪৫ চনত এলকট পৰিয়ালে কনকৰ্ড চহৰতেই লাভ কৰে এখন স্থায়ী বাসস্থান। ইয়াতেই লুইছা আৰু তেওঁৰ তিনিগৰাকী বাই-ভনী ডাঙৰ হবলৈ ধৰে। ১৫/১৬ বছৰমান বয়স হোৱাৰে পৰা লুইছাই ইটো সিটো কাম কৰি সৰু-সুৰা উপাৰ্জন কৰিবলৈ লয় আৰু তাৰে ঘৰখন চলোৱাৰ ক্ষেত্ৰত দেউতাকৰ সহায়ক হয়। অভাৱগ্ৰস্ত দেউতাকক সহায় কৰিবৰ কাৰণে লুইছাই কৰা উপাৰ্জন আহিছিল বিশেষকৈ তিনিটা ক্ষেত্ৰৰ পৰা। সেয়া হ'ল সময়ত লুইছাই আহত সৈনিক সকলৰ শুশ্ৰূষাৰ বাবে এখন সামৰিক চিকিৎসালয়ত নাৰ্চৰ কামত যোগ দিয়ে। লুইছাৰ ৰচিত আন এখনি বিখ্যাত গ্ৰন্থ "The Hospital Sketches" (দি হস্পিটেল স্কে'চত্ৰজ) এই সময়তে লিখা। এই গ্ৰন্থত লেখিকাই শুশ্ৰূষাকাৰীণীৰ ভূমিকাত আহৰণ কৰা সঁচা অভিজ্ঞতাৰ ভিত্তিতেই ৰচিত।

লুইছাৰ জীৱনৰ শেষ ৰচনা হ'ল "The Old Fashioned Girl" (দি অ'ল্ড ফেশ্বনড্ গাৰ্ল)। তেওঁৰ পূৰ্বৰ ৰচনা সমূহৰ দৰেই এই গ্ৰন্থইয়ো বহুল সমাদৰ লাভ কৰে। এই গ্ৰন্থৰ ৰচনাকালতে লুইছাৰ মাক আৰু দুয়োজনী ভনীয়েকৰ মৃত্যু হয়। সেই দুখতে তেওঁ একেবাৰে ভাঙি পৰে যদিও গ্ৰন্থখনিত অৱশ্যে তাৰ প্ৰভাৱ পৰা দেখা নাযায়। কিয়নো "The Old Fashioned" এখনি আনন্দ মধুৰ সৰস গ্ৰন্থ। ইয়াত দুখৰ স্থান নাই। আছে হাঁহিৰ খোৰাকহে।

চিকিৎসালয়ত শুশ্ৰূষাকাৰীণী হিছাপে কাম কৰি থাকোতেই লুইছা এলকট

ৰোগাক্ৰান্ত হৈ পৰে আৰু ক্ৰমাৎ তেওঁৰ শৰীৰ ভাগি পৰিবলৈ ধৰে। জীৱনৰ শেষৰ বছৰকেইটা এনেকৈয়ে ৰুগীয়া অৱস্থাতে অতিবাহিত কৰি একালৰ সদা হাস্যময়ী লুইছা এলকট ১৮৮৮-চনত মাত্ৰ ৫৬ বছৰ বয়সত পৰলোকগামীনী হয়। তেওঁৰ মৃত্যুৰ এশ বছৰৰ পিছতো আজিও, বিশ্বৰ বিভিন্ন দেশৰ কিশোৰ কিশোৰীহঁতৰ মাজত তেওঁৰ ৰচনা পৰম আদৰৰ আৰু পৰমপ্ৰিয় হৈ আছে।

# অলিভাৰ ওৱেনডেল হ'মচ

বিশ্ব সাহিত্যৰ বুৰঞ্জীত চাৰ্লচ ডিকেন্স, উইলিয়াম থেকাৰে অথবা এইচ, জি, ওৱেলছৰ যি স্থান, শীৰ্ষস্থানীয় আমেৰিকান সাহিত্যিক অলিভাৰ ওৱেনডেল হ'মচকো সেই একেই স্থান আৰু মৰ্যাদা দিয়া হৈছে। একেধাৰে এজন কবি, গল্পকাৰ, ঔপন্যাসিক আৰু নিবন্ধকাৰ হোৱাৰ উপৰিও, বহুমুখী প্ৰতিভাৰ অধিকাৰী হ'মচ আছিল এগৰাকী শিক্ষক আৰু চিকিৎসাবিদ।

উনৈশ শতিকাৰ যিটো দশকত থেকাৰে আৰু ডিকেন্সৰ জন্ম হৈছিল সেই একেটা দশকতেই জন্ম হৈছিল ওৱেনডেল হ'মচৰো। হ'মচৰ জন্ম হয় ১৮০৯ চনত আমেৰিকাৰ কেম্ব্ৰিজত। ইয়াৰ দুবছৰ পিছত অৰ্থাৎ ১৮১১ চনত কলিকতাত জন্ম হয় থেকাৰে আৰু ১৮১২ চনত ইংল্যাণ্ডৰ পৰ্টচমাউঠত জন্ম হয় চাৰ্লচ ডিকেন্সৰ (আমাৰ এই নিবন্ধত থেকাৰে আৰু ডিকেন্সৰ প্ৰাসংগিকতা নাথাকিলেও এই তিনিও গৰাকী সাহিত্যিকৰ জন্মকালৰ উল্লেখ এইবাবেই কৰা হৈছে যে একেটা দশকৰে মাত্ৰ তিনিটা বছৰৰ ব্যৱধানত জন্ম হোৱা এই তিনি গৰাকী মহান ব্যক্তি প্ৰায় একেটা সময়তেই তেওঁলোকৰ সাধনাৰ লক্ষ্যতো উপনীত হয়। চিহ্নিত হয় একোজন মহান সাহিত্যিক হিচাপে।)

ল'ৰাকালত হ'মচৰ বেছিভাগ সময় অতিবাহিত হৈছিল তেওঁৰ দেউতাকৰ গ্ৰন্থাগাৰটোৰ ভিতৰত। যি বয়সত ল'ৰা-ছোৱালীয়ে খেলা-ধূলাৰ মাজতেই বেছিভাগ সময় কটায় সেই বয়সত হ'মচে একোটা দিনৰ সমস্ত সময় কটাই দিছিল গ্ৰন্থাগাৰটোৰ দ'ম দ'ম কিতাপৰ মাজত। হ'মচৰ শৈশৱ আৰু কিশোৰ বয়সৰ এই অধ্যয়নৰ উল্লেখ কৰি তেওঁ লিখিছে যে ইয়াৰ প্ৰভাৱ পৰিছে তেওঁৰ পৰৱৰ্তী কালৰ ৰচনা সমূহত। এই অধ্যয়নেই সুপ্ৰতিষ্ঠিত কৰিছে তেওঁক তেওঁৰ যাত্ৰা পথত।

ওৱেনডেল হ'মচে ১৮২৯ চনত হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ পৰা 'মেডিচিন' বিভাগত স্নাতক ডিগ্ৰী লাভ কৰে। ইয়াৰ পিছত তেওঁ উচ্চ শিক্ষাৰ বাবে পেৰিচলৈ যায় আৰু তাৰ পৰা ১৮৩৬ চনত 'এম, ডি,' ডিগ্ৰী লৈ বষ্টনলৈ ঘূৰি আহে আৰু এজন উচ্চ শিক্ষিত চিকিৎসাবিদ হিছাপে 'প্ৰেক্‌টিচ' কৰিবলৈ ধৰে।

হাৰ্ভাৰ্ডত পঢ়ি থকা কালতে হ'মচে বহুসংখ্যক কবিতা লিখে যদিও সেই বিলাকৰ কিছু সংখ্যকহে প্ৰকাশ পায়। ইয়াৰ ভিতৰত অৱশ্যে কেইটামান কবিতাই সমগ্ৰ দেশতে জনপ্ৰিয়তা লাভ কৰাৰ লগতে হ'মচৰ অসাধাৰণ কবি প্ৰতিভাৰো সুন্দৰ নিদৰ্শন দাঙি ধৰে। তেওঁৰ হাস্য ৰসৰ কবিতা "The Spectre Pig" আৰু "The height of the Ridiculous" এ হ'মচৰ বুদ্ধিদীপ্ত ৰসবোধৰ পৰিচয় বহন কৰে। দেশ-কাল সম্পৰ্কে হ'মচৰ কবি চেতনাৰ এক উজ্বল নিদৰ্শন হয় তেওঁৰ ৰচিত কবিতা 'Old Ironsides'।

হ'মচৰ সৰ্বশ্ৰেষ্ঠ কবিতা 'Old Ironsides' ৰচনা কৰা হৈছিল, আমেৰিকান নৌ বাহিনীৰ সচিব প্ৰধানে এখন জাহাজ ধ্বংস কৰিবৰ বাবে দিয়া আদেশৰ বিৰোধিতা কৰি। ১৮৩০ চনত এই কবিতা প্ৰকাশ পোৱাৰ লগে লগে দেশৰ ইমূৰৰ পৰা সিমূৰলৈ জনমানসত ই যি ভাৱাবেগৰ সৃষ্টি কৰে তাৰ সমুখত চৰকাৰে উক্ত জাহাজখন ধ্বংস কৰিবৰ বাবে দিয়া তেওঁলোকৰ পূৰ্ব নিৰ্দেশ উঠাই লবলগীয়া হয়। কবিতাৰ বুৰঞ্জীত এনে ধৰণৰ প্ৰভাৱশালী ৰচনাৰ অভিলেখ পাবলৈ নাই, যি ৰচনাৰ প্ৰভাৱ আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে এখন শক্তিশালী বিশাল ৰাষ্ট্ৰৰ চৰকাৰী নীতিৰ সালসলনি ঘটাবলৈ চৰকাৰক বাধ্য কৰে। এই কবিতা প্ৰকাশ পোৱাৰ সময়ত হ'মচৰ বয়স মাত্ৰ একৈশ বছৰ। 'Frigate Constitution' নামে জনাজাত এই ধ্বংস কাৰ্যৰ বাবে নৌ-বাহিনীৰ সচিব প্ৰধানে দিয়া আদেশৰ কথা ওৱেনডেল হ'মচে খবৰ কাগজত পঢ়িবলৈ পোৱাৰ লগে লগে এই কবিতাটি ৰচনা কৰি পেলায় আৰু ৰচিত কবিতাটি তৎকালেই 'বষ্টন ডেইলী এডভাৰটাইজাৰ' (Boston Daily Advertiser) নামৰ কাকতলৈ প্ৰেৰণ কৰে। কবিতাটি এই কাকতত প্ৰকাশ পোৱাৰ দ্বিতীয়দিনা আমেৰিকাৰ সকলোবোৰ কাকত আৰু আলোচনীত এই কবিতা প্ৰকাশ পায় সম্পাদকীয় পৃষ্ঠাত। আনকি দুই এঠাইত ই 'হেণ্ডবিল' আকাৰেও ছপা হৈ ওলায়। নিশাটোৰ ভিতৰতে এক দেশ জোৰা জনমতৰ সৃষ্টি হয় উক্ত আদেশৰ বিৰুদ্ধে। অলিভাৰ ওৱেনডেল হ'মচৰ নামো ইয়াৰ

লগে লগে বিয়পি পৰে সমগ্ৰ আমেৰিকাতে। ইয়াৰ কিছুদিন পিছতে প্ৰকাশ পোৱা হ'মচৰ আন এটা কবিতা 'Plea for the old south' আৰু 'Old Ironsides' অৰ সমানেই প্ৰভাৱশালী আছিল।

হাৰ্ভাৰ্ডত হ'মচৰ যিসকল সহপাঠী আছিল তেওঁলোকৰ প্ৰায় সকলোৱেই এসময়ত ৰাষ্ট্ৰীয় আৰু আন্ত:ৰাষ্ট্ৰীয় ক্ষেত্ৰত নাম যশৰ অধিকাৰী হয়গৈ। সেইসকল লোকৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য আছিল পৰৱৰ্তী কালত আন্ত:ৰাষ্ট্ৰীয় খ্যাতি অৰ্জন কৰা সাহিত্যিক বেভাৰেণ্ড চেমুৱেল স্মিথ , জেমচ্ ফ্ৰিমেন ক্লাৰ্ক, অংকশাস্ত্ৰত সৰ্বকালৰ বিখ্যাত পণ্ডিত হাৰ্ভাৰ্ডৰ প্ৰফেচৰ বেঞ্জামীন পিয়েৰচ্ আৰু যুক্তৰাষ্ট্ৰৰ উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ বি. আৰ, কাৰ্টিচ। ১৮৫৯ চনত হাৰ্ভাৰ্ডৰ পুনৰ্মিলন অনুষ্ঠানত এইসকল বিশিষ্ট ব্যক্তি গোট খাওঁতে হ'মচে ৰচনা কৰা 'The Boys' নামৰ কবিতাটোৱেও বহুল জনপ্ৰিয়তা অৰ্জন কৰে।

১৮৩০ৰ দশকতেই যদিও হ'মচে কবি হিচাপে যথেষ্ট খ্যাতি অৰ্জন কৰে, তেওঁৰ প্ৰথম কবিতা সংকলনটো প্ৰকাশ পায় তাৰ বহু পিছত, অৰ্থাৎ ১৮৩৬ চনতহে। ইয়াৰ প্ৰধান কাৰণ হ'ল তেওঁ ইয়াৰ আগলৈকে চিকিৎসা বিজ্ঞানৰ অধ্যয়নত ব্যস্ত থকাটো। ইয়াৰ লগতে ইতিমধ্যে 'মেডিকেল প্ৰেক্টিচ' আৰম্ভ কৰা হ'মচৰ চিন্তা হ'ল— তেওঁ চিকিৎসক হিচাপে প্ৰতিষ্ঠা লাভ কৰাৰ পূৰ্বেই যদি এজন কবি হিচাপেহে প্ৰতিষ্ঠা লাভ কৰে, তেন্তে হয়তো তেওঁৰ প্ৰেকটিচত ই বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিবগৈ পাৰে। অৱশ্যে তেওঁৰ চিন্তাত এই কথাইও প্ৰাধান্য বিস্তাৰ কৰিছিল যে এজন সাহিত্যিক হিচাপেও এদিন প্ৰতিষ্ঠা লাভ কৰিব লাগিব।

১৮৩৯ চনত হ'মচক হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ চিকিৎসা বিজ্ঞান বিভাগত লেকচাৰাৰ হিচাপে নিযুক্তি দিয়া হয়। এই নিযুক্তি পোৱাৰ লগে লগে হ'মচে তেওঁৰ প্ৰাইভেট প্ৰেক্টিচ এৰি দিয়ে আৰু অধ্যাপনাৰ সময়খিনিৰ বাহিৰে বাকী আজৰি সময়খিনিত কেৱল সাহিত্য চৰ্চাত মনোনিৱেশ কৰে।

১৮৪০ চনত হ'মচে এমেলিয়া লী জেকচনক বিয়া কৰায়। এই ক্ষেত্ৰত সৰ্বসাধাৰণ আমেৰিকান দম্পতীসকলৰ পৰা কিছু ব্যতিক্ৰম হ'মচ দম্পতী সেই সময়ত বষ্টন চহৰৰ সকলো পৰিয়ালৰ বাবে এক আদৰ্শ সুখী দম্পতীৰ উদাহৰণ হৈ পৰে। হ'মচৰ সাহিত্য চৰ্চাৰ ক্ষেত্ৰত এমেলিয়াই তেওঁক বিশেষভাৱে অনুপ্ৰাণিত কৰাৰ উপৰিও দৈনন্দিন সকলোবোৰ কথাতে আগবঢ়াই যায় অকুণ্ঠ

সহযোগ। পত্নীৰ এই সহযোগিতাই সাহিত্য চৰ্চা আৰু অধ্যাপনাৰ ক্ষেত্ৰত হ'মচক সহায় কৰাৰ উপৰিও চিকিৎসা বিজ্ঞানৰ ওপৰত কেতবোৰ গুৰুত্বপূৰ্ণ প্ৰবন্ধ-পাতি ৰচনা কৰাৰ বাবেও তেওঁক অৱকাশ দিয়ে। তেওঁৰ এই প্ৰবন্ধ-পাতি কেৱল আমেৰিকাতে নহয় বিদেশবো বহু সংখ্যক কাকত আলোচনীয়ে প্ৰকাশ কৰি যায় আৰু চিকিৎসা বিজ্ঞান সম্পৰ্কীয় তেওঁৰ সমূহ লিখা মেলাই বিশ্বজুৰি চিকিৎসা বিজ্ঞানীসকলৰ দৃষ্টি আকৰ্ষণ কৰে। হ'মচৰ প্ৰবন্ধ সমূহত চিকিৎসা বিজ্ঞানৰ বহুতো জটিল সমস্যা সমাধানৰ উত্তৰ বিচাৰি পায়— চিকিৎসা বিজ্ঞানী সকলে। এই ফালেদিও সমগ্ৰ বিশ্বতে তেওঁৰ নাম যশ হ'বলৈ ধৰে।

১৮৫৭ চনত বষ্টন চহৰৰ পৰা এখন নতুন আলোচনীৰ প্ৰকাশ আৰম্ভ হয়। 'আটলাণ্টিক মান্থলী' নামৰ আলোচনীৰ সম্পাদনাৰ দায়িত্ব দিয়া হয় আন এগৰাকী প্ৰখ্যাত আমেৰিকান সাহিত্যিক জেমচ্ ৰাছেল লওৱেলক। কিন্তু জেমচ্ ৰাছেল লওৱেল এই চৰ্তভহে ইয়াৰ সম্পাদনা কৰিবলৈ মান্তি হয় যে এই আলোচনীত অলিভাৰ ওৱেনডেল হ'মচেও নিয়মিতভাৱে লিখিব লাগিব। লওৱেলে ৰখা এই চৰ্তৰ কথা জানিবলৈ পাই হ'মচে তেওঁলৈ এইবুলি লিখে "You see, the doctor is like a bright mountain stream that has been dammed up among the hills, and is waiting for an outlet in to the ATLANTIC" এই কথাযাবৰ মাজৰ 'আটলাণ্টিক' শব্দটোকে লৈ আলোচনীখনৰ নাম ৰখা হয় 'আটলাণ্টিক মান্থলী'।

লওৱেলৰ ইচ্ছানুযায়ী হ'মচ মান্তি হয়— এই আলোচনীত নিয়মিতভাৱে লিখা-মেলা কৰিবলৈ আৰু ইয়াতেই আৰম্ভ হয় হ'মচক সাহিত্যিক হিচাপে খ্যাতিৰ চূড়ান্ত শিখৰলৈ লৈ যোৱা তেওঁৰ কালজয়ী ৰচনা 'Autocrat of th Breakfast table'. 'আটলাণ্টিক মান্থলী' আলোচনীত ধাৰাবাহিকভাৱে এই ৰচনাৰ প্ৰকাশ আৰম্ভ হোৱাৰ লগে লগে হ'মচৰ নাম বিয়পি পৰে সমগ্ৰ বিশ্বতে। বিশ্ব সাহিত্যত সূচীত হয় এটি নতুন অধ্যায়ৰ। 'Autocrat of the Breakfast table' অৰ পিছতে সেই একেখন আলোচনীতে আৰম্ভ হয় হ'মচৰ আন এখন ধাৰাবাহিক ৰচনা 'The Professor of the Breakfast table'। ইয়াৰ পিছত আন এখন ধাৰাবাহিক 'The Poet at the Breakfast table' শেষ হোৱাৰ পিছতেই হ'মচৰ তিনিখন বিখ্যাত উপন্যাস 'Elsic Venner', 'The Guardian Angel' আৰু 'A mortal Antipathy' ক্ৰম অনুসাৰে প্ৰকাশ পায়।

১৮৮৬ চনত ওৱেনডেল হ'মচ ইউৰোপ ভ্ৰমণলৈ আহে আৰু এই ভ্ৰমণৰ পৰা ঘূৰি গৈ তেওঁ ৰচনা কৰে 'Our hundred days in Europe'. এখন ভ্ৰমণ কাহিনীৰ আৰ্হিত ৰচিত তেওঁৰ এই গ্ৰন্থত উপন্যাসৰ সকলোবোৰ উপাদান থকা বাবে আৰু তাৰ লগতে ইয়াৰ চমৎকাৰ কথনভংগীৰ বাবে এই গ্ৰন্থইও প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰে।

১৮৮৮ চনত অৰ্থাৎ ৮০ বছৰ বয়সত ভৰি দিয়াৰ পিছতো হ'মচে 'Over the......' শীৰ্ষক আন এলানি ধাৰাবাহিক ৰচনাত হাত দিয়ে।

# নেথেনিয়েল হৰ্থন

বিশ্ববৰেণ্য আমেৰিকান কথা সাহিত্যিক নেথেনিয়েল হৰ্থনৰ, ১৮০৪ চনৰ ৪ জুলাই তাৰিখে মেছাচুচেটচৰ চালেম চহৰত জন্ম হয়। তেওঁৰ সমস্ত শৈশৱ চালেমতেই অতিবাহিত হয় আৰু ইয়াৰ ভিতৰতে তেওঁ ঘৰুৱা শিক্ষকৰ তত্বাৱধানতে প্ৰাথমিক শিক্ষা সম্পন্ন কৰে। সোতৰ বছৰ বয়সত হৰ্থন ভৰ্তি হয় বাওডুইন কলেজত। কিন্তু ইয়াৰ বহু আগতেই তেওঁ শ্বেক্চ্পিয়েৰ, মিল্টন, বায়ৰণ, থমচন আদি শীৰ্ষস্থানীয় সাহিত্যিক সকলৰ "ক্লাছিক" ৰচনা সমূহ পঢ়ি প্ৰায় শেষ কৰে।

কিশোৰ কালতে নিজ মাতৃৰ সৈতে হৰ্থন কিছুদিনৰ বাবে 'মেইন'ত থকা তেওঁৰ খুৰাকৰ ঘৰত থাকিবৰ বাবে যায়। লোকালয়ৰ পৰা দূৰত খুৰাকৰ এই ঘৰখন আছিল নিৰ্জন এক বনভূমিৰ প্ৰান্তৰত। ইয়াৰ নিৰিবিলি পৰিবেশ আৰু প্ৰাকৃতিক সৌন্দৰ্যই অকণমানি হৰ্থনৰ মন মুগ্ধ কৰি পেলায়। নিৰ্জন বনভূমিৰ সেই সৌন্দৰ্যৰাজিয়ে যেন তেওঁক অনুপ্ৰেৰণা যোগায় লিখনিৰ জৰিয়তে তেওঁৰ মনৰ ভাব প্ৰকাশৰ বাবে, সাহিত্য সৃষ্টিৰ বাবে। তেতিয়াই হৰ্থনে হাতত কলম তুলি লয়। অৱশ্যে এই কোমল বয়সৰ ৰচনাসমূহ তেওঁ এসময়ত নষ্ট কৰি পেলায়, তেওঁৰ মন:পুত নোহোৱাৰ বাবে। ঠিক একেদৰেই তেওঁৰ জীৱনৰ প্ৰথমাৱস্থাত ৰচিত বহুতো ৰচনা তেওঁ এদিন নষ্ট কৰি পেলাইছিল প্ৰকাশৰ অনুপযোগী বুলি বিবেচনা কৰি।

'বাওডুইন' কলেজত তেওঁৰ সহপাঠী আছিল ১৯ শতিকাৰ আন এজন বিশ্ববৰেণ্য কবি- সাহিত্যিক 'লঙ্ফেল' আৰু আমেৰিকাৰ চতুৰ্দশ ৰাষ্ট্ৰপতি ফ্ৰেঙ্কলিন পিয়েৰচ্। ১৮২৫ চনত হৰ্থনে সেই কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে আৰু ইয়াৰ পিছৰ সুদীৰ্ঘ ১২ বছৰ তেওঁ চালেমৰ ঘৰত অতিবাহিত কৰে এক নি:সংগ জীৱন পৰ্ব। কিন্তু এই ১২ বছৰৰ নিৰৱতাৰ মাজতে জন্ম

পায়  তেওঁৰ প্ৰথম সাৰ্থক ৰচনা (টোৱাইচ টʼল্ড্ টেলচ্)। এই ৰচনাৰ প্ৰকাশে তেওঁৰ প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিলেও আৰ্থিক দিশত ইয়াৰ পৰা তেওঁ বিশেষ লাভবান নহʼল। ইফালে সেই সময়তে সাংসাৰিক দায়িত্বও আহি পৰাত তেওঁ বষ্টন কাষ্টম বিভাগত এটা চাকৰি গ্ৰহণ কৰিব লগাত পৰে। এই চাকৰিত অৱশ্যে তেওঁ সৰহদিন থাকিবলৈ নাপালে। কিন্তু ইয়াত চাকৰি কৰি থকা দুটা বছৰৰ ভিতৰতে 'পী-বডি' নামে চালেমৰেই যুৱতী এগৰাকীক বিয়া কৰায়। ইয়াৰ পিছত কিছুকালৰ বাবে হৰ্থন পৰিবাৰ সহ কনকৰ্ডত থাকিবলৈ লয়। তেওঁ কাষ্টমৰ চাকৰিত থকা কালত আহৰণ কৰা অভিজ্ঞতাৰ ভিত্তিত ৰচিত আনখন উল্লেখযোগ্য ৰচনা 'মজেছ্ ফ্ৰম এন অʼল্ড মেনছ' কনকৰ্ডত থকা দিন কেইটাৰ ভিতৰতে প্ৰকাশ পায়। এই সময়ত হৰ্থনে তেওঁৰ পত্নীৰ সৈতে প্ৰায় চাৰি বছৰমান কনকৰ্ডত বাস কৰে। এই দিনকেইটা তেওঁ[illegible]ৰ সুখ শান্তিৰ মাজতেই অতিবাহিত হয়। ইয়াৰ ভিতৰতে তেওঁলোকৰ সামাজিক প্ৰতিপত্তিও কিছু বৃদ্ধি পায়। 'Mosses from an Old Manse' অৰ কৃতকাৰ্যতাই হৰ্থনৰ কিছু পৰিমাণে আৰ্থিক উন্নতিও সাধন কৰে।

১৮৪৬ চনত হৰ্থন দ্বিতীয়বাৰৰ বাবে চালেমৰ শুল্ক বিভাগত সোমায়। কিন্তু তিনিবছৰ মানৰ পিছতে দেশৰ ৰাজনীতিত হোৱা সাল-সলনিৰ সময়ত তেওঁক সেই চাকৰিৰ পৰা নিলম্বিত কৰা হয়। এই চাকৰিৰ পৰা ওলাই আহি হৰ্থনে ইতিমধ্যে শেষ হৈ থকা তেওঁৰ সৰ্বোৎকৃষ্ট গ্ৰন্থ 'দা স্কাৰলেট লেটাৰ' প্ৰকাশ কৰে। এই গ্ৰন্থ প্ৰকাশ হোৱাৰ লগে লগে এজন প্ৰথম শ্ৰেণীৰ বিশ্ব সাহিত্যিক হিচাপে নেথেনিয়েল হৰ্থনৰ খ্যাতি বিয়পি পৰে সমগ্ৰ বিশ্বতে। ১৮৪৯ চনত 'দি স্কাৰলেট লেটাৰ' প্ৰকাশ পোৱাৰ দুবছৰ পিছতেই, অৰ্থাৎ ১৮৫১ চনত হৰ্থনৰ আন দুখন বিখ্যাত গ্ৰন্থ "The House of the seven Gables" আৰু "Blithedale Romance" (দি হাউছ অব দি ছেভেন গেবল্‌চ আৰু ব্লিথাডেল ৰোমাঞ্চ) প্ৰায় একে সময়তে প্ৰকাশ হৈ ওলায়। এই দুখন গ্ৰন্থৰ প্ৰকাশে হৰ্থনক লৈ যায় খ্যাতিৰ উচ্চতম শিখৰলৈ।

১৮৫৩ চনত হৰ্থনৰ একালৰ সহপাঠী আৰু অভিন্ন হৃদয় বন্ধু ফ্ৰেংকলীন পীয়েৰছ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হয়। শাসনৰ গাদীত বহিয়েই ফ্ৰেংকলীন পীয়েৰছে হৰ্থনক লিভাৰপুলত নিজ প্ৰতিনিধি হিচাপে নিযুক্তি দিয়ে। এই চাকৰিৰ কাৰ্যকাল উকলি যোৱাৰ পিছত হৰ্থনে ইউৰোপৰ দেশসমূহ ভ্ৰমণ কৰে আৰু সেই ভ্ৰমণৰ ভিত্তিত ৰচনা কৰে তেওঁৰ 'ইংলীচ্ নʼটবুক'

আৰু 'ফ্ৰেঞ্চ এণ্ড ইটালীয়ান ন'টবুকছ।' হৰ্থনৰ জীৱনৰ দ্বিতীয় পৰ্বৰ বিখ্যাত ৰচনা 'দি মাৰ্বল ফাউন' প্ৰকাশিত হয় ১৮৬০ চনত। ইংল্যাণ্ড ভ্ৰমণৰ পৰা ঘূৰি অহাৰ পিছত হৰ্থনে প্ৰকাশ কৰে ইংল্যাণ্ডৰ পটভূমিত ৰচিত "আৱাৰ অল্ড হ'ম।" এই গ্ৰন্থত লিখকে সেই কালৰ ইংল্যাণ্ড আৰু ইংৰাজ সমাজখনৰ এখন অতি বিশিষ্ট ছবি ফুটাই তুলিছে।

হৰ্থনৰ জীৱনৰ শেষ গ্ৰন্থ 'ডলিভাৰ ৰোমাঞ্চ' ৰচনাৰ কাম আৰম্ভ হয় ১৮৬৪ চনত। কিন্তু ক্ৰমাৎ পৰি আহিবলৈ ধৰা ভগ্ন স্বাস্থ্যৰ বাবে তেওঁ এই কাম অৰ্দ্ধ সমাপ্তকৈ এৰিব লগা হয়। ইয়াৰ পিছৰ জীয়াই থকা দিনকেইটা তেওঁ স্বাস্থ্যোন্নতিৰ বাবে আমেৰিকা আৰু ইউৰোপৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰিয়েই কটায় যদিও হৰ্থনৰ আৰু পুনৰ স্বাস্থ্যোদ্ধাৰ নহ'ল। তেওঁৰ বন্ধু আৰু ভূতপূৰ্ব ৰাষ্ট্ৰপতি ফ্ৰেংকলীন পীয়েৰছৰ সৈতে এনে এক যাত্ৰাত ওলাই যোৱা অৱস্থাতে নেথেনিয়েল হৰ্থনৰ ১৮৬৪ চনৰ শেষৰ ফালে প্লাইমাউঠত পৰলোক প্ৰাপ্তি ঘটে।

শৈশৱৰে পৰা নিৰ্জনতাক ভাল পোৱা হৰ্থনৰ স্বভাৱত এক বিশেষ কোমলতা থকা সত্ত্বেও তেওঁ এক শক্তিশালী ব্যক্তিত্বৰ অধিকাৰী আছিল। মাজে মাজে তেওঁৰ লিখনীত অংকিত কৰা কেতবোৰ হতাশাগ্ৰস্ত চৰিত্ৰৰ দোহাই দি বহুতেই তেওঁক নিৰাশাবাদী বুলি মন্তব্য কৰিলেও প্ৰকৃতপক্ষে হৰ্থন কোনোকালেই নিৰাশাবাদী নাছিল, তেওঁ বৰঞ্চ এজন প্ৰকৃত আশাবাদী আছিল। আৰু আছিল মানৱতাবাদত বিশ্বাসী। প্ৰকাশভংগীৰ সাৱলীলতা আছিল তেওঁৰ লিখনিৰ বৈশিষ্ট্য।

'মেইন'ৰ খুৰাকৰ ঘৰত থকা দিনকেইটাৰ বিষয়ে পিছত স্মৃতিচাৰণ কৰি হৰ্থনে লিখিছিল "I lived like a bird of the air, so perfect was the freedom I enjoyed" একোটা জোনাক নিশা তেওঁ 'Sebago' হ্ৰদৰ পাৰত অকলশৰে বহি থাকি কটাই দিছিল। অথচ তেওঁৰ বয়স তেতিয়া আছিল মাত্ৰ চৈধ্য বছৰ। প্ৰাকৃতিক সৌন্দৰ্য উপভোগত তেওঁ ইমানেই নিমগ্ন হৈ পৰিছিল যে নিশাৰ বনভূমিৰ ভয়াবহতাইও তেওঁৰ তন্ময়তা ভাঙিব নোৱাৰিছিল।

বাওডুইন কলেজৰ পৰা ওলোৱাৰ পিছত হৰ্থনে ১২ বছৰ কাল কেৱল দিবাস্বপ্ন দেখিছিল এজন বিশ্ববিখ্যাত সাহিত্যিক হোৱাৰ। 'চালেম'ৰ তেওঁলোকৰ ঘৰৰ ওপৰ মহলাৰ এটা অকণমানি কোঠাত বহি কৰ্মহীন হৰ্থনে পৃষ্ঠাৰ পিছত পৃষ্ঠা কিৰাকিৰি লিখিছিল আৰু এসময়ত সেইবোৰ ফালি

পেলাইছিল একো হোৱা নাই বুলি ভাবি। তাৰ মাজৰে দুই এটা লিখা মাজে সময়ে স্থানীয় কাকতে পত্ৰই প্ৰকাশ পালেও সেইবিলাক অতি নিম্নমানৰ বুলিয়েই বিবেচিত হৈছিল। সেই ধৰণৰ লিখা মেলা যিসকলে পঢ়িছিল তেওঁলোকৰ কোনোৱেও হয়তো এইটো কল্পনাই কৰিব পৰা নাছিল যে সেই বিশেষ প্ৰবন্ধটোৰ লিখকজনেই এদিন বিশ্বৰ প্ৰথম শ্ৰেণীৰ লিখক হ'ব পাৰে। হয়তো হৰ্থনে নিজেও কোনোদিনে ভবা নাছিল যে তেওঁ বিচৰামতেই এদিন তেওঁ এজন বিশ্ববৰেণ্য সাহিত্যিকৰ স্থান দখল কৰিবলৈ সমৰ্থ হ'ব। কিয়নো, তেওঁ খুব ভালদৰেই জানিছিল যে তেওঁ সেই পৰ্যায়ৰ লিখক নহয়। কিন্তু তেওঁ আশা এৰি নিদিলে আৰু চেষ্টা চলাই গ'ল সুদীৰ্ঘ ১২ বছৰ জুৰি। অনুশীলনৰ পিছত অনুশীলন। চিন্তাৰ গভীৰতাত শ্বেকচপিয়েৰ, মিল্টন, বায়ৰণ, থমচন আদিৰ ছবি। তেওঁলোকৰ ৰচনাশৈলীৰ ছবি। যেন দ্ৰোণাচাৰ্য্যৰ মূৰ্তিৰ সমুখত একলব্যৰ সাধনা আৰু এদিন সেই সাধনাত হৰ্থনৰ সিদ্ধিলাভ।

সাহিত্যৰ বুৰঞ্জীত এনে ধৰণে সাহিত্য চৰ্চা কৰা সাহিত্যিকৰ সংখ্যা অতি বিৰল— হয়তোবা নায়েই।

হৰ্থনে নিচেই সৰু কালতে কৰা অধ্যয়নৰ গভীৰ চাপ পৰিছিল তেওঁৰ মনত। শ্বেক্চপিয়েৰ, মিল্টনৰ প্ৰভাৱশালী লিখনিৰ চাপ। অসাধাৰণ সাহিত্যিক প্ৰতিভাই হৰ্থনৰ মন আকৰ্ষিত কৰিছিল সাহিত্য সাধনাৰ ফালে। সেয়ে, তেওঁৰ গাত আন কোনো বিশ্ববিখ্যাত সাহিত্যিকৰ দৰে জন্মগত প্ৰতিভা নাথাকিলেও তেওঁৰ ঐকান্তিক প্ৰচেষ্টাৰে আহৰণ কৰিছিল সেই প্ৰতিভা আৰু তাৰ বিকাশ সাধন কৰিছিল আত্মনিষ্ঠ অনুশীলনৰ মাজেদি। এই ক্ষেত্ৰত নেথেনিয়েল হৰ্থনৰ লক্ষ্য সাধনাৰ আদৰ্শই যুগে যুগে এনে লোকক অনুপ্ৰেৰণা যোগাই যাব যি নিজ লক্ষ্যত স্থিৰ হৈ নিজ প্ৰচেষ্টাৰ জৰিয়তে অসাধ্য সাধন কৰিবলৈ বিচাৰিব। সি লাগিলে যি ক্ষেত্ৰতেই হওঁক।

# ড: সৰ্বপল্লী ৰাধাকৃষ্ণণ

বিশ্ববন্দিত ভাৰতীয় দাৰ্শনিক, মহান শিক্ষক আৰু ৰাজনীতিবিদ ড: সৰ্বপল্লী ৰাধাকৃষ্ণণে ১৮৮৮ খৃষ্টাব্দৰ ৫ চেপ্তেম্বৰ তাৰিখে মাদ্ৰাজৰ তিৰুটানি নামে ঠাইত জন্ম গ্ৰহণ কৰে। এখন জমিদাৰীৰ 'তহছিলদাৰ' তেওঁৰ দেউতাকৰ নাম আছিল বীৰ চমাইয়া। ৰাধাকৃষ্ণণ আছিল বীৰ চমাইয়াৰ দ্বিতীয় সন্তান। জন্মস্থান তিৰুটানি, চমাইয়াৰ পৰিয়াল আৰু সেই সময়— ভৱিষ্যত দাৰ্শনিক ৰাজনীতিবিদ গৰাকীৰ জীৱনে গঢ় লোৱাৰ ক্ষেত্ৰত সকলো দিশৰে পৰা উপযুক্ত এক আদৰ্শ পটভূমি আছিল। কিয়নো, তিৰুটানি আছিল এখন ধৰ্মস্থান, চমায়া পৰিয়াল আছিল এটি আদৰ্শ হিন্দু ব্ৰাহ্মণ পৰিয়াল আৰু সেই সময়ছোৱা আছিল সু-প্ৰাচীন হিন্দু সভ্যতাৰ নৱ-জাগৰণৰ সময়।

শৈশৱৰে পৰা শান্ত শিষ্ট আৰু নম্ৰ স্বভাৱৰ ৰাধাকৃষ্ণণক অপৰিসীম স্নেহ যত্নৰ মাজত ৮ বছৰ বয়স হোৱালৈকে, তেওঁৰ পিতৃ-মাতৃয়ে নিজ তত্বাৱধানত ৰাখি নৈতিক চৰিত্ৰ গঠনৰ শিক্ষা দিয়ে। ইয়াৰ পিছত ১৮৯৬ চনত ৰাধাকৃষ্ণণক পঠোৱা হয় তিৰুপটিৰ লুথেৰান মিছন স্কুললৈ। বীৰ চমাইয়া নিজে এজন গোড়া ব্ৰাহ্মণ হলেও, শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত ৰাধাকৃষ্ণণৰ একাগ্ৰতালৈ লক্ষ্য কৰি তেওঁক এই খ্ৰিষ্টিয়ান শিক্ষানুষ্ঠানলৈকে পঠোৱাৰ সিদ্ধান্ত লয়। ১৮৯৬ চনৰ পৰা ১৯০০ চনলৈকে এই শিক্ষানুষ্ঠানত থকাৰ পিছত ৰাধাকৃষ্ণণে ১৯০০ ৰ পৰা ১৯০৪ লৈ ভেলোৰ কলেজ আৰু ১৯০৪ ৰ পৰা ১৯০৮ চনলৈ মাদ্ৰাজ খ্ৰিষ্টিয়ান কলেজত অধ্যয়ন কৰে।

আনুষ্ঠানিক শিক্ষা গ্ৰহণৰ সমগ্ৰ কালছোৱা ৰাধাকৃষ্ণণে অতিবাহিত কৰে খ্ৰিষ্টিয়ান মিছনেৰী সকলৰ মাজত। মিছনেৰী সকলৰ দ্বাৰা পৰিচালিত এই শিক্ষানুষ্ঠান সমূহৰ কটকটীয়া নীতি-নিয়ম আৰু উচ্চ মানৰ শিক্ষাদানে

ৰাধাকৃষ্ণণক সকলো দিশৰ পৰা এগৰাকী আদৰ্শ ব্যক্তি ৰূপে গঢ়ি তুলিছিল। বিশেষকৈ ৰাধাকৃষ্ণণৰ চৰিত্ৰত যিবোৰ গুণ ফুটি উঠিছিল সেই গুণৰাজিয়ে সকলো শ্ৰেণীৰ লোককে মুগ্ধ কৰিছিল। সেই সময়ৰে পৰাই তেওঁক সকলোৱে সন্মানৰ চকুৰে চাইছিল।

ৰাধাকৃষ্ণণৰ চৰিত্ৰ গঠনত তেওঁৰ পিতৃ-মাতৃৰ দৃষ্টিভংগীৰ প্ৰসাৰতাইও যথেষ্ট অৰিহণা যোগাইছিল। সকলো ধৰণৰ অন্ধ সংস্কাৰৰ পৰা মুক্ত চমাইয়া পৰিয়ালে কোনো অপবাদলৈ, ভয় নকৰি শিক্ষাগ্ৰহণৰ বাবে ৰাধাকৃষ্ণণক খ্ৰিষ্টিয়ান শিক্ষানুষ্ঠানলৈ পঠোৱাতো সেই সময়ত অন্যান্য নিষ্ঠাবান ব্ৰাহ্মণ পৰিয়াল সমূহৰ সন্তানসকলৰ ক্ষেত্ৰত প্ৰায় অসম্ভৱ কাৰ্য আছিল। কিন্তু তেনে ধৰণৰ শিক্ষা গ্ৰহণৰ মাজতেই ৰাধাকৃষ্ণণৰ মন উদাৰ আৰু সহনশীল হৈছিল সকলো ধৰ্মৰ প্ৰতি। হয়তো সেই সময়তেই তেওঁৰ মন ধাবিত হৈছিল দৰ্শন শাস্ত্ৰৰ ফালে।

বি-এ পাঠ্যক্ৰমত অংক, পদাৰ্থ বিজ্ঞান, ইতিহাস, জীৱবিদ্যা আৰু দৰ্শন এই কেইটা বিষয়ৰ কোনটোক তেওঁ 'অনাৰ্ছ' বিষয় হিছাপে ল'ব, তাক লৈ ৰাধাকৃষ্ণণ কিছু দোমোজাত পৰে। এনে সময়তে সেই কলেজৰ পৰাই 'দৰ্শন'ত অনাৰ্ছ সহকাৰে পাছ কৰি ওলোৱা তেওঁৰ এজন সম্বন্ধীয় ককায়েকে ৰাধাকৃষ্ণণক কেইখনমান দৰ্শনৰ কিতাপ পঢ়িবলৈ দিয়ে। এই কিতাপ কেইখনে তেওঁৰ ওপৰত যি প্ৰভাৱ পেলায়, তাৰ পৰিণতিত তেওঁ দৰ্শনতে 'অনাৰ্ছ' লোৱাৰ সিদ্ধান্ত হয়। ইয়াৰ লগতে তেওঁ সংস্কৃত আৰু হিন্দী ভাষাও পঢ়িবলৈ লয়। কলেজীয়া শিক্ষা শেষ কৰাৰ পূৰ্বেই তেওঁ আটাইকেইখন বেদ আৰু উপনিষদ সম্পূৰ্ণৰূপে অধ্যয়ন কৰে। মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ পৰা এম,এ ডিগ্ৰীৰ বাবে যুগুত কৰা ৰাধাকৃষ্ণণৰ 'থেচিচ' (Thesis) 'The Ethics of the Vedanta and its Material Presupposition', দৰ্শনৰ ওপৰত তেওঁৰ প্ৰথম গ্ৰন্থ হিছাপে ১৯০৮ চনত প্ৰকাশ পায়। সেই সময়ত ৰাধাকৃষ্ণণৰ মাত্ৰ কুৰি বছৰ বয়স। কিন্তু সেই বয়সতে ৰচিত তেওঁৰ এই গ্ৰন্থত ৰাধা কৃষ্ণণৰ দাৰ্শনিক চিন্তাৰ যি গভীৰতা পৰিলক্ষিত হয় তাৰ মাজতেই দেখিবলৈ পোৱা যায় পৰৱৰ্তী কালৰ মহান দাৰ্শনিকজনকো।

সৰ্বসাধাৰণৰ জীৱনত বহুতৰে ক্ষেত্ৰত অন্তৰ্নিহিত গুণৰাশিৰ কিছু পৰিমাণে বহিঃপ্ৰকাশ ঘটিলেও তাৰ মাজেদিয়েই সম্পূৰ্ণ কৃতকাৰ্যতা লাভ কৰাটো সম্ভৱ হৈ নুঠেগে। এই ক্ষেত্ৰত ৰাধাকৃষ্ণণ হ'ল বিশ্ব-মনীষীসকলৰ ভিতৰতো এক

ব্যতিক্ৰম। দেশৰ ৰাজনীতিত অংশ গ্ৰহণ কৰি তেওঁ সেই ক্ষেত্ৰতো ভাৰতৰ ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত হৈ দেশৰ সৰ্বোচ্চ সন্মানৰ অধিকাৰী হৈছিল যদিও তেওঁক বিশ্ববাসীয়ে অধিকতৰভাৱে সন্মান কৰিছিল এগৰাকী মহান দাৰ্শনিক আৰু শিক্ষক হিছাপেহে। তেওঁ সাম্প্ৰতিক কালৰ সৰ্বশ্ৰেষ্ঠ আৰু শীৰ্ষস্থানীয় দাৰ্শনিক এগৰাকীৰ ৰূপতহে সমগ্ৰ বিশ্বৰ গভীৰ শ্ৰদ্ধা আৰু সন্মানৰ অধিকাৰী হৈছিল। দেশ-বিদেশৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান, চৰকাৰ আৰু বিশেষভাৱে বিশ্ববিদ্যালয়সমূহে ৰাধাকৃষ্ণণক প্ৰদান কৰা সন্মান সমূহলৈ লক্ষ্য কৰিলেই এই কথা ধৰিব পাৰি যে জীৱিত কালতেই বিশ্বৰ সৰ্বোচ্চ সন্মানিত ব্যক্তি গৰাকী ৰূপে চিহ্নিত হৈ গৈছে ড: সৰ্বপল্লী ৰাধাকৃষ্ণণ।

এগৰাকী শিক্ষক হিছাপে ৰাধাকৃষ্ণণৰ কৰ্মজীৱনৰ বিৱৰণী ক্ৰমানুসাৰে এনে ধৰণৰ:

দৰ্শনৰ অধ্যাপক, মহীশূৰ বিশ্ববিদ্যালয় ১৯১৮-২১, কলিকতা বিশ্ববিদ্যালয় ১৯২১-৩১, অন্ধ্ৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ১৯৩১; Professor of Eastern Religion and Ethics, Oxford University 1932-1952; বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ প্ৰথম ভাৰতীয় উপাচাৰ্য, ১৯৪২। ইয়াৰ বাহিৰেও তেওঁ মানচেষ্টাৰ কলেজত Upton Lecturer হিছাপে, চিকাগো বিশ্ববিদ্যালয়ত Harwell Lecturer of Comparative Religion আৰু লণ্ডনৰ ইউনিভাৰচিটি কলেজত Hibbert Lecturer হিছাপে বক্তৃতা প্ৰদান কৰে।

ৰাষ্ট্ৰীয় আৰু আন্ত:ৰাষ্ট্ৰীয় শিক্ষাক্ষেত্ৰত ৰাধাকৃষ্ণণে পালন কৰা দায়িত্ব সমূহ এনে ধৰণৰ: Chairman, University Education Commission (1948); Chairman of the Executive Board of UNESCO (1948); President of UNESCO (1952); Representative of the Calcutta University at the Congress of Philosophy, Harvard University (May) 1962.

ৰাজনীতিৰ ক্ষেত্ৰত নেহৰুৰ সতীৰ্থ ৰাধাকৃষ্ণণে কেন্দ্ৰীয় মন্ত্ৰী সভাৰ এক অতি গুৰুত্বপূৰ্ণ পদত বৈদেশিক মন্ত্ৰী হিছাপে ভাৰতৰ বৈদেশিক নীতিৰ বুৰঞ্জীত ৰচনা কৰে এক নতুন অধ্যায়ৰ। এগৰাকী কেন্দ্ৰীয় মন্ত্ৰীৰ পদমৰ্যাদা আৰু সম্পূৰ্ণ ক্ষমতাৰে, ভাৰতৰ ৰাষ্ট্ৰদূত হিছাপে ১৯৪৯ চনৰ পৰা ১৯৫২ চনলৈ ছোভিয়েত ৰাছিয়াত থকা সময়ছোৱাত কাশ্মীৰ সমস্যাক লৈ পাক-ভাৰত

-তানৈক্যৰ বিষয়ত ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদৰ ওচৰত ভাৰতৰ সপক্ষে ছোভিয়েত সমৰ্থন আদায় কৰি তেওঁ দেখুৱাইছিল তেওঁৰ ৰাজনৈতিক বিচক্ষণতা।

১৯৫২ চনৰ পৰা ১৯৫৬ চনলৈ আৰু পুনৰ ১৯৫৭ চনৰ পৰা ১৯৬২ চনলৈ দুবাৰকৈ ভাৰতৰ উপ ৰাষ্ট্ৰপতিৰ পদত অধিষ্ঠিত হৈ থকাৰ পিছত ১৯৬২ চনত ৰাধাকৃষ্ণণ ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হয়। সেই সময়তেই বিশ্বই তেওঁক দাৰ্শনিক আখ্যা দিয়ে। বিশ্বৰ মহানতম দাৰ্শনিকৰূপে তেওঁ পৰিচয় পৰিস্ফুটিত হয় তেওঁৰ এই সমূহ দাৰ্শনিক ৰচনাৰ মাজত।

"The Ethics of the Vedanta and its Material Presupposition (1908); The Philosophy of Rabindranath Tagor (1918), The Reign of Religion in Contemporary Philosophy (1920); Indian Philosophy (2 volumes 1923 and 1927); The Hindu view of Life (1926); The Religion we Need (1928); Kalki or The Future of Civilizaion (1929); An Idealist view of Life (1932); East and West in Religion (1933); Freedom and Culture (1936); The Heart of Hinduism (1936); My Search for Truth (Autobiography 1937); Gautama the Buddha (1938); Eastern Religion and Western Thought (1939); Mahatma Gandhi (1939); India and China (1944); Education, Politics and war (1944), The Religion and Society (1947), The Bhagavadgita (1948); Great Indians (1949); The Dhammapada (1950); The Religion of the spirit and the Worlds Need (1952).

কুৰি শতিকাৰ চিন্তাবিদ আৰু লিখকসকলৰ ভিতৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰা এইগৰাকী মহান লিখকৰ দ্বাৰা ৰচিত যি কোনো এখনি গ্ৰন্থ অথবা একোটা নিবন্ধ পঢ়ি উঠাৰ পিছত ইয়াৰ সজীৱতালৈ লক্ষ্য কৰিলে আচৰিত হ'ব লাগে। কিয়নো, যিমানেই চিন্তা গধুৰ বিষয় হওক লাগে, ৰচনা ৰীতিৰ সৰলতাৰ বাবে ইয়াক বুজি পোৱাত কোনো শ্ৰেণীৰ পঢ়ুৱৈৰে অসুবিধা নহয়।

ভাৰতীয় ধৰ্মীয় দৃষ্টিকোণৰ পৰা মানৱ জীৱনৰ চৰম লক্ষ্য সাধন হয় 'ব্ৰহ্ম'ৰ উপলব্ধিত। ইয়াৰ বাবে পৰ্যায়ক্ৰমে ব্ৰহ্মচাৰ্য পালন, ব্ৰহ্মজ্ঞানৰ সাধন আৰু

ব্ৰহ্মবাদৰ বিশ্বাসত নিজকে ব্ৰতী কৰিব লাগে। সেই অৰ্থত ৰাধাকৃষ্ণণ এজন প্ৰকৃত ব্ৰহ্মচাৰী, এজন প্ৰকৃত ব্ৰহ্মজ্ঞানী আৰু এজন প্ৰকৃত ব্ৰহ্মবাদী আছিল। এই মহামানৱ গৰাকীৰ জীৱন কালত তেওঁ সমাধা কৰা বিৰাট কৰ্ম কাণ্ডৰ বিষয়ে এখনি সম্পূৰ্ণ আলেখ্য আগবঢ়োৱাটো এই ক্ষুদ্ৰ পৰিসৰত প্ৰায় অসম্ভৱ কথা। তথাপি আজি আমি তেওঁক সুঁৱৰিছো আধুনিক বিশ্বৰ এগৰাকী চিন্তাবিদ, দাৰ্শনিক আৰু এগৰাকী মহান শিক্ষক হিচাপে।

ড: সৰ্বপল্লী ৰাধাকৃষ্ণণৰ জীৱনাদৰ্শ আৰু বিৰাট কৰ্মৰাজিয়ে বিশ্ব দৰবাৰত ভাৰতকো একেই গৌৰৱ আৰু সন্মানৰ অধিকাৰী কৰি তুলিছে, যি দুৰ্লভ সন্মানৰ অধিকাৰী হৈছে তেওঁ নিজে।

# জহান উলফ্ গেঙ্গ ভনগ্যাট

ইংৰাজী সাহিত্যত শ্বেক্সচপীয়েৰ অথবা ইটালীয় সাহিত্যত ডান্টেৰ যি স্থান জাৰ্মান সাহিত্যত গ্যাটেও সেই স্থানৰে অধিকাৰী। বিশ্ব সাহিত্যতো গ্যাটে, ১৮ শতিকাৰ শেষাৰ্দ্ধ আৰু ১৯ শতিকাৰ প্ৰথমাৰ্দ্ধৰ ভিতৰত সাহিত্য কীৰ্তি স্থাপন কৰা মহান সাহিত্যিক সকলৰ ভিতৰত অন্যতম। এইক্ষেত্ৰত শ্বেক্সচপীয়েৰ আৰু ডান্টেক আমি যি ক্ষেত্ৰত কেৱল সাহিত্যৰ একোটা পৰিসীমিত পৰিধিৰ মাজত দেখা পাওঁ সেই ক্ষেত্ৰত গ্যাটেক আমি এটা বৃহত্তৰ পৰিসৰৰ মাজত দেখিবলৈ পোৱাৰ উপৰিও তেওঁক বিচাৰি পাওঁ এজন দাৰ্শনিকৰূপে।

একেধাৰে এজন কবি, নাট্যকাৰ,ঔপন্যাসিক আৰু এজন দাৰ্শনিক এই মহান ব্যক্তিগৰাকীৰ জন্ম হয় ১৭৪৯ খৃষ্টাব্দৰ ২৮ আগষ্ট তাৰিখে। 'ফ্ৰেংকফৰ্ট অন দি মেইন' (Frankfort on the Maine) নামৰ যি ঠাইত গ্যাটেৰ জন্ম, তেওঁৰ দেউতাক সেই ঠাইৰ এগৰাকী বিত্তবান, শিক্ষিত আৰু সমাজৰ প্ৰতিপত্তিশীল ব্যক্তি আছিল। গ্যাটেই অতি কম বয়সতে ফৰাচী ভাষা শিকিবলৈ লয়। ফ্ৰেংকফৰ্টত সেই সময়ত এটা ফৰাচী নাট্য দলে অনুষ্ঠিত কৰা এখন নাটক চোৱাৰ পিছত গ্যাটে নাটকৰ আৰু মঞ্চৰ প্ৰতি আকৃষ্ট হয়।

১৬ বছৰ বয়সলৈকে গ্যাটেই চিত্ৰকলা, সংগীত, প্ৰকৃতি বিজ্ঞান আৰু বিভিন্ন ভাষা চৰ্চা কৰাৰ লগতে আইনৰ প্ৰাথমিক শিক্ষা গ্ৰহণৰ মাজত কটায়। এনেতে ১৭৬৫ চনত এগৰাকী জাৰ্মান যুৱতীৰ সৈতে হোৱা প্ৰণয়ৰ বিফল পৰিণতিৰ পিছত তেওঁৰ দেউতাকে তেওঁক লীপজিগ বিশ্ববিদ্যালয়ত আইনৰ শিক্ষা লবৰ বাবে পঠিয়ায়। কিন্তু লীপজিগলৈ যোৱাৰ কিছুদিনৰ ভিতৰতে তেওঁ এটা বৰ টান নৰিয়াত পৰি ঘৰলৈ ঘূৰি আহিবলগীয়া হয়। ইয়াৰ পিছত তেওঁ ষ্ট্ৰাচবাৰ্গ বিশ্ববিদ্যালয়ত ভৰ্তি হয় আৰু তাৰ পৰাই ১৭৭১ চনত আইন বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰে। তেওঁ জীৱনৰ মাজ বয়সত ৰচিত 'ফষ্ট'

(Faust) কেৱল জাৰ্মানি আৰু ফ্ৰান্সতেই নহয় সমকালীন বিশ্বৰ প্ৰায় সকলো দেশতেই সমানে জনপ্ৰিয় হয়।

'The sorrows of werther' প্ৰকাশ পোৱাৰ পূৰ্বে ১৭৭৩ চনত গ্যাটেৰ ৰচিত নাটক 'Gotz Von Berlichingeh য়েও চূড়ান্ত সফলতা অৰ্জন কৰে যদিও Sorrows of werther এ তেওঁলৈ কঢ়িয়াই আনে বিশ্বখ্যাতি। এই ৰচনা প্ৰকাশৰ কিছুকালৰ ভিতৰতেই 'sane weimar'ৰ 'ডিউক' চাৰ্লচ অগষ্টাচে গ্যাটেক আমন্ত্ৰণ জনাই আনি তেওঁৰ সৈতে চিনাকি হয়। ইয়াৰ পিছত চাৰ্লচ অগষ্টাচে যেতিয়া দেশৰ শাসন ক্ষমতা লাভ কৰে তেতিয়া তেওঁৰ ৰাজসভাত এখন স্থায়ী আসন গ্ৰহণৰ বাবে গ্যাটেক অনুৰোধ জনায়। ১৭৭৫ চনত গ্যাটেই সেই অনুৰোধ ৰক্ষা কৰি উপস্থিত হয় চাৰ্লচ অগষ্টাচৰ ৰাজসভাত। সেই ৰাজসভাতেই ইতিমধ্যে বিখ্যাত পণ্ডিত Wie land য়ে ডিউকৰ ঘৰুৱা শিক্ষক হিছাপে যোগ দিছিল। ইয়াৰ পিছত ১৭৭৬ চনত গ্যাটেৰ একালৰ বন্ধু আৰু পৰামৰ্শদাতা হাৰ্ডাৰে যোগ দিয়াৰ উপৰিও আন এগৰাকী বিখ্যাত জাৰ্মান পণ্ডিত Schiller য়েও যোগ দিয়ে। এই কেইগৰাকী বিশ্ববিখ্যাত পণ্ডিত, দাৰ্শনিক আৰু সাহিত্যিকৰ লগতে চাৰ্লচ অগষ্টাচৰ দৰবাৰত সেইকালৰ জাৰ্মান আৰু ফৰাচী ভাষা-সাহিত্যৰ সমালোচক, ঔপন্যাসিক আৰু কবিসকলৰ এক বিৰাট সংখ্যক প্ৰতিভাৰ সমাবেশ ঘটে। ১৮ শতিকাৰ দ্বিতীয়াৰ্দ্ধত সমগ্ৰ জাৰ্মানিৰ ভাষা সাহিত্যত নিজ নিজ আধিপত্য বিস্তাৰ কৰা অগষ্টাচৰ দৰবাৰত উপস্থিত এইসকল লোকৰ বাবে চালিকা শক্তি হৈ পৰে গ্যাটে, তেওঁৰ চিন্তাধাৰা আৰু তেওঁৰ ৰচনাসমূহ। এই ক্ষেত্ৰত গ্যাটে অধিকতৰভাৱে অনুকৰণীয় হৈ পৰে ইয়াৰ পৰৱৰ্তী প্ৰজন্মৰ বাবে।

ইয়াৰ পিছত ১৭৮৬ চনত গ্যাটে ইটালীলৈ যায় আৰু সেই দেশত দুবছৰ কাল কটায়। ইয়াত থকা সময়ছোৱাৰ ভিতৰতে গ্যাটেৰ সাহিত্যিক আৰু দাৰ্শনিক চিন্তাধাৰাই পৰিপক্কতা লাভ কৰে আৰু এই সময়তেই তেওঁৰ তিনিখন বিখ্যাত ৰচনাই প্ৰকাশ লাভ কৰে।

ষ্ট্ৰাৰ্ছবাৰ্গত থকাকালতে সেই সময়ৰ আন এজন জাৰ্মান পণ্ডিত, সাহিত্যিক আৰু দাৰ্শনিক হাৰ্ডাৰ (Herder) ৰ সৈতে গ্যাটেৰ পৰিচয় হয়। প্ৰথম অৱস্থাৰ পৰিচয়ৰ পিছত হাৰ্ডাৰৰ সৈতে হোৱা তেওঁৰ বন্ধুত্বৰ উপৰিও হাৰ্ডাৰৰ চিন্তা আৰু জীৱন দৰ্শনে গ্যাটেৰ ওপৰত প্ৰচণ্ড প্ৰভাৱ পেলায়। বিশেষভাৱে ..ইত্যৰ ক্ষেত্ৰত সেই সময়লৈকে গ্যাটেৰ মনক ধ্ৰূপদী ফৰাচী সাহিত্যই যিদৰে আচ্ছন্ন কৰি ৰাখিছিল তাৰ পৰা তেওঁক মুক্ত হোৱাৰ বাট দেখুৱাই দিয়ে

হাৰ্ডাৰে। হাৰ্ডাৰৰ মতে কবিতা হ'ব লাগে সাধাৰণ মানুহৰ বাবে। সহজ-সৰল বোধগম্য ভাষাত সৰ্বসাধাৰণৰ জীৱনৰ খুটি-নাটিৰ প্ৰকাশ ঘটিব লাগে কবিতাত। হাৰ্ডাৰৰ এইধৰণৰ পৰামৰ্শই গ্যাটেৰ জীৱনৰ অন্যান্য দিশতো প্ৰভাৱ পেলায় আৰু চূড়ান্তভাৱে তাৰ ভিত্তিতেই ৰচিত হয় গ্যাটেৰ ভৱিষ্যত জীৱনৰ পথ।

আইনৰ ডিগ্ৰী লাভ কৰাৰ পিছত গ্যাটেই ওকালতি কৰিবৰ বাবে ওৱেটজলাৰলৈ (Wetzlar) লৈ যায়। কিন্তু ইয়াতো তেওঁ কেইদিনমান থকাৰ পিছতে ওৱেটজলাৰ এৰিবলগীয়া হয়। কিয়নো ইয়াত তেওঁ পুনৰবাৰ আন এগৰাকী যুৱতীৰ প্ৰেমত পৰে আৰু ইয়াৰ পৰিণতিও হয় বিষময়। এই যুৱতীগৰাকীৰ প্ৰতি তেওঁৰ মনত যেতিয়া অনুৰাগে দেখা দিয়ে সেই সময়ত গ্যাটেই নাজানিছিল যে সেই যুৱতী গৰাকী তেওঁৰেই এজন অন্তৰংগ বন্ধুৰ বাগদত্তা আছিল। যেতিয়া তেওঁ এই বিষয়ে জানিবলৈ পায় সেই সময়ত তেওঁৰ বাবে ওৱেটজলাৰত থকাটো অসম্ভৱ হৈ পৰে আৰু এদিন তেওঁ সন্তৰ্পণে সেই ঠাই ত্যাগ কৰে। তেওঁৰ বিখ্যাত ৰচনা 'The sorrows of werther' অৰ পটভূমি হয় তেওঁৰ জীৱনৰ এই ঘটনা ।

১৭৭৩ চনৰ আগে আগে প্ৰকাশিত গ্যাটেৰ 'The sorrows of werther' অৰ বিষয়বস্তুৰ আবেগিকতাই ইয়াৰ জনপ্ৰিয়তাৰ মূল কাৰণ হৈ পৰে। কিয়নো সেই সময়কাল আছিল এফালে 'ট্ৰেজেদি' আৰু আনফালে 'ছুপাৰ নেচাৰেল' সাহিত্যৰ সময়কাল। এই দুয়োটা দিশৰ "I phigenie", "Egmont" আৰু "Tasso" ৰচনাৰ কাম আৰম্ভ হয়।

১৭৯০ চনত প্ৰকাশিত হয় গ্যাটে ৰচিত 'ফষ্ট' (Faust) অৰ প্ৰথম খণ্ড। ১৫ শতিকাৰ এজন জাৰ্মান চিন্তাবিদৰ জীৱনৰ আধাৰত ৰচিত গ্যাটেৰ এই গ্ৰন্থ ৰচনাৰ কামত তেওঁৰ প্ৰায় সমগ্ৰ জীৱন ব্যতিত হয়। ১৭৯০ চনত ফষ্টৰ প্ৰথম খণ্ড প্ৰকাশ পাওঁতে গ্যাটেৰ বয়স ৪১ বছৰ আৰু ইয়াৰ দ্বিতীয় খণ্ড প্ৰকাশ পায় তেওঁৰ মৃত্যুৰ মাত্ৰ এবছৰ পূৰ্বে, অৰ্থাৎ ১৮৩১ চনতহে। গতিকে এই গ্ৰন্থ তেওঁৰ জীৱনৰ কোনো বিশেষ এটা সময়ত ৰচিত বুলি ক'ব নোৱাৰি।

'ফষ্ট'ৰ প্ৰথম খণ্ড প্ৰকাশ হৈ ওলোৱাৰ পিছৰে পৰা গ্যাটেই সাহিত্য চৰ্চাৰ লগে লগে অন্যান্য ক্ষেত্ৰসমূহৰ বিষয়বো অধ্যয়ন কৰিবলৈ লয় আৰু বিশেষভাৱে, (সৃষ্টিৰ প্ৰা[illegible] বস্তুৰ পিছত থাকিব পৰা) বৈজ্ঞানিক সত্যতাৰ অনুসন্ধানত ব্ৰতী হয়। তেওঁৰ এই প্ৰচেষ্টাত উদ্ভিদ বিজ্ঞান সম্পৰ্কে গ্যাটেই চলোৱা গৱেষণামূলক চৰ্চা [illegible] তেওঁ এই সূত্ৰ উদ্ভাৱন কৰে যে

একো জোপা গছ ইয়াৰ সমস্ত শাখা-প্ৰশাখাৰে সৈতে গছ পাতটোৰে পৰিৱৰ্তিত ৰূপ। এই সূত্ৰৰ ওপৰত ভিত্তি কৰিয়েই গ্যাটেই উদ্ভিদ বিজ্ঞান সম্পৰ্কে ৰচনা কৰে এখনি চিন্তা গধূৰ গ্ৰন্থ। ইয়াৰ পিছত আলোকবিজ্ঞান সম্পৰ্কেও গ্যাটেই চৰ্চা কৰিবলৈ লয় আৰু এই বিষয়ৰ ওপৰতো প্ৰণয়ন কৰি উলিয়ায় এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ।

১৭৯১ চনত গ্যাটে নিযুক্ত হয় 'Weimar Court Theatre অৰ পৰিচালকৰ পদত। এই নিযুক্তি পোৱাৰ পিছত তেওঁ Court Theatre ত মঞ্চস্থ কৰিবৰ বাবে ৰচনা কৰে তেওঁৰ বিখ্যাত নাটক "Wilhem Meister"।

ইয়াৰ ৰচনা আৰু পৰিবেশনাৰ প্ৰস্তুতিৰ মাজতে পাৰ হয় ১৭৯২ চনৰ সম্পূৰ্ণ বছৰটো। এই বছৰতে গ্যাটেই, ফৰাচী বিপ্লৱী বাহিনীৰ বিৰুদ্ধে প্ৰচিয়াই চলোৱা অভিযানত যোগ দিয়ে চাৰ্লচ অগষ্টাচৰ সৈতে।

১৭৯৪ ৰ পৰা ১৭৯৬ চনৰ ভিতৰত গ্যাটেই Wilhem Meister's Apprenticeshipনামে এখন উপন্যাস ৰচনা কৰে। মূল ফৰাচী ভাষাৰ পৰা এই গ্ৰন্থ বিশ্ববিখ্যাত সাহিত্যিক কাৰ্লাইলে ইংৰাজী ভাষালৈ অনুবাদ কৰে। ইয়াৰ পৰৱৰ্তী পৰ্যায়ত প্ৰকাশিত গ্যাটেৰ ৰচনা সমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল ১৭৯৭ চনত প্ৰকাশিত "Hermann and Dorothea"; ১৮০৯ চনত প্ৰকাশিত "Elective Affinities"; ১৮১১ আৰু ১৮১৪ অৰ ভিতৰত প্ৰকাশিত তেওঁৰ আত্মজীৱনী; ১৮১৯ চনত "The Westostlicher Divon" আৰু তেওঁৰ জীৱনৰ শেষ সময়ত ১৮৩১ চনত প্ৰকাশিত হয় 'ফষ্ট'ৰ দ্বিতীয় খণ্ড। ইয়াৰ এবছৰৰ পিছত ১৮৩২ চনত এই মহান বিশ্ব সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

# আলফ্ৰেড চাৰ্লছ্ হাৰ্মচ ওৱৰ্থ

ইংল্যাণ্ডৰ পৰা প্ৰকাশিত 'দি টাইমছ্', 'দি ডেইলী মেইল' আৰু 'দি ডেইলী মিৰৰ' আদি বিশ্বৰ সৰ্বাধিক আৰু বহুল প্ৰচাৰিত সংবাদ পত্ৰৰ প্ৰকাশন আৰু সম্পাদনাৰে আলফ্ৰেড হাৰ্মচ ওৱৰ্থে সংবাদ পত্ৰৰ জগতত সাংবাদিকতা আৰু প্ৰকাশনৰ উভয় ক্ষেত্ৰতে যি অসাধাৰণ সফলতা আৰু বিশ্বখ্যাতি অৰ্জন কৰি গৈছে তেনে উদাহৰণ আন ক'তো পাবলৈ নাই। তেওঁৰ মৃত্যুৰ পৰা এই সুদীৰ্ঘ কালৰ ভিতৰত আজিলৈও এই ক্ষেত্ৰত আন কোনো ব্যক্তি সেই সফলতা বা খ্যাতিৰ অধিকাৰী হ'ব পৰা নাই।

আয়াৰলেণ্ডৰ ৰাজধানী চহৰ ডাবলীনত ১৮৬৫ চনৰ ১৫ জুলাই তাৰিখে জন্ম হয় আলফ্ৰেড চাৰ্লচ হাৰ্মচ ওৱৰ্থৰ। তেওঁৰ দেউতাক আছিল 'Royal Hibermian Military Academy'ৰ এজন শিক্ষক। তেওঁৰ মাক জেৰালডিন মেফেটো এগৰাকী অসাধাৰণ মহিলা আছিল। মাক-দেউতাকৰ এঘাৰটি সন্তানৰ ভিতৰত আলফ্ৰেডেই আছিল সবাতোকৈ ডাঙৰ।

আলফ্ৰেডৰ সাত বছৰমান বয়স হোৱাৰ সময়ত এদিন দেউতাকৰ সৈতে ফুৰিবলৈ গৈ দেখা পায় এটা ছপাশালৰ কাম। সেইদিনাই তেওঁৰ মনত একগভীৰ আকৰ্ষণবোধৰ জন্ম হয় এই কামৰ প্ৰতি। তেওঁৰ মনৰ এই ভাবলৈ লক্ষ্য কৰিয়েই ছপাশালটোৰ মালিকজনে আলফ্ৰেডৰ আঠ বছৰীয়া জন্মদিনৰ উপহাৰ স্বৰূপে তেওঁক এটা 'পুতলা ছপাশাল' দিয়ে।

এই ঘটনাৰ দুবছৰমানৰ মূৰত আলফ্ৰেডক উত্তৰ-পশ্চিম লণ্ডনৰ 'চেইণ্ট জৰ্মচ উদ' নামৰ স্কুলখনত দিয়া হয়। এই স্কুলত তেওঁ অঙ্কৰ বিষয়ত অধিক ভাল কৰিব পৰা নাছিল যদিও, ভাষা-সাহিত্যৰ ক্ষেত্ৰত লাভ কৰা ফলাফল কিন্তু চমকপ্ৰদ আছিল। তেওঁৰ পঢ়া-শুনাৰ এই দিশটোলৈ লক্ষ্য কৰিয়েই স্কুলৰ প্ৰধান শিক্ষকে এখন আলোচনী প্ৰকাশ কৰাৰ বাবে আলফ্ৰেডে প্ৰকাশ

কৰা ইচ্ছা আৰু আগ্ৰহৰ অনুমোদন জনাই তেওঁক এই কামৰ বাবে অনুমতি দিছিল। সেই সময়ত আলফ্ৰেডৰ বয়স ১৬ বছৰ সম্পূৰ্ণ হোৱা নাছিল। কিন্তু ইতিমধ্যেই ১৮৮১ চনৰ মাৰ্চ মাহত তেওঁৰ সম্পাদনাত প্ৰকাশিত হোৱা 'House School Magazine'অৰ প্ৰথম সংখ্যাটোৱে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে।

এই আলোচনীৰ সম্পাদনাৰে আৰম্ভ হৈছিল হাৰ্মচ ওৱৰ্থৰ সাংবাদিক জীৱনৰ। আলফ্ৰেড হাৰ্মচ ওৱৰ্থ তেওঁৰ সমগ্ৰ মন-প্ৰাণ ঢালি দিছিল স্কুলীয়া আলোচনীখনৰ সম্পাদনাৰ কামত। যিটো ছপাশালত এই আলোচনীখন ছপা হৈছিল; আলফ্ৰেডে তেওঁৰ বেছিভাগ সময় তাতেই অতিবাহিত কৰিছিল। হাজাৰটা প্ৰশ্নেৰে ব্যতিব্যস্ত কৰি তুলিছিল ছপাশালৰ মালিকক। কিন্তু, আলফ্ৰেডৰ ওপৰত প্ৰেছৰ মালিকজন কোনো প্ৰকাৰে বিৰক্ত বা অসন্তুষ্ট হোৱা নাছিল। তেওঁ, যোল্ল বছৰীয়া আলফ্ৰেডৰ ছপাৰ কামৰ প্ৰতি থকা অসম্ভৱ আগ্ৰহলৈ লক্ষ্য কৰি আচৰিত হোৱাৰ লগতে মনে মনে ভাবিছিল আন এটা কথা।

প্ৰেছৰ মালিক জৰ্জ জেলছেই আছিল স্থানীয় সংবাদ পত্ৰখনৰো মালিক। সম্পাদনাৰ ক্ষেত্ৰত অত্যন্ত আগ্ৰহী আলফ্ৰেডক তেওঁ নিজৰ কাকতখনৰ বাবে সংবাদদাতা নিযুক্ত কৰিব খুজিলে। কিন্তু এইক্ষেত্ৰত বাধা হ'ল আলফ্ৰেডৰ দেউতাক। তেওঁ আলফ্ৰেডক সাংবাদিক হোৱাটো নিবিচাৰিলে। অৱশ্যে, তেওঁ দেউতাকৰ ইচ্ছানুযায়ী এই চাকৰি গ্ৰহণ নকৰিলেও তলে তলে প্ৰস্তুতি চলাই থাকিল, এজন সাংবাদিক হোৱাৰ চূড়ান্ত লক্ষ্য আগত ৰাখি।

স্কুলীয়া শিক্ষা শেষ হোৱাৰ পিছৰে পৰা আলফ্ৰেডে বাতৰি কাকত আৰু আলোচনীৰ বাবে প্ৰবন্ধাদি লিখিবলৈ ধৰে। এনেকৈ, ১৮ বছৰ বয়স পূৰ্ণ হোৱাৰ সময়লৈকে তেওঁ লিখা-মেলাৰ জৰিয়তে সপ্তাহত ৩/৪ পাউণ্ড মানকৈ উপাৰ্জন কৰে। ইয়াৰ মাজতে 'Youth' নামে কাকত এখনৰ সম্পাদনাও কৰে কিছুকাল।

সাংবাদিক হিছাপে হাৰ্মচ ওৱৰ্থৰ প্ৰথম গুৰুত্বপূৰ্ণ কাৰ্যনিৰ্বাহ হয় 'বাইচাইক্লিং নিউজ' (Bicycling News)- কাকতৰ সম্পাদকৰূপে। এই কাকতৰ সম্পাদক হিছাপে তেওঁ যথেষ্ট নাম-যশ লাভ কৰে। কিন্তু এইক্ষেত্ৰত, আলফ্ৰেডে পোষণ কৰা উচ্চাভিলাষ চৰিতাৰ্থ কৰাৰ পৰিকল্পিত আঁচনিত এই কাকত বিশেষ সহায়ক নহ'ব বুলি, তেওঁ দুবছৰমানৰ পিছত এই কাকতৰ

পদ ইস্তফা দিয়ে আৰু নিজাববীয়াকৈ এখন কাকত প্ৰকাশৰ উদ্দেশ্যে 'I Life' অনুষ্ঠানৰ পৰা ওলাই আহে।

১৮৮৭ চনত ২২ বছৰীয়া আলফ্ৰেড উপস্থিত হয় লণ্ডনত। মনত অনেক আশা। নিজ পৰিকল্পিত আঁচনিৰ ৰূপায়ণেৰে সংবাদ পত্ৰৰ জগতত তেওঁ আনিবলৈ বিচাৰে এক বৈপ্লৱিক পৰিবৰ্তন। এইক্ষেত্ৰত তেওঁৰ চিন্তাৰ অভিনৱত্ব আৰু নিজৰ কৰ্মশক্তিৰ ওপৰত আছে গভীৰ আত্মবিশ্বাসৰ ভাৱ। কিন্তু সফলতা লাভৰ ক্ষেত্ৰত একমাত্ৰ অন্তৰায় হৈছে অৰ্থ সংকট। এই অৰ্থসংকট দূৰ কৰিব পাৰিলেই তেওঁ জানে, তেওঁৰ আশাৰ কুসুম ফুলিব।

ইতিমধ্যে ১৮৭০ চনত পাৰ্লামেণ্টৰ দ্বাৰা গৃহীত নতুন শিক্ষা আইনখন কাৰ্যকৰীকৰণৰ পিছত সমগ্ৰ গ্ৰেট ব্ৰিটেনতে পঢ়ুৱৈৰ সংখ্যা বৃদ্ধি পাইছে অত্যাধিকৰূপে। আলফ্ৰেডৰ লক্ষ্য হ'ল নতুনকৈ গঢ় লৈ উঠা এই পঢ়ুৱৈ সমাজখনৰ প্ৰয়োজনসাপেক্ষে জ্ঞান-বিজ্ঞানৰ বিভিন্ন দিশত সকলো ধৰণৰ তথ্যাদিৰে সমৃদ্ধ এখন কাকত প্ৰকাশ কৰাটো। প্ৰকাশনৰ ক্ষেত্ৰত প্ৰয়োজনীয় পুঁজিৰ সংগ্ৰহ হয় মানে আলফ্ৰেডে প্ৰকাশ কৰিবলৈ লোৱা কাকতখনৰ এটা আৰ্হি তৈয়াৰ কৰিলে আৰু তাৰ লগতে সাংবাদিকতা আৰু সম্পাদনাৰ ক্ষেত্ৰত বান্ধি ল'লে কেতবোৰ নীতি নিয়ম।

অৱশেষত, আলফ্ৰেডৰ মাকৰ এগৰাকী বান্ধৱীয়ে আগবঢ়োৱা ১৫০০ পাউণ্ডৰ অৰ্থ-সাহায্যেৰে ১৮৮৮ চনৰ এপ্ৰিল মাহত প্ৰকাশ হৈ ওলাল আলফ্ৰেড চাৰ্লচ হাৰ্মছ ওৱৰ্থৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত "Answers" (আনচাৰ্ছ) নামৰ কাকতখনৰ প্ৰথম সংখ্যাটো। সেই একেমাহৰ প্ৰথম ভাগত আলফ্ৰেডে বিয়া কৰাই মেৰী মিলনাৰক। বিয়াৰ দিনা বৰযাত্ৰী সকলৰ হাতে হাতে "Answers"ৰ একো কপি কাকত।

সাপ্তাহিক 'আনছাৰ্ছ'ৰ প্ৰথম সংখ্যা ৬০,০০০ কপি ছপা কৰা হৈছিল যদিও ইয়াৰ মাত্ৰ ১২,০০০ কপিহে বিক্ৰী যায়। পৰৱৰ্তী সংখ্যা নামি যায় ৮০০০ কপিলৈ। কিন্তু দুটামান সংখ্যাৰ পিছতে সাপ্তাহিকখনৰ চাৰ্কুলেচন দ্ৰুতগতিত বাঢ়ি গৈ ৩০,০০০ কপি হয়গৈ আৰু ই ক্ৰমবৰ্দ্ধমান গতিত বাঢ়ি যাবলৈ ধৰে। কিন্তু আলফ্ৰেড তথাপি সুখী নহয়। তেওঁ কাকতখনৰ চাহিদা বহু অধিক বৃদ্ধি হোৱাটো বিচাৰে।

কাকতখনৰ বিক্ৰী বঢ়াবৰ বাবে আলফ্ৰেড আৰু তেওঁৰ ভায়েক হেৰল্ড মিলি সিদ্ধান্ত ল'লে এখন প্ৰতিযোগিতা পতাৰ। প্ৰতিযোগিতাৰ বিষয় হ'ব ১৮৮৯ চনৰ ৪ ডিচেম্বৰ তাৰিখে 'বেংক-অৱ-ইংল্যাণ্ড'ৰ বেঙ্কিং বিভাগত

দিনটোৰ হিছাপ-নিকাচ শেষ হোৱাৰ পৰত কিমান সোণৰ মুদ্রা থাকিব? কাকতৰ গ্রাহক আৰু পাঠক সকলৰ মাজৰ পৰা এই প্রশ্নৰ শুদ্ধ উত্তৰ দিওঁতাজনক তেওঁৰ জীৱন কালৰ বাবে দি যোৱা হ'ব সপ্তাহত ২ পাউণ্ডকৈ ধন।

'সাপ্তাহিক আনছাৰ'ৰ কোনোবা এটা সংখ্যাত এই প্রতিযোগিতাৰ জাননী প্রকাশ পোৱাৰে পৰা ১৮৮৯ চনৰ ডিচেম্বৰ মাহৰ চাৰি তাৰিখৰ ভিতৰত 'আনছাৰ'ৰ কার্যালয়লৈ, ইয়াৰ উত্তৰত ৭,১৮,২১৮ খন প'ষ্ট কার্ড আহে। ইফালে, সেইবছৰৰ ডিচেম্বৰ মাহৰ শেষ সপ্তাহত সাপ্তাহিকখনৰ ২,০৫,০০০ (দুইলাখ পাঁচ হাজাৰ) কপি কাকত ছপাবলগীয়া হয়। প্রতিযোগিতাৰ ফলাফলো বাহিৰ হয় সেই সংখ্যাতে। মাত্র ছমাহ সময়ৰ ভিতৰত কাকতখনৰ 'চাৰ্কুলেচন' ৩০ হেজাৰ কপিৰ পৰা ২ লাখ কপিৰ ওপৰলৈ উঠে। ইয়াতেই আৰম্ভ হয় আলফ্রেড হাৰ্মচ ওৱৰ্থৰ জীৱনৰ চূড়ান্ত সফলতা লাভৰ কাহিনী।

কাহিনী, এক অনন্য সাধাৰণ আৰু একক সফলতা লাভৰ। কাহিনী অসাধাৰণ ব্যক্তি প্রতিভাৰ। হাৰ্মচ ওৱৰ্থৰ ছপাশালৰ পৰা 'আনছাৰ'ৰ উপৰিও, ইখনৰ পিছত সিখনকৈ, একেটা মাহৰ ভিতৰতে চাৰি, পাঁচখনমান নতুন আলোচনী-কাকত প্রকাশ পায়। নতুনকৈ প্রকাশ লাভ কৰা এই সমূহ বার্তালোচনীৰ চাহিদাও 'আনছাৰ'ৰ দৰেই ক্রমাৎ বাঢ়ি যাবলৈ ধৰে। সহজ সৰল ভাষাত সত্যনিষ্ঠ বাতৰি পৰিবেশনৰ ওপৰত গুৰুত্ব দি হাৰ্মচ ওৱৰ্থে নিজ কার্যালয়ত কর্তব্যৰত সাংবাদিকসকলৰ উদ্দেশ্যে এই বুলি উপদেশ আগবঢ়ায়। Simple language, no showing off in the shape of foreign quotation, short sentences and short paragraph should contain atleast one interesting fact.

আলফ্রেড হাৰ্মচ ওৱৰ্থৰ সম্পাদনাত প্রকাশ পোৱা "আনছাৰ", "ছানডে কম্পেনীয়ন", "হ'ম চেৎ" (Home chat) আৰু "দি চিল্ডড্রেনছ নিউজ পেপাৰ" (The children's News Paper) এই চাৰিখন কাকত আলোচনী একেটা সময়তে জনপ্রিয়তাৰ চূড়ান্ত শিখৰলৈ উঠে। কাকতৰ প্রকাশ আৰু সম্পাদনাৰ লগতে হাৰ্মচ ওৱৰ্থে প্রণয়ন কৰে "হাৰ্মচ ওৱৰ্থ এন চাইক্ল'পেডিয়া" আৰু 'হাৰ্মচ ওৱৰ্থ চেলফ এডুকেট'ৰ নামে আন দুটি প্রকাশন।

১৮৯৮ চনত আলফ্রেডে লণ্ডনৰ ফ্লিট ষ্ট্রীটৰ পৰা বিখ্যাত 'ডেইলীমেইল' কাকতৰ প্রকাশ আৰম্ভ কৰে। ইয়াৰ পৰৱৰ্তী ছবছৰৰ ভিতৰত তেওঁৰেই সম্পাদনাত প্রকাশ পায় আন দুখন বহুল প্রচাৰিত বিখ্যাত কাকত 'লণ্ডন

ইভিনিং নিউজ' আৰু 'ডেইলী মিৰৰ।'

এটা সময়ত মাত্ৰ ৮ পাউণ্ডৰ মাহিলী দৰ্মহাত কাকত সম্পাদনাৰ দায়িত্ব লোৱা আলফ্ৰেড হাৰ্মচ ওৱৰ্থে মাত্ৰ ৩৯ বছৰ বয়সতে এজন কোটিপতিত পৰিণত হোৱাৰ লগতে ১৯০৪ চনত লাভ কৰে 'লৰ্ড' উপাধি। ৰজাঘৰৰ পৰা এই উপাধি লাভ কৰি তেওঁ হয় লৰ্ড নৰ্থক্লিফ। ইয়াৰ পিছত তেওঁৰ সম্পূৰ্ণ নাম হয় "লৰ্ড চাৰ্লচ হাৰ্মচ ওৱৰ্থ অৱ নৰ্থক্লিফ।"

প্ৰথম বিশ্বযুদ্ধৰ সময়ত আলফ্ৰেডৰ দ্বাৰা প্ৰকাশিত কাকত সমূহে জাৰ্মান বিৰোধী প্ৰচাৰ অভিযানত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। এই সময়তে তেওঁ লাভ কৰে ব্ৰিটিছ পাৰ্লামেণ্টৰ সদস্য পদ। ইতিমধ্যে 'টাইমছ' নামৰ বিখ্যাত পত্ৰিকাখনৰ মালিকীস্বত্বও তেওঁ কিনি লয় আৰু প্ৰায় বন্ধ হৈ যাবলগীয়া অৱস্থাৰ পৰা ইয়াক পুনৰুদ্ধাৰ কৰাৰ লগতে ইয়াক জনপ্ৰিয়তাৰ শিখৰত স্থাপন কৰে।

১৯২২ চনৰ ১৪ আগষ্ট তাৰিখে মাত্ৰ ৫৭ বছৰ হোৱা আলফ্ৰেড চাৰ্লচ হাৰ্মচ ওৱৰ্থ লৰ্ড নৰ্থক্লিফৰ অকাল মৃত্যুৱে সংবাদ জগতত সৃষ্টি কৰে এক বিৰাট শূন্যতাৰ।

# কাৰ্ল গুস্তাভ জাং

দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকাময় সময়ছোৱাই জাপানাৰ হিৰোচিমা আৰু নাগাচাকিৰ ধ্বংসকাৰ্যৰ লগতে বিশ্বৰ বিভিন্ন দেশৰ অগণন নৰ-নাৰীৰ মানসিকতাকো পংগু কৰি গৈছিল। যুদ্ধকালীন সেই সময়ৰ যি ভয়ংকৰ প্ৰভাৱ মানুহৰ মনত পৰিছিল সি লক্ষ লক্ষ মানুহৰ মানসিক বিকাৰগ্ৰস্ততাৰ সৃষ্টি কৰিছিল। এনে ধৰণেৰে মানসিক ভাৰসাম্য হেৰুৱাই পেলোৱা সেই সময়ৰ এজন প্ৰখ্যাত ব্যক্তি আছিল দক্ষিণ আফ্ৰিকীয় অনুসন্ধানকাৰী বিশ্ববিখ্যাত গ্ৰন্থকাৰ লৰেঞ্চ ভন্ ডাৰ প'ষ্ট। অনেক চেষ্টা চৰিত্ৰৰ মূৰতো তেওঁক সুস্থ কৰি তোলাত ব্যৰ্থ হোৱাত তেওঁৰ পত্নীয়ে এদিন তেওঁৰ আগত প্ৰস্তাৱ ৰাখিলে চুইজাৰলেণ্ডৰ বিখ্যাত মনোবিজ্ঞানী প্ৰফেচাৰ কাৰ্ল গুস্তাভ্ জাঙক দেখা কৰাৰ। লৰেঞ্চ ভন্ ডাৰ প'ষ্টে প্ৰথমতে তেওঁৰ কথাত অসন্মতি প্ৰকাশ কৰিলেও পিছত সন্মত হয় আৰু অৱশেষত এদিন তেওঁলোক ওলাল মনোবিজ্ঞানী গুস্তাভ জাঙৰ ওচৰলৈ।

প্ৰথম সাক্ষাতৰ মাত্ৰ কেইঘন্টামানৰ ভিতৰতে লৰেঞ্চ ভন্ ডাৰ প'ষ্টৰ মনৰ ভয়-ভীতি যেন বহু পৰিমাণে ধুই নিলে কাৰ্ল গুস্তাভ জাঙৰ হাঁহিভৰা মুখৰ মধুৰ ব্যৱহাৰ আৰু অভয় দানে। গুস্তাভ জাঙৰ অনুৰোধত ভন ডাৰ প'ষ্টে কৈ গ'ল, তেওঁৰ বিগত দিনৰ দুৰ্যোগভৰা কাহিনী, জাপানৰ এক বন্দী শিবিৰত যুদ্ধবন্দী হৈ থকা এক সুদীৰ্ঘ কালৰ ভয়াবহ অভিজ্ঞতাৰ কথা—সেই বন্দীশিবিৰৰ প্ৰতিনিয়ত ভীতিগ্ৰস্ততাই কিদৰে তেওঁৰ মনত এক স্থায়ী আৰু গভীৰ ক্ষতৰ সৃষ্টি কৰিছিল সেই কথা।

কাৰ্ল গুস্তাভ জাঙে গভীৰ মনোযোগেৰে শুনিছিল ভন ডাৰ প'ষ্টৰ কথা। তেওঁৰ ব্যৱহাৰত এইটো প্ৰকাশ পোৱা নাছিল যে তেওঁ এজন মানসিক ৰোগীৰ [illegible] কথা পাতিছে। সাক্ষাৎ কৰাৰ গোটেই সময়ছোৱাতে [illegible] ভন ডাৰ

প'ষ্টৰ প্ৰতি দেখুওৱা অতি স্বাভাৱিক ব্যৱহাৰে ভন্ ডাৰ প'ষ্টৰ মনৰ দুৰ্ভাৱনা যেন বহু পৰিমাণে পাতলাই দিছিল। ইয়াৰ পিছত আৰু কেইটামান সাক্ষাৎকাৰৰ অন্তত সম্পূৰ্ণ সুস্থ হৈ উঠিছিল ভন্ ডাৰ প'ষ্ট। পৰৱৰ্তী কালত তেওঁৰ আত্মজীৱনীত ভন্ ডাৰ প'ষ্টে মনোবিজ্ঞানী গুস্তাভ জাঙৰ সৈতে হোৱা সেই সাক্ষাৎকাৰৰ স্মৰণত এইদৰে লিখিছিল "সমগ্ৰ বিশ্বই মহান ব্যক্তিৰূপে অভিহিত কৰা এনে বহু ব্যক্তি বিশেষৰ সৈতে মোৰ পৰিচয় ঘটিছে, কিন্তু কাৰ্ল গুস্তাভ জাঙৰ দৰে মহানতম ব্যক্তি মই মোৰ জীৱনকালত আৰু দ্বিতীয়জন লগ পোৱা নাই।"

গুস্তাভ জাঙৰ মৃত্যুৰ তিনি দশক পিছত আজিও তেওঁৰ দৃষ্টিভংগীয়ে গভীৰভাৱে প্ৰভাৱিত কৰি ৰাখিছে মনোবিজ্ঞান আৰু মানসিক চিকিৎসাৰ সকলোবোৰ দিশ। মানসিকভাৱে বিকাৰগ্ৰস্ত লোক সকলৰ মানসিক অৱস্থাক চাৰি ভাগত ভাগ কৰি তেওঁ উদ্ভাৱন কৰা চাৰিটা শব্দ (Extrovert, Introvert, Persona, Archetype) ৰ ভিতৰতেই আজিও মনোবিজ্ঞানী সকলে তেওঁলোকৰ বিশ্লেষণাত্মক চিকিৎসাৰ পটভূমি তৈয়াৰ কৰে। বিশ্বৰ বিভিন্ন দেশত তেওঁৰ সন্মানত নিৰ্মাণ আৰু নামাকৰণ কৰা হৈছে বিভিন্ন শিক্ষানুষ্ঠান আৰু সমাজ সংগঠন। গুস্তাভ জাঙে প্ৰণয়ন কৰি থৈ যোৱা Modern man in search of a soul, Memories, Dreams, Reflection আদিৰ দৰে এই বিষয়ৰ মহৎ গ্ৰন্থসমূহৰ বিষয়ে মন্তব্য কৰি নিউইয়ৰ্কৰ 'টাইমছ' পত্ৰিকাই এইদৰে লিখিছিল "People are reading Jung now because his concerns are theirs. The lifelong search for meaning and wholeness that Jung recounts is the one they too are embarked on."

১৮৭৫ চনৰ ২৬ জুলাই তাৰিখে কনষ্টেন্স হ্ৰদৰ পাৰৰ কে'চউইলত জন্ম হয় কাৰ্ল গুস্তাভ জাঙৰ আৰু তেওঁৰ সমগ্ৰ শৈশৱ অতিবাহিত হয় Klein Huningen নামৰ গ্ৰাম্যাঞ্চলত। ইয়াৰ পৰাই এঘাৰ বছৰ বয়সত কাৰ্ল স্কুললৈ যাবলৈ ধৰে। বেচ্‌ল্ নামে ঠাইত অৱস্থিত এই স্কুলত তেওঁৰ সহপাঠী সকলৰ প্ৰায়ভাগেই আছিল চহকী পৰিয়ালৰ সন্তান। জাঙ নিজে আছিল দুখীয়া ঘৰৰ ল'ৰা। সেই স্কুলীয়া জীৱনৰ কথা সুঁৱৰি জাঙে পৰৱৰ্তী কালত ৰচিত আত্মজীৱনীত উল্লেখ কৰি এনেদৰে কৈছে— "এই স্কুলত পাঢ়বলৈ গৈ ধনাঢ্য পৰিয়ালৰ সন্তান সকলৰ মাজত মই প্ৰথম উপলব্ধি কৰিলো যে মোৰ জোতাযোৰ ফটা।"

স্কুলত পঢ়ি থকা কালত জাং সকলোবোৰ বিষয়তে পাৰদৰ্শী আছিল যদিও তেওঁ অংকত ভাল নাছিল। ইয়াৰ লগতে তেওঁ ভাল নোপোৱা আন এটা বিষয় আছিল শৰীৰ চৰ্চা পাঠ্যক্ৰম। খেলা-ধূলা আৰু শৰীৰ চৰ্চাৰ পৰা আঁতৰি থাকিবলৈ ভাল পোৱা কাৰ্ল জাং স্বাভাৱিকতেই শাৰীৰিকভাবে দুৰ্বল আছিল।

কাৰ্লৰ বয়স যেতিয়া ১২ বছৰ সেই সময়ত এদিন তেওঁৰ এজন সহপাঠীয়ে তেওঁক ঠেলা মাৰি পেলাই দিয়ে। জাং পৰি যায় এটা শিলৰ ওপৰত মূৰ দি আৰু লগে লগেই অচেতন হৈ পৰে। এই ঘটনাই পিছত এক ডাঙৰ সমস্যাৰ ৰূপ লয়। কিয়নো ইয়াৰ পিছত স্কুললৈ যোৱাৰ সময় হ'লেই কাৰ্ল মূৰ্চা যাবলৈ ধৰে। কাৰ্লৰ দেউতাকে তেওঁৰ চিকিৎসাত অনেক টকা পইচা খৰচ কৰিও কাৰ্লক এই ৰোগৰ পৰা মুক্ত কৰিব নোৱাৰি হতাশ হৈ পৰিল। তেওঁৰ গৰীব দেউতাকে এদিন তেওঁৰ এজন বন্ধুৰ আগত কাৰ্লৰ চিকিৎসাত তেওঁৰ সমস্ত পুঁজি নিঃশেষ হৈ যোৱাৰ আৰু তাৰ পৰা কোনো ফল নোপোৱাৰ বিষয়ে আক্ষেপ কৰা কাৰ্লৰ কাণত পৰিল। পৰিয়ালৰ দুঃস্থ অৱস্থাই কাৰ্লৰ মনত এনে এক আঘাত হানিলে, সেই আঘাতৰ প্ৰভাৱত তেওঁ মনে মনে সংকল্প ল'লে যে তেওঁ পুনৰ পঢ়া-শুনাত মন দিব আৰু চেষ্টা কৰিব স্কুললৈ যাবৰ পৰত মূৰ্চাৰ ভাবটোৰ পৰা ৰেহাই পোৱাৰ। তেওঁ মনলৈ জোৰ আনিলে আৰু এটা সময়ত পুনৰ স্কুললৈ স্বাভাৱিকভাবে যাব পৰা হ'ল। মাত্ৰ কেইটামান সপ্তাহৰ ব্যৱধানত ঘটা এই ঘটনাৰাজিয়ে কাৰ্লৰ মনত সেই বয়সতে এটা কথাই গভীৰভাবে ৰেখাপাত কৰিলে যে মনৰ দৃঢ়তাই মানুহক যিকোনো মানসিক ৰোগৰ পৰা মুক্ত কৰিব পাৰে।

কুৰি বছৰ বয়সত কাৰ্ল বেচল্ বিশ্ববিদ্যালয়ত চিকিৎসা বিজ্ঞানৰ ছাত্ৰ হিছাপে ভৰ্তি হয়। এই বিশ্ববিদ্যালয়ৰ পৰা ১৯০০ চনত এজন চিকিৎসক হিছাপে উত্তীৰ্ণ হৈ ওলোৱাৰ কিছুকাল আগতেই কাৰ্লে মনোবিজ্ঞান চৰ্চাতে মনোনিবেশ কৰাৰ কথা ঠিক কৰে। তেওঁ ভবামতেই ১৯০০ চনৰ ডিচেম্বৰ মাহত জুৰিখত থকা মানসিক চিকিৎসালয় 'Burghölzli Psychiatric Hospital' অত ষ্টাফ ফিজিচিয়ান হিছাপে যোগদান কৰে।

বাৰ্গঘল্জ জ্লিৰ চিকিৎসালয়খনত সেই সময়ত চলি থকা মানসিক ৰোগৰ চিকিৎসা পদ্ধতিয়ে কাৰ্লৰ মনলৈ আনে হতাশাৰ ভাব। তথাপি তেওঁ মনে মনে চিন্তা কৰে সেই চিকিৎসালয়ৰ আওপুৰণি চিকিৎসা পদ্ধতিৰ ঠাইত মানসিক ৰোগীসকলৰ চিকিৎসাৰ ক্ষেত্ৰত এক নতুন অৰ্থপূৰ্ণ আৰু দ্ৰুত ফলদায়ক

চিকিৎসা পদ্ধতি প্ৰবৰ্তন কৰাৰ কথা। তেওঁ দেখিলে যে মানসিক ৰোগী সকলৰ সৈতে অন্য চিকিৎসকসকলে যি ধৰণৰ ব্যৱহাৰ প্ৰদৰ্শন কৰে তাৰ পৰা মানসিক ৰোগীজনৰ নিজ অসুস্থতা সম্পৰ্কে মনৰ ধাৰণা আঁতৰ হোৱাৰ ঠাইত অধিকতৰ স্থায়ী ৰূপহে লয়। কাৰ্লে আৰম্ভ কৰিলে এক নতুন চিকিৎসা পদ্ধতিৰ। তেওঁ গবেষণাও আৰম্ভ কৰিলে এই ক্ষেত্ৰত। ৰোগী সকলৰ চিকিৎসা চলাই যোৱাৰ লগে লগে তেওঁ এইক্ষেত্ৰত নিজে উদ্ভাৱন কৰা সূত্ৰ সমূহৰ ওপৰত ভিত্তি কৰি ৰচনা কৰিলে মনোবিজ্ঞানৰ অমূল্য গ্ৰন্থ "Psychology of the Un-Conscious ।" ১৯১২ চনত এই গ্ৰন্থ প্ৰকাশ হোৱাৰ লগে লগে মনোবিজ্ঞানৰ আৰু মনোবিশ্লেষণৰ ক্ষেত্ৰত এক আলোড়নৰ সৃষ্টি হয়। তেওঁ ৰচিত মনোবিশ্লেষণৰ আন কেইখন মান অমূল্য গ্ৰন্থ "Modern Man in Search of a Soul" Memories", "Dreams" আৰু "Reflection" আদিৰ প্ৰকাশে ফ্ৰয়েডীয় চিন্তাধাৰাৰ এক বিশাল অংশক প্ৰায় অৰ্থহীন বুলি প্ৰমাণিত কৰে।

জাঙে মনোবিশ্লেষণৰ ক্ষেত্ৰত দৰ্শোৱা সূত্ৰ সমূহৰ বহল আলোচনা এই পৰিসৰত সম্ভৱপৰ নহয়। যিকোনো মানসিক ৰোগীৰ চিকিৎসাৰ ক্ষেত্ৰত মনোবিজ্ঞানী সকলে গ্ৰহণ কৰিবলগীয়া জাঙৰ পথ নিৰ্দেশনাৰো বহল আলোচনা ইয়াত অসম্ভৱ।

১৯৬১ চনৰ ৬ জুন তাৰিখে জুৰিখত অৱস্থিত তেওঁৰ নিজ বাসভৱনত ৮৬ বছৰ বয়সত মৃত্যুবৰণ কৰা কাৰ্ল গুস্তাভ জাঙে আজীৱন চেষ্টা চলাই গৈছিল মনোবিকাৰগ্ৰস্ত আৰু মানসিকভাৱে অক্ষম লোকসকলৰ ৰোগ নিৰাময় আৰু তেওঁলোকৰ মানসিকতাক স্বাভাৱিকতা প্ৰদান কৰা সম্পৰ্কত।

কাৰ্ল জাঙৰ মনোবিশ্লেষণৰ সূত্ৰই তেওঁৰ জীৱন কালত অৰ্থাৎ কুৰি শতিকাৰ সময়ছোৱাত মনোবিজ্ঞানৰ ধাৰা যেনেকৈ নিয়ন্ত্ৰিত কৰিছিল, আজি একবিংশ শতিকালৈ পদাৰ্পণ কৰিবলৈ লোৱাৰ সময়তো তেওঁৰ সূত্ৰসমূহ মনোবিশ্লেষণৰ অন্যতম প্ৰধান সূত্ৰ হিছাপে চিহ্নিত হৈ আছে।

# ৰাজা ৰামমোহন ৰায়

উনবিংশ শতিকাৰ ভাৰতীয় নৱ জাগৰণৰ প্ৰাণ-পুৰুষ ৰাজা ৰামমোহন ৰায় এজন বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি। 'আধুনিক ভাৰতৰ পিতৃ' আখ্যাৰে বিভূষিত ৰামমোহন ৰায়ে পাশ্চাত্য সভ্যতাৰ যোগাত্মক (Positive) ৰূপটোৰ লগত তদানীন্তন ভাৰতীয় সমাজখনক চিনাকি কৰি দিবৰ বাবে আপ্ৰাণ পুৰুষাৰ্থ কৰিছিল। ভাৰত ভূমিৰ প্ৰতি গভীৰ প্ৰেমেই প্ৰতিকূল সামাজিক পৰিবেশৰ বাধা আঁতৰাই সামাজিক ৰূপান্তৰৰ কামত অগ্ৰসৰ হ'বৰ বাবে তেওঁক অনুপ্ৰেৰণা যোগাইছিল। ঐতিহাসিক কলেটৰ ভাষাত 'Rammohan stands in history as the living bridge over which India marches from her unmeasured past to her incalculable future.'

বংগদেশৰ হুগলী জিলাৰ ৰাধা নগৰৰ এটি স্বচ্ছল অথচ সংৰক্ষণশীল ব্ৰাহ্মণ পৰিয়ালত ৰামমোহন ৰায়ৰ জন্ম হয়। শৈশৱৰ পৰাই ৰামমোহনৰ বহুমুখী প্ৰতিভা আৰু পৰিবৰ্তনকামী মনোভাৱৰ পৰিচয় পোৱা হৈছিল। মাত্ৰ পোন্ধৰ বছৰ বয়সতে মূৰ্তিপূজাৰ বিৰোধিতা কৰি এখন পুস্তিকা উলিয়াই ৰামমোহন সমাজৰ পৰা বিতাৰিত হ'ব লগা হৈছিল।

মাতৃভাষা বাংলাৰ উপৰিও পাৰ্চী, আৰবী, গ্ৰীক, হিব্ৰু, ফৰাচী আৰু ইংৰাজী ভাষাসমূহতো ৰামমোহনে ব্যুৎপত্তি আৰ্জিছিল। ই তেওঁক বিভিন্ন ধৰ্মগ্ৰন্থসমূহ মূল ভাষাতে পঢ়াত সহায় কৰিছিল। লক্ষ্যণীয়, ৰামমোহনৰ ধৰ্মীয় চিন্তাধাৰা কোনো বিমূৰ্ত আদৰ্শৰ পৰিবৰ্তে বিভিন্ন ধৰ্মৰ গভীৰ অধ্যয়নৰ দ্বাৰাহে প্ৰভাৱান্বিত।

১৮০৪ চনত ৰাজা ৰামমোহনে একেশ্বৰবাদৰ সাৰবত্তা প্ৰতিপাদন কৰি পাৰ্চী ভাষাত তুহ্ফাৎ-উল-মহদ্দীন গ্ৰন্থ ৰচনা কৰে। চিন্তশীল আৰু সংস্কাৰ প্ৰয়াসী কিছু ব্যক্তিৰ সহায়ত ১৮১৫ চনত আত্মীয় সভা নামৰ এটি ধৰ্মীয়

সামাজিক সংস্থা গঢ়ি তোলে। ১৮১৫-১৮১৭ চনৰ ভিতৰত বেদান্ত আৰু প্ৰধান পাঁচখন উপনিষদৰ কঠ, কেন, ঈশ, মুণ্ডক আৰু মাণ্ডুক্যৰ বংগানুবাদ কৰে। ৰামমোহন ৰায়ৰ প্ৰাৰ্থনা পত্ৰ, ব্ৰহ্মোপাসনা, এন এপিল টু দা ক্ৰিষ্টিয়ান পাব্লিক ইন ডিফেন্স অৱ দা প্ৰিছেপ্টছ অৱ জেছাছ আৰু ব্ৰাহ্মিনিকেল মেগাজিনে ভাৰতত ধৰ্মৰ তুলনাত্মক অধ্যয়নৰ বাট মুকলি কৰে। খ্ৰীষ্টান পাদুৰীসকলে কৰা হিন্দু ধৰ্মৰ বিৰূপ সমালোচনাৰ প্ৰতি তেওঁ সদায়ে প্ৰতিবাদমুখৰ আছিল।

আত্মীয়সভাৰ সদস্যবৃন্দৰ সহায়ত ৰামমোহনে ১৮২৮ চনত ব্ৰাহ্মসভা (যি পাছলৈ ব্ৰাহ্মসমাজ নামে জনাজাত হয়) স্থাপন কৰে। পৰৱৰ্তী কালত ব্ৰাহ্মসভা বংগদেশৰ অধিকাংশ নব্য বুদ্ধিজীৱীৰ মিলনক্ষেত্ৰত পৰিণত হৈ নৱজাগৰণৰ ভাৱধাৰা প্ৰচাৰত ব্ৰতী হয়। ১৮৩০ চনৰ ফেব্ৰুৱাৰী মাহত ব্ৰাহ্মমন্দিৰ স্থাপিত হয়; মন্দিৰৰ ট্ৰাষ্ট ডিডত ৰাজাই মন্দিৰটি জাতি-ধৰ্ম নিৰ্বিশেষে সকলো ৰাইজৰ নিৰাকাৰ সত্যস্বৰূপ পৰমব্ৰহ্ম উপাসনা গৃহ বুলি উল্লেখ কৰে।

সমাজ সংস্কাৰৰ ক্ষেত্ৰত ৰাজা ৰামমোহনৰ ঘাই কৃতিত্ব সতীদাহ প্ৰথা নিবাৰণত সাফল্য। হিন্দু সমাজত প্ৰচলিত এই প্ৰথাৰ প্ৰতি ইংৰাজ সকলৰ তাচ্ছিল্য থাকিলেও ইয়াৰ অপসাৰণৰ বাবে তেওঁলোক আগ্ৰহী নাছিল। ৰামমোহনে বাংলা আৰু ইংৰাজী পত্ৰ-পত্ৰিকাত প্ৰবন্ধ পাতি লিখি প্ৰমাণ কৰি দেখুৱাইছিল যে সতী যোৱাটো হিন্দু বিধৱাৰ অৱশ্যকৰ্তব্য নহয়। বেদত সতীদাহ প্ৰথাৰ উল্লেখ নথকা কথাটোও তেওঁ আঙুলিয়াই দেখুৱাইছিল। ৰামমোহনৰ অক্লান্ত প্ৰচেষ্টাৰ ফলস্বৰূপেই গভৰ্ণৰ জেনেৰেল বেণ্টিঙ্কৰ পক্ষে সতীদাহ প্ৰথা নিষিদ্ধ কৰাটো সম্ভৱপৰ হয়। বঙ্গীয় সমাজৰ বহু বিবাহকে ধৰি আন কেতবোৰ সামাজিক কুসংস্কাৰৰ বিৰুদ্ধেও তেওঁ সজোৰে মাত মাতিছিল। বিধৱাসকলৰ পুনৰ বিবাহ, স্ত্ৰীশিক্ষা প্ৰসাৰণ, জাতিভেদ প্ৰথাৰ প্ৰাবল্য হ্ৰাস ইত্যাদিৰ বাবেও চেষ্টা চলাইছিল।

আধুনিক ভাৰতত পাশ্চাত্য শিক্ষা প্ৰসাৰণত ৰাজামোহনে বাটকটীয়াৰ ভূমিকা লৈছিল। তেওঁ দৃঢ়ভাবে বিশ্বাস কৰিছিল— ইংৰাজী ভাষা চৰ্চা, বিজ্ঞান চৰ্চা আৰু উদাৰতাবাদৰ অনুসৰণৰ জৰিয়তেহে ভাৰতৰ উন্নয়ন সম্ভৱপৰ। কলিকতাত হিন্দু কলেজ স্থাপনত ৰামমোহন অন্যতম উদ্যোক্তা আছিল আৰু নিজে এংলো হিন্দু স্কুল স্থাপন কৰিছিল। এই স্কুলৰ পাঠ্যক্ৰমত কাৰিকৰী বিদ্যা, জ্যোতিৰ্বিজ্ঞান, ভল্‌তেয়াৰ আৰু ইউক্লিড অন্তৰ্ভুক্ত আছিল। ১৮২৫ চনত তেওঁ বেদান্ত কলেজ স্থাপন কৰিছিল আৰু এই কলেজৰ পাঠ্যক্ৰমত প্ৰাচ্যবিদ্যা

আৰু পাশ্চাত্য কলা-বিজ্ঞানৰ সমন্বয় ঘটাইছিল। ১৮২০ চনত তেওঁ চাৰ্ছ অৱ স্কটলেণ্ড এছেম্বলীক ভাৰতলৈ এচাম সুদক্ষ শিক্ষক পঠিয়াবৰ বাবে অনুৰোধ কৰিছিল। ৰামমোহনৰ শিক্ষা সম্পৰ্কীয় মতকেই ১৮৩৫ চনত বেন্টিঙ্ক আৰু মেকলেইয়ো চৰকাৰী নীতিত সামৰি লয়।

জাতীয় সচেতনতা গঢ় দিয়াৰ ক্ষেত্ৰত ৰাজা ৰামমোহনৰ অৱদান লেখত ল'বলগীয়া। ৰামমোহনে গুৰুত্ব আৰোপ কৰা পাশ্চাত্য শিক্ষাই পাছৰ কালছোৱাত জাতীয় সচেতনতা গঢ়াত যথেষ্ট সহায় কৰিছিল। ১৮২৮ চনত ৰাজা ৰামমোহনে স্বাধীন ভাৰতৰ সম্ভাৱনাৰ সম্পৰ্কত মত প্ৰকাশ কৰিছিল। তেওঁ অনুভৱ কৰিছিল ইংৰাজ শাসনত সৃষ্টি হোৱা মধ্যবিত্ত শ্ৰেণীটোৱে জনপ্ৰিয় আন্দোলনৰ নেতৃত্ব দিবলৈ সমৰ্থ হ'ব। বাংলা ভাষাত সম্বাদ কৌমুদী আৰু পাৰ্চী ভাষাত মিৰাট-উল-আকবৰ নামৰ দুখন আলোচনী সম্পাদনা কৰিছিল। বেংগল হেৰাল্ড কাগজৰ তেওঁ অন্যতম স্বত্বাধিকাৰী আছিল। এই কাকতসমূহৰ জৰিয়তে বিভিন্ন জনমত গঠন হৈছিল।

১৮৩৩ চনত কোম্পানীৰ নতুন চনদ প্ৰাপ্তিৰ সময়ত ব্ৰিটিছ সংসদলৈ ৰাজা ৰামমোহনে পঠোৱা প্ৰতিবেদনখনে তেওঁৰ প্ৰগতিশীল অৰ্থনৈতিক চিন্তাৰ পৰিচয় দিয়ে। চিৰস্থায়ী বন্দোবস্তৰ ফলত ক্ষতিগ্ৰস্ত হোৱা কৃষকৰ উন্নয়নৰ ব্যৱস্থা ল'বলৈ তেওঁ দাবী কৰিছিল।

ৰামমোহনেই প্ৰথম ভাৰতীয় যি জুৰিৰ জৰিয়তে বিচাৰ ব্যৱস্থা প্ৰৱৰ্তন, আইনৰ দৃষ্টিত সাম্য, কাৰ্যপালিকা আৰু ন্যায়পালিকাৰ পৃথকীকৰণ, ভাৰত শাসনৰ বাবে আইন কৰাৰ আগতে ভাৰতীয়ৰ লগত আলোচনা, উচ্চ পদত ভাৰতীয় নিযুক্তি আদি দাবী কৰিছিল।

উদাৰ মানৱতাবাদী ৰামমোহনক আন্তৰ্জাতিক ঘটনা প্ৰবাহেও আলোড়িত কৰিছিল। তেওঁৰ দ্বাৰা সম্পাদিত কাগজ সমূহত তদানীন্তন গ্ৰীচ, চীন, আয়াৰলেণ্ড আদি দেশসমূহৰ সমস্যাই ঠাই পাইছিল। আন্তৰাষ্ট্ৰীয় সহযোগিতাৰ ওপৰত সদায়ে গুৰুত্ব আৰোপ কৰা দক্ষিণ-আফ্ৰিকা বিশ্ববিদ্যালয়লৈ তেওঁ আৰ্থিক বৰঙণি আগবঢ়াইছিল।

ন্যায়ৰ যুঁজাৰু ৰামমোহনে ১৮২২ চনতে এনচিয়েন্ট ৰাইটচ অৱ দি ফিমেলছ, প্ৰবন্ধত সম্পত্তিৰ ওপৰত নাৰীয়ে পুৰুষৰ সৈতে সমানে অধিকাৰ পোৱা উচিত বুলি মত প্ৰকাশ কৰিছিল। ৰাইটচ অৱ হিন্দুজ অভাৰ এনচ্চেট্ৰেল প্ৰপাৰ্টি প্ৰবন্ধত তেওঁ পৈত্ৰিক সম্পত্তিৰ ওপৰত সকলো বংশধৰৰ দাবী সমান বুলি মত পোষণ কৰিছিল।

ভাৰতীয় ভাষা-সমূহৰ লগত ৰামমোহনৰ পৰিচয় গভীৰ। ৰামমোহনৰ ৰচনা শৈলীয়ে বাংলা গদ্য সাহিত্যক নৱৰূপত গঢ়ি তোলে। গভীৰ তাত্ত্বিক আলোচনাৰ মাধ্যমৰূপে বাংলা গদ্যক তেওঁৱেই প্ৰথম ব্যৱহাৰ কৰে। তেওঁ বাংলা ভাষাৰ ব্যাকৰণ এখনো প্ৰণয়ন কৰে।

দৃঢ় আৰু সাহসী মতামতৰ বাবে ৰামমোহন বহুতবাৰ অসুবিধাত পৰিব লগা হৈছিল। সঘনে সমাজৰ পৰা বহিষ্কৃত আৰু তিৰস্কৃত হোৱা সত্ত্বেও তেওঁ নিজৰ মত এৰা নাছিল। তেওঁৰ বহুবোৰ মত সময়তকৈ আগবঢ়া হোৱা বাবে তদানীন্তন সমাজে যথাৰ্থ মূল্য দিব পৰা নাছিল। যদিও ৰামমোহনে পাশ্চাত্য সভ্যতাৰ যোগাত্মক ৰূপটোৰ কথা সদায়ে কৈছিল তথাপিও পাশ্চাত্য সভ্যতাৰ অন্ধানুকৰণক সদায় গৰিহণাহে দিছিল। কেৱল যিবোৰে ভাৰতক অধিক উন্নত আৰু গতিশীল কৰিব পাৰে, তেনেবোৰ উপাদানহে পাশ্চাত্য সভ্যতাৰ পৰা ল'বৰ বাবে সঁকীয়াইছিল। হিন্দুধৰ্ম আৰু ভাৰতীয় দৰ্শনক লৈ তেওঁ গৌৰব কৰিছিল আৰু ইবোৰৰ অপব্যাখ্যাৰ চোকা প্ৰত্যুত্তৰ দিয়াত সদাসচেষ্ট আছিল।

ৰামমোহন ৰায়ে আধুনিক ভাৰত নিৰ্মাণলৈ যোগোৱা অৱদানকলৈ ঐতিহাসিকসকল প্ৰশংসামুখৰ। বিপিনচন্দ্ৰ পালে ৰামমোহনৰ অৱদানৰ মূল্যায়ন কৰি কৈছে: "The chief value of the Rajas labours......seems to lie in his fight against the forces of medievalism in India, and it is for this reason that we claim for him the honour of being the father of Indian Renaissance....The objective of all the many sided activities of Raja Rammohon Roy was to free India from the fatal incubus of medieval abstraction."

# লৰ্ড বেডেন পাৱেল

ইউৰোপ আৰু আমেৰিকাৰ বহুতো দেশৰ আৰ্হিত এচিয়াৰো কেতবোৰ দেশত আজি স্কুলীয়া শিক্ষাৰ লগতে ছাত্ৰ-ছাত্ৰীসকলক আত্মনিৰ্ভৰশীল হোৱাৰ ক্ষেত্ৰত 'স্কাউট আৰু গাইড'ৰ (Scouts & Guides) প্ৰশিক্ষণ দিয়া হয়। ভাৰতৰো প্ৰায়বোৰ বিদ্যালয়তে 'স্কাউটিং' শিক্ষাৰ এক অভিন্ন অংগ হৈ পৰিছে। পঢ়া-শুনা, খেলা-ধূলা আদিৰ লগতে সকলো ধৰণৰ পৰিস্থিতি বা অৱস্থাৰ সৈতে নিজকে খাপ খুৱাই লোৱাৰ শিক্ষা দিয়ে স্কাউটিঙে। এই 'স্কাউট' শিক্ষা পদ্ধতিৰ প্ৰবৰ্তক হ'ল লৰ্ড-বেডেন পাৱেল।

লণ্ডনৰ 'ষ্টেনহপ ষ্ট্ৰীট'ত (Stanhope Street) ১৮৫৭ চনৰ ২২ ফ্ৰেব্ৰুৱাৰীত জন্ম হয় লৰ্ড বেডেন পাৱেলৰ। অধ্যাপক টমাছ বেডেন পাৱেল আৰু তেওঁৰ তৃতীয়া পত্নী হেনেৰিটা স্মীথৰ পঞ্চম আৰু কনিষ্ঠতম পুত্ৰ সন্তান হিছাপে জন্ম লোৱা বেডেন পাৱেলৰ সম্পূৰ্ণ নাম ৰখা হয় ৰবাৰ্ট ষ্টিফেনচন্ স্মীথ বেডেন পাৱেল।

ৰবাৰ্ট বেডেন পাৱেলৰ জন্মৰ মাত্ৰ তিনি বছৰৰ ভিতৰতে দেউতাক টমাচ বেডেন পাৱেলৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ পিছত দহোটি সন্তানেৰে সৈতে সংসাৰৰ সমস্ত দায়িত্ব ল'ব লগা হয় হেনেৰিটাই। অৱশ্যে অনেক কষ্টৰ সময়ত তেওঁক তেওঁৰ সন্তানসকলে যথাসম্ভৱ সহায় কৰে। আৰ্থিক অনাটনৰ মাজতে চলি থকা সংসাৰখনত কোনো ধৰণৰ অশান্তি নাছিল। সন্তান কেইটাৰ পৰস্পৰৰ মাজত থকা মিলা-প্ৰীতি আৰু মৰম স্নেহৰ ভাবে অনেক সাংসাৰিক কষ্টৰ মাজতো ভৰাই ৰাখিছিল হেনেৰিটাৰ মন।

ৰবাৰ্টৰ দেউতাক টমাচ বেডেন পাৱেল আছিল এজন প্ৰকৃতিপ্ৰেমী। তেওঁ জীয়াই থকা কালত নিজ পুত্ৰ-কন্যাসকলক লগত লৈ মাজে মাজে লোকালয়ৰ পৰা নিলগৰ বনাঞ্চললৈ ফুৰিবলৈ যোৱাটো অধ্যাপক গৰাকীৰ

বৰ প্ৰিয় কাম আছিল। বনৰ বিভিন্ন গছ-বিৰিখৰ বিষয়ে তেওঁ ল'ৰা-ছোৱালী কেইটাক বুজাই দিছিল। সিহঁতক কৈছিল বনৰ পশু-পক্ষীৰ স্বভাৱৰ বিষয়ে। সেইবিলাক ঠাইৰ পৰা তেওঁ নিজে নানান ধৰণৰ গছপুলি, পখিলা আৰু চৰাইৰ কণী সংগ্ৰহ কৰি আনিছিল। তেওঁৰ মৃত্যুৰ পিছত ল'ৰা-ছোৱালী কেইটাৰ শিক্ষাদানৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰা মাক হেনেৰিটাই অধ্যাপক বেডেন পাৱেলৰ প্ৰকৃতি চৰ্চা অব্যাহত ৰাখিলে। হেনেৰিটাইও সন্তানসকলক তেনে ধৰণৰ ভ্ৰমণত অথবা অভিযানলৈ লৈ যাবলৈ ধৰিলে ৰাজধানীৰ আশে-পাশে থকা বন প্ৰান্তৰলৈ। দেউতাকে দিয়া শিক্ষাৰ আৰ্হিতেই মাক হেনেৰিটাইও তেওঁলোকক শিকাবলৈ ধৰিলে বনৰ গছ-গছনি আৰু পশু-পক্ষীৰ বিষয়ে নানান ধৰণৰ কথা। কেৱল সেয়ে নহয়, তেওঁ ল'ৰা-ছোৱালীহঁতক দিয়া শিক্ষা যে সিহঁতে সঁচা অৰ্থত গ্ৰহণ কৰিছে তাৰ প্ৰতিও হেনেৰিটা সজাগ হৈ থাকিল। তেওঁ মাজে-সময়ে সিহঁতৰ পৰীক্ষা লয়। প্ৰকৃতি আৰু প্ৰাকৃতিক বিজ্ঞান সম্পৰ্কে সেইকালত মাকে দিয়া শিক্ষাৰ বিষয়ে পৰৱৰ্তী কালত বেডেন পাৱেলে এইদৰে লিখিছে : "The whole secret of my getting on lay with my mother. She trained me as a boy and she watched every step of my work as a man."

ৰবাৰ্ট আৰু তেওঁৰ ভাতৃ-ভগ্নীসকলৰ এই অভ্যাস চলি থাকিল। তেওঁলোকৰ প্ৰত্যেকেই নিজাববীয়াকৈ একোখন সৰু সৰু বাগিচা খুলি তাত বিভিন্ন প্ৰকাৰৰ গছ পুলি ৰোৱাৰ লগতে দুই-এটা পশু-পক্ষীও পালন কৰিবলৈ ধৰিলে। ইতিমধ্যে ৰবাৰ্টৰ ডাঙৰ ককায়েক ওৱাৰিংটন নৌ-বাহিনীৰ প্ৰশিক্ষণ শেষ কৰি ঘৰলৈ উভতিছিল। এইবাৰ মাকৰ ঠাইত ওৱাৰিংটনে ভায়েক-ভনীয়েকহঁতক লৈ অভিযানলৈ যোৱা আৰম্ভ কৰিলে। এই অভিযানবোৰত তেওঁ ভায়েকহঁতক পানীত সাঁতোৰা, গছত উঠা আৰু পাহাৰ বগোৱা কৌশল আদিৰ শিক্ষা দিয়াৰ লগতে বন জঙ্ঘলৰ মাজত প্ৰয়োজন সাপেক্ষে গছৰ ডাল-পাত আৰু খেৰ আদিৰে কিভাবে একোটা জুপুৰি তৈয়াৰ কৰি ল'ব পাৰি, বা অতি কম আহাৰেৰে জীৱন-যাপন কৰিব পাৰি তাৰো শিক্ষা দিয়ে।

ৰবাৰ্টৰ ছাত্ৰজীৱন ঘৰৰ ওচৰৰে এখন প্ৰাইভেট স্কুলত আৰম্ভ হয়। ইয়াৰ পৰা ১১ বছৰ বয়সত তেওঁ 'Tunbridge wells ৰ ৰ'জ হীল স্কুললৈ যায়। ইয়াত দুবছৰ পঢ়াৰ পিছত ৰবাৰ্টে দুটা 'স্কলাৰশ্বিপ' (Scholarship) লাভ কৰি চৰকাৰী স্কুললৈ যোৱাৰ যোগ্যতা অৰ্জন কৰে আৰু ইয়াৰ পৰা

লণ্ডনৰ চাৰ্টাৰ হাউচ স্কুলত প্ৰৱেশৰ অনুমতি পায়। এই স্কুলত তেওঁ ইংৰাজী ভাষা আৰু চিত্ৰকলাৰ বিষয়ত বিশেষ পাৰদৰ্শিতা দেখুউৱাৰ লগতে খেলা-ধূলা আৰু নাট মঞ্চ আদিতো নিজ প্ৰতিভাৰ পৰিচয় দিয়ে। বন্ধৰ দিনত তেওঁ লগৰীয়াসকলক লৈ ওলাই যায় নিত্য নতুন অভিযানত। এইক্ষেত্ৰত তেওঁ পূৰ্বতে লাভ কৰা অভিজ্ঞতাসমূহ কামত খটুওৱাৰ লগতে নিজেও নতুন নতুন কৌশল উদ্ভাৱন কৰি তাৰ প্ৰয়োগতো কৃতকাৰ্যতা লাভ কৰে। এই কৌশলসমূহৰ ভিতৰত বিশেষ উল্লেখযোগ্য কেতবোৰ হ'ল— হাবি জঙ্গলৰ মাজত বাট চিনি উলিওৱা, ধোঁৱাহীন জুই জ্বলোৱাৰ কৌশল, দুৰ্গম পথত জান জুৰি আদি পাৰ হোৱাৰ বাবে গছৰ ডাল আৰু ৰচীৰ সহায়ত সহজতে দলং নিৰ্মাণ কৰাৰ প্ৰণালী, খাদ্যৰ অভাৱত গছৰ ফলমূল আৰু সৰু সুৰা বনৰীয়া পশু যেনে— শহা আদি চিকাৰৰ সহজ উপায় ইত্যাদি। এইছোৱা কালৰ স্মৰণত ৰবাৰ্টে পিছত এনেদৰে লিখে— Without knowing it, I was gaining an education that was to be of infinite value to me later.

চাৰ্টাৰ হাউচ স্কুলৰ পৰা পাছ কৰি ওলোৱাৰ পিছত ৰবাৰ্ট বেডেন পাৱেলে ইংৰাজ সৈন্যবাহিনীত যোগ দিয়ে আৰু তাৰ প্ৰথম বছৰতেই এজন কনিষ্ঠ বিষয়া হিছাপে সেই সময়ত ভাৰতত থকা হাছাৰ ৰেজিমেণ্টত কাৰ্যভাৰ গ্ৰহণ কৰিবৰ বাবে ভাৰতলৈ আহে। ভাৰতৰ লক্ষ্ণৌত কাৰ্মত যোগদান কৰিয়েই ৰবাৰ্টে দেখিলে যে তেওঁৰ সমপৰ্যায়ৰ বিষয়াসকলে বছৰে ১২০ পাউণ্ডৰ যি বেতন পায় তাৰে তেওঁলোকৰ নুকুলায়গৈ। সেয়ে তেওঁলোকে ইংল্যাণ্ডত থকা নিজ নিজ ঘৰৰ পৰা উপকৰাকৈ টকা আনিবলগীয়া হয়। এই অৱস্থাত ঘৰৰ পৰা পইচা অনাটো ৰবাৰ্টৰ বাবে প্ৰায় অসম্ভৱ কথা আছিল। কিয়নো, তেওঁৰ মাকৰ সামান্য উপাৰ্জনেৰে ঘৰখন কোনো ৰকমেহে চলে। এই ক্ষেত্ৰত তেওঁলৈ উপকৰা খৰছৰ বাবে পইচা পঠোৱাতো মাকৰ বাবে সম্ভৱ নাছিল। এই সমস্যাৰ সমাধানৰ বাবে ৰবাৰ্টে চিগাৰেট আৰু মদ খাবলৈ এৰি দিয়ে।

টকা পইচাৰ নাটনি পূৰাবৰ বাবে ৰবাৰ্টে অনেক চিন্তাৰ মূৰত এটা উপায় বিচাৰি পালে লিখা মেলাৰ মাজত। তেওঁ 'ডেইলী গ্ৰাফিক' কাকতৰ লগত যোগাযোগ কৰি এই কাকতৰ বাবে লিখিবলৈ ধৰিলে। ইয়াৰ পৰা তেওঁ মাহে প্ৰায় ৬ গীনি মানকৈ উপকৰা উপাৰ্জন কৰিবলৈ সক্ষম হয়।

সৈন্য বাহিনীৰ এজন বিষয়া হিছাপে তেওঁ কঠোৰ পৰিশ্ৰম কৰিছিল। খেলা-ধূলাও কৰিছিল সুন্দৰভাৱে। কিছুদিনৰ ভিতৰতে তেওঁ ৰেজিমেণ্টৰ সকলো সৈনিক আৰু তেওঁৰ জ্যেষ্ঠ বিষয়াসকলৰো প্ৰিয়-পাত্ৰ হৈ পৰিছিল।

কিন্তু দুবছৰমানৰ অতিমাত্ৰা পৰিশ্ৰমৰ ফলত তেওঁ অসুস্থ হৈ পৰে আৰু নিজ দেশলৈ উভতি যাবলগীয়া হয়।

ছুটী লৈ কিছুদিন ইংল্যাণ্ডত কটোৱাৰ পিছত সম্পূৰ্ণ সুস্থ হৈ তেওঁ পুনৰ ভাৰতলৈ ঘূৰি আহে আৰু নিজ ৰেজিমেণ্টত যোগ দিয়ে। ইয়াৰ পিছত ১৯০৭ চনলৈকে সৈন্য বাহিনীৰ বিভিন্ন পদত দক্ষিণ আফ্ৰিকা, ইংল্যাণ্ড আৰু ভাৰতত যোগ্যতাৰে নিজ কাৰ্যকাল অতিবাহিত কৰি ৰবাৰ্ট বেডেন পাৱেলে কেভেলৰী বিভাগৰ ইন্সপেক্টৰ জেনেৰেল হিচাপে সৈন্যবাহিনীৰ পৰা অৱসৰ গ্ৰহণ কৰে। কিন্তু ইয়াৰ আগতে ১৮৯৮ চনত তেওঁ দক্ষিণ আফ্ৰিকাৰ ৰণক্ষেত্ৰত কিছুমান নতুন সমৰ কৌশল প্ৰদৰ্শন কৰি যুদ্ধত জয়ী হোৱাৰ লগতে বিশ্বজোৰা খ্যাতি অৰ্জন কৰে। সেইখিনি সময়তে তেওঁ স্কাউটিঙৰ ওপৰত "Aids to scouting' নামে এখনি সৰু পুস্তিকা লিখি প্ৰকাশ কৰে।

৫০ বছৰ বয়সত সৈন্য বাহিনীৰ পৰা অৱসৰ লোৱাৰ পিছত ৰবাৰ্টে নিজে যুগুত কৰা 'Aids to scouting' নামৰ সেই পুস্তিকাৰ আধাৰতে তেওঁ আৰম্ভ কৰে 'স্কাউটিং আন্দোলন'। কিশোৰ-কিশোৰী, যুৱক-যুৱতী সকলৰ শাৰীৰিক আৰু মানসিক উন্নতি সাধনৰ দিশত এক গুৰুত্বপূৰ্ণ ভূমিকাত বেডেন পাৱেলৰ "স্কাউটিং প্ৰশিক্ষণে" বিশ্বৰ বিভিন্ন দেশৰ শিক্ষানুষ্ঠান সমূহত জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰে। স্কাউটিঙৰ জনপ্ৰিয়তালৈ চাই ৰবাৰ্ট বেডেন পাৱেলে পিছত "Scouting for Boys" নামেৰে আন এখন নিৰ্দেশিকা পুথি ৰচনা কৰে।

ৰবাৰ্ট বেডেন পাৱেলৰ দ্বাৰা লিখিত 'স্কাউট' শিক্ষা প্ৰণালীৰ দুয়োখন পুথি মূলত: তেওঁৰ শৈশৱ আৰু কৈশোৰৰ অৰণ্য অভিযান সমূহৰ অভিজ্ঞতা আৰু পিতৃ-মাতৃৰ পৰা লাভ কৰা শিক্ষাৰ ওপৰতে আধাৰিত। পৰৱৰ্তী কালত ইয়াৰ কেৱল এটা সংশোধিত ৰূপহে দিয়া হৈছিল।

প্ৰথম বিশ্ব যুদ্ধৰ ওৰ পৰাৰে পৰা 'স্কাউটিং' আন্দোলনে সমগ্ৰ বিশ্বতে যি ব্যাপকতা লাভ কৰে আৰু যিভাৱে জনপ্ৰিয়তা লাভ কৰে সি দুই এক ৰাজতান্ত্ৰিক দেশৰ চিন্তাৰ কাৰণ হৈ পৰে আৰু সেইবোৰ দেশত ইয়াক নিষিদ্ধ ঘোষণা কৰা হয়।

১৯২১ চনত ৰবাৰ্ট বেডেন পাৱেলক, তেওঁ আগবঢ়োৱা অৱদানৰ স্বীকৃতি স্বৰূপে লৰ্ড উপাধিৰে সন্মানিত কৰা হয়। যুৱ শক্তিক পথ প্ৰদানৰ অৰ্থে চলোৱা তেওঁৰ এই সাৰ্থক আন্দোলনত তেওঁৰ নিজ ভূমিকা পালনৰ অন্তত

লর্ড বেডেন পাৱেলে জীৱনৰ শেষ বয়স অতিবাহিত কৰে কেনিয়াৰ এক পাহাৰীয়া অঞ্চলত। ইয়াতেই ১৯৪১ চনৰ ৮ জানুৱাৰী তাৰিখে ৮৪ বছৰ বয়সত তেওঁৰ মৃত্যু হয়।

# ৰাহুল সাংকৃত্যায়ন

বিশ্বৰ শ্ৰেষ্ঠ গ্ৰন্থকাৰসকলৰ এজন ৰাহুল সাংকৃত্যায়নে বিভিন্ন বিষয়ৰ ওপৰত প্ৰায় ডেৰশখনৰো অধিক গ্ৰন্থৰ ৰচনাৰে এই দিশত এক বিৰল অভিলেখ স্থাপন কৰি থৈ গৈছে। তেওঁৰ এই চিন্তা গধুৰ ৰচনাসমূহ বেছি ভাগেই বিশ্বৰ বিভিন্ন ভাষালৈ অনূদিত হৈছে। সেইসমূহ ৰচনাৰ মাধ্যমেৰে তেওঁ দেশৰ বাহিৰে ভিতৰে প্ৰতিষ্ঠা লাভ কৰিছে এগৰাকী শীৰ্ষস্থানীয় পণ্ডিত আৰু অসাধাৰণ প্ৰতিভাসম্পন্ন ব্যক্তি হিচাপে। ইয়াৰ উপৰিও এজন প্ৰখ্যাত ভাৰততত্ত্ববিদ, মুক্তিসংগ্ৰামী আৰু ভাৰতত কমিউনিষ্ট আন্দোলনৰ পৃষ্ঠপোষক হিচাপেও ৰাহুল সাংকৃত্যায়ন আজিও স্মৰণীয় হৈ আছে সকলোৰে বাবে।

১৮৯৩ চনৰ এপ্ৰিল মাহত উত্তৰ প্ৰদেশৰ আজমগড়ৰ এটা ব্ৰাহ্মণ পৰিয়ালত জন্মগ্ৰহণ কৰা ৰাহুল সাংকৃত্যায়নৰ আচল নাম আছিল কেদাৰনাথ পাণ্ডে। কিন্তু জীৱনৰ প্ৰথম অৱস্থাত ভাৰতীয় ধৰ্ম দৰ্শনৰ চৰ্চাৰ একোটা বিশেষ সময়ত তেওঁৰ নাম সলনি হৈ প্ৰথমতে কেদাৰনাথৰ পৰা বাবা ৰামোদৰ দাস আৰু চূড়ান্তভাৱে ৰাহুল সাংকৃত্যায়ন হয়গৈ।

ৰাহুল সাংকৃত্যায়নৰ শৈশৱ অতিবাহিত হয় তেওঁৰ মোমায়েকৰ ঘৰত। তাতেই তেওঁ দেশ-বিদেশৰ পৌৰাণিক কাহিনীসমূহ শুনিবলৈ পায়। তেতিয়াৰে পৰা তেওঁৰ মনত ভ্ৰমণ বিলাসীতাই ঠাই পায়। পিছৰ জীৱনত তেওঁ সেই ইচ্ছা পূৰণ কৰে প্ৰায় সমগ্ৰ বিশ্ব ভ্ৰমণ কৰি।

আৰ্থিক নাটনিৰ বাবে ৰাহুলৰ প্ৰথম জীৱনৰ শিক্ষাগ্ৰহণ আধৰুৱা হৈয়েই ৰয়। অৱশ্যে পলমকৈ হলেও তেওঁ আনুষ্ঠানিকভাৱে লোৱা শিক্ষাকালতে ডেৰকুৰিতকৈও অধিক বিদেশী ভাষাত প্ৰথমে পাণ্ডিত্য আহৰণ কৰে। সংস্কৃত ভাষাত প্ৰথমে পাণ্ডিত্য লাভ কৰাৰ পিছত তেওঁ জাৰ্মান, ফৰাচী, চীনা আৰু বাহিৰান ভাষাতো সমসাময়িক ব্যুৎপত্তি লাভ কৰে। তেওঁ সংস্কৃত ভাষাৰ ব্যাকৰণ, কাব্য, মীমাংসা, ন্যায় আৰু হিন্দু ধৰ্ম আৰু দৰ্শনৰ প্ৰায় সমগ্ৰ গ্ৰন্থ আৰু

কাব্যৰ ৰচনা অধ্যয়ন কৰে আৰু সেই সময়তে আধ্যাত্মিকতাবাদৰ ফালে অগ্ৰসৰ হয়। ধৰ্ম আৰু দৰ্শন চৰ্চাৰ প্ৰথম অৱস্থাত তেওঁ হিন্দু ধৰ্মৰ ওপৰতহে অধ্যয়ন কৰে যদিও পিছত তেওঁৰ মন বৌদ্ধ ধৰ্মৰ প্ৰতিহে সম্পূৰ্ণৰূপে ঢাল খায়। বৌদ্ধ ধৰ্ম চৰ্চা শেষ কৰাৰ পিছত তেওঁ 'ত্ৰিপিটকাচাৰ্য্য' উপাধি লাভ কৰে।

১৯১৩ চনৰ পৰা ১৯২১ চনৰ ভিতৰত তেওঁ সমগ্ৰ ভাৰত ভ্ৰমণ কৰাৰ লগতে বিশ্বৰ বিভিন্ন ৰাষ্ট্ৰও ভ্ৰমণ কৰে। বিদেশ ভ্ৰমণৰ পৰা ঘূৰি অহাৰ পিছত তেওঁ ভাৰতীয় সংস্কৃতিৰ এক বৈজ্ঞানিক মূল্যায়ন হোৱাটো বিচাৰে আৰু নিজে এইদিশত গভীৰ চিন্তা-চৰ্চাত মনোনিৱেশ কৰে। ইয়াৰ লগতে তেওঁ নাৰী প্ৰগতি আৰু শিক্ষাৰ প্ৰসাৰতাৰ বাবে বিভিন্ন পত্ৰ-পত্ৰিকাত নিজ মন্তব্য দাঙি ধৰে।

ৰাজনীতিৰ ক্ষেত্ৰত সাংকৃত্যায়নে গান্ধীজীৰ অহিংস আন্দোলনৰ সততে বিৰোধিতা কৰিছিল। তেওঁ গান্ধীৰ এজন উগ্ৰ সমালোচক আছিল। ১৯২১ চনত তেওঁ ভাৰতীয় জাতীয় আন্দোলনৰ এগৰাকী আগশাৰীৰ মুক্তি যোদ্ধা হিছাপে অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰে। এই সময়তে তেওঁ গ্ৰেপ্তাৰ বৰণ কৰি কাৰাবাসলৈ যায়। ইয়াৰ পিছত সাংকৃত্যায়নে বিহাৰৰ চাপ্ৰা জিলাত 'একমা' (Ekma) আশ্ৰম স্থাপন কৰে। ইয়াক তেওঁ ৰাজনৈতিক কাৰ্যকলাপৰ কেন্দ্ৰস্থল কৰি লয়। ১৯২২ চনত তেওঁ চাপ্ৰা জিলা কংগ্ৰেছ কমিটিৰ সভাপতি মনোনীত হয়। ১৯২৩ চনত তেওঁৰ বিপ্লৱী কাৰ্যকলাপৰ বাবে পুনৰ গ্ৰেপ্তাৰ হয় আৰু হাজাৰীবাগ জেলত কাৰাবাস খাটিবলগীয়া হয়। ১৯২২ অৰ পৰা ১৯২৫ চনৰ ভিতৰত ৰাহুল সাংকৃত্যায়নে অস্পৃশ্যতা দূৰীকৰণ আৰু হিন্দু মুছলমান একতাৰ বাবে এক শক্তিশালী অভিযান আৰম্ভ কৰে। ১৯৩১ চনত 'বিহাৰ ছচিয়েলিষ্ট পাৰ্টি' স্থাপন হোৱাৰ লগে লগে সাংকৃত্যায়ন ইয়াৰ সচিব মনোনীত হয়। ইয়াৰ পিছতে তেওঁ কিছুদিনৰ বাবে ৰাছিয়ালৈ যায় আৰু ১৯৩৮ চনত সেই দেশৰ পৰা ঘূৰি অহাৰ পিছত বিহাৰত আৰম্ভ কৰে কৃষক সত্যাগ্ৰহ। ১৯৪০ চনত তেওঁ বিহাৰ ৰাজ্যিক কংগ্ৰেছ কমিটিৰ সদস্য মনোনীত হোৱাৰ কিছুদিনৰ পিছতে পুনৰ গ্ৰেপ্তাৰ হৈ জেললৈ যায়। ইয়াৰ পিছত স্বাধীনতা আন্দোলনৰ সমগ্ৰ কালছোৱাত তেওঁ ভাৰতৰ বিভিন্ন বিপ্লৱী সংগঠনৰ লগত জড়িত হৈ বিভিন্ন পদত কাৰ্য নিৰ্বাহ কৰে আৰু তাৰ মাজতো চলাই যায় ভাৰতীয় ধৰ্ম, দৰ্শন আৰু সংস্কৃতিৰ অধ্যয়ন।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ সৈতে জড়িত হলেও ৰাহুল সাংকৃত্যায়নে কংগ্ৰেছী মতবাদক সম্পূৰ্ণৰূপে মাৰ্ক্সীয় দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত কৰে। ইয়াৰ সমৰ্থনতেই তেওঁ বিহাৰত আৰম্ভ কৰা কমিউনিষ্ট আন্দোলনৰ প্ৰেক্ষাপটতেই

জন্ম হৈছিল 'বিহাৰ কমিউনিষ্ট পাৰ্টি'।

ৰাহুল সাংকৃত্যায়নৰ পাণ্ডিত্যৰ প্ৰথম স্বীকৃতি স্বৰূপে ১৯৪৪ চনত তেওঁ ৰাছিয়াৰ লেনিনগ্ৰাড বিশ্ববিদ্যালয়লৈ আমন্ত্ৰিত হয়। ইয়াত তেওঁ অধ্যাপনা কৰি থকা কালতে এগৰাকী ৰাছিয়ান মহিলাৰ সৈতে বিয়া হয় আৰু এক সুদীৰ্ঘ কালৰ বাবে ৰাছিয়াতে বসবাস কৰিবলৈ লয়।

১৯৫৯ চনত সাংকৃত্যায়ন শ্ৰীলংকা বিশ্ববিদ্যালয়ত 'বিদ্যালঙ্কাৰ পৰিভেনা' উপাধিৰে অধ্যাপক নিযুক্ত হয়। এই সময়তে তেওঁ 'মহাবোধি সমাজৰ' আজীৱন সদস্য হয়। এগৰাকী অসাধাৰণ প্ৰতিভাসম্পন্ন লিখক হিচাপে ৰাহুল সাংকৃত্যায়নে হিন্দী ভাষাৰ উপৰিও বিশ্বৰ বিভিন্ন ভাষাত ১৫০ গ্ৰন্থ ৰচনা কৰিছিল। এই গ্ৰন্থসমূহো আছিল বিভিন্ন বিষয়ৰ। কিন্তু বিশেষভাৱে তেওঁ বৌদ্ধ আৰু হিন্দু ধৰ্মৰ ওপৰত যিসমূহ গ্ৰন্থ ৰচনা কৰিছিল সেইবিলাকৰ যোগেদিয়েই তেওঁ প্ৰতিষ্ঠিত হৈছিল এজন শীৰ্ষস্থানীয় ভাৰততত্ত্ববিদ হিচাপে।

১৯২৯ আৰু ১৯৩৬ চনৰ ভিতৰত সাংকৃত্যায়নে তিনিবাৰকৈ তিব্বত ভ্ৰমণ কৰাৰ কালত সেই দেশৰ পৰা সংগ্ৰহ কৰি আনিছিল বৌদ্ধ ধৰ্মৰ মূল্যবান মূলগ্ৰন্থসমূহৰ ১,৬১৯ খন হাতে লিখা পুথি। এই পুথি সমূহৰ আধাৰতে পৰৱৰ্তী কালত বৌদ্ধ ধৰ্ম সম্পৰ্কে তেওঁ ৰচনা কৰা গ্ৰন্থসমূহৰ যথেষ্ট সংখ্যক গ্ৰন্থ আজি পৃথিৱীৰ ভিন ভিন বিদেশী ভাষালৈ অনূদিত হৈছে।

তেওঁৰ ৰচিত গ্ৰন্থসমূহৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য 'সিদ্ধসকলৰ জীৱন চৰিত'ত তেওঁ ৮৪ গৰাকী সিদ্ধৰ জীৱনী সন্নিবিষ্ট কৰিছে। এই গ্ৰন্থ প্ৰকাশ পোৱাৰ পিছতেই তেওঁ বৌদ্ধিক জগতখনৰ প্ৰশংসা লাভ কৰিবলৈ আৰম্ভ কৰে। ইয়াৰ পিছতেই তেওঁ ১৬টা খণ্ডৰ 'হিন্দী সাহিত্যৰ বৃহৎ ইতিহাস' (হিন্দী সাহিত্য কা বৃহৎ ইতিহাস)ৰ সম্পাদনা কৰিবলৈ লয়। ইয়াৰ লগতে একে সময়তে জড়িত হয় 'হিন্দী বিশ্বকোষ'ৰ প্ৰণয়ন আৰু প্ৰকাশনৰ কামত। ভাষা-সাহিত্যৰ ওপৰত সাংকৃত্যায়নে যুগুত কৰা 'দক্ষিণী হিন্দী কাব্যধাৰা' প্ৰকাশ পোৱাৰ পিছতে ১৯৪৫ চনত তেওঁৰ সম্পাদনাত প্ৰকাশিত হয় 'চাৰাহা দহা কোষা' নামৰ আন এখন সুবৃহৎ গ্ৰন্থ।

ৰাহুল সাংকৃত্যায়নৰ বিখ্যাত গ্ৰন্থ 'মধ্য এচিয়া কা ইতিহাস'ৰ বাবে তেওঁলৈ আগবঢ়োৱা হয় সাহিত্য একাডেমীৰ বঁটা। তেওঁৰ আন এখন বিখ্যাত গ্ৰন্থ 'ভল্গা চে গঙ্গা' বিশ্বৰ বিভিন্ন দেশৰ প্ৰায় ২০ টা ভাষালৈ অনূদিত হয়। সাংকৃত্যায়নৰ মহামূল্যবান গ্ৰন্থসমূহৰ ভিতৰত বিশেষভাৱে উল্লেখনীয় আৰু দুখন গ্ৰন্থ হ'ল 'ভোজা সংস্কৃত অভিধান' আৰু 'ৰাছিয়ান সংস্কৃত অভিধান'। কেৱল ধৰ্ম-ভাষা-সাহিত্য-সংস্কৃতিয়েই নহয়, ইয়াৰ উপৰিও সাংকৃত্যায়নে ১৭

খন ভ্ৰমণ কাহিনী আৰু মাও চে তুং, লেনিন আৰু ষ্টেলিনৰ জীৱনৰ ওপৰতো তিনিখন মূল্যবান গ্ৰন্থ লিখি থৈ গৈছে।

নিৰন্তৰ জ্ঞান-অন্বেষণৰ স্পৃহাই এই গৰাকী যশস্বী লিখকক সময়ানুসাৰে সমল যোগাই গৈছিল। তেওঁ ভাৰতীয় সংস্কৃতি আৰু পৰম্পৰাৰ জগতে ধৰ্ম-দৰ্শন আৰু ভাষা-সাহিত্যৰ ক্ষেত্ৰত যি অৱদান আগবঢ়াই থৈ গৈছে তেওঁৰ সেই বিৰাট অৱদানৰ মাজত ৰাহুল সাংকৃত্যায়ন প্ৰতিজন জ্ঞান পিপাসুৰ বাবে অমৰ হৈ ৰ'ব সৰ্বকাললৈ।

# এমিলিন পেঙ্কহাৰ্ষ্ট

বিশ্ব ৰাজনীতিত সংসদীয় গণতন্ত্ৰ, প্ৰতিখন গণতান্ত্ৰিক দেশৰ জনগণৰ বাবে এক আশীৰ্বাদ স্বৰূপ। এই দিশত ব্ৰিটেইন, গণতান্ত্ৰিক পৰম্পৰা ৰক্ষাৰ ক্ষেত্ৰতো এই দেশৰ স্থান বিশ্ব ৰাজনীতিৰ এক আদৰ্শ স্বৰূপ। কিন্তু এই দেশতেই কুৰি শতিকাৰ ৩০ (ত্ৰিশ)ৰ দশকলৈকে মহিলা সকলৰ ভোটাধিকাৰ নাছিল। ব্ৰিটিচ গণতন্ত্ৰৰ মহিলা সকলৰ ভোটাধিকাৰ বিচাৰি এইগৰাকী মহিয়সী, ব্ৰিটিচ মহিলা এমিলিন পেঙ্কহাৰ্ষ্টে চলোৱা তেওঁৰ জীৱনজোৰা সংগ্ৰামৰ ফলস্বৰূপে ব্ৰিটিচ মহিলাসকলে চূড়ান্তভাবে ১৯২৮ চনৰ ফেব্ৰুৱাৰী মাহত নিজ নিজ ভোটাধিকাৰ সাব্যস্ত কৰাৰ সুবিধা লাভ কৰে, প্ৰথমবাৰৰ বাবে।

এমিলিনে ১৮৫৮ চনত মানচেষ্টাৰত জন্ম গ্ৰহণ কৰে। তেওঁৰ দেউতাক ৰবাৰ্ট গাউন্ডেন আছিল লেক্সেচায়াৰৰ এটা বস্ত্ৰ উদ্যোগৰ পৰিচালক। তেওঁ আছিল এজন প্ৰগতিশীল ধাৰণাৰ মানুহ। এমিলিনৰ শিশু অৱস্থাতে মানচেষ্টাৰক কেন্দ্ৰ কৰি ইংল্যাণ্ডত এক নাৰী জাগৰণৰ আৰম্ভ হৈছিল। এমিলিনৰ দেউতাক ৰবাৰ্ট গাউন্ডেন, নাৰী মুক্তি আন্দোলনৰ সৈতে জড়িত একাধিক সংস্থাৰ সদস্য আছিল। ১৮৬৬ চনত জন ষ্টুৱাৰ্ট মিলে মহিলা সকলক নাগৰিকত্ব আৰু ভোটাধিকাৰ দানৰ বাবে সংসদৰ ওচৰত যি প্ৰতিবেদন দাখিল কৰিছিল, সেই প্ৰতিবেদনৰ খচৰা কপিটো তৈয়াৰ কৰিছিল ৰবাৰ্ট গাউডেণ্ডৰ এজন ঘনিষ্ঠ সহযোগী ড: ৰিচাৰ্ড মাৰ্চডেন পেঙ্কহাৰ্ষ্টে। ৰবাৰ্ট গাউন্ডেন আৰু ৰিচাৰ্ড মাৰ্চডেন পেঙ্কহাৰ্ষ্ট, এই দুয়োগৰাকী ব্যক্তি সেই সময়ত মানচেষ্টাৰ ভোটাধিকাৰ কমিটীৰ দুগৰাকী নেতৃস্থানীয় লোক আছিল। ড: ৰিচাৰ্ড পেঙ্কহাৰ্ষ্টে মহিলা ভোটাধিকাৰৰ প্ৰবক্তা হিচাপে যি সময়ত ১৮৬৬ চনৰ সেই ঐতিহাসিক খচৰাখন প্ৰস্তুত কৰিছিল সেই সময়ত তেওঁৰ বন্ধুকন্যা এমিলিনৰ বয়স আছিল মাত্ৰ ৮ বছৰ।

বয়স কম হ'লেও এমিলিনে তেওঁৰ প্ৰখৰ বুদ্ধি আৰু সকলো কথাৰ প্ৰতি থকা সজাগতাৰ বাবে সেই বয়সতে বহু কথাই শিকি পেলাইছিল। তেওঁলোকৰ ঘৰখন, ড: ৰিচার্ড পেষ্ক হার্ষ্টৰ দৰে সমাজ সংস্কাৰৰ কামত লাগি থকা লোক সকলৰ বাবে এক চৰ্চা কেন্দ্ৰৰ দৰে আছিল। সমাজৰ বিভিন্ন শ্ৰেণীৰ লোক বিভিন্ন সময়ত তেওঁলোকৰ ঘৰলৈ আহি এমিলিনৰ দেউতাকৰ সৈতে বিভিন্ন বিষয়ৰ ওপৰত আলোচনা কৰিছিল। আলোচিত কেতবোৰ বিষয়ে কিশোৰী এমিলিনৰ মনত দাগ কাটি গৈছিল। তেওঁ বহুবোৰ কথাৰ প্ৰতি সচেতন হৈ পৰিছিল। তেওঁক সবাতোকৈ অধিক আকৃষ্ট কৰিছিল, ড: পেষ্কহাৰ্ষ্টে নাৰী মুক্তি আন্দোলন আৰু মহিলা ভোটাধিকাৰ সম্পৰ্কে কোৱা কথাবোৰে। কিশোৰী এমিলিন ভাবুক হৈ পৰিছিল এইবোৰ আলোচনাৰ মাজত। ঘৰখনৰ সেই পৰিবেশ আৰু দেউতাকৰ প্ৰকাণ্ড লাইব্ৰেৰীটোৰ মাজতে এমিলিনৰ সময় অতিবাহিত হৈছিল প্ৰায় ১৪ বছৰমান বয়সলৈকে। ইতিমধ্যে তেওঁ সুখ্যাতিৰে সমাপ্ত কৰিছিল স্কুলীয়া শিক্ষা। ইয়াৰ পিছত দেউতাকে এদিন তেওঁক পেৰিছৰ 'Ecole Normal' অত উচ্চ শিক্ষা লাভৰ বাবে ভৰ্তি কৰাই থৈ আহে।

ইয়াৰ পাঁচ বছৰৰ পিছত এমিলিন পেৰিছৰ পৰা উচ্চ শিক্ষাৰে শিক্ষিতা হৈ ঘূৰি আহে ঘৰলৈ। তেতিয়া তেওঁৰ বয়স ১৯ বছৰ, এগৰাকী পূৰ্ণযৌৱনা সুন্দৰী যুৱতী। দেউতাকে অন্যান্য সমাজকৰ্মী আৰু বন্ধুবৰ্গৰে সৈতে কৰা সকলোবোৰ আলোচনাতেই এতিয়া এমিলিনেও সমানে অংশ লয়। ড: ৰিচার্ড পেষ্কহাৰ্ষ্ট এই সময়লৈ মানচেষ্টাৰৰ এজন আগশাৰীৰ বিপ্লৱী নেতা হিচাপে প্ৰতিষ্ঠিত হৈ পৰিছে। তেওঁৰ জীৱনাদৰ্শই এমিলিনক গভীৰভাৱে আলোড়িত কৰিবলৈ ধৰে। তেওঁতকৈ কুৰি বছৰৰ ডাঙৰ ড: পেষ্কহাৰ্ষ্টৰ প্ৰতি এমিলিনে তেওঁৰ মনত অনুভৱ কৰিবলৈ ধৰে এক প্ৰচণ্ড আকৰ্ষণৰ ভাব। তেতিয়াও অবিবাহিত হৈ থকা ড: পেষ্কহাৰ্ষ্টেও এমিলিনৰ এই ভাবত সঁহাৰি নিদিয়াকৈ থাকিব নোৱাৰে। ১৮৭৯ চনত ড: ৰিচার্ড পেষ্কহাৰ্ষ্টৰ সৈতে এমিলিনৰ বিয়া হৈ যায়।

বিয়াৰ পিছতে এমিলিনেও ড: পেষ্কহাৰ্ষ্টৰ সৈতে একেলগ হৈ 'মানচেষ্টাৰ ৰেডিকেল ছচাইটি'ৰ আন্দোলনৰ কাৰ্যসূচীত সক্ৰিয় অংশ গ্ৰহণ কৰে। সমাজ সংস্কাৰৰ কামত লাগি থকা অৱস্থাত এমিলিনক তৎকালীন ইংল্যাণ্ডৰ সৰ্বহাৰা শ্ৰেণীৰ লোক সকলৰ দুৰৱস্থা আৰু দুখ-দুৰ্দশাৰ কথাই সংবেদনশীল কৰি তোলে। তেওঁ ড: পেষ্কহাৰ্ষ্ট আৰু অন্যান্য বন্ধুবৰ্গৰ সহায়ত কেতবোৰ সাহায্য

শিবিৰ খুলি তাৰ যোগেদি সমাজৰ দুৰ্বল শ্ৰেণীৰ লোক সকলক সহায় কৰিবলৈ ধৰে।

প্ৰায় ১৮/১৯ বছৰৰো অধিক কাল সমাজসেৱাৰ বিভিন্ন ক্ষেত্ৰত গভীৰ নিষ্ঠাৰে তেওঁ সেৱা আগবঢ়াই যোৱাৰ সময়ত তেওঁ প্ৰতিষ্ঠা কৰে একাধিক সামাজিক সংগঠন। নিজৰ কৰ্মকুশলতা আৰু ড: পেঙ্কহাৰ্ষ্টৰ সহযোগত এই সংগঠনসমূহৰ পৰিচালনাও এমিলিনে সুচাৰুৰূপে কৰি যায়। এনেতে হঠাৎ অতি দুৰ্ভাগ্যজনকভাবে ড: পেঙ্কহাৰ্ষ্টৰ মৃত্যু হয়। আৰু চাৰিটা সন্তান পালনৰ দায়িত্বৰে সৈতে এমিলিনে সংসাৰখনৰ ভাৰ লবলগীয়া হয় সম্পূৰ্ণভাবে নিজৰ ওপৰত। জন্ম মৃত্যু পঞ্জীয়নৰ কাৰ্যালয়ত এটা সাধাৰণ চাকৰিত যোগ দিয়ে এমিলিনে। ইয়াৰ উপাৰ্জনেৰেই কোনোৰকমে চলাই নিয়ে তেওঁৰ সংসাৰ। কিন্তু এই সময়তো অব্যাহত থাকে তেওঁৰ সমাজ সংস্কাৰৰ কাম। ড: পেঙ্কহাৰ্ষ্টৰ জীৱনজোৰা যি সপোন তেওঁ বাস্তবায়িত কৰিবলৈ নাপালে— নাৰী ভোটাধিকাৰৰ সেই দাবীত এমিলিনে এইবাৰ আৰম্ভ কৰে ৰাজনৈতিক ইতিহাসৰ সেই গুৰুত্বপূৰ্ণ আন্দোলন।

১৯০৫ চনত এমিলিনৰ নেতৃত্বত সমগ্ৰ ব্ৰিটেইন জুৰি মহিলা ভোটাধিকাৰৰ দাবীত আৰম্ভ হয় এক অভূতপূৰ্ব আন্দোলন। প্ৰথম অৱস্থাত আন্দোলন শান্তিপূৰ্ণভাবেই চলে যদিও ব্ৰিটিচ সংসদে নিৰ্বাচনী আইনৰ সংশোধন ঘটাই মহিলা সকলক ভোটাধিকাৰ দান প্ৰসংগত অবিৰতভাবে বিৰোধিতা কৰি যোৱাৰ পিছত এমিলিন আৰু তেওঁৰ দুই কন্যা খ্ৰিষ্টাবেল আৰু চিলভিয়াৰ নেতৃত্বত আন্দোলনকাৰী মহিলা সকলে হিংসাৰ আশ্ৰয় লয়। আন্দোলনৰ এই পৰ্যায়ত প্ৰথমতে গ্ৰেপ্তাৰ হয় খ্ৰিষ্টাবেল। ইয়াৰ পিছত চিলভিয়া আৰু এমিলিনো গ্ৰেপ্তাৰ হৈ একাধিকবাৰ জেললৈ যাবলগীয়া হয়।

১৯০৫ চনৰ পৰা ১৯২৮ চনৰ ভিতৰত দেশত চাৰিটা নিৰ্বাচন হৈ যায়। চাৰিবাৰ সালসলনি হয়— সংসদীয় চৰকাৰৰ। কিন্তু কোনো এটা চৰকাৰেই মহিলাসকলৰ দাবী মানি লবলৈ অস্বীকাৰ কৰে। অৱশেষত ১৯২৮ চনৰ জুন মাহত প্ৰধানমন্ত্ৰী ষ্টেনলী বল্ডউইনৰ নেতৃত্বাধীন চৰকাৰে ব্ৰিটেইনত মহিলা ভোটাধিকাৰ সম্পৰ্কীয় বিলখন গ্ৰহণ কৰে আৰু ইয়াৰ কাৰ্যকৰীকৰণৰ পিছত ত্ৰিশৰ দশকৰ শেষৰফালে ব্ৰিটিচ মহিলাসকলে প্ৰথমবাৰৰ বাবে সংসদীয় নিৰ্বাচনত অংশ গ্ৰহণ কৰে।

এই ঐতিহাসিক বিলখন সংসদত পাছ হোৱাৰ দিনাই হেম্পষ্টিদৰ এখন নাৰ্চিং হোমত ৭১ বছৰ বয়সীয়া এমিলিন পেঙ্কহাৰ্ষ্টে মৃত্যুবৰণ কৰে।

মৃত্যুৰ পিছত এই মহিয়সী ব্রিটিচ মহিলা গৰাকীৰ এটি প্ৰতিমূৰ্তি উন্মোচন কৰি প্ৰধানমন্ত্ৰী ব্লেডউইনে তেওঁক 'ব্রিটেইন'ত জন্ম লোৱা অসাধাৰণ ব্যক্তিসকলৰ ভিতৰত এগৰাকী অন্যতম প্ৰধান ব্যক্তি' বুলি অভিহিত কৰে।

# চাৰ্লচ এ' লিণ্ডবাৰ্গ

২১ শতিকাৰ দুৱাৰডলিত থিয় হৈ জ্ঞান-বিজ্ঞান আৰু সামাজিক প্ৰগতিৰ দিশত মানব সভ্যতা আজি যি চূড়ান্ত পৰ্যায়ত উপনীত হৈছেহি, সেয়া বিগত দিনত ৰাইট্ ভাতৃদ্বয় বা চাৰ্লচ এ লিণ্ডবাৰ্গৰ দৰে মহান ব্যক্তিসকলে চলোৱা তেওঁলোকৰ সাহসী প্ৰচেষ্টাৰেই ফল। আজি মানুহে যি সময়ত সপোন দেখিছে মহাকাশত মহানগৰ স্থাপন কৰাৰ, গ্ৰহান্তৰত জনবসতি স্থাপন কৰাৰ, সেই সময়ত সাত সাগৰৰ ওপৰেদি এখন বিমান উৰাই নিয়াটো হয়টো একো ডাঙৰ কথা হৈ থকা নাই। মহাকাশ যান এখনৰ ওচৰত উৰাজাহাজ এখন হয়তো অতি সামান্য বস্তু হৈ পৰিছে, তথাপি ৰাইট ভাতৃদ্বয় সম্পৰ্কে আলোচনাৰ প্ৰাসংগিকতা যেনেকৈ হেৰাই যোৱা নাই তেনেকৈয়ে য়ুৰি গেগেৰিণৰ মহাকাশ জয়ৰ পিছতো অথবা নীল আমষ্ট্ৰঙৰ চন্দ্ৰত অৱতৰণ কৰাৰ পিছতো, ১৯২৭ চনত চাৰ্লচ এ' লিণ্ডবাৰ্গে এখন বিমান লৈ অকলশৰে আটলাণ্টিক মহাসাগৰৰ ওপৰেদি পাৰ হোৱাৰ সেই দুঃসাহসিক অভিযানৰো প্ৰাসংগিকতা হেৰাই যোৱা নাই।

চাৰ্লচ এ লিণ্ডবাৰ্গৰ জন্ম হয় ১৯০২ চনৰ ৪ ফেব্ৰুৱাৰী তাৰিখে, আমেৰিকা যুক্তৰাষ্ট্ৰৰ মিনেছটা অঞ্চলৰ লিট্‌ল ফলচ নামে ঠাইত। তেওঁৰ দেউতাক এজন সুখ্যাত আইনজ্ঞত আছিল। দেউতাকে লিণ্ডবাৰ্গক শিশু অৱস্থাৰ পৰাই শিক্ষা দিছিল সাহসী হোৱাৰ।

লিণ্ডবাৰ্গৰ চৰিত্ৰ গঠনত দেউতাকৰ অৱদান আছিল সৰ্বাধিক। তেওঁৰ দেউতাকৰ চৰিত্ৰৰ সততা আৰু বলিষ্ঠতাই প্ৰভাব পেলাইছিল শিশু লিণ্ডবাৰ্গৰ মনত। প্ৰথম মহাসমৰৰ সময়ত যুদ্ধৰ বিৰোধিতা কৰি দেউতাকে "Why is your country at war and what happens to you after the war" নামে এখন গ্ৰন্থ ৰচনা কৰি তাক নিজ খৰচত প্ৰকাশ কৰি উলিয়াইছিল।

সৰুকালতে লিণ্ডবাৰ্গে তেওঁৰ বেছিভাগ সময় অতিবাহিত কৰিছিল

ডেট্ৰইটত থকা তেওঁৰ মোমায়েকৰ ঘৰত। ইয়াত তেওঁৰ ককাকৰ ব্যৱসায় প্ৰতিষ্ঠানত তৈয়াৰ হৈছিল Air conditioner, Oil Burner আদিৰ লেখীয়া কেতবোৰ ঘৰুৱা ব্যৱহাৰৰ সামগ্ৰী। লিণ্ডবাৰ্গ মোমায়েকৰ ঘৰত থকা সময়ত এই সামগ্ৰীসমূহ তৈয়াৰ হোৱা কাৰখানাতে তেওঁ সময় কটাইছিল বিভিন্ন যন্ত্ৰপাতিবোৰৰ কাম লক্ষ্য কৰি। তেতিয়াই তেওঁ মন আকৰ্ষিত হৈছিল যন্ত্ৰপাতিৰ প্ৰতি। লিট্‌ল্ ফলছ (Little Falls) হাইস্কুলৰ পৰা পাছ কৰি ওলোৱাৰ পিছত লিণ্ডবাৰ্গে সেইবাবেই বিশ্ববিদ্যালয়ৰ পঢ়া আৱন্তণিতেই এৰি দি বৈমানিকৰ প্ৰশিক্ষণ লবৰ বাবে 'লিঙ্কন' পায়গৈ। এই ঠাইতে সেই সময়ত নেব্ৰাচ্কা (Nebraska) নামৰ এটা বিজ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ আছিল। অৱশ্যে প্ৰশিক্ষণৰ বাবে ইয়াত বিমান এখনেই আছিল। প্ৰশিক্ষকো আছিল এজনেই আৰু লিণ্ডবাৰ্গেই হ'লগৈ ইয়াৰ একমাত্ৰ প্ৰশিক্ষাৰ্থী। কিয়নো সেইকালত বৈমানিক হ'বলৈ যোৱাটো বহুতৰে বাবে তেতিয়াও ভয়ৰ কথা আছিল। কেৱল অতি সাহসী যুৱকসকলেহে এই বৃত্তি গ্ৰহণৰ বাবে আগবাঢ়ি আহিছিল। কিন্তু লিণ্ডবাৰ্গে এজন প্ৰশিক্ষাৰ্থী হিছাপে সেই প্ৰতিষ্ঠানত যোগ দিয়াৰ এসপ্তাহমানৰ ভিতৰতে প্ৰশিক্ষণৰ বাবে থকা বিমানখনৰ এজন গ্ৰাহক ওলোৱাত প্ৰতিষ্ঠানটোৱে বিমানখন বিক্ৰী কৰি দিয়ে আৰু প্ৰতিষ্ঠানটোও লিণ্ডবাৰ্গৰ প্ৰশিক্ষণ আধকৰা হৈ থকা অৱস্থাতে বন্ধ হৈ পৰে। অৱশ্যে লিণ্ডবাৰ্গ এই ঘটনাত হতাশ নহৈ তেওঁৰ অভীষ্ট সিদ্ধিৰ অন্যপথ বিচাৰিবলৈ ধৰে। এনেতে এইচ,জে,লিন্‌চ্ (H.J.Lynch) নামে এজন বিখ্যাত বৈমানিক সন্মত হয় লিণ্ডবাৰ্গৰ প্ৰশিক্ষণ সম্পূৰ্ণ কৰি দিবলৈ। অৱশ্যে তাৰ বাবে লিণ্ডবাৰ্গে তেওঁক উপযুক্ত মাননি দিয়াৰ লগতে ২৫ ডলাৰ ধনৰ বিনিময়ত কিনিবলগীয়া হয় এটা পেৰাচ্যুট।

৩০ অৰ দশকৰ এই সময়খিনি আছিল আমেৰিকান সকলৰ বাবে উত্তেজনাৰ আনন্দ লাভৰ সময়। তেওঁলোকে য'তেই কোনো উত্তেজনামূলক খেলা-ধূলা অথবা অন্যান্য দু:সাহসিক কাৰ্যৰ প্ৰদৰ্শন হৈছিল সেই ঠাইতে সকলোবোৰ উবুৰি খাই পৰিছিল। সেয়া ১৯২২ চনৰ কথা। ইতিমধ্যে H.J.Lynch ৰ তত্বাৱধানত ২০ বছৰীয়া লিণ্ডবাৰ্গে তেওঁৰ প্ৰশিক্ষণ শেষ কৰি এজন বৈমানিক হোৱাৰ যোগ্যতা আৰু স্বীকৃতি লাভ কৰিছে। কেৱল সেয়ে নহয়— তেওঁ বিমান পৰিচালনাৰ লগতে এক নতুন অভিলেখ স্থাপন কৰিছে। আকাশৰ বুকুত কাৰচাজি দেখুওৱাৰ ক্ষেত্ৰত তেওঁৰ এই ধৰণৰ দু:সাহসিক কাৰ্য প্ৰদৰ্শনৰেই অংশ হিছাপে এদিন তেওঁ হাজাৰ হাজাৰ দৰ্শকৰ উপস্থিতিত লিনচে উৰুওৱা বিমানখনৰ এখন পাখিত ধৰি ওলমি গৈ পিছত পেৰাচ্যুটৰ সহায়ত মাটিলৈ জপিয়াই পৰি সকলোকে আচৰিত কৰাই নহয়, কিছুসংখ্যক

লোকক প্ৰায় উন্মাদগ্ৰস্ত কৰি পেলাইছিল।

ইয়াৰ এবছৰৰ পিছত লিণ্ডবাৰ্গে নিজৰ সাঁচতীয়া ধনৰ লগতে দেউতাকৰ পৰা পোৱা ধন মিলাই ৫০০ ডলাৰ মূল্যৰ এখন ৯০ হৰ্ছ পাৱাৰৰ সৰু উৰা-জাহাজ কিনে। বন্ধৰ দিনত বিশেষভাৱে, তেওঁ প্ৰমোদ যাত্ৰীসকলক এই উৰাজাহাজত ভ্ৰমণ কৰোৱায় আৰু তাৰ পৰা যথেষ্ট টকা লাভ কৰিবলৈ ধৰে।

ইয়াৰ কিছুদিনৰ পিছত লিণ্ডবাৰ্গ ভৰ্তি হয় সৈন্য বাহিনীৰ ফ্লাইং কেডেট হিছাপে। উদ্দেশ্য অৱশ্যে জীৱিকাৰ বাবে চাকৰি কৰাটো নহয়। উদ্দেশ্য হ'ল, বিমান উৰণৰ কেতবোৰ নতুন কৌশল আয়ত্ব কৰাটোহে। এই প্ৰশিক্ষণৰ সময়ত লিণ্ডবাৰ্গৰ সৈতে ১০৪ গৰাকী প্ৰশিক্ষাৰ্থী আছিল। কিন্তু এই সকলৰ মাজৰ পৰা কৃতকাৰ্যতাৰে উত্তীৰ্ণ হৈছিল কেৱল ১৮ জন প্ৰশিক্ষাৰ্থী আৰু লিণ্ডবাৰ্গ এই ১৮ জনৰ ভিতৰত আছিল শীৰ্ষস্থানত।

ইয়াৰ পিছত লিণ্ডবাৰ্গে সৈন্যবাহিনীৰ চাকৰি এৰি দিয়ে আৰু ডাক কঢ়িওৱা বিমান পৰিবহন সংস্থা এটাত যোগ দিয়ে। এই চাকৰিত থকা সময়তে তেওঁৰ অসাধাৰণ প্ৰতিভা প্ৰদৰ্শনৰ এক সুবৰ্ণ সুযোগ আহে লিণ্ডবাৰ্গৰ জীৱনলৈ। এনে সময়তে ৰেয়মণ্ড আৰ্টেগ নামে এজন হোটেল মালিকে ২৫০০০ ডলাৰৰ এটি পুৰস্কাৰ ঘোষণা কৰে— আটলাণ্টিক মহাসাগৰৰ ওপৰেদি বিমানেৰে পাৰ হৈ অহা, প্ৰথম বৈমানিকজনৰ উদ্দেশ্যে। লিণ্ডবাৰ্গে এই প্ৰত্যাহ্বান গ্ৰহণ কৰি আগবাঢ়ি আহে প্ৰতিযোগিতাত অংশ লবৰ বাবে। ১৯২৭ চনৰ ২০ মে' তাৰিখে লিণ্ডবাৰ্গ সম্পূৰ্ণ অকলশৰে 'Spirit of St Louis' নামৰ তেওঁৰ উৰাজাহাজখনত উঠি উৰা মাৰে আটলাণ্টিক মহাসাগৰ পাৰ হোৱাৰ উদ্দেশ্য সমুখত ৰাখি। এই দু:সাহসী অভিযানত আন চাৰিগৰাকী বৈমানিকৰ তিনিজনে ইতিমধ্যে অকৃতকাৰ্য হৈ প্ৰতিযোগিতাৰ পৰা বাহিৰ হয় আৰু এজন মহাসাগৰৰ বুকুত নিখোজ হৈ পৰা ঘটনাৰ পিছত সমগ্ৰ দেশবাসীয়ে এই কাৰ্যৰ বিৰোধিতা কৰিবলৈ ধৰে আৰু ইয়াৰ পৃষ্ঠপোষক সকলৰো তীব্ৰ সমালোচনা কৰিবলৈ ধৰে। কিন্তু লিণ্ডবাৰ্গৰ বিমানে চেইণ্ট লুইচৰ পৰা উৰা মৰাৰ ৩৬ ঘণ্টাৰ মূৰত যেতিয়া ফ্ৰান্সৰ লা-বৰ্গে নামৰ ঠাইত সুকলমে অৱতৰণ কৰাৰ খবৰ পোৱা যায় সেই সময়ত সমগ্ৰ আমেৰিকাবাসীয়ে স্বস্তিৰ নিশ্বাস পেলোৱাৰ লগতে আনন্দ আৰু আবেগতো প্ৰায় উন্মাদৰ দৰে হৈ পৰে। এই কৃতকাৰ্যতাৰ পিছত লিণ্ডবাৰ্গ ঘূৰি আহি নিউইয়ৰ্ক চহৰত প্ৰৱেশ কৰাৰ দিনা লক্ষ লক্ষ লোকে বীৰৰ সন্মানেৰে সন্মানিত কৰে। দেশৰ বিভিন্ন ঠাইৰ পৰা তেওঁলৈ অভিনন্দন জনাই ৫৫০০ খন টেলিগ্ৰাম আহে। তাৰে এখন টেলিগ্ৰামতেই ১৭,৫০০ টা নামৰ চহী দেখিবলৈ পোৱা যায়।

চাৰ্লচ এ' লিণ্ডবাৰ্গে তেওঁৰ জীৱনৰ এই অবিস্মৰণীয় ঘটনাৰ বিষয়ে, 'The spirit of st Louis' নামত লিখা তেওঁৰ আত্মজীৱনীমূলক গ্ৰন্থত, তেওঁৰ অভিজ্ঞতাৰ যি বৰ্ণনা দিছে সেই বৰ্ণনা আৰু ইয়াৰ কথন ভংগীৰ সাৱলীলতাৰ বাবে তেওঁ লাভ কৰে ১৯৫৪ চনৰ পুলিট্জাৰ পুৰস্কাৰ। ১৯৩৮ চনৰ পৰা ১৯৫২ চনৰ এই ১৪ বছৰৰ সুদীৰ্ঘ কালে ৰচনা কৰা লিণ্ডবাৰ্গৰ "The Spirit of St Louis' পৰৱৰ্তী কালত এখন কথাছবিতো ৰূপ দিয়া হয়। বিখ্যাত চিত্ৰ-নিৰ্মাতা "ওৱাৰ্নাৰ ব্ৰাদাৰ্ছৰ" এই কথাছবিয়েও এক বিৰাট সাফল্য অৰ্জন কৰে।

পিছৰ জীৱনত লিণ্ডবাৰ্গে প্ৰশান্ত-মহাসাগৰীয় বিমান সংস্থা এটাত "Combat Performance" সম্পৰ্কে অধ্যয়ন কৰি কটায় আৰু জীৱনৰ শেষৰ দহোটা বছৰ হাৱাই দ্বীপৰ মাউজীত কটাই ১৯৭৪ চনত ৭২ বছৰ বয়সত ইয়াতেই মৃত্যুবৰণ কৰে।

# সুভাষ চন্দ্ৰ বসু

ব্ৰিটিছ ৰাজৰ দুশ বছৰীয়া শোষণ আৰু নিষ্পেষণৰ পিছত ভাৰতৰ স্বাধীনতা লাভ কিভাবে সম্ভৱ হৈছিল আৰু ইয়াৰ বাবে সুদীৰ্ঘ নব্বৈ বছৰ কাল ধৰি চলা মুক্তি সংগ্ৰামত—— মুক্তি সংগ্ৰামৰ গুৰি ধৰোতা সকলৰ মাজত কাৰ কি ভূমিকা বা কাৰ কিমান অৱদান আছিল তাৰ পুনৰ মূল্যায়ন কৰিবলৈ গ'লে হয়তো সি এক বিতৰ্কৰ বিষয় হ'ব। কিন্তু স্বাধীনতা সংগ্ৰামৰ এই সুদীৰ্ঘ কালৰ বুৰঞ্জীত মুক্তি সংগ্ৰামৰ এগৰাকী মৃত্যুঞ্জয়ী বীৰ সেনানীৰূপে নেতাজী সুভাষ চন্দ্ৰ বসুৱে বিশিষ্ট স্থানৰ অধিকাৰী সেই কথা সন্দেহাতীতভাবে সত্য।

কেৱল ভাৰতবাসীৰ বাবেই নহয়, বিশ্বৰ সমগ্ৰ স্বাধীনতাপ্ৰিয় মানুহৰ আৰু প্ৰতিজন মুক্তি প্ৰয়াসীৰ বাবে নেতাজী সুভাষ চন্দ্ৰ বসুৰ নাম সদায়েই অনুপ্ৰেৰণাৰ উৎস হৈ থাকিব। সেয়ে তেওঁৰ জীৱন পৰিচিতিৰ পূৰ্বে নতুনকৈ কোনো পাতনি মেলাৰ প্ৰয়োজন নিশ্চয় নাই। এই ক্ষুদ্ৰ পৰিসৰত নেতাজীৰ বিৰাট ব্যক্তিত্বৰ আলোচনা সম্পূৰ্ণ কৰাৰ প্ৰয়াসো কৰিব পৰা নাযায়। এয়া তেওঁৰ জীৱনালেখ্যৰ কেৱল অংশবিশেষৰ স্মৃতিচাৰণহে।

উৰিষ্যাৰ কটক জিলাত ১৮৯৭ চনৰ ২৩ জানুৱাৰী তাৰিখে জানকী নাথ বসু আৰু তেওঁৰ পত্নী প্ৰভাৱতী নৱম সন্তান হিছাপে জন্ম গ্ৰহণ কৰে সুভাষ চন্দ্ৰ বসুৱে। দেউতাক জানকী নাথ বসুৱে সেই সময়ত ভাৰতৰ এগৰাকী প্ৰখ্যাত আইনজ্ঞ হিচাপে কটকত কাৰ্যনিৰ্বাহ কৰিছিল। সুভাষ তেওঁৰ নৱম সন্তান হলেও সুভাষক পিছতো প্ৰভাৱতী দেৱীৰ আৰু পাঁচোটি সন্তানৰ জন্ম হয়॥

পশ্চিমবংগৰ ২৪ পৰগণাৰ মহীনগৰৰ বসু পৰিয়ালৰ সন্তান জানকী নাথে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আইনৰ স্নাতক ডিগ্ৰী লাভ কৰাৰ পিছতেই

স্থায়ীভাৱে উৰিষ্যাৰ জিলাত থাকিবলৈ লয়। ইয়াতেই ১৯০১ চনত তেওঁ কটক পৌৰসভাৰ অধ্যক্ষ নিৰ্বাচিত হয়। অৰ পিছত তেওঁ চৰকাৰী উকীল হিচাপে নিযুক্তি পায়। ১৯১২ চনত বংগীয় বিধান সভাৰ সদস্য পদ লাভ কৰাৰ লগতে ব্ৰিটিছ চৰকাৰৰ পৰা 'ৰায় বাহাদুৰ' উপাধিও লাভ কৰে। কিন্তু ১৯১৭ চনত কটকৰ জিলা দণ্ডাধীশ গৰাকীৰ সৈতে হোৱা এক মতবিৰোধৰ পিছত জানকী নাথে চৰকাৰী উকীলৰ পদ ইস্তফা দিয়াৰ লগতে সেই সময়ত ব্ৰিটিছ শাসকসকলে ভাৰতীয় সকলৰ ওপৰত চলোৱা দমনমূলক শাসনৰ বিৰোধিতা কৰি ব্ৰিটিছে দিয়া ৰায় বাহাদুৰ খিতাপিও পৰিত্যাগ কৰে। সেই সময়ত কুৰি বছৰ বয়সত ভৰি দিয়া সুভাষৰ মনত দেউতাকৰ এই কাৰ্যই গভীৰভাৱে ৰেখাপাত কৰে। অৱশ্যে ইয়াৰ আগেয়েও দেউতাকৰ চৰিত্ৰত থকা বহুবোৰ বিশেষ গুণে শিশু সুভাষৰ মনত প্ৰভাৱ পেলাইছিল। তেওঁ মাক প্ৰভাৱতী দেৱীৰ দ্বাৰা প্ৰভাৱিত হৈ সুভাষ অগ্ৰসৰ হৈছিল আধ্যাত্মিক চিন্তা-চৰ্চাত। পিতৃ-মাতৃৰ বাহিৰে আন যিগৰাকী ব্যক্তিৰ প্ৰভাৱত সুভাষৰ চৰিত্ৰ গঠন হৈছিল তেওঁ হ'ল কটকৰ ৰেভেঞ্চ কলেজিয়েট হাইস্কুলৰ প্ৰধান বেণীমাধৱ দাস। সুভাষ আছিল বেণীমাধৱৰ অন্যতম প্ৰিয় ছাত্ৰ আৰু প্ৰধান শিক্ষক বেণীমাধৱ সুভাষৰ বাবে আছিল একমাত্ৰ আদৰ্শস্বৰূপ।

ৰেভেঞ্চ কলেজিয়েট হাইস্কুলৰ পৰা 'মেট্ৰিকুলেচন' পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত দ্বিতীয় স্থান লাভ কৰি উত্তীৰ্ণ হোৱাৰ পিছত সুভাষ চন্দ্ৰ বসু কলিকতাৰ প্ৰেচিডেন্সি কলেজত ভৰ্তি হয়। ইয়াতেই তেওঁ জড়িত হৈ পৰে কলেজৰ এজন ব্ৰিটিছ অধ্যাপকক মাৰধৰ কৰাৰ ঘটনাত। প্ৰফেচাৰ অ'টেন (Oten) নামৰ সেই অধ্যাপক গৰাকীৰ নামেৰে নামকৰণ কৰা সেই ঘটনাক 'অটেন ইন্‌চিডেন্ট' (Oten incident) নামে জনা যায়। অধ্যাপক অ'টেনে ভাৰতীয় সকলৰ নিন্দাবাদৰ লগতে সেই কলেজৰ ভাৰতীয় ছাত্ৰ সকলক সকলো সময়তে কৰি অহা দুৰ্ব্যৱহাৰ আৰু অশালীন ব্যৱহাৰৰ প্ৰতিবাদত ভাৰতীয় ছাত্ৰসকলে কৰা বিক্ষোভ প্ৰদৰ্শনৰেই এটা অংশত এই ঘটনা ঘটিবলৈ পায়। আৰম্ভণিৰে পৰা স্বদেশী চিন্তাধাৰাৰ পৃষ্ঠপোষক হিচাপে চিহ্নিত আৰু একে ধৰণৰ অন্যান্য ব্ৰিটিছ বিৰোধী ঘটনাৰ সৈতে জড়িত থকা বুলি ইতিমধ্যে কলেজ কৰ্তৃপক্ষৰ কোপদৃষ্টি পৰা সুভাষকেই অঘটন ঘটনাৰ বাবেও দোষী সাব্যস্ত কৰি ১৯১৬ চনত তেওঁক প্ৰেচিডেন্সি কলেজৰ পৰা বহিষ্কাৰ কৰাৰ লগতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বহিষ্কৃত কৰা হয়। ইয়াৰ পিছত অৱশ্যে চাৰ আশুতোষ মুখাৰ্জীৰ সহায়ত ১৯১৭ চনত সুভাষে কলিকতাৰ

স্কটিছ চার্চ কলেজত পুনৰ প্ৰৱেশ লাভ কৰে। এই কলেজৰ পৰাই ১৯১৯ চনত দৰ্শনত প্ৰথম শ্ৰেণীৰ "অনাৰ্চ" সহ সুভাষে স্নাতক ডিগ্ৰী লাভ কৰে।

কলেজৰ পৰা উত্তীৰ্ণ হৈ ওলোৱাৰ পিছতেই মাক-দেউতাকৰ ইচ্ছা অনুসৰি সুভাষে ইংলণ্ডলৈ যাত্ৰা কৰে। ১৯২০ চনত সুভাষে ইংলণ্ডত "ইণ্ডিয়ান চিভিল চাৰ্ভিছ"ৰ পৰীক্ষাত বহে আৰু যোগ্যতা অনুসৰি চতুৰ্থ স্থান লাভ কৰি আই, চি, এচ লাভ কৰে। কিন্তু ইতিমধ্যেই ১৯১৯ চনত জালিয়ানৱালাবাগত কুখ্যাত জেনেৰেল ডায়াৰে চলোৱা গণহত্যাৰ ঘটনা আৰু তৎকালীন ভাৰতৰ নানান ঘটনাই তেওঁৰ মন অশান্ত কৰি তোলে আৰু সেয়ে আই, চি, এচৰ 'প্ৰবেশ্যন' সম্পূৰ্ণ নকৰাকৈ সুভাষে ১৯২১ চনৰ এপ্ৰিল মাহত আই, চি, এচৰ পৰা ইস্তফা দি ভাৰতলৈ ঘূৰি আহে।

১৯২১ চনৰ ১৬ জুলাইত বোম্বাই আহি পোৱাৰ দিনাই তেওঁ জাহাজৰ পৰা নামি মহাত্মা গান্ধীক লগ ধৰে। যথেষ্ট সময় ধৰি গান্ধীৰ সৈতে আলোচনা হোৱাৰ মূৰত, দেশৰ প্ৰতি থকা সুভাষৰ মনৰ গভীৰ প্ৰেম আৰু শ্ৰদ্ধাৰ ভাবে গান্ধীক মোহিত কৰে। তেওঁ সুভাষক দেশবন্ধু চিত্তৰঞ্জন দাসৰ ওচৰলৈ পঠিয়াই দিয়ে। সেই সময়ত বংগৰ 'মুকুট বিহীন সম্ৰাট' নামে সন্মানিত চিত্তৰঞ্জন দাসে সুভাষক আদৰি লয় ৰাজনীতিৰ এজন পৰমপ্ৰিয় শিষ্য হিছাপে। সুভাষেও তেওঁক গুৰুৰ আসনত বহুৱাই তৎকালীন ভাৰতৰ বৈপ্লৱিক ৰাজনীতিত চিত্তৰঞ্জন দাসে দিয়া পথ নিৰ্দেশনাৰে চলিবলৈ ধৰে।

চিত্তৰঞ্জন দাস কলিকতা মহানগৰীৰ মেয়ৰৰ পদত অধিষ্ঠিত থকা সময়তে সুভাষ চন্দ্ৰ বসুৱে কলিকতাৰ কৰ্পোৰেচনৰ চীফ এক্সিকিউটিভ অফিচাৰ হিছাপে কাৰ্য নিৰ্বাহ কৰে। সেই সময়তে প্ৰিন্স অৱ ৱেলচৰ ভাৰতলৈ আগমন ঘটে। ইপিনে ভাৰতৰ ঠায়ে ঠায়ে প্ৰিন্সৰ উপস্থিতিত হ'বলগীয়া সমাৰোহ বৰ্জন কৰাৰ বিপ্লৱী সকলৰ দ্বাৰা নিৰ্দ্ধাৰিত কৰা কাৰ্যসূচীৰ নেতৃত্ব দিয়াত সুভাষে যি সফলতা প্ৰদৰ্শন কৰে তাতেই প্ৰকাশ পায় তেওঁৰ বৈপ্লৱিক চেতনা আৰু কাৰ্যদক্ষতা। ইয়াৰ পিছত পশ্চিমবংগ আৰু ভাৰতৰ অন্যান্য ঠাইত সময়ে সময়ে সংঘটিত কেতবোৰ ৰাজনৈতিক ঘটনাৰ সৈতে জড়িত কৰি সুভাষ বসুক ১৯২৪ চনত ব্ৰিটিচ চৰকাৰে বিনা বিচাৰে মান্দালয়ৰ জেললৈ পঠিয়ায়। মান্দালয়ৰ কাৰাবাসৰ সময়তেই তেওঁ অসুস্থ হৈ পৰে আৰু তিনিবছৰ বন্দী জীৱন কটোৱাৰ পিছত ১৯২৭ চনত স্বাস্থ্য জনিত কাৰণত মুক্তি পাই ভাৰতলৈ ঘূৰি আহে। ভাৰতলৈ ঘূৰি আহি অৱশ্যে অসুস্থ বুলি তেওঁ বহি নাথাকিল। পূৰ্ণোদ্যমে জপিয়াই পৰিল দেশৰ স্বাধীনতা সংগ্ৰামত। তেওঁক বংগীয় প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ

সভাপতি মনোনীত কৰা হ'ল। এই পদত অধিষ্ঠিত হৈ তেওঁ যুৱ-সংগঠন আৰু ট্ৰেড ইউনিয়নৰ সংগঠনসমূহক শক্তিশালী কৰি তোলাৰ কামত আত্মনিয়োগ কৰে।

১৯২৮ চনত কংগ্ৰেছৰ দ্বাৰা মনোনীত মতিলাল নেহৰু কমিটিয়ে ঘোষণা কৰা Dominion Status' অৰ বিৰোধিতা কৰি সুভাষ বসুৱে 'Total Independence' অৰ্থাৎ পূৰ্ণ স্বৰাজৰ দাবী কৰে।

গান্ধীৰ নেতৃত্বাধীন সত্যাগ্ৰহ আন্দোলনৰ এজন আগশাৰীৰ সক্ৰিয় অংশীদাৰ হ'লেও ১৯৩১ চনত হোৱা গান্ধী আৰউইন চুক্তিৰ বিৰোধিতা কৰি সুভাষে গ্ৰহণ কৰে আইন অমান্য কৰাৰ এক নতুন নীতি। ইয়াৰ পৰৱৰ্তী দুটা বছৰৰ ভিতৰত সুভাষ বসু একাধিক ব্ৰিটিছ বিৰোধী কাৰ্য কলাপৰ বাবে বাৰে বাৰে জেললৈ যাব লগা হয়। ইয়াৰ মাজতে তেওঁ পুনৰ অসুস্থ হৈ পৰে আৰু তেওঁৰ ভগ্নস্বাস্থ্যৰ পুনৰুদ্ধাৰৰ বাবে আৰু মুখ্যত: ব্ৰিটিছ প্ৰশাসনে তেওঁৰ কাৰ্যকলাপৰ পৰা ৰেহাই পাবৰ বাবে সুভাষক জেলৰ পৰা মুক্তি দি একপ্ৰকাৰ নিৰ্বাসনত ইউৰোপলৈ পঠিয়ায়। অৱশ্যে এই নিৰ্বাসন সুভাষৰ বাবে এক আশীৰ্বাদৰ দৰেহে হ'ল। কিয়নো ইয়াৰ যোগেদিয়েই তেওঁ ইউৰোপৰ বিভিন্ন দেশৰ, জনসাধাৰণৰ সৈতে ৰাজনৈতিক সম্পৰ্ক স্থাপন কৰাৰ সুবিধা পায়।

১৯৩৬ চনত সুভাষৰ ভাৰতত পুনৰ প্ৰৱেশৰ ওপৰত থকা চৰকাৰী নিষেধাজ্ঞা অমান্য কৰিও সুভাষ ভাৰতলৈ ঘূৰি আহে আৰু এবছৰৰ বাবে পুনৰ বন্দী অৱস্থাত কটাবলগীয়া হয়। অৱশ্যে ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনৰ পিছত সাতখন ৰাজ্যত কংগ্ৰেছ ক্ষমতালৈ অহাৰ পিছত সুভাষে মুক্তিলাভ কৰে আৰু ইয়াৰ মাত্ৰ এবছৰৰ পিছতেই ১৯৩৮ চনৰ হৰিপুৰা কংগ্ৰেছ অধিবেশনৰ বাবে সৰ্বসম্মতিক্ৰমে সভাপতি মনোনীত হয়।

সেই বছৰৰে অক্টোবৰ মাহত কংগ্ৰেছ সভাপতি হিছাপে তেওঁ এখন জাতীয় পৰিকল্পনা কমিটি গঠন কৰে। এই সময়তে ইউৰোপীয় আকাশত উৰিবলৈ ধৰে যুদ্ধৰ ক'লা ডাৱৰ আৰু বিভিন্ন ৰাষ্ট্ৰৰ মাজত আন্তৰ্জাতিক সম্পৰ্ক ক্ৰমাৎ বেয়া হ'বলৈ ধৰে। এনেতে ১৯৩৯ চনৰ কংগ্ৰেছৰ অধিবেশন ত্ৰিপুৰাত অনুষ্ঠিত হয়। এই অধিবেশনত সভাপতিত্ব কৰিবৰ বাবে কংগ্ৰেছৰ কাৰ্যকৰী কমিটি আৰু স্বয়ং মহাত্মা গান্ধীয়ে সমৰ্থন দিয়া ডঃ পট্টাভি সীতাৰামায়াক সভাপতিৰ বাবে হোৱা নিৰ্বাচনত পৰাজিত কৰি সুভাষ চন্দ্ৰ বসু পুনৰ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। কিন্তু এই অধিবেশনৰ পিছতেই কংগ্ৰেছৰ তৎকালীন

কাৰ্যবাহী কমিটিখন ভংগ হৈ যায়। কংগ্ৰেছৰ অন্যান্য বিষয়ববীয়া সকলৰ লগতে গান্ধীৰ সৈতেও এই অধিবেশনতে সুভাষৰ মতানৈক্য ঘটে আৰু ১৯৩৯ চনৰ মে' মাহত সংগ্ৰামৰ পৰৱৰ্তী কাৰ্যসূচী চলাই নিবৰ বাবে নতুন নীতি নিৰ্দ্ধাৰণেৰে সুভাষে 'ফৰওৱাৰ্ড ব্লক' গঠন কৰে। সেই বছৰৰে আগষ্ট মাহত তেওঁক বংগীয় ৰাজ্যিক কংগ্ৰেছ কমিটিৰ সভাপতিৰ পদৰ পৰা অপসাৰণ কৰা হয়। লগতে তিনি বছৰৰ বাবে কংগ্ৰেছৰ যিকোনো নিৰ্বাচিত সদস্য পদৰ নিৰ্বাচনত নযাৰ পৰা তেওঁক বঞ্চিত কৰা হয়।

ত্ৰিপুৰা কংগ্ৰেছত জাতীয় কংগ্ৰেছৰ নেতা সকলৰ সৈতে সুভাষৰ মতানৈক্য ঘটাৰ কাৰণ সমূহৰ এটা আছিল, তেতিয়াৰ পৰা ছমাহৰ ভিতৰতে ইউৰোপত আৰম্ভ হ'বলগীয়া যুদ্ধৰ ভৱিষ্যতবাণীৰ লগতে এই যুদ্ধৰ কালত ভাৰতে পালন কৰিবলগীয়া ভূমিকাৰ বিষয়ে সুভাষ বসুৱে কৰা মন্তব্য। কংগ্ৰেছীসকলে সেই সময়ত যুদ্ধত ভাৰতীয়সকলে পালন কৰিবলগীয়া ভূমিকা আৰু ব্ৰিটিছৰ ওপৰত হেঁচা দিবৰ বাবে কৰা তেওঁৰ আবেদন মানি নললেও তেওঁৰ সেই ভৱিষ্যতবাণী অনুযায়ীয়েই ১৯৩৯ চনৰ ছেপ্তেম্বৰ মাহত ইউৰোপত যুদ্ধ আৰম্ভ হয়। সেই সাম্ৰাজ্যবাদী সমৰ অভিযানত ব্ৰিটিছৰ অঙ্গ ৰাজ্য হিচাপে ভাৰতেও একপ্ৰকাৰ অংশগ্ৰহণ কৰিবলগীয়া হয়।

ইয়াৰ পিছত সুভাষ বসুৱে ১৯৪০ চনৰ জুন মাহত নিখিল ভাৰত ফৰওৱাৰ্ড ব্লকৰ অধিবেশন আহ্বান কৰে। ইয়াতেই তেওঁ দাবী তোলে এখন অস্থায়ী জাতীয় চৰকাৰ গঠনৰ। এই অধিবেশনৰ মাত্ৰ এমাহ পিছতে সুভাষ বসু ব্ৰিটিছ প্ৰশাসনৰ হাতত পুনৰ বন্দী হয়। এইবাৰ তেওঁ বন্দীশালৰ ভিতৰত আৰম্ভ কৰে অনশন আৰু দীৰ্ঘ দিনজুৰি কৰা অনশনৰ পিছত ১৯৪০ চনৰ ডিচেম্বৰ মাহত তেওঁক মুক্ত কৰি দিয়া হয়। কিন্তু ইয়াৰ এমাহ পিছতেই ১৯৪১ চনৰ ২৬ জানুৱাৰী তাৰিখে তেওঁ সমগ্ৰ ভাৰতবাসীকে আচৰিত কৰি আৰু তেওঁৰ বাসগৃহৰ ওপৰত সকলো সময়তে চোকা দৃষ্টি দি থকা ব্ৰিটিছ পহৰাদাৰীৰ চকুতো ধূলি দি কলিকতাত থকা তেওঁৰ এলগিন ৰ'ডৰ ঘৰৰ পৰা নিশাতে নিৰুদ্দেশ হয়।

সেইদিনা কলিকতাৰ এলগিন ৰ'ডৰ ঘৰৰ পৰা অন্তৰ্দ্ধান হোৱা সুভাষৰ খবৰ পোৱা গ'ল ইয়াৰ সম্পূৰ্ণ ৯ মাহৰ পিছত, সেই বছৰৰে নৱেম্বৰ মাহত। খবৰ আহিল বাৰ্লিনৰ পৰা। সেই সময়ত সেইভাবে দেশৰ পৰা ওলাই যোৱাৰ কাৰণ দৰ্শাই সুভাষে এই সম্পৰ্কে কৈছিল যে তেওঁৰ এই নিৰুদ্দিষ্ট যাত্ৰাৰ উদ্দেশ্য হৈছে দেশত থাকি থকা বিপ্লৱৰ জুইকুৰাত বাহিৰৰ পৰা ইন্ধন যোগোৱা।

পূব ইউৰোপত সেই সময়ত সম্প্ৰতি আৰম্ভ হোৱা মহাৰণৰ প্ৰস্তুতিত সুভাষে নিজেও অংশ গ্ৰহণ কৰাৰ কথা ভাবিলে। তেওঁ ক'লে 'জাৰ্মানসকলে যদি ব্ৰিটিছৰ শত্ৰু হয় তেন্তে, তেওঁলোকক আমি বন্ধু বুলি ল'ব পাৰোঁ।'

সুভাষে প্ৰথমে জাৰ্মানীৰ লগত কথা পাতিলে সমতাৰ ভিত্তিত। ইয়াৰ পিছত তেওঁ ব্ৰিটিছৰ আন এখন শত্ৰু দেশ, জাপানৰ সৈতেও মিত্ৰতা স্থাপন কৰিলে। ১৯৪২ চনৰ জানুৱাৰী মাহত ভাৰতবাসী তথা বিশ্বৰ জনগণৰ উদ্দেশ্যে সুভাষে নিজ বক্তব্য দাঙি ধৰিলে বাৰ্লিন ৰেডিও যোগে। ইয়াৰ পিছত তেওঁ কিছুদিন একে লেথাৰিয়ে বাৰ্লিন ৰেডিঅ' যোগে প্ৰচাৰ চলাই যাবলৈ ধৰিলে। ব্ৰিটিছৰ সাম্ৰাজ্যবাদী অভিযানৰ বিৰুদ্ধে, দেশবাসীৰ উদ্দেশ্যে আৰু সৰ্বোপৰি দেশৰ মুক্তি সংগ্ৰামৰ বাবে এক ভিন্ন পথ ৰচনাৰ মূল লক্ষ্যৰে। সুদূৰ বাৰ্লিনৰ পৰা ইথাৰত ভাঁহি অহা তেওঁৰ কণ্ঠই সংগ্ৰামী দেশবাসীক উদ্বুদ্ধ আৰু উৎসাহিত কৰিলে বিপুলভাবে।

১৯৪২ চনৰ শেষৰফালে জাৰ্মান আৰু জাপানী সৈন্যৰ সম্মুখত ব্ৰিটিছ, ফৰাচী আৰু ডাচ্চ সকলৰ মিলিত শক্তিয়ে শোচনীয়ভাবে হাৰ মানিলে। পূব এচিয়াত সেইকেইটা সাম্ৰাজ্যবাদী সেনাবাহিনীৰ মাজত হাঁহাকাৰ সৃষ্টি হ'ল। চেগ বুজি সুভাষে জাৰ্মান আৰু জাপান চৰকাৰৰ পৰা ব্ৰিটিছৰ বিৰুদ্ধে থিয় হোৱাত সকলো ধৰণৰ সহায় সহযোগিতাৰ পূৰ্ণ আশ্বাস আদায় কৰি ১৯৪৩ চনৰ আগভাগতে জাৰ্মানীৰ পৰা যাত্ৰা আৰম্ভ কৰিলে আৰু সুদীৰ্ঘ তিনিমাহ ধৰি নানান সংকটৰ মাজেৰে পাৰ হৈ আহি ১৯৪৩ চনৰ ২ জুলাই তাৰিখে ছিংগাপুৰ পালেহি।

ছিংগাপুৰত তেওঁৰ এই নাটকীয় উপস্থিতিয়ে ভাৰতীয় যুদ্ধবন্দী সকলৰ লগতে ছিংগাপুৰ আৰু পূব এচিয়াৰ সমগ্ৰ জনসাধাৰণৰ মন আনন্দ উচ্ছ্বাসেৰে ভৰাই তুলিলে। ইতিমধ্যেই বিপ্লৱী সকলৰ একাংশত এজন অসাধাৰণ প্ৰতিভাসম্পন্ন জননেতা হিচাপে চিহ্নিত হৈ পৰা সুভাষক তেওঁলোকে আদৰি ললে। ইয়াৰ দুদিন পিছত তেওঁ ৰাসবিহাৰী বসুৰ পৰা 'পূব এচিয়াত ভাৰতীয় মুক্তি সংগ্ৰাম'ৰ কাৰ্যভাৰ নিজৰ হাতলৈ আনে আৰু 'Indian National Army' বা 'আজাদ হিন্দ ফৌজ' নামেৰে এটা সৈন্যবাহিনী গঠন কৰে। ইয়াৰ ডেৰ মাহৰ পিছত, ১৯৪৩ চনৰেই ২৫ আগষ্ট তাৰিখে তেওঁ এই সৈন্যবাহিনীৰ মুখ্য সেনাধিনায়কৰ পদ নিজে গ্ৰহণ কৰি এই সেনাবাহিনীক ব্ৰিটিছৰ বিৰুদ্ধে পৰিচালনা কৰাৰ দায়িত্বভাৰ সম্পূৰ্ণৰূপে নিজে গ্ৰহণ কৰে। ২১ অক্টোবৰ তাৰিখে নেতাজীয়ে 'আজাদ হিন্দ' অৰ্থাৎ মুক্ত ভাৰতৰ এটা অস্থায়ী চৰকাৰ

গঠনৰ কথা ঘোষণা কৰে। নবেম্বৰ মাহত আজাদ হিন্দ ফৌজে আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জ সমূহ ব্ৰিটিছৰ পৰা মুক্ত কৰি নিজৰ দখললৈ আনে। ইয়াৰ পিছত ইণ্ডিয়ান নেছনেল আৰ্মিৰ মুখ্য কাৰ্যালয় ১৯৪৪ চনৰ জানুৱাৰী মাহত ৰেঙ্গুণলৈ স্থানান্তৰিত কৰা হয় আৰু তাৰ পৰা 'চলো দিল্লী'ৰ নিনাদেৰে আকাশ বতাহ মুখৰিত কৰি যাত্ৰা আৰম্ভ কৰিলে বিজয়ী সেনাৰ দলে। উদ্দেশ্য দিল্লী, উদ্দেশ্য ভাৰতৰ মাটিৰ পৰা ব্ৰিটিছৰ মূল উৎখাতিত কৰাৰ। ১৯৪৪ চনৰ ১৮ মাৰ্চ তাৰিখে আজাদ হিন্দ ফৌজ আহি উপস্থিত হ'ল ব্ৰহ্মদেশৰ সীমান্তত আৰু ভাৰতীয় মাটিত থিয় দিলে। ইয়াৰ পিছত নেতাজীৰ সেই অদম্য সাহসী সৈন্যই কিভাবে কহিমা, ইম্ফল পৰ্যন্ত আগুৱাই আহি স্বাধীন ভাৰতৰ পতাকা উৰুৱালে, 'জয় হিন্দ' আৰু 'নেতাজী জিন্দাবাদ' ধ্বনিৰে আকাশ বতাহ মুখৰিত হ'ল আৰু হিৰোচিমা আৰু নাগাচাকিৰ ওপৰত হোৱা বোমা বৰ্ষণে জাপানক আত্মসমৰ্পণ কৰোৱালে আৰু ভাৰতীয় জাতীয় সেনাবাহিনী (INA) বা আজাদ হিন্দ ফৌজ কিভাবে অপসাৰিত হ'ব লগা হ'ল সেয়া হৈ পৰিছে বিশ্ব ইতিহাসৰ এটা উল্লেখযোগ্য অধ্যায়।

দ্বিতীয় বিশ্বযুদ্ধত জাপানৰ পৰাজয়ৰ পিছত আৰু সুভাষৰ নিজৰ আজাদ হিন্দ ফৌজে ভাৰতৰ মাটিত পদাৰ্পণ কৰাৰ পিছতো পৰাজয় বৰণ কৰিবলগীয়া হোৱা অৱস্থাত সুভাষ বসুৱে এক প্ৰকাৰ আত্মগোপন কৰে। জাপানে আত্মসমৰ্পণ কৰাৰ পিছতো অৱশ্যে বিশ্বযুদ্ধ সম্পূৰ্ণৰূপে ওৰ পৰা নাছিল। সমগ্ৰ বিশ্বতে এক অৰাজক আৰু বিশৃঙ্খলতাই দেখা দিছিল। সেই অশান্ত সময়ৰ মাজতে সুভাষ শাৰীৰিকভাবে ক'ৰবাত হেৰাই গৈছিল। হয়তো আত্মগোপন কৰি পূব এচিয়াৰেই কোনোবা দেশত থাকিবলৈ লৈছিল। কিন্তু এটা অসমৰ্থিত বাতৰি মতে ফৰমোচা দ্বীপৰ টাইহ্বানৰ কাষত হোৱা এটা বিমান দুৰ্ঘটনাত ১৯৪৫ চনৰ ১৮ আগষ্ট তাৰিখে তেওঁৰ মৃত্যু হয়। কিন্তু সমগ্ৰ ভাৰতবাসীৰ মনত সেই সূৰ্য শিখাৰ মৃত্যুৰ বাতৰি যোৱা ৪৫ বছৰৰ পূৰ্বৰ সেই দিনটোৰ পৰা আজিলৈকে সন্দেহৰ ছাঁই ঘনীভূত কৰি ৰাখিছে।

অৱশ্যে সেই অগ্নিস্ফুলিঙ্গ ক'ৰবাত নিৰ্বাপিত হৈ গ'লেও তাৰ স্মৃতিয়ে ভাৰতীয় জনমানসক চিৰকাললৈ উদ্ভাসিত কৰি ৰাখিব। নেতাজীৰ নামৰ মহিমাই যুগে যুগে শক্তি যোগাব আৰু ভৱিষ্যতৰ প্ৰতিটো প্ৰজন্মক।

# এনী বেছান্ট

কেৱল মানৱ সমাজৰ উন্নতিৰ বাবেই নিজৰ জীৱন উৎসৰ্গা কৰা মহান ব্যক্তিসকলৰ ভিতৰত মহিয়সী ব্ৰিটিছ মহিলা এনী বেছান্ট এগৰাকী উল্লেখনীয় ব্যক্তি। ইংৰাজ জাতিয়ে যি সময়ত আধুনিকতাৰ শীৰ্ষস্থানত আৰোহণ কৰিছিল, মানুহে ভাবিব পৰা সকলো সুখ স্বাচ্ছন্দ্যৰ মাজত জীৱনক পূৰ্ণমাত্ৰাত উপভোগ কৰিছিল সেই সময়ত এইগৰাকী ব্ৰিটিছ মহিলা সুদূৰ লণ্ডনৰ পৰা আহি দক্ষিণ ভাৰতৰ এটা অভাৱগ্ৰস্ত অঞ্চলত বসবাস কৰিবলৈ লৈছিল। জীৱনৰ অৰ্থ বিচাৰি পাইছিল, সকলো দিশৰ পৰা অন্ধকাৰত বাস কৰা এখন নিঃস্ব সমাজৰ কল্যাণৰ হকে নিজকে বিলাই দিয়াত।

১৮৪৭ চনৰ ১ অক্টোবৰ তাৰিখে লণ্ডন চহৰত জন্ম হৈছিল, উইলিয়াম পেজ উদ্ আৰু এমিলি উদ্‌ৰ কন্যা সন্তান এনীৰ। দেউতাক আছিল এজন নাম কৰা চিকিৎসক। এনীৰ ৫ বছৰ বয়সত দেউতাক উইলিয়াম উদৰ মৃত্যু হৈছিল। তেওঁৰ সেই অকাল মৃত্যুত পৰিয়ালটো গভীৰ অৰ্থ সংকটৰ সন্মুখীন হৈছিল। এনে অৱস্থাত এনীৰ মাকে সন্তান দুটি লগত লৈ লণ্ডনৰ পৰা গৈ হেৰ'ত উপস্থিত হৈছিল। উদ্দেশ্য আছিল ল'ৰা ছোৱালীহালক হেৰ' পাব্লিক স্কুলত ভৰ্তি কৰোৱাটো। ইয়াতেই এনীৰ জীৱনে বিকাশ লাভ কৰাৰ সুবিধা পাইছিল মিছ্ মেৰীয়েট নামৰ আন এগৰাকী ব্ৰিটিছ মহিলাৰ তত্বাৱধানত। মিছ মেৰীয়েটে নিজৰ ছোৱালীৰ দৰে প্ৰতিপালন কৰাৰ উপৰিও এনীক ইংৰাজী, ফৰাচী আৰু জাৰ্মান ভাষাৰ শিক্ষা দিছিল। এনীয়েও এই মহিলা গৰাকীক মাকৰ দৰেই ভাল পাইছিল। মিছ মেৰীয়েটৰ তত্বাৱধানত এনীয়ে অতি কম সময়ৰ ভিতৰতে ইংৰাজীৰ উপৰিও ফৰাচী আৰু জাৰ্মান ভাষা সুন্দৰভাৱে আয়ত্ত কৰি পেলাইছিল। ইয়াৰ লগতে এনীয়ে মেৰীয়েটৰ পৰা শিকিছিল সমাজসেৱাৰ কাম।

১৮৬১ চনত, এনীৰ বয়স যেতিয়া ১৪ বছৰ সেই সময়ত, মাকৰ অনুমতি সাপেক্ষে, মেৰীয়েটে এনীক বিদেশ ভ্ৰমণলৈ লৈ যায়। প্ৰথমতে জাৰ্মানী আৰু পিছত ফ্ৰান্সত দুয়োখন দেশতে সম্পূৰ্ণ দুবছৰ কটোৱাৰ পিছত ১৮৬৩ চনত মেৰীয়েটৰ সৈতে এনী পুনৰ ঘূৰি আহে তেওঁলোকৰ ইংল্যাণ্ডৰ ঘৰলৈ। ইতিমধ্যে এনী সকলো ফালৰ পৰা হৈ পৰিছে এগৰাকী যোগ্যতাসম্পন্ন যুৱতী। নিজে আগভাগ ল'ব পৰা হৈছে সমাজসেৱাৰ বিভিন্ন কামত।

১৮৬৬ চনত, ১৯ বছৰ বয়সত এনীয়ে লগ পায় কেম্ব্ৰিজৰ পৰা সদ্য শিক্ষা সাং কৰি ওলোৱা তৰুণ স্নাতক বেভাৰেণ্ড ফ্ৰেঙ্ক বেছাণ্টক। দুয়ো দুয়োৰে প্ৰতি আকৃষ্ট হয় আৰু ১৮৬৭ চনত এনীৰ বিয়া হয় ফ্ৰেঙ্ক বেছান্তৰ সৈতে। অৱশ্যে তেওঁলোকৰ বিবাহিত জীৱন দীৰ্ঘস্থায়ী হ'বলৈ নাপালে। ফ্ৰেঙ্ক বেছাণ্টৰ বদ মেজাজৰ বাবে এনীৰ জীৱনলৈ নামিল অশান্তি। তথাপি ছয় বছৰমান সেই অশান্তিৰ মাজতে পাৰ কৰিলে এনীয়ে। ইতিমধ্যে দুটা সন্তানৰ জন্ম হ'ল। পিছে ফ্ৰেঙ্কৰ অত্যাচাৰৰ এটা চৰম মুহূৰ্তত এদিন এনী আৰু ফ্ৰেঙ্কৰ মাজত বিবাহ বিচ্ছেদ ঘটে আৰু এনী চূড়ান্তভাবে ফ্ৰেঙ্কৰ জীৱনৰ পৰা আঁতৰি যায়। ইয়াৰ পিছতেই এগৰাকী সমাজ সেৱিকাৰ ভূমিকাত এনীক আমি দেখিবলৈ পাওঁ ইউৰোপৰ সৰ্বহাৰা সকলৰ মাজত।

১৮৭৩ চনত ফ্ৰেঙ্কৰ সৈতে বিবাহ বিচ্ছেদৰ পিছতে এনীৰ আৰ্থিক অৱস্থা ইমানেই শোচনীয় হৈ পৰে যে তেওঁ পেট প্ৰবৰ্তাবৰ বাবে যিকোনো ধৰণৰ কামতে হাত দিবলগীয়া হয়। অনেক কষ্টৰ মূৰত ফকষ্টনত এটা চাকৰি যোগাৰ হয় হেড-কুক গভাৰ্নেচ আৰু নাৰ্চ হিছাপে। এই চাকৰিকে কৰি এনী মাকৰ সৈতে থাকিবলৈ লয়। মাক-জীয়েক দুয়োৰে মিলিত উপাৰ্জনেৰে তেওঁলোকে সৰুকৈ এটা ঘৰ বান্ধে। কিন্তু এনেকৈ এটা মান বছৰ সম্পূৰ্ণ নহওঁতেই টান নৰিয়াত পৰি এদিন এনীৰ মাকৰ মৃত্যু হয় আৰু ইয়াৰ পিছত এনী হৈ পৰে সম্পূৰ্ণ অকলশৰীয়া।

১৮৭৪ চনত 'নেশ্যনেল চেকুলাৰ ছ'চাইটি অৱ ইংল্যাণ্ড'ৰ মুখপত্ৰ 'নেশ্যনেল ৰিফৰমাৰ'ত প্ৰকাশিত এটা প্ৰবন্ধই এনী বেছান্তৰ মনত ৰেখাপাত কৰে। তেওঁ এই ছ'চাইটিৰ কৰ্মকৰ্তাসকলক লগ ধৰি ১৮৭৪ চনত ইয়াৰ সদস্যভুক্ত হয়। ইয়াৰ কিছুদিনৰ পিছতেই তেওঁ 'নেশ্যনেল ৰিফৰমাৰ'ত যোগ দিয়ে, মুখপত্ৰখনৰ সহ-সম্পাদিকাৰূপে।

'নেশ্যনেল ৰিফৰমাৰ' পত্ৰিকাৰ সহ-সম্পাদিকাৰ দায়িত্ব পালনৰ লগতে এনীয়ে সমাজ সংস্কাৰৰ বিভিন্ন দিশত নানান সংস্কাৰমূলক কামতো নিজকে

জড়িত কৰে আৰু নিজ ভূমিকা পালন কৰি যায়। এইক্ষেত্ৰত তেওঁৰ প্ৰথম উল্লেখনীয় পদক্ষেপ হ'ল ইংল্যাণ্ডত প্ৰথমবাৰৰ বাবে গঠন হোৱা 'শ্ৰমিক সংঘ' সমূহৰ সাংগঠনিক দিশত আগবঢ়োৱা নিজৰ অৱদান। বিশেষকৈ সেই সময়ত ইংল্যাণ্ডৰ জুইশলা কাৰখানা সমূহত নিয়োজিত কিশোৰী, যুৱতী আৰু মহিলা সকলৰ দুৰৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি চৰকাৰ তথা দেশবাসীৰ দৃষ্টি আকৰ্ষণ কৰাৰ লগতে তেওঁ সেই শ্ৰেণীৰ শ্ৰমিক মহিলাসকলৰ স্বাৰ্থত কৰ্তৃপক্ষৰ বিৰুদ্ধে একপ্ৰকাৰ যুদ্ধ ঘোষণা কৰে। তেওঁ নিজৰ একক প্ৰচেষ্টাত একাধিক মহিলা শ্ৰমিক সংগঠন গঢ়ি তোলে আৰু নিজ নিজ অধিকাৰ বিচাৰি তেওঁলোকৰ দাবী উত্থাপন কৰাৰ বাবে শ্ৰমিক মহিলা সকললৈ আহ্বান জনায়।

ইয়াৰ পিছত এনীয়ে জৰ্জ বাৰ্নাৰ্ড শ্ব, চিডনী ওৱেব, জৰ্জ লেনচ্‌বাৰী, ৰেমছে মেক্‌ডনাল্ড আদি প্ৰখ্যাত ব্যক্তি সকলৰ দ্বাৰা গঠিত ফেবিয়ান ছ'চাইটিত (Fabian Society) যোগ দিয়ে।

১৮৮৯ চনত, এনীৰ বয়স ৪২ বছৰ পূৰ হোৱাৰ পূৰ্বেই, তেওঁ সমাজ সংস্কাৰৰ প্ৰায়বোৰ ক্ষেত্ৰতে নিজকে জড়িত কৰাৰ উপৰিও সংস্কাৰমূলক ভাষণ দান, লিখা-মেলাৰ মাজতে প্ৰশাসনৰ হাতত শাস্তি ভোগ কৰিবলগীয়াও হয়।

১৮৬৬ চনত মেডাম ব্লেভেৎস্কিয়ে লিখা "The secret Doctrine" নামৰ এখন কিতাপ এনীক দিয়া হয় পুথি সমালোচনাৰ বাবে। এনীয়ে যদিও, কাকতত ইয়াৰ সমালোচনা আগবঢ়োৱাৰ বাবেই কিতাপখন পঢ়িছিল; তথাপি তেওঁৰ পৰৱৰ্তী কালৰ জীৱন পথো উদ্ভাসিত কৰিছিল এই গ্ৰন্থৰ বিষয়বস্তুৱে।

এনী বেছান্ট প্ৰথম ভাৰতলৈ আহে ১৮৯৩ চনৰ ১৬ নবেম্বৰ তাৰিখে। তেওঁ সেইদিনা টুটিকৰিনত অৱতৰণ কৰাৰ পিছত দক্ষিণ ভাৰতৰ ১২খন চহৰত ভাষণ দান কৰে। পুনৰ ১৮৯৪ চনত তেওঁ উত্তৰ ভাৰতৰো ১৮খন চহৰত একেলেথাৰিয়ে ভাষণ দান কৰে। তেওঁৰ এই ভাষণসমূহ আছিল মুখ্যত: হিন্দুধৰ্ম আৰু সংস্কৃতিৰ ওপৰত তেওঁৰ সত্যনিষ্ঠ বিশ্বাস আৰু প্ৰশংসাবাদৰ পৰিচায়ক।

১৮৯৫ চনত এনীয়ে বাৰাণসীত এখন ঘৰ কৰি তাতেই থাকিবলৈ লয় আৰু 'ভগৱৎ গীতা'ৰ ভাঙনি কৰাৰ কাম সমাপ্ত কৰে। ইয়াত থকা কালতো এনীয়ে ভাৰতবাসীৰ প্ৰতি আগবঢ়োৱা আন দুটা মহৎ কাম হ'ল ১৮৯৮ চনত বাৰাণসীত তেওঁৰ দ্বাৰা কেন্দ্ৰীয় হিন্দু কলেজ স্থাপন আৰু 'বেনাৰস হিন্দু বিশ্ববিদ্যালয়' স্থাপনৰ প্ৰস্তুতি।

১৯০৭ চনত এনী বেছান্ট 'থিয়ছফিকেল ছ'চাইটি'ৰ অধ্যক্ষা নিৰ্বাচিত

হয় আৰু মাদ্ৰাজৰ আদ্য়াৰত স্থায়ীভাবে থাকিবলৈ লয়।

১৯১৩ চনত মাদ্ৰাজত অনুষ্ঠিত এখন ৰাজহুৱা সভাত ভাষণ দান কৰি এনীয়ে ভাৰতক স্বাধীনতা দানৰ সপক্ষে ব্ৰিটিছ চৰকাৰ আৰু ভাৰতবাসীৰ সমুখত নিজৰ মতামত দাঙি ধৰে। ইয়াৰ পিছতেই তেওঁ ভাৰতীয় ৰাজনীতিতো জড়িত হৈ পৰে আৰু নানান সভা-সমিতিত ভাৰতবাসীৰ অধিকাৰ সমূহৰ হকে ব্ৰিটিছ প্ৰশাসনৰ সমুখত নিজ বক্তব্য ৰাখিবলৈ গৈ প্ৰশাসনৰ কু-নজৰতো পৰে।

১৯১৭ চনৰ আগষ্ট মাহত কলিকতাত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাত এনী বেছান্ট সভানেত্ৰী নিৰ্বাচিত হয়। ইয়াৰ এবছৰৰ পিছত ১৯১৮ চনত তেওঁ মাদ্ৰাজৰ আদয়াৰত স্থাপন কৰে "নেশ্বনেল ইউনিভাৰচিটি।"

১৯১৭ চনত এনীয়ে আৰম্ভ কৰা Womens' Indian Association নামৰ সংস্থাটোৱেই পিছলৈ All India Womens' Conference নামে প্ৰতিষ্ঠা লাভ কৰে। ইয়াৰ উপৰিও এনীৰ প্ৰচেষ্টাত ভাৰতৰ বিভিন্ন ঠাইত গঢ় লৈ উঠে শতাধিক তেনে ধৰণৰ সংগঠন, ৫০ খনৰো অধিক শিক্ষানুষ্ঠান আৰু ভাৰতত স্কাউট আৰু গাইডৰ কাৰ্যসূচীৰো সফল সূচনা ঘটে এনী বেছান্টৰেই নিৰলস প্ৰচেষ্টাত।

মানৱ সেৱাৰেই এটা পৰ্যায়ত মাদাৰ টেৰেছাই সৌ সিদিনা ন'বেল পুৰস্কাৰ লাভ কৰাৰ ঘটনাই বিশ্ববাসীক সোঁৱৰাই দিছে এনী বেছান্টৰ কথা। কিয়নো এক সম্পূৰ্ণ সুকীয়া দৃষ্টিভংগীৰে হ'লেও এনী বেছান্টেও মানৱ কল্যাণৰ অৰ্থেই তেওঁৰ সমগ্ৰ জীৱন পাৰ কৰি গ'ল।

সমাজ সংস্কাৰৰ বিভিন্ন কামত লাগি ফুৰাৰ ফলত অত্যাধিক পৰিশ্ৰমৰ ফলস্বৰূপে ১৯৩০ চনৰ মাজভাগৰ পৰা তেওঁৰ শৰীৰ ক্ৰমাৎ ভাগি পৰিবলৈ ধৰে আৰু অৱশেষত ১৯৩৩ চনৰ ২১ ছেপ্তেম্বৰত মাদ্ৰাজৰ আদয়াৰত নিজা ঘৰত এনী বেছান্টৰ পৰলোকপ্ৰাপ্তি ঘটে।

চল্লিশ বছৰ কাল ধৰি ভাৰতৰ মাটিকেই আপোন বুলি ধৰি লৈ এই দেশৰ স্বাৰ্থত তেওঁৰ দ্বাৰা লিখিত লিখনিসমূহ আৰু ইংল্যাণ্ড আৰু ভাৰতৰ বিভিন্ন ঠাইত আলোচনীত প্ৰকাশ পোৱা ভাৰতীয় সংস্কৃতি আৰু পৰম্পৰা বিষয়ক প্ৰবন্ধৰাজি আজিও এনী বেছান্টৰ ভাৰত প্ৰীতিৰ এক জ্বলন্ত সাক্ষী হৈ আছে।

# ডেভিড লয়ড জৰ্জ

কুৰি শতিকাৰ দ্বিতীয় দশকত, বিশ্ব ৰাজনীতিৰ এগৰাকী শীৰ্ষস্থানীয় নেতাৰূপে তৎকালীন ব্ৰিটিচ প্ৰধানমন্ত্ৰী ডেভিড লয়ড্ জৰ্জে সমগ্ৰ বিশ্বতে নিজৰ ৰাজনৈতিক বিচক্ষণতাৰ যি সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাইছিল তাৰ বাবে তেওঁ ৰাজনৈতিক যুৱপ্ৰজন্মৰ এগৰাকী প্ৰবাদ পুৰুষ হিচাপে আজিও সকলোৰে মনত স্মৰণীয় হৈ আছে।

আজিৰ পৰা ১২৭ বছৰ পূৰ্বে (অৰ্থাৎ ১৭ জানুৱাৰী ১৮৬৩ চনত) ইংল্যাণ্ডৰ ওৱেলছত জন্মগ্ৰহণ কৰে ডেভিড লয়ড্ জৰ্জে। ডেভিডৰ দেউতাক আছিল এজন স্কুল শিক্ষক। তেওঁলোকৰ পৰিয়ালৰ আৰ্থিক অৱস্থা ভাল নাছিল। সেই অৱস্থাতে কোনোমতে টানিটুনি সংসাৰখন চলাই থকা স্কুল শিক্ষক দেউতাকৰো মৃত্যু হৈছিল। সেই সময়ত ডেভিডৰ বয়স ডেৰ বছৰ। ইয়াৰ পিছত ডেভিড আৰু তেওঁৰ বিধবা মাকৰ ভৰণ-পোষণৰ ভাৰ পৰিছিল তেওঁৰ খুৰাক ৰিচাৰ্ড লয়ডৰ ওপৰত।

পিতৃহীন ডেভিডে আৰম্ভণিৰে পৰাই পঢ়া-শুনাত প্ৰখৰ বুদ্ধিৰ পৰিচয় দিছিল। পঢ়া-শুনাৰ উপৰিও খেলা-ধূলা আৰু অন্যান্য বিষয়তো ডেভিডৰ গাত দেখিবলৈ পোৱা গৈছিল এক অসাধাৰণ প্ৰতিভাৰ চানেকী। কিশোৰ অৱস্থাতে তেওঁৰ ব্যৱহাৰ পাতিত স্পষ্টৰূপে প্ৰকাশ পাইছিল সংস্কাৰ সাধনৰ এক বৈপ্লৱিক মনোভাৱ।

সুখ্যাতিৰে স্কুলীয়া শিক্ষা শেষ কৰাৰ পিছত ডেভিডে মেডিকেল পঢ়িবলৈ বিচাৰিছিল। কিন্তু খুৰাক ৰিচাৰ্ড লয়ডৰ সেই সামৰ্থ নাছিল। সেয়ে অনিচ্ছাকৃত ভাবে হ'লেও শেহান্তৰত ডেভিডে আইন পঢ়িবলৈ লৈছিল। অৱশ্যে আইনৰ অধ্যয়নেই তেওঁৰ জীৱনক সন্ধান দিছিল এক নতুন পথৰ। অসাধাৰণ মেধাৰ অধিকাৰী ডেভিডে আইনৰ পৰীক্ষাত পাছ কৰিছিল সুখ্যাতিৰে। ২১ বছৰ

বয়সত আইন কলেজৰ পৰা ওলাই ডেভিডে আৰম্ভ কৰিলে নিজাকৈ এখন চলিচিটৰ কাৰ্য।

এজন নেতাৰ গাত থাকিবলগীয়া সকলোবোৰ গুণৰ অধিকাৰী ডেভিডৰ গাত, মানুহক আকৰ্ষণ কৰিব পৰা সৰ্বাধিক উল্লেখনীয় গুণটো আছিল তেওঁৰ ওজস্বিতা। এজন বক্তা হিচাপে তেওঁ আছিল অসাধাৰণ। প্ৰথম অৱস্থাত আদালত কক্ষত আৰু পিছত সৰু-সুৰা সভা-সমিতিত বক্তৃতা দানেৰে তেওঁ অতি কম সময়ৰ ভিতৰতে এজন ওজস্বী বক্তাৰূপে জনসাধাৰণৰ মন জয় কৰিবলৈ সক্ষম হয়।

ওৱেলছৰ আঞ্চলিক ৰাজনীতিত প্ৰথম পদাৰ্পণ কৰিয়েই ডেভিডে লাভ কৰে 'কাউণ্টি কাউন্সিলৰ ডেপুটি মেয়ৰ'ৰ পদ। সেই অঞ্চলৰ পৰাই পুনৰ ১৮৯০ চনৰ উপ-নিৰ্বাচনত জয়লাভ কৰি ডেভিড যায় ওৱেষ্ট মিনিষ্টাৰলৈ। ইয়াৰ লগে লগেই আৰম্ভ হয় তেওঁৰ ৰাজনৈতিক-সামাজিক এলানি সংস্কাৰমূলক কাম। প্ৰথমতে তেওঁ বিচাৰে ওৱেলছ অঞ্চলৰ স্বায়ত্ত শাসন। ভূ-স্বামী সকলৰ ক্ষমতাৰ বিলোপ সাধন। বৃদ্ধ, নিবনুৱা যুৱক শ্ৰেণী আৰু দুৰ্গত সকলৰ আৰ্থ-সামাজিক অৱস্থাৰ উন্নতি সাধন। এইসমূহ বিষয়ত তেওঁ তৎকালেই চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হোৱাৰ লগতে ইয়াৰ বাবে চলোৱা তেওঁৰ ঐকান্তিক প্ৰচেষ্টাৰ ফলত সকলোবোৰ দিশতে তেওঁ আশাতীত সফলতা লাভ কৰি এজন শীৰ্ষস্থানীয় জননেতা হিচাপে জনসাধাৰণৰ স্বীকৃতি লাভ কৰে।

১৮৯৯ চনৰ পৰা ১৯০২ চন পৰ্যন্ত ধৰি চলি থকা দক্ষিণ আফ্ৰিকীয় যুদ্ধৰ সময়ত ব্ৰিটিচ সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰি ডেভিড ৰাষ্ট্ৰজোৰা সমালোচনাৰ সন্মুখীন হয়। সেই সময়ত শাসনত থকা টৰী দলৰ নেতা সকলৰ বিৰুদ্ধে তীব্ৰ সমালোচনাত ডেভিড মুখৰ হৈ উঠে আৰু সেই সময়তে সমগ্ৰ যুদ্ধবিৰোধী মহলৰ প্ৰিয়পাত্ৰ হৈ উঠে ডেভিড লয়ড।

১৯০৪ চনত 'টেৰীফ ৰিফৰ্ম'ৰ বিৰুদ্ধে উঠা প্ৰতিবাদৰ সময়ত ডেভিডে যি আন্দোলনৰ গুৰি ধৰে তাৰ সমুখত ১৯০৫ চনত তৎকালীন চৰকাৰে পদত্যাগ কৰিবলগীয়া হয়।

১৯০৬ চনৰ নিৰ্বাচনত বিপুল সংখ্যাগৰিষ্ঠতা লাভ কৰি 'লিবাৰেল' দল জয়ী হয় আৰু দলৰ অপৰিহাৰ্য কেবিনেট সদস্য ডেভিড লয়ড জৰ্জক 'বৰ্ড অৱ ট্ৰেড'ৰ ভাৰ দিয়া হয়। এই দায়িত্বত থকা সময়ত ডেভিডে ১৯০৭ চনৰ 'মাৰ্চেন্ট শিপিং এক্ট'ৰ জৰিয়তে নৌ বাহিনীৰ লোক অৰ্থাৎ নাবিকসকলৰ

বাবে অত্যাৱশ্যকীয় খাদ্য সামগ্ৰী, চিকিৎসা সেৱাৰ যোগান আৰু নিয়মিত বেতন দান সুনিশ্চিত কৰে। তেওঁ সংসদত অবিৰতভাৱে জোৰ দিবলৈ ধৰে সমাজৰ আন বহুবোৰ ব্যৱস্থাৰ এক বৈপ্লৱিক সংশোধন সাধনৰ বাবে। ইয়াৰ ভিতৰত স্কুলীয়া আহাৰ যোগান, শ্ৰমিক শ্ৰেণীৰ বাবে ক্ষতিপূৰণ, কাৰখানা সমূহৰ পৰিদৰ্শন আৰু বৃদ্ধ বয়সৰ পেঞ্চন দান আদি বিষয়বোৰৰ আশু নিষ্পত্তিৰ বাবে তেওঁ চৰকাৰৰ ওপৰত প্ৰবল হেঁচা দিয়ে। তেওঁৰ নিৰলস প্ৰচেষ্টাত এই সকলোবোৰ দিশতে আমূল পৰিবৰ্তন সাধন হয়, চৰকাৰে অনতিপলমে গ্ৰহণ কৰা এলানি কাৰ্যাৱলীৰ জৰিয়তে।

ডেভিড লয়ড জৰ্জৰ ৰাজনৈতিক বিচক্ষণতাৰ চূড়ান্ত পৰিচয় পোৱা যায় ১৯১১ চনত তেওঁৰ প্ৰচেষ্টাত 'নেচনেল ইঞ্চিওৰেঞ্চ এক্ট' সদনৰ দ্বাৰা পাছ কৰা কাৰ্যত। চিকিৎসা ভাট্টা, প্ৰসূতি ভাট্টা আৰু নিবনুৱা সকলৰ সাহায্য আদিৰ লেখীয়া কেতবোৰ গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত গৃহীত এই এক্ট'ৰ ভিত্তিতেই পৰৱৰ্তী কালৰ ইংলণ্ডে এখন 'ওৱেল ফেয়াৰ ষ্টেট' ৰূপে স্বীকৃতি লাভ কৰে।

বিশ্ব ৰাজনীতিত ডেভিডৰ পদাৰ্পণ ঘটে প্ৰথম মহাসমৰৰ এক অতি বিপদ সংকুল আৰু গুৰুত্বপূৰ্ণ সন্ধিক্ষণত। ১৯১৬ চনত ইতিমধ্যে আৰম্ভ হোৱা যুদ্ধখনৰ মাজত ব্ৰিটিচ শক্তিক সফলতাৰে পৰিচালনা কৰাৰ ক্ষেত্ৰত এখন নতুন কেবিনেট গঠনৰ দাবী তোলে ডেভিডে নিজেই। তৎকালীন প্ৰধানমন্ত্ৰী এচকুইঠে ইয়াৰ বিৰোধিতা কৰি প্ৰধানমন্ত্ৰী পদৰ পৰা পদত্যাগ কৰে। লয়ড জৰ্জে নতুনকৈ কেবিনেট এখন গঠন কৰি প্ৰধানমন্ত্ৰীৰ দায়িত্ব নিজে গ্ৰহণ কৰে।

প্ৰধানমন্ত্ৰীৰ দায়িত্ব গ্ৰহণৰ পিছতে ডেভিডে খাদ্য, বিমান, পৰিবহন, শ্ৰম, ৰাষ্ট্ৰীয় সেৱা আৰু জাহাজলানি, ইয়াৰ প্ৰত্যেকৰে বাবে একোটাকৈ মন্ত্ৰী দপ্তৰ প্ৰতিষ্ঠা কৰে। ১৯১৭ চনৰ এপ্ৰিল মাহত আমেৰিকা যুক্তৰাষ্ট্ৰইও জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ পিছত প্ৰধানমন্ত্ৰী লয়ড জৰ্জে তেওঁৰ সেনানায়ক সকলক নিৰ্দেশ দিয়ে আমেৰিকান জেনেৰেল ফকৰ অধীনত যুদ্ধ কৰাৰ বাবে। তেওঁৰ সেই ষ্ট্ৰেটেজী, খাদ্য যোগান আৰু যুদ্ধৰ বাবে অস্ত্ৰ-শস্ত্ৰ যোগানৰ তৎপৰতা আৰু সময়োপযোগী অন্যান্য সাহায্য প্ৰেৰণৰ কৰ্ম কুশলতাৰ সমুখত যুদ্ধৰ গতি সম্পূৰ্ণভাৱে সলনি হয় আৰু ১৯১৮ চনৰ ১১ নৱেম্বৰ তাৰিখে শত্ৰুপক্ষই সন্ধিৰ প্ৰস্তাৱ আগবঢ়াবলগীয়া হয়। ইয়াতে পৰিসমাপ্তি ঘটে প্ৰথম মহাসমৰৰ। বিশ্বৰ শান্তিকামী জনসাধাৰণ ৰক্ষা পৰে এক বিভীষিকাময় পৰিস্থিতিৰ পৰা। বিশ্বময় লয়ড জৰ্জৰ নাম প্ৰতিধ্বনিত হয় 'The

man who won the war' এই উক্তিৰে। ইয়াৰ পিছতে পেৰিচত অনুষ্ঠিত হোৱা শান্তি আলোচনাত ইংল্যণ্ড, আমেৰিকা, ফ্ৰান্স আৰু ইটালিক লৈ লয়ড জৰ্জৰ প্ৰচেষ্টাত "লীগ অব নেচন্‌চ্" অৰ স্থাপন হয়। বিশ্ব শান্তি ৰক্ষাৰ ক্ষেত্ৰত ডেভিড লয়ড জৰ্জৰ এই অৱদানৰ বাবেই হয়তো তেওঁৰ নাম চিৰস্মৰণীয় হৈ ৰ'ব।

যুদ্ধৰ পিছৰটো নিৰ্বাচনত ডেভিডৰ দলে পুনৰ জয়লাভ কৰি চৰকাৰ গঠন কৰে। দ্বিতীয়বাৰৰ বাবে প্ৰধানমন্ত্ৰী হৈ ডেভিডে ইংল্যণ্ডৰ ৰাজনীতিত যিবোৰ বৈপ্লৱিক সংশোধন ঘটায় তাৰ সুদূৰপ্ৰসাৰী প্ৰভাৱৰ ফল বিশ্ব ৰাজনীতিত আজিও স্পষ্টভাৱে দেখিবলৈ পোৱা যায়। ইয়াৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য সংশোধন কেইটা হ'ল— 'মহিলাৰ ভোটাধিকাৰ দান, স্বাস্থ্য আৰু পৰিবহণ মন্ত্ৰীদপ্তৰ স্থাপন, যুদ্ধত ক্ষতিগ্ৰস্তসকলৰ পুনৰ সংস্থাপন আৰু 'ভাৰত চৰকাৰ আইন'ৰ সংশোধনৰ জৰিয়তে ভাৰতক স্বাধীনতা দানৰ খচৰা আইন প্ৰস্তুতকৰণ। এই আইনৰ ভিত্তিতেই পৰৱৰ্তীকালত ভাৰতক স্বাধীনতা প্ৰদান কৰা হয়।

ৰাজনৈতিক আকাশৰ ভোটা তৰা, মহান মানৱতাবাদী আৰু সৰ্বকালৰ এজন শীৰ্ষস্থানীয় সমাজ সংস্কাৰক ডেভিড লয়ড জৰ্জৰ মৃত্যু হয় ১৯৪৫ চনৰ ২৬ মাৰ্চ তাৰিখে। সেই সময়ত তেওঁৰ বয়স আছিল ৮২ বছৰ।

# আন্দ্ৰে চাখাৰভ

শান্তিৰ নোবেল বঁটা বিজয়ী, প্ৰখ্যাত ৰুছ বৈজ্ঞানিক, মানৱতাবাদৰ প্ৰবক্তা আন্দ্ৰে চাখাৰভৰ জন্ম হয় ১৯২১ চনৰ ২১ মে' তাৰিখে মস্কোত।

শিক্ষা জীৱনৰ সমস্ত কাল মস্কোতে অতিবাহিত কৰা চাখাৰভে ২১ বছৰ বয়সত মস্কো বিশ্ববিদ্যালয়ৰ পৰা ইঞ্জিনিয়াৰিঙৰ স্নাতক ডিগ্ৰী লাভ কৰাৰ পিছত তেওঁ বিশ্ববিখ্যাত পদাৰ্থবিজ্ঞানী (Igor Tamm) আইগৰ টেমৰ তত্ত্বাৱধানত গৱেষণা কৰিবলৈ লয়।

১৯৪৭ চনৰ নৱেম্বৰ মাহত (ইতিমধ্যে ডক্টৰেট ডিগ্ৰী লাভ কৰা) চাখাৰভে ছোভিয়েত এটম বোমা নিৰ্মাণৰ কামত ব্ৰতী এদল বিজ্ঞানীৰ সৈতে যোগ দিয়ে। এই সময়তে তেওঁৰ গৱেষণাৰ আধাৰত প্ৰকাশ পায় "Many Key Ideas" শীৰ্ষক এলানি লিখা। হাইড্ৰ'জেন বোমা নিৰ্মাণৰ কৌশলৰ ওপৰত যুগুত কৰা চাখাৰভৰ সেই প্ৰবন্ধৰ ভিত্তিতেই তৈয়াৰ হয় ৰুছ হাইড্ৰ'জেন বোমা (Russian Hydrogen Bomb)। সেয়ে তেওঁক 'ফাদাৰ অব দি ৰাছিয়ান হাইড্ৰ'জেন বম্ব' আখ্যা দিয়া হয়। ১৯৫০ চনৰ পৰা চাখাৰভে পুনৰ বিজ্ঞানী টেমৰ সৈতে গৱেষণামূলক কামত অংশ গ্ৰহণ কৰে যদিও ১৯৫৩ চনলৈকে তেওঁ সেনাবাহিনীৰ গৱেষক দলৰ সৈতেও কাম কৰি যায়। সেই বছৰতে ছোভিয়েত দেশে তেওঁলোকৰ প্ৰথমটো হাইড্ৰজেন বোমা বিস্ফোৰণ ঘটোৱাৰ ক্ষেত্ৰত সফলতা অৰ্জন কৰে আৰু এই সফলতাৰ অন্তত ৩২ বছৰীয়া চাখাৰভক 'ছোভিয়েত একাডেমী অব চাইঞ্চেজ'ৰ সদস্য মনোনীত কৰা হয়।

নিকিটা খ্ৰুচেভৰ দ্বাৰা, শিক্ষাৰ ক্ষেত্ৰত ঘটাবলৈ বিচৰা সংশোধনৰ বিৰোধিতা কৰি চাখাৰভে ১৯৫৮ চনৰ পৰা 'প্ৰাভ্‌দা' কাকতত লিখিবলৈ লয়। খ্ৰুচেভলৈ লিখা এখন চিঠিত তেওঁ এসময়ত এইটোও দাবী কৰে যে

ছোভিয়েতে ইয়াৰ সকলোবোৰ পাৰমাণৱিক পৰীক্ষা কাৰ্য বন্ধ কৰিব লাগে। তেওঁৰ এই দাবীৰ প্ৰতি কোনো কৰ্ণপাত নিদিয়াৰ পিছতো চাখাৰভে পাৰমাণৱিক পৰীক্ষা কাৰ্যৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ চলাই যায়। এই বিষয়টোকে কেন্দ্ৰ কৰি ১৯৬২ চনত ক্ৰুচেভৰে সৈতে তেওঁৰ চূড়ান্ত মতবিৰোধ ঘটে। অৱশ্যে ১৯৬৩ চনত এনে ধৰণৰ পৰীক্ষা কাৰ্য নিষিদ্ধ কৰি "Treaty of Moscow' চুক্তিপত্ৰ স্বাক্ষৰিত হোৱাৰ পিছত চাখাৰভৰেই জয় হয়।

চাখাৰভৰ ৰাজনৈতিক কাৰ্যকলাপ আৰম্ভ হয় ১৯৬৪ চনত। এই সময়ত তেওঁ কেইগৰাকীমান ৰুছ বুদ্ধিজীৱীৰ ওপৰত চৰকাৰে গ্ৰহণ কৰা দমনমূলক নীতিৰ সমালোচনাত মুখৰ হৈ পৰে আৰু চৰকাৰৰ অপ্ৰিয়ভাজন হয়। ১৯৬৬ চনৰ কমিউনিষ্ট পাৰ্টিৰ ২৩ তম কংগ্ৰেছত লিয়নিড ব্ৰেজনেভৰ ওচৰত চাখাৰভে দাবী জনায়— ছোভিয়েত সমাজ আৰু শাসন ব্যৱস্থাৰ ওপৰত থকা ষ্টালিনীয় প্ৰভাৱ নিঃশেষ কৰাৰ অৰ্থে। ১৯৬৭ চনত চাখাৰভে তেওঁৰ "Reflections on Progress, Peaceful Co-existence and Intellectual Freedom" প্ৰকাশ কৰে। এই গ্ৰন্থত তেওঁ ষ্টালীনবাদৰ সম্পূৰ্ণ বিলোপকৰণ আৰু মানৱাধিকাৰৰ প্ৰতি সন্মান প্ৰদৰ্শনৰ দাবী জনায়। এই গ্ৰন্থত ডাঙি ধৰা তেওঁৰ মতবাদৰ বাবে প্ৰায়বোৰ অকমিউনিষ্ট দেশে তেওঁৰ প্ৰশংসা কৰে। কিন্তু ১৯৬৮ চনত ছোভিয়েত ৰাছিয়াই চেক'শ্লভাকিয়াৰ ওপৰত কৰা আক্ৰমণৰ পৰিপ্ৰেক্ষিতত, ছোভিয়েত ৰাছিয়াত ব্যক্তি স্বাধীনতা লাভৰ সকলো চাখাৰভে ত্যাগ কৰিবলগা হয়। ইয়াৰ পিছতে চাখাৰভে আন পদাৰ্থবিজ্ঞানী আন্দ্ৰে' ভাৰ্দলেভৰ আৰু ভেলেৰী থেলিদ'জেৰ সৈতে মিলিত হৈ মানৱাধিকাৰ ৰক্ষাৰ খাতিৰত এখন কমিটি গঠন কৰে।

চাখাৰভ আছিল গণতন্ত্ৰৰ এজন সমৰ্থক। গণতন্ত্ৰৰ সপক্ষে মত পোষণ কৰি তেওঁ লিখিছিল "the democratic path was the best for which ever country it may be."

১৯৭৫ চনত যেতিয়া চাখাৰভক 'শান্তিৰ নোবেল বঁটা' প্ৰদান কৰা হয়, তেতিয়া অচলোৱে গৈ এই বঁটা গ্ৰহণ কৰাৰ ক্ষেত্ৰত ছোভিয়েত প্ৰশাসনে তেওঁৰ ওপৰত বাধা নিষেধ আৰোপ কৰে। সেই একে বছৰতে প্ৰকাশ পায় আলোড়নৰ সৃষ্টি কৰা চাখাৰভৰ বিখ্যাত গ্ৰন্থ "My country and the world". এই গ্ৰন্থত তেওঁ ৰাষ্ট্ৰীয় পুঁজিবাদ, অৰ্থনীতিৰ জাতীয়কৰণ আৰু জনসাধাৰণৰ মৌলিক অধিকাৰৰ ওপৰত কমিউনিষ্ট চৰকাৰৰ সৰ্বগ্ৰাসী নিয়ন্ত্ৰণৰ মুকলি সমালোচনা আগবঢ়ায়।

অৱশ্যে চাখাৰভে 'কমিউনিজিম'ৰ বিলোপ সাধন কৰিবলৈ বিচৰা নাছিল। তেওঁ বিচাৰিছিল ইয়াৰ নীতি-নিয়মবোৰৰ সাল-সলনি ঘটাই ছোভিয়েত কমুনিজিমলৈ :সংশোধন অনাটোহে। ইয়াৰ পিছৰ পাঁচোটা বছৰ তেওঁ সংগ্ৰাম কৰি গ'ল আনৰ বাবে। বিশেষকৈ প্ৰশাসনীয় নীতি-নিয়মৰ সাল-সলনি বিচাৰিবলৈ গৈ যিসকল লোক চৰকাৰৰ কোপ দৃষ্টিত পৰিছে আৰু সেই দোষত কাৰাবাস খাটিবলগীয়া হৈছে অথবা দেশৰ পৰা বহিষ্কৃত হৈছে, তেনে লোকসকলৰ স্বাৰ্থৰ হকে চাখাৰভে বিৰামবিহীনভাৱে তেওঁৰ সংগ্ৰাম চলাই গ'ল।

চূড়ান্তভাৱে তেওঁ যেতিয়া আফগানিস্তানৰ ওপৰত ছোভিয়েত আক্ৰমণৰ প্ৰতিবাদ জনালে সেই সময়তে, অৰ্থাৎ ১৯৮০ চনৰ ২২ জানুৱাৰী তাৰিখে তেওঁক গ্ৰেপ্তাৰ কৰা হয় মস্কোৰ ৰাজপথত। ইয়াৰ পিছত তেওঁ ৰাষ্ট্ৰীয় আৰু আন্ত:ৰাষ্ট্ৰীয় ক্ষেত্ৰত লাভ কৰা সকলোবোৰ বঁটা আৰু পদক তেওঁৰ পৰা কাঢ়ি লোৱা হয় আৰু তেওঁক মস্কোৰ পৰা ৪০০ মাইল নিলগৰ গৰ্কীলৈ নিৰ্বাসনত পঠোৱা হয়। সেই সময়ৰে পৰা ১৯৮৬ চনৰ ডিচেম্বৰ মাহলৈকে প্ৰায় ৭ বছৰ কাল গৰ্কীত নিৰ্বাসিত জীৱন কটোৱাৰ পিছত বৰ্তমানৰ ছোভিয়েত প্ৰধান মিখাইল গৰ্বাচেভৰ তৎপৰতাত আন্দ্ৰে চাখাৰভে নিৰ্বাসনৰ পৰা মুক্তি লাভ কৰে।

মস্কোলৈ প্ৰত্যাৱৰ্তন কৰি চাখাৰভে ঘোষণা কৰিলে যে তেওঁ তেওঁৰ ইচ্ছা প্ৰকাশৰ ক্ষেত্ৰত কোনো ধৰণৰ বাধা নিষেধ মানি ল'বলৈ সন্মত নহয়। আৰম্ভ হ'ল তেওঁৰ জীৱনৰ এক গুৰুত্বপূৰ্ণ পৰ্ব। ইতিমধ্যে গৰ্বাচেভৰ নেতৃত্বাধীন ছোভিয়েত প্ৰশাসনত পৰিবৰ্তন সাধন আৰম্ভ হৈছে। আৰম্ভ হৈছে গ্লাছনষ্ট আৰু পেৰেষ্ট্ৰইকা। গৰ্বাচেভ প্ৰসূত সংশোধনবাদৰ কামত সহযোগিতা আগবঢ়াইছে এক বৃহৎ সংখ্যক কছ বুদ্ধিজীৱীয়ে। এই ক্ষেত্ৰত চাখাৰভ হৈ পৰিছে এগৰাকী অপৰিহাৰ্য ব্যক্তি। দেশৰ প্ৰশাসনীয় আৰু অন্যান্য ক্ষেত্ৰত সংশোধন আনিবলৈ কৰা চৰকাৰৰ প্ৰচেষ্টাত চাখাৰভে আগবঢ়াইছে তেওঁৰ অকণ্ঠ সহযোগিতা।

ছোভিয়েতবাসী প্ৰতিজন মুক্তিকামী মানুহে ১৯৮৯ চনৰ ১৫ ডিচেম্বৰ তাৰিখে আন্দ্ৰে চাখাৰভৰ মৃত্যুত তেওঁলোকৰ এগৰাকী পৰম শুভাকাংক্ষীক হেৰুৱালে। ছোভিয়েত দেশে [illegible] হেৰুৱালে এজন প্ৰথম [illegible] আৰু [illegible] হেৰুৱালে এজন মহান মানৱপ্ৰেমিক।



রবীন্দ্র নাথ ঠাকুর



এডিথ কেভেল



রাহুল সাংকৃত্যায়ন

আঁদ্রে বিছোৰৰ 'লা ক্রেয়ে ক্রেয়াচিত্ত দু সোঁদ' সাধুকথাৰ জীৱজন্তু, 'প্যাতবিছ দ্য লা তুৰ দু-পাঁ' (১৯৫১) আৰু কবি ছুপাৰভিয়েইৰ কবিতা 'লা ফাৰ দুলা সোঁদ' সচিত্রিত কৰে।

'টেপেষ্ট্ৰি'ৰ নৱজন্ম দানেই জা লুৰ্ছাৰ শ্ৰেষ্ঠ কাম। ১৯১৫ চনৰ পৰা 'টেপেষ্ট্ৰি'ৰ কামত নিজকে নিয়োজিত কৰে কেনভাছৰ ওপৰত বেজিৰ কামেৰে। 'টেপেষ্ট্ৰি' প্ৰকৃততে কেনভাছৰ ওপৰত সূতাৰে কৰা ছবি। সাধাৰণতে শিল্পীয়ে নক্সা কৰি দিয়ে আৰু কাৰিকৰে শিল্পীৰ নিৰ্দেশ অনুসৰি ছবি লয়।

লুৰ্ছাৰ আটাইতকৈ বিখ্যাত ৰচনা হ'ল 'লা ত্ৰপোকালিপ্স' গিৰ্জাৰ বাবে বোৱা 'টেপেষ্ট্ৰি'। তেওঁৰ এই কাম ৫৬ বৰ্গমিটাৰৰ এক বৃহৎ কাম। ছবিখনো চাবলগীয়া। দ্বিতীয় মহাযুদ্ধৰ সময়ত জাৰ্মান অধিকৃত ফৰাচী দেশৰ প্ৰতিৰোধ বাহিনীৰ শ্বহীদ আৰু নাজী বন্দী শিবিৰত নিগৃহীত আৰু মৃতক সকলৰ সোঁৱৰণীত লুৰ্ছাই ৰচনা কৰে আন এক অমৰ দৃশ্যকাব্য। তেওঁৰ সেই টেপেষ্ট্ৰি বৰ্তমান ট্ৰাছবুৰ্গৰ প্ৰাসাদত ৰক্ষিত। ইয়াৰ বাহিৰেও তেওঁৰ এনে ধৰণৰ বিখ্যাত ৰচনাসমূহ দেখিবলৈ পোৱা যায় ইউৰোপীয় দেশসমূহৰ বিভিন্ন যাদুঘৰত।

মঁছিয়ে জা লুৰ্ছাই তেওঁৰ জীৱনকালৰ সম-সাময়িক ঘটনাৰাজি আৰু ইতিহাসৰ ঘটনাসমূহ অৱলম্বন কৰি যিবোৰ টেপেষ্ট্ৰি ৰচনা কৰিছে সেইবোৰ সঁচাকৈয়ে অনন্য, অনৱদ্য। নানা ধৰণেৰে মানুহৰ জীৱন আৰু তাৰ ঐতিহাসিক মৰ্ম লুৰ্ছাই ডাঙি ধৰিছে তেওঁৰ বিখ্যাত ৰচনাসমূহত। হিৰোছিমাৰ মৰ্মান্তিক কথা আৰু সৌৰ মণ্ডলৰ অভিযানৰ কাহিনী তেওঁৰ ৰচনাত মহাকাব্যৰ দিচিমাকৈয়ে প্ৰস্ফুটিত হৈছে। কেতিয়াবা ৰঙীণ সূতাৰ ঊৰ্ণাজালেৰে চিনাকি মানুহ, কেতিয়াবা ৰণ কথাৰ মাধ্যমেৰে তেওঁৰ মানসিক যাতনা— এই শক্তিকাৰ বীভৎস আৰু ধ্বংসমুখী ভাবৰ অভিব্যক্তি হৈছে এইবোৰ ছবি। আচৰিত হ'ব লাগে এই বাবেই যে আটাইবোৰ কামেই মতৰ যেখাৰ উজ্জলভাৱে উদ্ভাসিত এই জগতখনৰ ঘটনা আৰু কাহিনী। লুৰ্ছাৰ সৃষ্টিৰ এইখিনিতেই যে মধ্যযুগীয় আধ্যাত্মিকতাবাদকো তেওঁ আধুনিক কালৰ ঘটনাৰ মাজেৰে নিজৰ ধ্যান ধাৰণাৰ ৰূপেৰে মূৰ্ত আৰু বিকশিত কৰি তুলিছে। তেওঁৰ কল্পনাশ্ৰিত আধুনিক মনৰ আকৃতি সুন্দৰভাৱে প্ৰতিফলিত।

লুৰ্ছাৰ শিল্প-কৰ্মই সম্প্ৰতি এক নতুন আলোড়নৰ সৃষ্টি কৰিছে। ফ্ৰান্সত আৰু ইউৰোপৰ অন্যান্য ঠাইত লুৰ্ছাৰ শিল্প কৰ্মৰ প্ৰভাৱত টেপেষ্ট্ৰিৰ বহু কাৰখানা গঢ় লৈ উঠিছে। লুৰ্ছাৰ নিজৰ কল্পনা ইটালীৰ আৰু সুদূৰ চীন দেশলৈকে প্ৰকাশ কৰিছে তেওঁৰ শিল্পৰ মাধ্যমেৰে। টেপেষ্ট্ৰিৰ উপৰিও লুৰ্ছা, 'চেৰামিক'

কাৰিকৰী জ্ঞানতো সুদক্ষ। এইক্ষেত্ৰতো আলংকাৰিক আৰু প্ৰতীকৰ প্ৰয়োগেৰে মনোমুগ্ধকৰ তেওঁৰ কাম বিভিন্ন আকাৰ প্ৰকাৰৰ অনাস্বাদিত আধাৰ।

পাৰীৰ ক্লুনীৰ যাদুঘৰত যিবোৰ টেপেষ্ট্ৰি আছে সেইবোৰৰ বিষয়বস্তু পোনপটীয়াভাৱে আমাৰ ওচৰত বিকশিত হয়। অৱশ্যে দুই এটাৰ মৰ্ম বুজা কষ্টসাধ্য। যেনে, 'দাম আ লা লিৰ্কন' নামৰ টেপেষ্ট্ৰিৰ এটা কোণত তম্বুৰ সমুখত থিয় হৈ আছে এগৰাকী মহিলা। শীৰ্ষক,— 'আ মোঁ চল দেজিৰ' অৰ্থাৎ মোৰ একমাত্ৰ কামনা। মধ্যযুগত প্ৰেমৰ উপহাৰত এইবোৰ কথা লিখা হৈছিল। অৱশ্যে সকলোবোৰ ছবিৰ কি তাৎপৰ্য কোৱা কঠিন।

'দাম আ লা নিৰ্কন' শিৰোনামাত যিবোৰ ছবি বোৱা হৈছে তাৰ বেছিভাগেই সহজবোধ্য। বিষয়বস্তু অভিনৱ। উদাহৰণ স্বৰূপে দৰ্শন ইন্দ্ৰিয় সংক্ৰান্ত এখন টেপেষ্ট্ৰিত এটা নীলা-সেউজীয়া দ্বীপত এগৰাকী মহিলা বহি আছে। হাতত ডিম্বাকৃতি এখন আয়নাত প্ৰতিফলিত এশিঙীয়া ঘোঁৰাৰ মূৰ আৰু ডিঙি। বিপৰীত পিঠিত এটা সিংহই খেলা কৰিছে। বতাহত উৰিছে এখন পতাকা। পতাকাত তিনিটা অৰ্দ্ধচন্দ্ৰাকৃতিৰ নক্সা। এটা দ্বীপৰ মাজত ওক গছ আৰু পবিত্ৰ অলংকৰণ। ঠিক এনে ধৰণৰ ছবিৰ প্ৰতীক আন ছবিতো দেখিবলৈ পোৱা যায়। পাৰ্থক্য মাত্ৰ সেইক্ষেত্ৰত পাইন আৰু সুমথিৰাৰ গছ-ফুল আৰু পশুপক্ষী ৰূপায়িত হৈছে ৰঙা পটভূমিৰ ওপৰত। মহিলাৰ চুলিৰ সমুখভাগ বেণী বন্ধা। এই ধৰণৰ ৰীতি দেখিবলৈ পোৱা যায় ১৪৭০ চনত মুদ্ৰিত ফ্লোৰেন্টাইনৰ 'চিবিলাছ' গ্ৰন্থত। ঘ্ৰাণ-ইন্দ্ৰিয় সংক্ৰান্ত টেপেষ্ট্ৰিত দেখা যায়— এগৰাকী মহিলা কাৰ্ণেশ্যান ফুলৰ মালা গাঁথাত ব্যস্ত। মূৰত মুক্তা আৰু নানান মণিমানিক্য খচিত ওৰণি। মহিলাৰে পাছফালে এখন টুলত বহি থকা এটা বান্দৰে ফুলৰ কৰণিৰ পৰা তুলি লোৱা ফুলৰ ঘ্ৰাণ লৈছে।

কৰ্ণেন্দ্ৰিয় সংক্ৰান্ত টেপেষ্ট্ৰিত 'ইউনিকৰ্ণ' পতাকাবাহক। মাজৰ ঠাই অধিকাৰ কৰি আছে অৰ্গেনবাদনৰতা এগৰাকী সুন্দৰীয়ে। অৰ্গেনটো অলংকৃত কৰা হৈছে সিংহ আৰু ইউনিকৰ্ণেৰে।

ক্লুনীৰ যাদুঘৰৰ যিবোৰ টেপেষ্ট্ৰিৰ কথা বৰ্ণনা কৰা হ'ল— বস্তুত: সেইবোৰৰ আটাইবোৰ কথা খুব পৰিষ্কাৰ নহয়। বহুতৰে বিশ্বাস যে ছবিবোৰত ৰূপকৰ আলমত সুধাৰী মেৰীকেই দেখুওৱা হৈছে। কাৰণ অৰ্দ্ধচন্দ্ৰ মেৰী মাতৰ প্ৰতীক। 'আম চল দেজিৰ'ত যি গহনাৰ বাকচ আছে, সেয়া হয়তো মৃত যীশুৰ দেহৰ বিলয়।

জঁ লুৰ্ছাই আৰম্ভ কৰা নতুন টেপেষ্ট্ৰিৰ আন্দোলনত সহযোগ কৰে গ্ৰেমেৰে। দুয়োৱে তাৰেৰে তেওঁলোকৰ শিল্পকলাত মধ্যযুগৰ সূক্ষ্ম টেকনিক প্ৰয়োগ কৰে।

১৯৪৪ চনত গেলেৰী 'কাৰে'ত লুৰ্ছাৰ চিত্ৰ আৰু টেপেষ্ট্ৰি প্ৰদৰ্শনীয়ে তেওঁলৈ কঢ়িয়াই আনে আন্তৰ্জাতিক সন্মান আৰু যশস্যা। লুৰ্ছাৰ বহুবিখ্যাত শিল্পকৰ্ম 'লিবাৰ্টে' বা স্বাধীনতা এতিয়া ৰক্ষিত হৈছে 'মিউজে দ্য আৰ্ক মডাৰ্ন'ত।

# আম্বেদকাৰ

ভাৰতীয় সংবিধানৰ খচৰা প্ৰস্তুতকাৰী কমিটিৰ অধ্যক্ষ আৰু সংবিধান ৰচয়িতা সকলৰ অন্যতম প্ৰধান ব্যক্তি ড: বি, আৰ, আম্বেদকাৰৰ ইন্দোৰৰ মাহুত ১৮৯১ চনৰ ১৪ এপ্ৰিল তাৰিখে জন্ম হয়। তেওঁৰ দেউতাক ৰামজী মালজী শকপাল আছিল ব্ৰিটিছ ভাৰতীয় সেনাবাহিনীৰ এজন চুবেদাৰ। তেওঁৰ মাকৰ নাম আছিল ভীমবাঈ। ভীমৰাও আছিল তেওঁৰ পিতৃ-মাতৃৰ চৈধ্যটি সন্তানৰ কনিষ্ঠতম।

চৈধ্যটি সন্তান আৰু মাক দেউতাকেৰে এখন বৃহৎ সংসাৰ। সেই অনুপাতে উপাৰ্জন সীমিত। গতিকেই অনুমান কৰিব পাৰি যে আমবেদকাৰ পৰিয়ালে জীৱন নিৰ্বাহ কৰিবলগীয়া হৈছিল প্ৰচণ্ড আৰ্থিক অনাটনৰ মাজত। অৱশ্যে অৰ্থনৈতিক দিশত অতিশয় দুৰ্বল আছিল যদিও চুবেদাৰ ৰামজী শকপালৰ পৰিয়ালটোক যথেষ্ট সন্মানৰ চকুৰে চাইছিল তেওঁৰ ওচৰ চুবুৰীয়াসকলে। কিন্তু তৎকালীন হিন্দু সমাজখনৰ বাবে তেওঁলোক আছিল অস্পৃশ্য। কেৱল সেয়ে নহয়— বৰ্ণ হিন্দুসকলৰ মানত মানুহ হিছাপে তেওঁলোকৰ কোনো মূল্য নাছিল। তেওঁলোক লাঞ্ছিত হৈছিল পদে পদে। দলিত, নিষ্পেষিত আৰু শোষিত হৈছিল বৃহত্তৰ হিন্দু সমাজখনৰ দ্বাৰা।

বুজন বয়সত ভীমৰাৱে এই সামাজিক বৈষম্যৰ কথা উপলব্ধি কৰিবলৈ লোৱাৰে পৰা তেওঁৰ মনত জ্বলিবলৈ ধৰিছিল বিদ্ৰোহৰ একুৰা জুই। সমগ্ৰ জীৱন জুৰি তেওঁ অন্তৰৰ ভিতৰত জ্বলাই ৰাখিছিল সেইকুৰা জুই।

ভীমৰাও আম্বেদকাৰে তেওঁৰ স্কুলীয়া শিক্ষাৰ এছোৱা চাতাৰাৰ আদিবাসী অঞ্চলতে শেষ কৰি পিছত বোম্বাইৰ 'এলফিনষ্টন' হাইস্কুলৰ পৰা ১৯০৮ চনত মেট্ৰিক পাছ কৰে। ইয়াৰ পিছত ১৯১২ চনত এলফিনষ্টন কলেজৰ পৰাই সুখ্যাতিৰে বি. এ পাচ কৰাৰ পিছত তেওঁ বৰোদাৰ মহাৰাজৰ পৰা

এটি জলপানী লাভ কৰি আমেৰিকা যুক্ত ৰাষ্ট্ৰৰ কলম্বিয়া বিশ্ববিদ্যালয়লৈ যায় উচ্চ শিক্ষা গ্ৰহণৰ বাবে। এই বিশ্ববিদ্যালয়ৰ পৰা আম্বেদকাৰে ১৯১৫ চনত, অৰ্থনীতিত এম, এ ডিগ্ৰী আৰু তাৰ এবছৰ পিছতে অৰ্থাৎ ১৯১৬ চনত সেই একে বিষয়তে ডক্টৰেট লাভ কৰে।

১৯১৬ চনৰ শেষৰফালে আম্বেদকাৰে যুক্তৰাষ্ট্ৰৰ পৰা ইংলণ্ডলৈ যায় আৰু তাত 'লণ্ডন স্কুল অৱ ইকনিমক্স'ত যোগ দিয়েগে। উদ্দেশ্য অৰ্থনীতিত এম, এছ, চি ডিগ্ৰী লোৱাৰ লগতে ৰাজনীতি বিজ্ঞানৰ অধ্যয়ন কৰা। কিন্তু এনেতে ১৯১৭ চনত তেওঁৰ বাবে বৰোদাৰ মহাৰাজে আগবঢ়োৱা জলপানী বন্ধ হৈ যোৱাত তেওঁ ভাৰতলৈ ঘূৰি আহিবলগীয়া হয়।

ভাৰতলৈ প্ৰত্যাবৰ্তন কৰাৰ পিছত আম্বেদকাৰে, বোম্বাইৰ 'চিদেনহাম কলেজ অৱ কমাৰ্চ এণ্ড ইকনমিক্স'ত অৰ্থনীতি বিজ্ঞানৰ অধ্যাপক হিচাপে যোগদান কৰে। ১৯১৮ চনৰ পৰা ১৯২০ চনলৈ এই কলেজত অধ্যাপনা কৰি আম্বেদকাৰে কিছু টকা ৰাহি কৰে আৰু তাৰ লগতে অ'ৰ পৰা ত'ৰ পৰা কিছু টকা সাহায্য হিচাপে লৈ পুনৰ তেওঁ ইংলণ্ডলৈ যায় আধৰুৱাকৈ এৰি অহা শিক্ষা গ্ৰহণ সম্পূৰ্ণ কৰিবৰ বাবে। ইয়াৰ পিছত ১৯২১ চনত এম.এছ.চি আৰু ১৯২৩ চনত ডি.এছ. চি. ডিগ্ৰী লাভ কৰাৰ পিছত ১৯২৪ চনত আমবেদকাৰ ভাৰতলৈ ঘূৰি আহে আৰু 'বাৰ'লৈ আমন্ত্ৰিত হয়।

১৯২৪ চনৰ জুন মাহত আমবেদকাৰে বোম্বাই উচ্চ ন্যায়ালয়ত যোগ দিয়ে আৰু ওকালতিৰ লগে লগে আৰম্ভ কৰে তেওঁৰ সমাজ সেৱাৰ কাম, ৰাজনীতি আৰু লিখা-মেলা। এইখিনিতে আৰম্ভ হয় তেওঁৰ সংগ্ৰামী জীৱনটো। ৰাজনৈতিক চিন্তাধাৰাই তেওঁৰ মনত প্ৰসাৰতা লাভ কৰাৰ লগে লগে সমাজৰ বৈষম্যমূলক জাতিগত আচৰণে তেওঁক বিক্ষুব্ধ কৰি তোলে। হিন্দু সমাজ তথা ধৰ্মৰ তথাকথিত 'ধ্বজাবাহী' বৰ্ণ হিন্দু সকলে দেখুওৱা সেই বৈষম্যমূলক ঘৃণীত আচৰণৰ বিৰুদ্ধে আমবেদকাৰ সৰৱ হৈ উঠে। তেওঁ ইতিপূৰ্বে প্ৰকাশ কৰি উলিওৱা মাৰাঠী ভাষাৰ পৰেকীয়া আলোচনী 'মূকনায়ক' হৈ পৰে তেওঁৰ বৈপ্লৱিক সংস্কাৰ সাধনৰ মুখপত্ৰ।

১৯২৪ চনৰ জুলাই মাহত আমবেদকাৰৰ একক প্ৰচেষ্টাত গঠিত হয় 'বহিষ্কৃত হিতকাৰিণী সভা।' এই সংগঠনৰ মূল উদ্দেশ্য আছিল পিছপৰা শ্ৰেণীৰ সৰ্বতোপ্ৰকাৰ উন্নতি সাধন। ১৯২৫ চনৰ ভিতৰত তেওঁ 'অস্পৃশ্য' ছাত্ৰসকলৰ বাবে বোম্বাই প্ৰেচিডেন্সিৰ ভিতৰত ৪ টা হোষ্টেল নিৰ্মাণ কৰায়। সমাজৰ পিছপৰা শ্ৰেণীৰ এইসকল লোকৰ জীৱনজৰৰ উন্নতি সাধনেই মূল লক্ষ্য

হিচাপে লৈ আম্বেদকাৰে তেওঁৰ সংস্কাৰমূলক দৃষ্টিভংগী সমাজৰ সন্মুখত দাঙি ধৰাৰ উদ্দেশ্য ১৯২৭ চনত 'বহিষ্কৃত ভাৰত' নামে আন এখন পত্ৰিকা আৰু ১৯৩০ চনত 'জনতা' নামৰ এখন সাপ্তাহিক কাকত প্ৰকাশ কৰে। ইয়াৰ উপৰিও ধৰ্মীয় ক্ষেত্ৰত সমতা স্থাপনৰ লক্ষ্যেৰে তেওঁ 'সমাজ সামন্ত সংঘ' নামৰ এটি অনুষ্ঠান আৰম্ভ কৰে। সকলো ধৰ্মৰ, সকলো বৰ্ণৰ মানুহে একেলগে বহি খোৱা, অসবৰ্ণ বিবাহ আৰু সকলো ঠাইতে সকলো লোকৰে মুক্ত বিচৰণৰ বাবে থকা অধিকাৰৰ দাবীত আৰু ইয়াৰ সমৰ্থনত নিৰন্তৰ চেষ্টা চলাই যোৱাটোৱেই আছিল 'সমাজ সামন্ত সংঘ'ৰ মুখ্য উদ্দেশ্য। ১৯২৯ চনত আম্বেদকাৰৰেই সম্পাদনাত 'সামন্ত' নামেৰে এই সংঘৰ এখন মুখপত্ৰও প্ৰকাশ পায়।

সমাজৰ সেইসকল দলিত লোকৰ বাবে ন্যায় বিচাৰি তেওঁ এই পৰ্যন্ত কৰা লিখা মেলা আৰু অন্যান্য সাংগঠনিকমূলক কামৰ মাজতে সন্তুষ্ট নাথাকি আম্বেদকাৰে এইবাৰ নিজ লক্ষ্য পূৰণৰ আশাৰে এটা নতুন আন্দোলন আৰম্ভ কৰে। তেওঁ সত্যাগ্ৰহ কৰিবলৈ লয়। অস্পৃশ্য সকলৰ মন্দিৰ প্ৰৱেশৰ অধিকাৰৰ দাবীত, ৰাজহুৱা পুখুৰী, নাদ আদিৰ পৰা পানী তোলাৰ বাবে উচ্চ বৰ্ণ হিন্দু সকলৰ দৈতে সম অধিকাৰৰ দাবীত আৰু ৰাজহুৱা ঠাইসমূহত এইসকল লোকৰ অবাধ বিচৰণৰ অধিকাৰৰ দাবীত তেওঁ সময়ে সময়ে সত্যাগ্ৰহ কৰিবলৈ ধৰে।

আম্বেদকাৰৰ এই আন্দোলন বিফলে যোৱা নাছিল। তেওঁ বহু পৰিমাণে সফলতা অৰ্জন কৰিছিল এই আন্দোলনক এক জাতীয় আন্দোলন হিচাপে গঢ়ি তোলাৰ ক্ষেত্ৰত। এই সমূহ কামৰ মাজেৰে তেওঁ নিষ্পেষিত সমাজখনৰ এজন সফল নেতাৰ ভূমিকাত অৱতীৰ্ণ হয়। ইয়াৰ মাজতে জাতীয় মুক্তি সংগ্ৰামতো অংশ গ্ৰহণ কৰি আম্বেদকাৰে সেই ক্ষেত্ৰতো এখন সুকীয়া স্থান লাভ কৰে।

১৯৩০ চনৰ পৰা ১৯৩৩ চনৰ ভিতৰত ইংল্যাণ্ডত অনুষ্ঠিত তিনিখন ঘূৰণীয়া মেজমেলত আম্বেদকাৰে ভাৰতীয় অনুন্নত সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব কৰে। তেতিয়াৰে পৰা স্বাধীনতা লাভৰ সময়লৈকে এজন শিক্ষাবিদ, সমাজ সংস্কাৰক, ৰাজনীতিক আৰু লেখক হিচাপে আম্বেদকাৰে বৃহত্তৰ ভাৰতীয় সমাজখনৰ আধুনিকীকৰণৰ দিশত নিজৰ বহুমূলীয়া অৱদান আগবঢ়ায় যায়।

১৯৩৫ চনৰ ১৩ অক্টোবৰ তাৰিখে নাচিকত বহা এখন জনসভাত আম্বেদকাৰে ঘোষণা কৰে যে যদি ভাৰতীয় হিন্দু সমাজৰ পৰা অস্পৃশ্যতা আঁতৰি নাযায়, তেতিয়া হ'লে তেওঁ সমগ্ৰ হৰিজন সম্প্ৰদায়ক লৈ ইছলাম

অথবা খ্ৰিষ্টিয়ান ধৰ্মত দীক্ষিত হ'ব। তেওঁ কৰা এই ঘোষণাই হিন্দু সমাজখনৰ নেতা ব্যক্তিসকলৰ মনত এক বিৰাট প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে যদিও সমাজৰ পৰা অস্পৃশ্যতা সম্পূৰ্ণৰূপে দূৰীকৰণৰ ক্ষেত্ৰত বিশেষ সঁহাৰি নাপাই তেওঁ হৰিজন সম্প্ৰদায়ৰ একাংশ লোকক লৈ চূড়ান্ত পৰ্যায়ত বৌদ্ধ ধৰ্মত দীক্ষিত হয়।

স্বাধীন ভাৰতৰ প্ৰথম মন্ত্ৰীসভাত আমবেদকাৰে যোগ দিয়ে আইন মন্ত্ৰী হিছাপে। এই সময়তে ভাৰতীয় সংবিধান ৰচনাৰ বাবে গঠিত কমিটিখনৰো অধ্যক্ষ হিছাপে তেওঁ ইয়াৰ ৰচয়িতাসকলৰ মাজত প্ৰধান ভূমিকা পালন কৰে।

এজন প্ৰথম শাৰীৰ গ্ৰন্থকাৰৰ ৰূপত আমবেদকাৰে তেওঁৰ জীৱনকালত বিভিন্ন বিষয়ৰ ওপৰত ৫০ খনতকৈও অধিক সংখ্যক গ্ৰন্থ ৰচনা কৰে। এইবিলাকৰ ভিতৰত বিশেষভাবে উল্লেখনীয়— "Castes in India— Their Mechanism Genesis and Development"; "The Problem of the Rupee"; "Evolution of Provincial Finance in British India", "Thoughts on Pakistan". "Pakistan on Partition of India", "Ranade, Gandhi and Jinnah" এইকেইখন গৱেষণামূলক গ্ৰন্থ।

১৯৫৬ চনত এইগৰাকী মহান ব্যক্তিৰ মৃত্যুত ভাৰতে এজন প্ৰকৃত দেশপ্ৰেমিক হেৰুৱায়।

# ডগলাচ্ বেডাৰ

এসময়ত বিশ্বৰ বিভিন্ন দেশৰ সাহিত্য সৃষ্টিৰ মূল ভেঁটি আছিল ব্যক্তি জীৱনৰ অসাধাৰণ বীৰত্ব আৰু সাহসিকতা প্ৰদৰ্শনৰ কাহিনীসমূহ। বিশ্ব সাহিত্যৰ ভালেমান মূল্যবান গ্ৰন্থও এই ধৰণৰ কাহিনীৰ আলমতেই ৰচিত হৈছে। কিন্তু সেই সমূহ কাহিনীৰ সত্যাসত্য সম্পৰ্কে সন্দেহৰ অৱকাশ ৰৈ গৈছে। কিন্তু আধুনিক কালত আমাৰ সন্মুখত বা আমাৰ পূৰ্বজসকলৰ সমুখত তেনে ধৰণৰ যিবোৰ অসীম সাহসিক বা বীৰত্বপূৰ্ণ কাৰ্য সম্পাদন হৈছে সেই সম্পৰ্কে সন্দেহৰ কোনো থল নাই আৰু তেনে সঁচা কাহিনীৰ সংখ্যাও বৰ কম নহয়। উদাহৰণ স্বৰূপে আমি দাঙি ধৰিব পাৰোঁ, দ্বিতীয় বিশ্ব যুদ্ধত ডগলাচ্ বেডাৰ নামৰ এই বীৰ সৈনিকজনৰ অসাধাৰণ বীৰত্বৰ কাহিনী।

ডগলাচ বেডাৰৰ জন্ম হৈছিল ভাৰতৰ মাটিতেই। তেওঁৰ দেউতাক ফ্ৰেডেৰিক বেডাৰ আছিল এজন চিভিল ইঞ্জিনীয়াৰ। ১৯১০ চনত ডগলাচ জন্ম হোৱাৰ পিছতে মাকৰে সৈতে ইংলণ্ডলৈ যায় আৰু তাতেই তেওঁ ডাঙৰ হয়।

ডগলাচৰ প্ৰাথমিক শিক্ষা 'কিউ'ৰ বিদ্যালয়ত আৰম্ভ হয় যদিও পিছত তেওঁ 'টেম্পল গ্ৰ'ভ' হাইস্কুলত ভৰ্তি হয় আৰু তাৰ পৰাই স্কুলীয়া শিক্ষা শেষ কৰে। পঢ়া-শুনাত ডগলাচ বৰ মেধাৱী নাছিল যদিও খেলা-ধূলাৰ ক্ষেত্ৰত তেওঁ আছিল শীৰ্ষস্থানত। অৱশ্যে এই স্কুলৰ পৰা তেওঁ এটা জলপানি লাভ কৰি অক্সফৰ্ডৰ চেইণ্ট এডৱাৰ্ড কলেজলৈ যাবলৈ সক্ষম হয়। ইতিমধ্যে ডগলাচৰ দেউতাকৰ মৃত্যু হোৱাত তেওঁৰ মাকে দ্বিতীয়বাৰ বিবাহ পাশত আবদ্ধ হয়। সেয়ে কলেজ বন্ধ থকা সময়ত ডগলাচে ক্ৰেনৱেলৰ মাহীয়েকৰ ঘৰতে তেওঁৰ বন্ধৰ সময় অতিবাহিত কৰে। ডগলাচৰ (মাকৰ ভনীয়েক) —এই মাহীয়েক গৰাকীৰ স্বামী অৰ্থাৎ ডগলাচৰ মহাক চিৰিল বাৰ্জ আছিল বিমান বাহিনীৰ

এজন বিষয়া। ডগলাচক চিবিল বার্জে মাজে সময়ে কিছুমান কাহিনী কৈ শুনায়। বীৰ সেনানীসকলে যুদ্ধ-বিগ্ৰহত দেখুওৱা অসীম সাহসিকতাৰ সেই কাহিনীসমূহে ডগলাচৰ মনত পেলায় গভীৰ প্ৰভাৱ। বিমান বাহিনীৰ বিষয়া এজনৰ সাজপাৰত চিবিল বার্জ তেওঁৰ বাবে পূজনীয় হৈ পৰে। ইফালে ঘৰৰ নিচেই কাষতে থকা বিমান ঘাটিত শাৰী শাৰীকৈ থকা যুদ্ধ বিমান সমূহেও যেন ডগলাচক সকলো সময়তে হাত বাউল দি মাতে। সেই পৰিবেশৰ মাজতে ডগলাচৰ মনত ঠাই পায় এজন বৈমানিক হোৱাৰ বাসনাই।

প্ৰথম অৱস্থাত মাক সন্মত হোৱা নাছিল যদিও অৱশেষত ডগলাচৰ মনৰ দৃঢ়তাৰ ওচৰত তেওঁ হাৰ মানে আৰু ডগলাচক বিমান বাহিনীত ভৰ্তি হোৱাৰ বাবে অনুমোদন জনায়। বিশেষ অসুবিধা নোহোৱাকৈয়ে ১৯২৮ চনৰ জুন মাহত ডগলাচেও ক্ৰেনওৱেলৰ ৰয়েল এয়াৰ ফোৰ্চ কলেজত অন্তৰ্ভুক্তি লাভ কৰে।

এয়াৰ ফৰ্চ কলেজত ভৰ্তি হোৱাৰ পিছতেই ডগলাচৰ সাহসী মনটোৰ পৰিচয় পায় তাৰ প্ৰশিক্ষকসকলে। ১৯২৮ চনৰ অক্টোবৰ মাহত মাত্ৰ ছয় ঘণ্টা সময়ৰ অনুশীলনীৰ পিছতেই ডগলাচে প্ৰথম বিমান উৰুৱাবলৈ সক্ষম হয়।

ক্ৰেনওৱেলত বিমান পৰিচালনাৰ প্ৰশিক্ষণ লৈ থকাৰ লগে লগে ডগলাচে পঢ়া শুনাও চলাই যায় আৰু তাৰ লগে লগে অব্যাহত ৰাখে তেওঁৰ খেলা-ধূলা ইতিমধ্যে তেওঁ দুযোখন শিক্ষানুষ্ঠানৰে ক্ৰিকেট, ফুটবল আৰু ৰাগবী দলৰ অধিনায়ক হিচাপে খেলা ধূলাৰ সকলো ক্ষেত্ৰতে প্ৰতিপন্ন কৰে নিজৰ শ্ৰেষ্ঠত্ব।

এয়াৰ ফৰ্চ কলেজৰ প্ৰশিক্ষণ কৃতিত্বৰে শেষ কৰাৰ পাছত ৰয়েল এয়াৰ ফৰ্চৰ ২৩ নং স্কোৱাড্ৰনত ডগলাচৰ নিযুক্তি হয় এজন পাইলট অফিচাৰ হিচাপে। ইয়াতো বিমান উড়নৰ ক্ৰিয়া-কলাপ আৰু জংগী বিমান পৰিচালনাৰ ক্ষেত্ৰত ডগলাচে যি কৃতিত্ব দেখুৱায়, সি জ্যেষ্ঠ বিষয়াসকলক মোহিত কৰে।

এনে সময়তে ঘটে এটা শোকাবহ ঘটনা। ডগলাচে এদিন কেইজনমান বন্ধুৰে সৈতে চাহ পান কৰি আছে। চাহ পানৰ মাজতে এজন বৈমানিক বন্ধুৱে ডগলাচক লৈ কৰিলে কিছু ঠাট্টা-বিদ্ৰূপ। ডগলাচৰ পৰ্যায়ৰ এজন বৈমানিকৰ বাবে, তেওঁৰ যোগ্যতা সম্পৰ্কে কৰা সেই অশালীন মন্তব্য সহ্য কৰাটো অসম্ভৱ হ'ল। তেওঁ লগে লগে জেটটোলৈ গৈ নিজৰ বিমানত আৰোহণ কৰিলে আৰু বন্ধুৰ মন্তব্যক প্ৰত্যাহ্বান স্বৰূপে লৈ 'এৰ'বেটিকচ' (Aerobatics) দেখুৱাবলৈ আৰম্ভ কৰিলে। এৰ'বেটিকচ্ হ'ল আকাশমাৰ্গত বিমানৰ

কাৰচাজি। এনেকৈ কিছুপৰ কাৰচাজি দেখুওৱাৰ পিছত কিবা বিজুতিত বিমানখন এবাৰ তলনৈ নামি আহিল আৰু ডগলাচৰ নিয়ন্ত্ৰণৰ বাহিৰ হৈ দুৰ্ঘটনাগ্ৰস্ত হ'ল। দুৰ্ঘটনাগ্ৰস্ত বিমানখনৰ ধ্বংসস্তূপৰ মাজৰ পৰা ডগলাচক অৱশ্যে জীৱিত অৱস্থাতেই উদ্ধাৰ কৰিব পৰা গ'লেও তেওঁ হেৰুৱাবলগীয়া হ'ল তেওঁৰ দুয়োটা ভৰি। ডগলাচৰ জীৱনৰ এই কৰুণ ঘটনাটো ঘটে ১৯৩১ চনৰ ১৪ ডিচেম্বৰ তাৰিখে।

মাত্ৰ ২১ বছৰ বয়সতে দুয়োটা ভৰি হেৰুওৱা ডগলাচৰ প্ৰকৃত জীৱন যুদ্ধৰ কাহিনী তেতিয়াও আৰম্ভ হোৱা নাই। কিয়নো এনে এটা মাৰাত্মক ঘটনাৰ আৰু দুয়োটা ভৰি হেৰুৱাই পেলোৱাৰ পিছতো ডগলাচ বেয়াৰ হতাশ নহ'ল। তেওঁ মনত সাহস গোটালে। সম্পূৰ্ণ সংশয়হীন হৈ ঠিক কৰিলে তেওঁৰ জীৱনৰথ তেনেকৈয়ে চলাই নিব।

এয়াৰ ফৰ্চৰ চিকিৎসা বিভাগে ডগলাচক দুখন কাঠৰ ভৰি লগাই দিলে। দুডাল কেঁপিয়াৰৰ সহায়ত সেই ভৰিৰেই ডগলাচে সুস্থ মানুহৰ দৰে ঘূৰা-ফুৰা কৰে। মুখত অকণো ক্লান্তিৰ ছাপ নাই। অৱশ্যে প্ৰথম অৱস্থাত কাঠৰ নকল ভৰি দুখনেৰে পেংডালৰ সহায়ত ডগলাচে খোজ কাঢ়িব নোৱাৰিছিল। কিন্তু অদ্ভুত মনোবলৰ অধিকাৰী ডগলাচ বেয়াৰে নিজ প্ৰচেষ্টাত কিছুদিনৰ ভিতৰতেই পেং কেইডালৰো সহায় নোলোৱাকৈয়ে কাঠৰ ভৰি দুখনেৰেই চলা-ফুৰা কৰিব পৰা হ'ল। কিন্তু সেয়ে হ'লেও ডগলাচে বিমান বাহিনীৰ পৰা অৱসৰ ল'বলগীয়া হ'ল। অৱশ্যে তেওঁক বছৰেকত ৪৮ পাউণ্ডকৈ পেঞ্চনো দিয়া হ'ল।

চৰকাৰী বিমান বাহিনীত অংগহীন হিচাপে থকাৰ নিয়ম নাথাকিলেও ইতিমধ্যে সুস্থ মানুহৰ দৰে চলা-ফুৰা কৰিব পৰা হোৱা ডগলাচে প্ৰয়োজন অনুভৱ কৰিলে এটি চাকৰিৰ। যোগাযোগ কৰিলে এটা নিয়োগ বিনিময় কেন্দ্ৰৰ সৈতে। অৱশেষত এটা চাকৰি যোগাৰ হ'ল। বছৰেকত ২০০ পাউণ্ডৰ বিনিময়ত 'এচিয়াটিক পেট্ৰোলিয়াম কোম্পানি'ৰ এটা চাকৰিত তেওঁ বাহাল হ'ল।

ইতিমধ্যে থেলমা এডৱাৰ্ডচ নামৰ এগৰাকী যুৱতীৰ সৈতে কিছুকাল ধৰি চলি অহা প্ৰেম বিনিময়ৰ পিছত ১৯৩২ চনৰ ৩ অক্টোবৰ তাৰিখে ডগলাচে তেওঁক বিয়া কৰায়। ইয়াৰ পিছৰ সাতোটা বছৰ বেডাৰে এচিয়াটিক পেট্ৰলিয়াম কোম্পানিৰ চাকৰিতে নিয়োজিত থাকে।

ইয়াৰ পিছত আৰম্ভ হয় দ্বিতীয় মহাসমৰ। ১৯৩৯ চনৰ ৪ চেপ্তেম্বৰ তাৰিখে ডগলাচে পুনৰ ৰয়েল এয়াৰ ফোৰ্চলৈ আবেদন জনালে যে তেওঁ

পুনৰ বিমান বাহিনীত যোগ দিব খোজে। সেই সৰ্বগ্ৰাসী যুদ্ধৰ সন্মুখত ইতিমধ্যে বিমান আৰু সৈন্য বাহিনীত ভৰ্তিকৰণৰ বাবে থকা নিয়মাৱলী শিথিল হৈ পৰিছে আৰু সেয়ে ৰয়েল এয়াৰ ফোৰ্চৰ ভৱনৰ পৰা ডগলাচক জনোৱা হ'ল, যদিহে তেওঁ বিমান চালনাৰ এটা পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰে তেন্তে তেওঁক ৰয়েল এয়াৰ ফোৰ্চত নিযুক্তি দিয়া হ'ব।

নিৰ্দিষ্ট পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৩৯ চনৰ ৮ ডিচেম্বৰ তাৰিখে ডগলাচ বেডাৰে ৰয়েল এয়াৰ ফোৰ্চৰ ফাইটাৰ পাইলট হিচাপে পুনৰ নিযুক্তি পায়। এমাহমানৰ অনুশীলনীৰ পিছত ১৯৪০ চনৰ ৭ ফেব্ৰুৱাৰী তাৰিখে ১৯ নম্বৰ স্কোৱাড্ৰনত যুদ্ধ বিমান 'Spitfires' অৰ ফাইটাৰ পাইলট হিচাপে যোগদান কৰে। ইয়াৰ কিছুদিনৰ পিছতে তেওঁক ২২২ নম্বৰ স্কোৱাড্ৰনৰ ফ্লাইট কমাণ্ডাৰ পদলৈ পদোন্নতি দিয়া হয়। সেই বছৰৰে জুন মাহত তেওঁৰ আৰু এটি পদোন্নতি ঘটাই কন্টিচেলৰ ২৪২ নম্বৰ স্কোৱাড্ৰনৰ অধিনায়ক হিচাপে নিযুক্তি দিয়া হ'ল।

১৯৪১ চনৰ মাৰ্চ মাহ। ইতিমধ্যে ডগলাচ উইং কমাণ্ডাৰৰ পৰ্যায়লৈ উন্নীত হৈছে। এই সময়তে তেওঁক দক্ষিণ সাগৰীয় উপকূলত চলি থকা তয়া-ময়া যুদ্ধত বিমান বাহিনীক পৰিচালনা কৰিবলৈ দিয়া হ'ল।

৯ আগষ্ট, ১৯৪১ চন। ডগলাচ নিজৰ উইং পৰিচালনাৰ দায়িত্বত। এই সময়ত নিজে পৰিচালনা কৰা বিমানখনত লাগিল শত্ৰু পক্ষৰ বিমান বিধ্বংসী কামানৰ গুলী। লগে লগে বেডাৰৰ বিমান নামি আহিল মাটিলৈ। দুটা কাঠৰ ভৰিৰ এটা ভাগিল। ইতিমধ্যে চলি থকা যুদ্ধখনৰ সকলোৰেৰ যুদ্ধক্ষেত্ৰতে বেডাৰৰ বীৰত্বৰ কথা কিংবদন্তীৰ দৰে হৈ পৰিছিল। কিয়নো সেইদিনা শত্ৰুপক্ষৰ গুলীত তেওঁৰ বিমানখন ভূপতিত হোৱাৰ আগলৈকে তেওঁ যি সাহসিকতাৰ পৰিচয় দি জাৰ্মান সেনাক ব্যতিব্যস্ত কৰি ৰাখিছিল, বিশেষকৈ এজন বিকলাংগ হিচাপে তেনে ধৰণৰ সাহসিকতাৰ পৰিচয় যুদ্ধক্ষেত্ৰত খুব কমেই দেখা গৈছিল। শত্ৰু সেনাৰ মাজত ভাগি পৰা বিমানখনৰ পৰা তেওঁক যুদ্ধবন্দী হিচাপে ধৰি নিয়া হয় শত্ৰু শিবিৰলৈ। কিন্তু এটা সময়ত সকলোৰে চকুত ধূলি দি তেওঁ এটা দুমহলীয়া ঘৰৰ ওপৰৰ পৰা এডাল ৰছীৰ সহায়ত নামি পলাবলৈ গৈ ধৰা পৰে আৰু ইয়াৰ পিছত তেওঁক নাজী বন্দী শিবিৰ কলডিজলৈ প্ৰেৰণ কৰা হয়। জাৰ্মান সেনা বাহিনীৰ যুদ্ধ কুনজীত বেডাৰক আখ্যা দিয়া হৈছে এগৰাকী 'অসম্ভৱ' যুদ্ধবন্দী হিচাপে।

১৯৪৫ চনত নাজী শিবিৰৰ পৰা মুক্ত হৈ স্বদেশলৈ ঘূৰি অহাৰ পিছত তেওঁক ব্ৰিটিছ পাৰ্লামেণ্টৰ সদস্য পদ যচা হয় যদিও তেওঁ তাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰে।

# জন ডেভিচন ৰকফেলাৰ

কৃষি শতিকাৰ প্ৰাৰম্ভিক কালছোৱাত বিশ্বৰ অন্যতম ধনবান ব্যক্তি হিচাপে পৰিগণিত হোৱা জন.ডি. ৰকফেলাৰৰ ১৮৩৯ চনৰ ৮ জুলাই তাৰিখে নিউইয়র্ক চহৰৰ পৰা ১২৫ মাইল নিলগৰ ৰিচ্ফৰ্ড নামে ঠাইত জন্ম হয়। ৰকফেলাৰ পৰিয়ালৰ পূৰ্বজসকল ইয়াৰ এশ বছৰৰ আগতে জাৰ্মানীৰ হেগেনফৰ্ডৰ পৰা গৈ আমেৰিকাত বসবাস কৰিবলৈ লৈছিল।

জন ৰকফেলাৰৰ দেউতাক উইলিয়াম ৰকফেলাৰৰ তেনে কোনো স্থায়ী চাকৰি বা ব্যৱসায় বাণিজ্য নাছিল। তেওঁৰ জীৱিকা উপাৰ্জন সম্পৰ্কে তেওঁ আছিল এজন সন্দেহজনক ব্যক্তি। তেওঁ মাজে সময়ে ঘৰৰ পৰা ওলাই গৈ ক'ত কি কৰিছিলগৈ সেই বিষয়ে তেওঁৰ পত্নী এলীজাইও একো নাজানিছিল। মুঠতে উইলিয়াম যেতিয়াই ঘৰলৈ ঘূৰি আহিছিল তেতিয়াই তেওঁ যথেষ্ট পৰিমাণৰ টকা পইচা লগত লৈ আহিছিল। অৱশ্যে এটা সময়ত সকলোৱেই এইটো জানিব পাৰিছিল যে উইলিয়ামৰ ধনোপাৰ্জন হৈছিল কিবা এক অসৎ উপায়েৰে। ৰিচফৰ্ড অঞ্চলত এই কথা ওলাই পৰাৰ লগে লগে উইলিয়ামে পৰিয়ালবৰ্গক লগত লৈ এদিন সেই ঠাই এৰিবলগীয়া হয়। ইয়াৰ পিছত ৰক্ফেলাৰ পৰিয়াল আহি ১৮৫৩ চনত যেতিয়া ওহিঅ' অঞ্চলত থিতাপি লয়হি, জন ৰক্ফেলাৰৰ বয়স. সেই সময়ত ১৪ বছৰ।

উইলিয়ামৰ পৰিয়ালবৰ্গ ওহিঅ' অঞ্চলৰ স্ট্ৰংভিলত আহি থাকিবলৈ লোৱাৰ কিছুদিনৰ ভিতৰতে জন, ৰকফেলাৰক ক্লেভলেণ্ডৰ চেণ্ট্ৰেল হাইস্কুললৈ পঠোৱা হয়। তেওঁ এই স্কুলত পঢ়ি থকা সময়তে আমেৰিকাৰ ঠায়ে ঠায়ে খনিজ তেলৰ ব্যৱসায় আৰম্ভ হ'বলৈ ধৰে। অৱশ্যে সেই সময়ত ই তেলৰ দৰে ব্যৱহৃত নহৈছিল। এই জুলীয়া পদাৰ্থটো ব্যৱহাৰ কৰা হৈছিল 'মম' তৈয়াৰ কৰাৰ ক্ষেত্ৰতহে।

এনে ধৰণৰে মম তৈয়াৰ কৰা ব্যৱসায় প্ৰতিষ্ঠান এটাত জনে এজন কেৰাণী হিচাপে যোগ দিয়ে ১৬ বছৰ বয়সত। বেতন সপ্তাহত চাৰি ডলাৰ। কিন্তু এই দৰমহা তেওঁৰ জীৱনৰ প্ৰথম উপাৰ্জন নাছিল। জনে দহ বছৰ বয়সত ভৰি দিয়াৰ পূৰ্বেই উপাৰ্জন কৰিবলৈ লৈছিল। সেয়া তেওঁলোকৰ নিচেই সৰুকালৰ কথা। দেউতাকে মাজে মাজে পুতেকহঁতক ঘৰুৱা কামত লগায় আৰু কামৰ শেষত তেওঁলোকৰ প্ৰত্যেকটোকে ১০/১২ চেণ্টকৈ পইচা দিয়ে। জনৰ বাহিৰে বাকীকেইটা ল'ৰাই এই পইচা লগে লগে খৰচ কৰি পেলায়। কিন্তু জনে তেওঁৰ কামৰ বিনিময়ত পোৱা প্ৰতিটো চেণ্ট জমা কৰি যায় এটা অকণমানি কাঠৰ বাকচত।

জনৰ বয়স যেতিয়া দহ বছৰ, সেই সময়ত এদিন এজন মানুহ আহিল তেওঁলোকৰ ঘৰলৈ। মানুহজনে জনৰ দেউতাকৰ ওচৰত শতকৰা ৭ ডলাৰ হাৰ সুতত ৫০ ডলাৰ ধাৰলৈ বিচাৰিলে। কিন্তু সেই সময়ত জনৰ দেউতাকৰ হাতত মানুহজনে বিচৰা অনুপাতে ধন নাছিল। তেওঁ ধাৰ দিব নোৱাৰি দুখ প্ৰকাশ কৰিলে। জনৰ দেউতাকৰ সৈতে মানুহজনৰ কথোপকথন চলি থকা সময়ত জন কোঠাটোৰে এমূৰত বহি তেওঁলোকৰ কথা শুনি আছিল। তেওঁ বহি থকাৰ পৰা উঠি আহি মানুহজনক সুধিলে "শতকৰা ৭ ডলাৰৰ সুত" কথাষাৰৰ অৰ্থ কি? জনৰ প্ৰশ্নটোৰ উত্তৰত দেউতাকে তেওঁক বুজাই দিলে সুতত ধন ধাৰে লোৱা বা দিয়াৰ প্ৰক্ৰিয়াটোৰ বিষয়ে। কথাষাৰ বুজি উঠি জনে দেউতাকক ক'লে যে তেওঁ মানুহজনক ৫০ ডলাৰ ধাৰলৈ দিব পাৰে। এই বুলি তেওঁ নিজৰ কোঠালৈ গৈ সেই কাঠৰ অকণমানি বাকচটো লৈ আহিলগৈ আৰু তাৰ পৰা ঠিক পঞ্চাশ ডলাৰ ধন উলিয়াই মানুহজনৰ হাতত দিলে। ৭ বছৰ বয়সত আৰম্ভ কৰা উপাৰ্জনৰ ধন জন ৰকফেলাৰে বিনিয়োগ কৰিলে দহ বছৰ বয়সত। জনৰ দেউতাক উইলিয়ামে সেইদিনাই জনক কথা দিলে যে ২১ বছৰ হোৱাৰ লগে লগে তেওঁ জনক ১০০০ (এক হাজাৰ) ডলাৰ যিকোনো কামত খটুৱাবৰ বাবে ঋণ হিচাপে দিব।

জন ডেভিচ'ন ৰকফেলাৰে ২১ বছৰ বয়সত ভৰি দিয়াৰ লগে লগেই দেউতাকে নিজৰ কথা ৰক্ষা কৰি তেওঁক ধাৰ হিচাপে দিলে এক হাজাৰ ডলাৰ। ইমানদিনে আনৰ বাবে হিচাপ ৰক্ষকৰ কাম কৰি অহা জনে সেই এক হাজাৰ ডলাৰৰ লগতে যোগ দিলে তেওঁৰ নিজা সঞ্চিত পুঁজি। ইয়াৰ পিছত মৰীচ ক্লাৰ্ক নামৰ তেওঁৰ এজন বন্ধুৰ লগ লাগিল। দুয়ো মিলি যুটীয়াভাৱে আৰম্ভ কৰিলে এটা নতুন ব্যৱসায়। নিত্য ব্যৱহাৰ্য ঘৰুৱা সামগ্ৰীৰ পৰা আৰম্ভ

কৰি পামত উৎপাদিত কণী, মাংস, গাখীৰ, শাক-পাচলি, খেতিত প্ৰয়োগ কৰা সাৰ আনকি গৰু-গাইৰ যোগান ধৰালৈকে সকলোবোৰ কাম সামৰি লৈ আৰম্ভ কৰা এই ব্যৱসায় প্ৰতিষ্ঠানৰ নাম ৰাখিলে "Clark & Rockefeller, Produce and commission"। এবছৰৰ ভিতৰতে "Clark & Rockefeller" হৈ পৰিল এখন লেখৰ ব্যৱসায় প্ৰতিষ্ঠান।

এই ব্যৱসায় সফলতাৰে চাৰি বছৰমান চলাৰ পিছত জনে ২৫ বছৰ বয়সত বিয়া কৰায়। ইতিমধ্যে আমেৰিকাৰ বিভিন্ন ঠাইত আৱিষ্কৃত খনিজ তেলৰ ওপৰত আৰম্ভ হৈছে ব্যাপক চিন্তা-চৰ্চা। এই তেলৰ শোধন আৰু ব্যৱসায়িক ভিত্তিত ইয়াৰ উৎপাদন তেতিয়াও আৰম্ভ হোৱা নাই। অৱশ্যে ইয়াক শোধন কৰিব পাৰিলে যে ই এক উৎকৃষ্ট মানৰ ইন্ধন হ'ব সেই বিষয়ে কোনো সন্দেহৰ অৱকাশ নাছিল।

তেল গৱেষক সকলৰ চিন্তাৰ ফলশ্ৰুতিত যিদিনা তেল শোধনৰ এটা পদ্ধতি বিচাৰি পোৱা হ'ল ঠিক সেই সময়তে আৰম্ভ হ'ল জন ৰকফেলাৰ প্ৰতিষ্ঠিত আৰু পৰিচালিত 'অহায়'ৰ 'ষ্টোণ্ডাৰ্ড অয়েল' কোম্পানী। এই নামেৰেই পৰৱৰ্তী কালত বিশ্বৰ অগ্ৰণী তেল কোম্পানী হিছাপে চিহ্নিত হয় "STANDARD OIL"।

১৮৬৫ চনৰ পৰা ১৮৯৬ চন। এই ৩১ বছৰৰ ভিতৰত জন, ডি, ৰকফেলাৰ বাণিজ্যিক বিশ্বৰ এনে এটা নাম হৈ পৰে যাৰ প্ৰতি সপ্ৰশংস দৃষ্টিৰে চায় সমগ্ৰ বিশ্বই। ইয়াৰ লগতে অৱশ্যে কিছুসংখ্যক ব্যক্তিয়ে তেওঁৰ কৃতকাৰ্যতাৰ প্ৰতি ঘৃণাৰ ভাৱ পোষণ নকৰাও নহয়। এওঁলোক হ'ল সেই সকল লোক যিসকলে নিজেও তেল ব্যৱসায়ত নামি দেখিছিল এক ৰকফেলাৰে সদৃশ স্বপ্ন। এইক্ষেত্ৰত এক অদ্বিতীয়, একক স্থান দখল কৰাৰ স্বপ্ন। কিন্তু জন, ডি, 'ৰকফেলাৰৰ ব্যৱসায়িক বুদ্ধিৰ সমুখত তেওঁলোক সকলোৱেই তেল জগতৰ অদৃশ্য যুদ্ধখনৰ পৰা এদিন পৃষ্ঠভংগ দিবলগীয়া হৈছিল এজন এজনকৈ আৰু মনে মনে কামনা কৰিছিল ৰকফেলাৰৰ সৰ্বনাশ হোৱাটো।

বিশ্বৰ সৰ্ববৃহৎ তেল কোম্পানী হিছাপে পৰিগণিত হ'ল— "ষ্টেণ্ডাৰ্ড অয়েল'। ইয়াৰ যোগেদিয়েই জন ডি ৰকফেলাৰ সন্মানিত হ'ল বিশ্বৰ অন্যতম অৰ্থবান ব্যক্তি হিছাপে। কিন্তু এক বিপুল অৰ্থৰ অধিকাৰী হৈও ৰকফেলাৰে মানবীয় মূল্যবোধ হেৰুৱাই পেলোৱা নাছিল। তেওঁ বিশ্বৰ বিভিন্ন অনুষ্ঠানলৈ দান হিছাপে দিয়া অৰ্থৰ পৰিমাণ, ১৯২৮ চনৰ এক চৰকাৰী বিজ্ঞপ্তি অনুসৰি আছিল ১০৮,৯২১,১২৩ ডলাৰ। অৰ্থাৎ আজিৰ হিছাপত ৬০০ কোটি

টকা। এই বৃহৎ পৰিমাণৰ দান বৰঙণিৰ পিছতো যি পৰিমাণৰ অৰ্থ তেওঁৰ হাতত থৈ গৈছিল, বেংকৰ পৰা তাৰ সুত হিচাপেই তেওঁ বছৰি কেইবা কোটিও টকা লাভ কৰিছিল। মানৱ জাতিৰ কল্যাণ আৰু শিক্ষাৰ প্ৰসাৰ সাধনৰ বাবে ৰকফেলাৰে মৃত্যুৰ পূৰ্বে তেওঁৰ বিপুল ধনৰাজি 'ৰকফেলাৰ ফাউণ্ডেচন'ত (Rockefller Foundation) দি থৈ যায়। ইয়াৰ বাহিৰেও মেধাৱী ছাত্ৰৰ সাহায্যৰ বাবে (General Education Board) 'জেনেৰেল এডুকেচন বোৰ্ড' আৰু চিকিৎসা বিজ্ঞানৰ উন্নতি সাধনৰ উদ্দেশ্যে স্থাপন কৰে 'ৰকফেলাৰ ইনষ্টিটিউট অৱ মেডিকেল চায়েন্স' (Rockefeller Institute of Medical Science)। কেৱল চিকাগো বিশ্ববিদ্যালয়ৰ উন্নতিৰ বাবেই তেওঁ ২৩ নিযুত ডলাৰৰ বৰঙণি আগবঢ়ায়।

ভাৰতকে ধৰি বিশ্বৰ বিভিন্ন দেশৰ ছাত্ৰ-ছাত্ৰী আজিও ৰকফেলাৰ ফাউণ্ডেচনৰ বৃত্তি লৈ আমেৰিকা যুক্তৰাষ্ট্ৰলৈ বিভিন্ন বিষয়ত উচ্চ শিক্ষা লাভৰ বাবে গৈছে। হয়তো গৈ থাকিব সুদূৰ ভৱিষ্যতেও। এই প্ৰক্ৰিয়াৰ মাজতে নিশ্চয় চিৰস্মৰণীয় হৈ ৰ'ব জন ডেভিচন ৰকফেলাৰৰ নাম।

এই গৰাকী অক্লান্ত কৰ্মযোগীৰ ১৯৩৭ চনৰ ২৩ মে' তাৰিখে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ফ্লৰিডাত ৯৮ বছৰ বয়সত মৃত্যু হয়।

# এডিথ কেভেল

দিনটো আছিল ১৯১৫ চনৰ ১২ অক্টোবৰ। বেলজিয়ামৰ ব্ৰুছেলচ চহৰ। সময় কাহিলি পুৱা। বছৰটোৰ এইটো সময়ত যদিও ব্ৰুছেলচৰ তাপমাত্ৰা লণ্ডনতকৈ কিছু কম, পিছে দুয়োখন চহৰৰ তাপমাত্ৰা বিশেষকৈ শীতকালত প্ৰায় একে। ধোঁৱা বৰণীয়া কাহিলি পুৱাৰ মাজৰ পৰা উঠি অহা একেই চিম্‌নিৰ ধোঁৱাৰ গোন্ধ। অক্টোবৰ মাহৰ শীতৰ পৰশো একেটাই। কিন্তু এইবিলাকৰ মাজতো লণ্ডন আৰু ব্ৰুছেলচৰ মাজত এটা পাৰ্থক্য আছে। কিয়নো, ব্ৰুছেলচ চহৰ শত্ৰু সৈন্যই অধিকাৰ কৰি ৰখা নিৰ্যাতিত, এখন নিৰ্জন চহৰ। ঘৃণিত জাৰ্মান শত্ৰু সৈন্যৰে পৰিপূৰ্ণ এখন ম্ৰিয়মান চহৰ। সেয়ে পুৱাৰ নিৰ্জন সময়ছোৱাৰ মাজে মাজে ব্ৰুছেল্‌চ্‌ চহৰৰ মাজেদি 'টাৰ নেচনেল' (Tir National) ৰাইফল ৰেঞ্জ (বধ্যভূমি) লৈ মৃত্যুদণ্ডেৰে দণ্ডিত দুগৰাকী ব্যক্তিক কঢ়িয়াই অনা দীঘলীয়া ক'লা গাড়ীখনে বিশেষ কোনো হুলস্থুলৰ সৃষ্টি নকৰিলে। ফায়াৰিং ৰেঞ্জৰ কাষত ৰ'ল গাড়ীখন। বন্দী দুজনক নমোৱা হ'ল। এজন ৩৫ বছৰীয়া বেলজিয়ান স্থাপত্য শিল্পী ফিলীপ বখ আৰু আন গৰাকী মহিলা। নাম— এডিথ কেভেল— এগৰাকী ইংৰাজী নাৰ্চ।

দুয়োজন বন্দীকে 'টাৰ নেচনেল' প্ৰশাসনীয় ভৱন দুশাৰীৰ মাজে মাজে আগুৱাই নিয়া হ'ল 'ৰাইফল ৰেঞ্জ'ৰ ফালে। ইতিমধ্যে পুৱাৰ পোহৰ ক্ৰমাৎ স্পষ্ট হৈ আহিছিল। বন্দী দুজনক লৰালৰিকৈ দুটা খুঁটাত বন্ধা হ'ল। চকুত কাপোৰ বান্ধি হাত আৰু ভৰি বন্ধা হ'ল চামৰাৰ ফিটাৰে। চকুত কাপোৰ বন্ধাৰ পূৰ্বেই মহিলা গৰাকীয়ে ইতিমধ্যে কমাণ্ডাৰ জনৰ পৰা খুজি ৰখা পিনকেইটা উলিয়াই লৈ তললৈ হাউলি তেওঁ পিন্ধি থকা দীঘলীয়া স্কাৰ্টটোৰ তলছোৱা তেওঁৰ ভৰিকেইটাৰ চাৰিওফালে মেৰিয়াই পিনকেইটা মাৰি দিলে, ঠিক ভৰিৰ সক-গাঠি কেইটাৰ তলতে। উদ্দেশ্য মৃত্যুকালৰ চটফটনিতো যাতে

তেওঁৰ দেহৰ বন্ধুই তেওঁৰ স্বাধীনতা বজাই ৰাখে। তেওঁৰ মৃত্যুৰ পিছতো যাতে তেওঁৰ অমৰতা, স্বাধীনতাবোধ বজাই ৰাখিব পাৰে।

'ফায়াৰিং স্কোৱাদ'ৰ ৰাইফল শব্দ উঠাৰ লগে লগে মুহূৰ্তকৰে প্ৰায় একেটা সময়তে প্ৰাণবায়ু উৰি গ'ল। মাজতে মাত্ৰ পাঁচ গজ দূৰত্বৰ ব্যৱধান।

এই ঘটনাৰ ৪৯ বছৰ পূৰ্বে ১৮৬৫ চনৰ ৪ ডিচেম্বৰ তাৰিখে 'নৰফক'ৰ (Norfolk) এখন গাঁৱত জন্ম হৈছিল এডিথ লুইচা কেভেলৰ। তেওঁৰ দেউতাক ৰেভাৰেণ্ড ফ্ৰেডেৰিক কেভেল আছিল স্বোৰষ্টেন নামৰ সেইখন গাঁৱৰে গীৰ্জাৰ যাজক। সেই সময়ত ইংল্যাণ্ডৰ সিংহাসনত আছিল মহাৰাণী ভিক্টোৰিয়া। ইতিমধ্যে ক্ৰিমিয়া যুদ্ধ শেষ হৈছিল। দেশত শান্তি বিৰাজ কৰিছিল। ব্ৰিটিছসকলৰ জয়-জয়াকাৰ অৱস্থা। সমগ্ৰ দেশ প্ৰগতিৰ শীৰ্ষ বিন্দুত উপনীত হৈছিল। তাৰ প্ৰভাৱ পৰিছিল গাঁৱে-ভূঞে সকলোতে। স্কোৱাৰডেষ্টন গাঁওখনো তাৰ ব্যতিক্ৰম নাছিল। এডিথৰ 'যাজক' দেউতাক আছিল এজন অতি ভদ্ৰ আৰু সৎ মানুহ। তেওঁৰ সামান্য উপাৰ্জনেৰে আঠাইকেইটা সন্তানক স্কুললৈ পঠিওৱাত অসুবিধা হৈছিল। তথাপি ভৱিষ্যতৰ কথা চিন্তা কৰি আঠাইকেইটাৰ ভিতৰত বুদ্ধি-বৃত্তিত ভাল এডিথকেই তেওঁ এখন ভাল স্কুললৈ শিক্ষালাভৰ বাবে পঠাইছিল। এডিথেও তেওঁৰ প্ৰতি থকা পিতৃ-মাতৃৰ এই সুকীয়া ধাৰণাৰ মৰ্য্যাদা ৰক্ষা কৰি স্কুলৰ সকলোবোৰ বিষয়তে অসাধাৰণ ভাল ফল লাভ কৰি দেখুৱাইছিল। বিশেষকৈ ভাষা শিক্ষাৰ ক্ষেত্ৰত ফৰাচী ভাষাত এডিথে দেখুৱাইছিল বিশেষ ব্যুৎপত্তি। ইয়াৰ ফলস্বৰূপে 'পিটাৰবাৰ'ৰ লৰেলক'ৰ্ট স্কুলৰ পৰা পাছ কৰি ওলোৱাৰ লগে লগেই তেওঁ ব্ৰুছেলচৰ এটা আভিজাত্য পৰিয়ালত লাভ কৰিছিল শিশু সকলক চোৱা-চিতা কৰা, পৰিচালিকাৰ এটা চাকৰি। এই চাকৰিয়ে তেওঁক সুবিধা কৰি দিছিল গাঁৱলীয়া জীৱনৰ পৰা চহৰীয়া জীৱনৰ লগতে পৃথিৱীখন দেখাৰ। ব্ৰুছেলচৰ ফৰাচী পৰিয়ালটোৰ সৈতে কিছু বছৰ কটোৱাৰ পিছত ১৮৯৫ চনত এডিথ নিজ ঘৰলৈ ঘূৰি গৈ অসুস্থ হৈ পৰি থকা নিজ দেউতাকৰ প্ৰতিপালন কৰাৰ ভাৰ লয়। তেওঁৰ মাক জেভিয়া জীয়াই আছিল যদিও বৰ দুৰ্বল হৈ পৰিছিল। সেয়ে এডিথে সংসাৰ চলোৱাৰ সম্পূৰ্ণ ভাৰ নিজৰ ওপৰত লয়। এডিথৰ প্ৰতিপালৰ ফলত দেউতাক কিছুদিনৰ ভিতৰতে সম্পূৰ্ণ সুস্থ হৈ উঠে আৰু এডিথ এইবাৰ জীৱিকা উপাৰ্জনৰ বাবে লণ্ডনলৈ যায়। লণ্ডনত প্ৰথম অৱস্থাত তেওঁ কিছুদিন শিক্ষয়িত্ৰীৰ কাম কৰে যদিও এসময়ত সেই কাম বাদ দি লণ্ডন চিকিৎসালয়ত নাৰ্চ হিচাপে ভৰ্তি হয়। ইয়াত তেওঁ নাৰ্চৰ প্ৰশিক্ষণ সম্পূৰ্ণ কৰাৰ পিছত 'টাইফয়ড্' ওৱাৰ্ডৰ

নাৰ্চসকলৰ মুৰব্বী হিচাপে নিযুক্তি দিয়া হয়। এই কামত তেওঁৰ কাৰ্যদক্ষতাৰ বাবে কেইবছৰমানৰ ভিতৰতে তেওঁৰ পদোন্নতি ঘটাই লণ্ডন হস্পিটেলৰ এগৰাকী মেট্ৰন হিচাপে নিযুক্ত কৰা হয়।

১৯০৭ চনত, এডিথৰ পৰিচালিকা হিচাপে ব্ৰুছেলচ চহৰৰ সেতে স্থাপিত হোৱা সম্পৰ্কীয় আধাৰত তেওঁক 'এণ্টনী ডিপেঁ' নামৰ এজন চিকিৎসকৰ ক্লিনিকত কাম কৰিবলৈ আমন্ত্ৰণ জনোৱা হয়। এই বেলজিয়ান চাৰ্জন গৰাকীয়ে লণ্ডন চিকিৎসালয়ত নাৰ্চ হিচাপে কাৰ্যৰতা এডিথ কেভেলৰ কথা ইতিমধ্যে বহুতৰে মুখত শুনিবলৈ পাইছিল। ইফালে সেই সময়ত সমগ্ৰ বেলজিয়ামতেই তেনে ধৰণৰ সু-শিক্ষিতা নাৰ্চ পাবলৈ নাছিল। সেয়ে ডক্টৰ এণ্টনী ডিপেই যিকোনো পৰিমাণৰ টকাৰ বিনিময়ত এডিথ কেভেলক তেওঁৰ ক্লিনিকত কাম কৰাটো বিচাৰিলে।

এই ক্লিনিকত যোগ দিয়াৰ কিছুদিনৰ ভিতৰতে এডিথ কেভেলে সেই ক্লিনিকতে নাৰ্চ সকলক প্ৰশিক্ষণ দিবলৈ লয়। প্ৰশিক্ষাৰ্থী নাৰ্চৰ সংখ্যা লাহে লাহে বাঢ়ি যাবলৈ ধৰে আৰু এসময়ত ইংলণ্ড, ফ্ৰান্স, হলেণ্ড, জাৰ্মানী আদি দেশৰ পৰা অহা গ্ৰেজুৱেট নাৰ্চসকলক প্ৰশিক্ষণ দিবলৈ লয়। প্ৰশিক্ষাৰ্থী নাৰ্চৰ সংখ্যা লাহে লাহে বাঢ়ি যাবলৈ ধৰে আৰু এসময়ত ইংল্যাণ্ড, ফ্ৰান্স, হলেণ্ড, জাৰ্মানী আদি দেশৰ পৰা অহা গ্ৰেজুৱেট নাৰ্চসকলৰ পৰিবেষ্টনীৰ মাজত এডিথ কেভেলৰ নাম সকলোতে বিয়পিবলৈ ধৰে।

১৯১৪ চনৰ ভিতৰত, এডিথ কেভেলে নাৰ্চিঙৰ প্ৰশিক্ষণ দিয়াৰ উপৰিও এগৰাকী সুদক্ষ নাৰ্চ হিচাপে ব্ৰুছেলচৰ প্ৰায়বোৰ চিকিৎসালয়তে প্ৰখ্যাত চাৰ্জন সকলৰ সহায়কাৰী নাৰ্চ হিচাপে চূড়ান্ত খ্যাতি অৰ্জন কৰে। কিন্তু শৰীৰৰ সামৰ্থ্যতকৈ অধিক পৰিশ্ৰমৰ ফলত এসময়ত এডিথ দুৰ্বল হৈ পৰে। সেই অৱস্থাতে তেওঁ ১৯১৪ চনৰ জুলাই মাহত নৰ্ফকৰ নিজ ঘৰলৈ ঘূৰি আহে। সেই সময়ত তেওঁ বয়স ৪৮ বছৰ। ইয়াৰ তিনি সপ্তাহৰ পিছত ইংলেণ্ড আৰু জাৰ্মানীৰ মাজত আৰম্ভ হয় যুদ্ধ। ইয়াৰ পিছত ইংলেণ্ডৰ এগৰাকী নাগৰিক হিচাপে এডিথ কেভেলে হয়তো নিজ ঘৰতেই থাকি বা লণ্ডনৰ কোনোবা চিকিৎসালয়ত নাৰ্চৰ সেৱা আগবঢ়াই জীৱন নিৰ্বাহ কৰিব পাৰিলেহেঁতেন। অথবা জেনেভা চুক্তিৰ অধীনৰ কোনো 'নন কম্বেটেণ্ট' (যুদ্ধ নকৰা) 'মেডিকেল ষ্টাফ' হিচাপে ক'ৰবাত নিজ সেৱা আগবঢ়াব পাৰিলেহেঁতেন। কিন্তু এডিথে ঠিক কৰিলে ব্ৰুছেলচলৈ ঘূৰি অহাটো। ব্ৰুছেলচৰ চিকিৎসালয়খনত পুনৰ আহি উপস্থিত হোৱাৰ লগে লগে তাত তেওঁ এৰি থৈ যোৱা প্ৰশিক্ষাৰ্থী

নাচনিকলা আনন্দত উল্লাসিত হৈ উঠিল।

ইতিমধ্যে যুদ্ধক্ষেত্ৰত পৰিণত হোৱা ব্ৰুছেলচৰ পৰা জাৰ্মান লোকসকল নিজ দেশলৈ ঘূৰি যোৱাৰ নিৰ্দেশ আহিল। যুদ্ধৰ বিভীষিকা ক্ৰমাৎ বিস্তাৰিত হবলৈ ধৰিলে। ১২ আগষ্টৰ দিনা এডিথে লণ্ডনৰ 'দি টাইমছ্' কাকতলৈ এখন চিঠি লিখি জনালে যে যুদ্ধত আহত ব্ৰিটিছ সৈন্য সকলক শুশ্ৰূষা কৰিবৰ বাবে ব্ৰুছেলচত অৱস্থিত তেওঁৰ চিকিৎসালয়ৰ ফিকলালৈ ব্ৰিটিচ নাগৰিকসকলে দান বৰঙণি পঠিয়াব লাগে। তেওঁ বিচৰাৰদৰেই ব্ৰিটিচ জনসাধাৰণে পঠোৱা দান বৰঙণিৰে যুদ্ধত আহত সৈনিকসকলৰ চিকিৎসা চলিবলৈ ধৰিলে। অৱশ্যে এইক্ষেত্ৰত আহত সৈনিকসকলৰ ভিতৰত কোনজন ব্ৰিটিছ, ফৰাচী বা জাৰ্মান তাৰ বিচাৰ কৰা নহৈছিল। সম্পূৰ্ণ মানবীয় অনুভূতিৰে এডিথ কেভেলে শুশ্ৰূষা চলাই গৈছিল সকলো আহত ব্যক্তিৰ। ইতিমধ্যে একাধিকবাৰ সেই হস্পিটেলৰ শুশ্ৰূষাকাৰী দলক সেই ঠাই ত্যাগ কৰাৰ বাবে নিৰ্দেশ দিয়া হয়। অনেকেই সেই ঠাই এৰি যায় যদিও এডিথে সেই ঠাই ত্যাগ কৰিবলৈ অমান্তি হয়। তেওঁ আহতসকলৰ সেৱা শুশ্ৰূষাত ব্যস্ত থকাৰ লগতে নিজ দেশৰ বাবে আন এক গুৰুত্বপূৰ্ণ কামৰ দায়িত্ব লয়। সেয়া হ'ল শত্ৰু সৈন্যৰ গতিবিধি সম্পৰ্কে সময়ে সময়ে ব্ৰিটিছ সৈন্য বাহিনীৰ মুখ্য কাৰ্যালয়ক সচকিত কৰা। এই কাম এডিথ কেভেলে অতি চতুৰ ভাবে সম্পন্ন কৰিছিল এগৰাকী দক্ষ গুপ্তচৰৰ দৰে। তেওঁ ব্ৰুছেলচৰ পৰা প্ৰেৰণ কৰা সেই তথ্যপাতিৰ ওপৰতেই সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰি বহু ঠাইত ব্ৰিটিছ সেনাই জয়লাভ কৰিছিল। ইতিমধ্যে ব্ৰুছেলচ অধিকাৰ কৰিছিল জাৰ্মান সেনাই। এডিথৰ দ্বাৰা পৰিচালিত চিকিৎসালয়খন এখন জাৰ্মান সামৰিক চিকিৎসালয়লৈ পৰিণত হয়। এডিথৰ জাৰ্মান ভাষাৰ ওপৰত থকা ব্যুৎপত্তিৰ বাবে সেই সামৰিক চিকিৎসালয়তে এগৰাকী জাৰ্মান নাৰ্চৰ ছদ্মবেশত থাকি যোৱাত কোনো অসুবিধা নহ'ল।

কিন্তু এনেভাৱে কিছুদিন যোৱাৰ পিছত এডিথ কেভেল এদিন ধৰা পৰে নাজী চোৰাংচোৱাৰ হাতত। তেওঁক বন্দী কৰি নিয়া হয় এটা জাৰ্মান ছাউনিলৈ। বিচাৰ আৰম্ভ হয়। এডিথক প্ৰশ্ন কৰা হয় তেওঁৰ অপৰাধ সম্পৰ্কে। এডিথে সেই প্ৰশ্নৰ উত্তৰত গৰ্বেৰে প্ৰকাশ কৰে যে তেওঁ নিজ মাতৃভূমিৰ স্বাৰ্থত চোৰাংচোৱাগিৰিৰ কাম কৰাটো সঁচা; কিন্তু তাৰ বাবে তেওঁ নিজকে দোষী বুলি নাভাবে। তেওঁ নিজে বাচি যোৱাৰ অনেক উপায় আছিল যদিও এডিথে তাৰ আশ্ৰয় নললে। কিয়নো এডিথক যদিও সন্দেহৰ ওপৰত বন্দী কৰি অনা হৈছিল, তেওঁৰ অপৰাধৰ কোনো স্পষ্ট প্ৰমাণ নাজী বাহিনীৰ হাতত

নাছিল। সেয়ে হলেও এডিথে মাতৃভূমিৰ প্ৰতি থকা প্ৰেমৰ বাবেই অপৰাধ স্বীকাৰ নকৰি অসত্যৰ আশ্ৰয় লব নুখুজিলে আৰু সেয়ে অকপটে সকলো কৃতকৰ্ম স্বীকাৰ কৰি লয়।

এইগৰাকী মহিয়সী নাৰীয়ে দেশৰ প্ৰতি কৰা আত্মোৎসৰ্গৰ বাবে তেওঁক ব্ৰিটিছ চৰকাৰে মৰণোত্তৰ ভাৱে ভিক্টোৰিয়া ক্ৰছ উপৰিও তেওঁৰ জন্মস্থান নৰফ'কত তেওঁৰ এটি আৱক্ষ প্ৰতিমূৰ্তি স্থাপন কৰে।

# মিৰ্জা গালিব

ইংৰাজী সাহিত্যত শ্বেকচ্‌পীয়েৰৰ যি স্থান, উৰ্দ্দু সাহিত্যত (আচাদুল্লা খান) গালিবো, তেনে এক স্থানৰে অধিকাৰী। গালিবৰ চৰ্চা আজি বিশ্বৰ সকলো দেশলৈকে প্ৰসাৰিত হৈছে। ভাৰতীয় সাহিত্যানুৰাগী সকলৰ মাজতো গালিব এটি প্ৰিয় নাম। উৰ্দ্দু সাহিত্য চৰ্চা কৰা সকলৰ বাবেই কেৱল নহয়, হিন্দীকে ধৰি ভাৰতৰ বিভিন্ন ভাষা-ভাষীৰ লোকৰ মাজতো গালিব এক বিৰাট পৰিসৰৰ চৰ্চাৰ বিষয়। আধুনিক ভাৰতৰ কবি-সাহিত্যিকসকলক বহুলাংশে প্ৰভাৱিত কৰি ৰখা গালিবৰ ৰচনাসমূহে ভাৰতৰ বাহিৰৰ কবি সমাজতো এক বিৰাট প্ৰভাৱ পেলাইছে। আধুনিক কবিয়ে প্ৰেম-বিৰহৰ কবিতা লিখে। তেওঁলোকৰ কোনো কোনোৰ মনত গালিবৰ যি ভাৱমূৰ্তি সি হয়তো গালিবকো কেৱল এজন প্ৰেম বিৰহৰ কবি হিচাপেহে চিনাক্ত কৰিব। কিন্তু দৰাচলতে গালিবৰ স্থান কেৱল কবি হিচাপেই নহয়, এজন উচ্চ খাপৰ ভাষাবিদ, দাৰ্শনিক, লিখক আৰু এজন বুৰঞ্জীবিদ হিচাপেও তেওঁ এইবোৰৰ অনেক উৰ্দ্ধত।

গালিবৰ ককাদেউতাক মধ্য এচিয়াৰ এটি ৰাজ পৰিয়ালৰ লোক আছিল। চাল্‌জিকুইড্‌ বংশৰ সেই ৰাজ পৰিয়ালৰ হাতৰ পৰা ক্ষমতা হেৰাই যোৱাত সেই পৰিয়ালৰ লোকসকল এচিয়াৰ বিভিন্ন ঠাইত বিয়পি পৰে। সেই সময়তে, অৰ্থাৎ ১৮০০ শতিকাৰ মাজ ভাগত গালিবৰ ককাদেউতাক কুকান বেগ খান আহি উপস্থিত হয় ভাৰতত।

ভাৰতলৈ আহি কুকান বেগ খানে কিছুদিন দ্বিতীয় শ্বাহ্‌ আলমৰ তলত চাকৰি কৰাৰ পিছত জয়পুৰৰ মহাৰাজৰ ওচৰলৈ যায়। লগতে তেওঁৰ বাসস্থানো দিল্লীৰ পৰা আগ্ৰালৈ তুলি নিয়ে। তেওঁৰ পিছত তেওঁৰ পুতেক আব্দুল্লা বেগ খানে আগ্ৰাতে থাকি জয়পুৰৰ মহাৰাজৰ দৰবাৰত চাকৰি কৰিবলৈ লয় আৰু আগ্ৰাৰ এজন অৱসৰপ্ৰাপ্ত সেনানায়ক গোলাম হুছেইন খানৰ কন্যা ইজ্জত উন্নিচা বেগমক বিয়া কৰায়। আব্দুল্লা বেগ আৰু ইজ্জত উন্নিচাৰেই দ্বিতীয়

পুত্ৰ হিছাপে ১৮০০ চনৰ আশে পাশে আগ্ৰাতে আচাদুল্লা খান গালিবৰ জন্ম হয়।

জয়পুৰৰ পৰা হায়দৰাবাদৰ নিজাম আৰু অযোধ্যাৰ নবাবৰ তলত কিছুকাল চাকৰি কৰাৰ পিছত ১৮০২ চনত আব্দুল্লা বেগ খানৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ পৰিয়ালৰ চোৱা-চিতাৰ ভাৰ লয় তেওঁৰ ভায়েক নচৰুল্লা বেগ খানে। দ্বিতীয় ইং মাৰাঠা যুদ্ধৰ পিছত আগ্ৰাৰ দুৰ্গ ব্ৰিটিছৰ হাতলৈ যায় আৰু নচৰুল্লা বেগ খানকো ৪০০ অশ্বাৰোহী সেনাৰ অধিনায়ক হিছাপে ব্ৰিটিছ সেনাবাহিনীত নিযুক্ত কৰা হয়। ইয়াৰ কিছুদিনৰ পিছতে ইন্দোৰ ৰাজ্যৰ অন্তৰ্গত শংখ আৰু শাঁশা এই দুখন জিলাৰ ওপৰত নচৰুল্লাক জাইগীৰ পাতে। ১৮০৬ চনত নচৰুল্লা খানৰ মৃত্যু হোৱাত এই জাইগীৰ দুখনৰ ভাৰ ফিৰোজপুৰ আৰু লহাৰুৰ নবাব আহমদ বক্স খানৰ হাতলৈ যায়। ব্ৰিটিছ চৰকাৰে আব্দুল্লা বেগ খান আৰু নচৰুল্লা বেগ খানৰ পৰিয়াল দুটাৰ ভৰণ-পোষণৰ বাবে ১০,০০০ টকাৰ এটা বছেৰেকীয়া পেঞ্চন আগবঢ়ায়। কিন্তু ইতিমধ্যেই তেওঁলোকৰ জাইগীৰ অধিকাৰ কৰা নবাব আহমদ বক্স খানৰ প্ৰৰোচনাত এই টকাৰ পৰিমাণ ৫,০০০ টকালৈ হ্ৰাস কৰা হয়। অৱশ্যে বাকী ৫,০০০ টকাৰ পেঞ্চন উপৰুৱা উপাৰ্জন হিছাপে ভোগ কৰিবলৈ ধৰে নবাব আহমদ বক্স খানে নিজে। আব্দুল্লা বেগ খান আৰু নচৰুল্লা বেগ খানৰ পৰিয়াল দুটাক প্ৰৱঞ্চনা কৰি নবাব আহমদ বক্স খানে প্ৰতি বছৰে কৰা ৫,০০০ টকাৰ ওপৰুৱা উপাৰ্জনৰ কথা গালিবে ডাঙৰ হৈ জানিব পাৰিছিল যদিও সেই টকা উদ্ধাৰৰ প্ৰচেষ্টাত তেওঁ ব্যৰ্থ হৈছিল। সেই বাবেই তেওঁৰ সমগ্ৰ জীৱন কঠিন অৰ্থাভাৱৰ মাজতেই পাৰ হৈ যায়।

শিশুকালতেই দেউতাক আৰু খুৰাক নচৰুল্লা দুয়োকো অগাপিচাকৈ হেৰুৱাব লগীয়া হোৱা গালিবৰ আনুষ্ঠানিক শিক্ষা একপ্ৰকাৰ নহ'লেই। তথাপি কিছুদিনৰ বাবে তেওঁ সেইকালৰ বিখ্যাত পণ্ডিত মহম্মদ মোৱাজ্জামৰ মক্তাবলৈ অহা যোৱা কৰি ধ্ৰুপদী পাৰ্চী সাহিত্যৰ বিশেষকৈ কবিতা অধ্যয়ন কৰিছিল। ১৮১০ চনত আব্দুছ চামাদ নামৰ এজন পাৰ্চী ভ্ৰমণকাৰী ভাৰতলৈ আহোঁতে আগ্ৰাত গালিব পৰিয়ালৰ অতিথি হয়। গালিবে এই পাৰ্চী ভ্ৰমণকাৰীজনৰ পৰাও কিছুদিন পাৰ্চী ভাষাৰ শিক্ষা লাভ কৰে। তেওঁ বাৰ বছৰ বয়সৰ পৰাই সাহিত্য চৰ্চা কৰিবলৈ লয় আৰু কিছুদিনৰ ভিতৰতেই পাৰ্চী আৰু উৰ্দু ভাষাত ৰচিত কবিতাই তেওঁক এজন প্ৰতিষ্ঠিত কবিৰ মৰ্যাদা দান কৰে।

মহম্মদ মোৱাজ্জাম আৰু আব্দুছ চামাদৰ পৰা লাভ কৰা প্ৰাথমিক পৰ্যায়ৰ ভাষা শিক্ষাখিনিৰ বাহিৰে কোনো আনুষ্ঠানিক শিক্ষা নথকা গালিবে কেৱল নিজ প্ৰচেষ্টাতেই সেইকালত ভাৰতত ল'ব পৰা শিক্ষা সংস্কৃতিৰ বিৰাট

অধ্যয়নেৰে নিজকে পুষ্ট কৰিছিল। সেই অধ্যয়নে তেওঁৰ মনক দান কৰিছিল দাৰ্শনিক চিন্তা-চৰ্চা। সেয়ে তেওঁৰ পিছৰ জীৱনৰ ৰচনাসমূহত প্ৰতিফলন ঘটিছিল এক গভীৰ দাৰ্শনিক চিন্তাৰ। তেওঁৰ পৰিপক্ক বয়সৰ কবিতা আৰু শ্বায়েৰীসমূহ দেখাত বা শুনাত প্ৰেমসৰ্বস্ব হ'লেও ইয়াৰ ভিতৰত মাজে মাজে সোমাই গৈছিল একোটা গভীৰ দাৰ্শনিক তত্ত্ব।

১৮১২ চনত গালিবে নিচেই কম বয়সতে ভেতিয়াৰ প্ৰখ্যাত উৰ্দু কবি ইলাহী বক্স খানৰ কন্যা উমৰাও বেগমক বিয়া কৰাই আগ্ৰাৰ পৰা দিল্লীলৈ আহে আৰু তাতেই স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। এই সময়ত লহাৰুৰ নবাব পৰিয়ালৰ সৈতে থকা সম্পৰ্কই দিল্লীৰ সম্ভ্ৰান্ত সমাজখনত যথেষ্ট প্ৰভাৱ পেলায় আৰু ইয়াৰ যোগেদিয়েই তেওঁৰ বিখ্যাত কবি, সাহিত্যিক, শিল্পীসকলৰ সৈতে পৰিচিত হোৱাৰ বাট মুকলি হয়। দিল্লীত সেই সময়ত বাস কৰিছিল মমিন আৰু জখকৰ দৰে কবি, মুফটি চাদৰুদ্দিন আৰু ফজল হকৰ দৰে পণ্ডিত, আচানুল্লা খান আৰু তফজ্জুল হুচেইন খানৰ দৰে বিখ্যাত ৰাজনীতিজ্ঞই। এইসকল লোকৰ আগমন ঘটিছিল আহমদ বক্স খানৰ দৰবাৰলৈ আৰু গালিবেও নিজকে সেইসকল প্ৰখ্যাত ব্যক্তিৰ এজন হিছাপে গঢ়ি তুলিছিল। এইসকলৰ ভিতৰত কোনোজন আছিল দিল্লীৰ শেষ মোগল সম্ৰাট বাহাদুৰ শ্বাহ জফৰৰ দৰবাৰী কবি বা গায়ক আৰু কোনোবাজন হয়তো বাদশ্বাহৰ পৰামৰ্শদাতা। এওঁলোকৰ যোগেদিয়েই ইতিমধ্যে শ্বায়ৰ হিছাপে চূড়ান্ত খ্যাতি অৰ্জন কৰা যুৱক কবি গালিবৰ অন্তৰ্ভুক্তি ঘটে ৰাজ দৰবাৰৰ 'ওমৰ-ইলাহী' সকলৰ মাজলৈ আৰু এদিন তেওঁৰ শ্বায়েৰী আৰু কবি প্ৰতিভাত মুগ্ধ হৈ সম্ৰাট বাহাদুৰ শ্বাহ জফৰে গালিবক মাজাম্-উদ-দৌলা, দ্বিৰ-উল-মুল্ক, নিজাম-এ-জং উপাধিৰে সন্মানিত কৰি তেওঁক দৰবাৰী কবি হিছাপে নিযুক্তি দিয়ে। লগতে ৬০০ টকাৰ এটা বছেৰেকীয়া অনুদানৰ বিনিময়ত গালিবক দায়িত্ব দিয়া হয় টাইমূৰ ৰাজ পৰিয়ালৰ এখন বুৰঞ্জী লিখিবৰ বাবে।

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ পূৰ্ববৰ্তী কাললৈকে বাদশ্বাহ বাহাদুৰ শ্বাহ জফৰৰ দৰবাৰী কবি আৰু পৰামৰ্শদাতা হিছাপে গালিবৰ জীৱনৰ কেইটামান বছৰ সুখতেই অতিবাহিত হৈছিল যদিও চিপাহী বিদ্ৰোহৰ আৰম্ভণীতেই তেওঁৰ সেই জীৱনৰ যতি পৰে। বিশেষকৈ বাহাদুৰ শ্বাহ জফৰক বন্দী কৰাৰ পিছত তেওঁৰ অনুগামীসকলৰো প্ৰায় সকলোকে ইংৰাজে বন্দী কৰে আৰু কাৰাবাসলৈ পঠিয়ায়। কিন্তু সেইখিনি সময়ত দিল্লীবাসীৰ সমৰ্থন বিচৰা ইংৰাজে গালিবৰ জনপ্ৰিয়তালৈ চাই তেওঁক বন্দী নকৰাকৈ থাকে।

ইংৰাজৰ হাতত বন্দী নোহোৱাকৈ থাকিলেও ইতিমধ্যে সকলো ৰাজকীয় সা-সুবিধাৰ পৰা বঞ্চিত হোৱা গালিবৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰে।

লগে লগে ভাগি পৰে তেওঁৰ স্বাস্থ্য। গালিবে তেওঁৰ জীৱনৰ শেষ বছৰকেইটা অসহনীয় কষ্টৰ মাজতে পাৰ কৰাৰ পিছত ১৮৬৯ চনৰ ১৫ ফেব্রুৱাৰী তাৰিখে মৃত্যুবৰণ কৰে। মৃত্যুৰ পিছত তেওঁক নতুন দিল্লীৰ নিজামুদ্দিনত সমাধিস্থ কৰা হয়।

গালিবে ৰচনা কৰা উৰ্দু দিৱানসমূহৰ মুঠ পংক্তিৰ সংখ্যা হ'ল ১৮,০০০। ইয়াৰ বাহিৰেও তেওঁৰ গদ্য ৰচনাসমূহৰ ভিতৰত পৰে পাৰ্চী ভাষাৰ এখন ব্যাকৰণ আৰু এখন শব্দকোষ, মীৰ-ই-নিমৰজ নামে মোগল ৰাজ পৰিয়ালৰ এখন বুৰঞ্জী; 'দাস্তানবু' শিৰোনামত চিপাহী বিদ্রোহৰ সময়ত দিল্লীৰ অৱস্থা সম্পৰ্কিত এখন ৰচনা আৰু কাতি বাৰ্হান্ নামেৰে এখন পাৰ্চী ভাষাৰ সমালোচনা পুথি। এই সমূহৰ উপৰিও গালিবে ধৰ্মীয় দৰ্শন ঈশ্বৰ, মানুহ আৰু জীৱনৰ ওপৰত ৰচনা কৰে কেইটামান দাৰ্শনিক নিবন্ধ।

# শ্ৰীনিবাস ৰামানুজন

বিশ্ববিখ্যাত ভাৰতীয় গণিতজ্ঞ শ্ৰীনিবাস ৰামানুজনৰ জন্ম হয় ১৮৮৮ চনৰ ২২ ডিচেম্বৰত দক্ষিণ ভাৰতৰ ইৰোডত। তেওঁৰ দেউতাক এজন কাপোৰ ব্যৱসায়ীৰ হিচাপ-ৰক্ষক আছিল।

পাঁচ বছৰ বয়সত ৰামানুজন প্ৰথম পঢ়াশালিত ভৰ্তি হৈছিল। কিন্তু দুবছৰৰ ভিতৰতে তেওঁ সেই পঢ়াশালিৰ পৰা গৈ কুম্ভকোণামৰ হাইস্কুলত বিনামূলীয়া শিক্ষা লাভৰ সুবিধা লাভ কৰে। শিক্ষা গ্ৰহণৰ সেই প্ৰাৰম্ভিক কালতে ৰামানুজনে অসাধাৰণ মেধাৰ পৰিচয় দি সকলোকে সচকিত কৰি তোলে। তেওঁৰ বিশেষ ধৰণৰ আগ্ৰহ দেখা যায় গণিত আৰু সংস্কৃত এই দুটা বিষয়ৰ প্ৰতি। মাত্ৰ ১০ বছৰ বয়সতে এই দুয়োটা বিষয়ত ৰামানুজনে যি অদ্ভুত পাৰদৰ্শিতা দেখুৱায়, তালৈ লক্ষ্য কৰি সেই সময়তে সকলোৱেই আশা কৰে যে সেই অদ্ভুত মেধাসম্পন্ন শিশুটি এদিন হয়তো কোনো এটা ক্ষেত্ৰত ভাৰতৰ গৰ্বৰ স্থল হ'ব।

পঢ়া-শুনাক লৈ ব্যস্ত হৈ থকাৰ বাহিৰে ৰামানুজনে অন্য একো খেলা-ধূলা ভাল নাপাইছিল। আজৰি সময়ত বাহিৰা কিতাপ-পত্ৰ একোখন পঢ়িলেও তেওঁৰ প্ৰিয় বিষয় গণিত অথবা সংস্কৃত ভাষা-সাহিত্য বিষয়ক গ্ৰন্থহে পঢ়িছিল। এই দিশৰ পৰা তেওঁ 'বাহিৰা কিতাপ' হিচাপে সেই বয়সতে (অৰ্থাৎ ১০/১২ বছৰতে) অধ্যয়ন কৰিছিল বিশ্ববিখ্যাত গণিতজ্ঞ কাৰ'ৰ Synopses of Pure Mathematics গ্ৰন্থখন। এই গ্ৰন্থই তেওঁৰ কোমল মনত গভীৰ প্ৰভাৱ পেলায়। তেওঁ সেই গ্ৰন্থত থকা সূত্ৰ সমূহৰ আধাৰত কেতবোৰ নতুন উপপাদ্যৰ উদ্ভাৱন কৰি তেওঁৰ সহপাঠী সকলৰ আগত তাৰ বিশ্লেষণ কৰিও দেখুৱায়। কুম্ভকোণামৰ সেইখন বিদ্যালয়ৰ পৰাই ১৯০৪ চনত ৰামানুজনে "মেট্ৰিক" পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ 'সুব্ৰহ্মণ্য বৃত্তি' লাভ কৰি কুম্ভকোণামৰ চৰকাৰী কলেজত পঢ়িবলৈ লয়। কিন্তু কুম্ভকোণাম চৰকাৰী

কলেজত প্ৰৱেশ লাভ কৰাৰ পিছৰে পৰা তেওঁ কেৱল গণিতৰ চৰ্চাতেই সময় কটাবলৈ ধৰে আৰু তাৰেই ফলস্বৰূপে বাকী বিষয় সমূহত আশানুৰূপ সুফল লাভ কৰাত অসমৰ্থ হয়। প্ৰথম বাৰ্ষিকৰ পৰীক্ষাত কেৱল গণিতৰ বাহিৰে আন প্ৰায়বোৰ বিষয়তে তেওঁ অকৃতকাৰ্য হয় আৰু দ্বিতীয় বাৰ্ষিকলৈ উন্নীত হ'ব নোৱাৰাৰ বাবে তেওঁ 'জলপানি' হেৰুৱাব লগা হয় আৰু ইয়াৰ লগে লগে অৰ্থৰ অভাৱত কলেজীয়া শিক্ষা বাদ দিব লগা হয়। ইয়াৰ পিছত অ'ত ত'ত চাকৰিৰ সন্ধানত ঘূৰি ফুৰিয়েই ৰামানুজনে বহু সময় অপচয় কৰে। অৱশ্যে ইয়াৰ মাজতে ১৯০৬ চনত তেওঁ এবাৰ পৰীক্ষাত বহে, কিন্তু তাতো অকৃতকাৰ্য হৈ হতাশ হৈ পৰে।

ইয়াৰ পিছৰ কেইটামান বছৰ ৰামানুজনে পাৰ কৰে প্ৰায় অৰ্দ্ধাহাৰে। গভীৰ অৰ্থ সংকটৰ সমুখত তেওঁ হৈ পৰে দিশহাৰা। কিন্তু পেটৰ ভোকত বহু নিশালৈ তেওঁ উজাগৰে কটাবলগীয়া হোৱা সময়তো তেওঁৰ মনে বিচাৰি ফুৰে গণিতৰ একোটা সূত্ৰৰ সমাধান। সেই আৰ্থিক অনাটন আৰু তাৰ পৰা উদ্ভৱ হ'ব পৰা সকলো সমস্যাৰ মাজতো তেওঁ নিজৰ অধ্যয়ন চলাই যোৱাৰ লগতে সমাধানৰ ওপৰত ৰচনা কৰে এখন মূল্যবান গ্ৰন্থ।

১৯০৯ চনত ৰামানুজনে বিয়া কৰায় আৰু পুনৰবাৰ চাকৰিৰ বাবে চেষ্টা চলাবলৈ ধৰে। সেই সময়তে তেওঁ ভাৰতীয় গণিত সমাজৰ প্ৰতিষ্ঠাতা ভি, ৰামস্বামী আয়াৰৰ সংস্পৰ্শলৈ আহে। একে সময়তে তেওঁ পৰিচিত হয় নেল্লোৰৰ জিলা প্ৰশাসক দেৱান বাহাদুৰ ৰামচন্দ্ৰৰ ৰাওৰ সৈতে। গণিতৰ এজন পৃষ্ঠপোষক হিচাপে এই ৰামচন্দ্ৰ ৰাওৱে, ৰামনুজনে এইক্ষেত্ৰত চলোৱা তেওঁৰ গৱেষণামূলক অধ্যয়ন অব্যাহত ৰাখিবৰ বাবে তেওঁলৈ আৰ্থিক সাহায্য আগবঢ়ায়। অৱশ্যে ৰামচন্দ্ৰ ৰাওৰ ওপৰত নিজে বোজা হ'বলৈ নিবিচাৰি সেই সাহায্য বিনম্ৰভাৱে প্ৰত্যাখান কৰে আৰু মাদ্ৰাজ পৰ্ট ট্ৰাষ্টৰ অধীনত এটা অতি সাধাৰণ চাকৰি গ্ৰহণ কৰে।

১৯১১ চনত মাদ্ৰাজ পৰ্ট ট্ৰাষ্টৰ চাকৰি গ্ৰহণ কৰাৰ বছৰতেই 'Journal of Indian Mathematical Society'ত প্ৰকাশ পায় ৰামানুজনৰ এটি চিন্তাগধুৰ নিবন্ধ Some Properties of Bernoulli's members আৰু গণিতৰ কিছুমান জটিল প্ৰশ্নৰ আঁৰকাৰত আন এটি নিবন্ধ। তেওঁৰ এই নিবন্ধ দুটি অৱশ্যে সাধাৰণ পাঠকৰ বাবে একেবাৰে দুৰ্বোধ্য হয়।

সেই সময়ত ৰামানুজনৰ চৰ্চাৰ বিষয় আছিল "মৌলিক সংখ্যাৰ উপপাদ্য" বিখ্যাত গণিতজ্ঞ প্ৰফেচৰ জি, এইচ, হাৰ্ডিয়ে তেওঁৰ 'Orders of Infinity' নামৰ গণিতৰ এখন ৰচনাত উত্থাপিত কৰা 'প্ৰব্লেম' সমূহৰ সমাধান দু তেতিয়াও সম্পূৰ্ণ হোৱা নাছিল। ৰামানুজনে সেই সকলো প্ৰব্লেমৰ সমাধা

উলিওৱাৰ লগে লগে সেই সময়ত কেমব্ৰিজ বিশ্ববিদ্যালয়ত কাৰ্যৰত প্ৰফেছাৰ হাৰ্ডিয়ে এই বিষয়ে জানিবলৈ পায় আৰু ইয়াৰ পিছতে ৰামানুজনৰ সৈতে গঢ় লৈ উঠে তেওঁৰ এক মধুৰ সম্পৰ্ক। এই সম্পৰ্কৰ আশ্ৰয়তেই পৰৱৰ্তী কালত ৰামানুজনৰ প্ৰতিভাই বিকাশ লাভ কৰাৰ সুবিধা পায়।

এই সময়তে ৰামানুজনৰ চিনাকি হয় আন এজন বিখ্যাত গণিতজ্ঞ, এসময়ৰ 'ট্ৰিনিটি কলেজৰ গণিতৰ অধ্যাপক ড: জি টি ওৱকাৰৰ সৈতে। ড: ওৱকাৰ সেই সময়ত ভাৰত চৰকাৰৰ বতৰ বিজ্ঞান বিভাগৰ সঞ্চালক হিচাপে কৰ্মৰত আছিল। ৰামানুজনৰ সৈতে হোৱা প্ৰথম সাক্ষাতৰ পিছত ড: ওৱকাৰে গণিত বিষয়টোৰ ওপৰত থকা ৰামানুজনৰ অসাধাৰণ পাণ্ডিত্যৰ ভু পায় আৰু এই ক্ষেত্ৰত চিন্তা-চৰ্চা চলাই নিবৰ বাবে তেওঁলৈ মাহে ৭৫ টকাৰ এটি বৃত্তি আগবঢ়ায়। ইয়াৰ লগে লগে ড: ওৱকাৰে ৰামানুজনক ইংলণ্ডলৈ পঠোৱাৰো চেষ্টা চলাবলৈ ধৰে। অৱশেষত তেওঁৰেই নিৰন্তৰ প্ৰচেষ্টাত ১৯১৪ চনৰ এপ্ৰিল মাহত ৰামানুজন ইংলণ্ডত উপস্থিত হয়গৈ।

ইংলণ্ডত ৰামানুজনে ২৫০ পাউণ্ডৰ এটি বৃত্তি লাভ কৰে। ইয়াৰে ৫০ পাউণ্ড তেওঁ ভাৰতত থকা পৰিয়ালবৰ্গৰ ভৰণ-পোষণৰ বাবে পঠায় আৰু ২০০ পাউণ্ড তেওঁৰ নিজা খৰচৰ বাবে ৰাখে। এই বৃত্তিৰ উপৰিও তেওঁ ট্ৰিনিটি কলেজৰ পৰা লাভ কৰে ৬০ পাউণ্ডৰ আন এটি বৃত্তি। এটা অতি সহজ সাধাৰণ জীৱনত অভ্যস্ত ৰামানুজনৰ কাৰণে এই পৰিমাণৰ ধন তেওঁৰ প্ৰয়োজনতকৈ বহু বেছি আছিল। সেয়ে তেওঁ ইয়াৰ মাজৰ পৰা গধুৰ পৰিমাণৰ ধন সাঁচিব পৰিছিল।

ইয়াৰ পিছত ৰামানুজনে সম্পূৰ্ণ একাগ্ৰতাৰে চলাই যাবলৈ ধৰে তেওঁৰ গৱেষণামূলক চৰ্চা। তেওঁৰ গৱেষণাত সকলো প্ৰকাৰে সহায় আগবঢ়াই যাবলৈ ধৰে প্ৰফেছাৰ হাৰ্ডিয়ে। এটা সৌহাৰ্দ্যপূৰ্ণ পৰিবেশত প্ৰায় চাৰিবছৰ কাল কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ অধীনত গৱেষণা চলাই ৰামানুজনে গণিত শাস্ত্ৰত সংযোগ কৰে বহুতো নতুন নতুন সূত্ৰ আৰু 'নাম্বাৰ থিয়ৰি' শীৰ্ষক এটি নতুন অধ্যায় গণিতশাস্ত্ৰত সংযোজিত কৰে। ৩১ বছৰ বয়সত ১৯১৮ চনত ৰামানুজনক 'ৰয়েল চছাইটি'ৰ ফেলোশ্বিপ প্ৰদান কৰা হয় আৰু সেই একে বছৰতে, গণিতশাস্ত্ৰলৈ তেওঁ আগবঢ়োৱা অৱদানৰ স্বীকৃতি স্বৰূপে তেওঁক ট্ৰিনিটি কলেজৰ ফেলো হিচাপে সম্মানিত কৰা হয়।

১৯১৯ চনত ৰামানুজন ভাৰতলৈ ঘূৰি আহে। কিন্তু ইতিমধ্যে ইংলণ্ডত থকা সময়তে যক্ষ্মাৰকৈ মাৰাত্মক অসুখত ভোগা এই অনন্য সাধাৰণ গণিতজ্ঞ গৰাকী বেছিদিন জীয়াই থাকিবলৈ নাপালে। ভাৰতলৈ ঘূৰি অহাৰ পিছত

তেওঁৰ স্বাস্থ্য পুনৰ বৰ বেয়াকৈ ভাগি পৰে আৰু ১৯২০ চনৰ ১৬ এপ্ৰিল তাৰিখে মাদ্ৰাজত শেষ নিশ্বাস ত্যাগ কৰে। সেই সময়ত অসাধাৰণ প্ৰতিভাসম্পন্ন এই গণিতজ্ঞ গৰাকীৰ বয়স আছিল মাত্ৰ ৩৩ বছৰ।

# ফ্ৰেডেৰিক এঙ্গেলচ

সৰ্বকালৰ এগৰাকী মহান মনীষী ফ্ৰেডেৰিক এঙ্গেলচ সম্পৰ্কে লেনিনে কৈছে "তেওঁৰ বন্ধু কাৰ্ল মাৰ্ক্সৰ পিছতে সমগ্ৰ বিশ্বৰে আধুনিক 'প্ৰলেটেৰিয়েটৰ' এজন শিক্ষক আৰু পণ্ডিত হিচাপে এঙ্গেলচ আছিল অন্যতম প্ৰধান ব্যক্তি।"

এঙ্গেলচ আছিল কাৰ্লমাৰ্ক্সৰ অভিন্ন হৃদয় বন্ধু আৰু একান্ত সহযোগী; এজন মহান চিন্তাবিদ আৰু উৎসৰ্গিত মনৰ বিপ্লৱী। তেওঁ বিজ্ঞানসন্মত কমিউনিজম, ৰাজনৈতিক অৰ্থনীতি আৰু বস্তুবাদী দ্বান্দ্বিক তত্ত্বৰ বিশুদ্ধিকৰণৰ ক্ষেত্ৰত আগবঢ়াই থৈ গৈছে অসীম অৱদান।

ভি, আই লেনিনে, এঙ্গেলচে এই ক্ষেত্ৰত আগবঢ়োৱা তেওঁৰ অৱদানৰ বিষয়ে উল্লেখ কৰি কৈছে যে এঙ্গেলচৰ ৰচনাসমূহৰ সহায় নোলোৱাকৈ মাৰ্ক্সবাদ সম্পূৰ্ণৰূপে উপলব্ধি কৰাটো আৰু তাৰ লগতে তাক কাৰ্যকৰী কৰাটো প্ৰায় অসম্ভৱ।

প্ৰুছিয়াৰ ৰাইন প্ৰদেশত ১৮২০চনৰ ২৮ নৱেম্বৰ তাৰিখে এজন কাপোৰ ব্যৱসায়ীৰ ঘৰত জন্ম হয় ফ্ৰেডেৰিক এঙ্গেলচৰ। তেওঁৰ দেউতাকৰ নামো আছিল ফ্ৰেডেৰিকেই।

এঙ্গেলচৰ শিশুকাল পাৰ হৈছিল সম্পূৰ্ণ বৈপ্লৱিক বাতাৱৰণৰ মাজত। সেই সময়ছোৱাত সমগ্ৰ ইউৰোপতে ইখনৰ পিছত সিখনকৈ প্ৰায় সকলোবোৰ দেশতে চলিছিল একোটা বিপ্লৱ। এই বিলাকৰ ভিতৰত ফ্ৰান্সৰ 'জুলাই বিপ্লৱ', ১৮৩০ চনৰ বেলজিয়াম বিপ্লৱ, ১৮৩১ আৰু ১৮৩৪ অ'ত লাইয়নচ উইভাৰচ' বিপ্লৱ আৰু ব্ৰিটেইনৰ প্ৰথম প্ৰলেটেৰিয়ান গণ বিপ্লৱ (যাক আমি 'চাৰ্টিজিম' নামে জানো।)

এই বিপ্লৱ সমূহৰ ভিতৰত সেই সময়ত ফ্ৰান্সত হোৱা ১৮৩০ চনৰ জুলাই বিপ্লৱে জাৰ্মান ৰাষ্ট্ৰ সমূহকেই সৰ্বাধিকভাৱে প্ৰভাৱিত কৰিছিল। প্ৰুছিয়াই

এনে সময়তে সমৰ্থন আগবঢ়াইছিল ৰাজনৈতিক মুক্তি বিচৰা গণতান্ত্ৰিক কাৰ্য কলাপৰ প্ৰতি। সেই সময়ত স্কুলীয়া শিক্ষা গ্ৰহণ কৰি থকা এঙ্গেলচক প্ৰভাৱিত কৰিছিল বৈপ্লৱিক পৰিবেশে।

১৮৩৪ চনত ১৪ বছৰ বয়সত এঙ্গেলচ ভৰ্ত্তি হয় 'এলবাৰ ফেল্ড জিমনেচিয়াম'ত। পাৰিপাৰ্শ্বিক ৰাজনৈতিক অৱস্থাই প্ৰভাৱিত কৰি ৰখা সেই জিমনেচিয়ামত এঙ্গেলচ যদিও মাত্ৰ তিনি বছৰৰ কাৰণেহে আছিল, ইয়াৰ ভিতৰতে তেওঁৰ চিন্তাশীল মননে পৰিবেশৰ পৰা সংগ্ৰহ কৰিছিল ভৱিষ্যতৰ বাবে প্ৰয়োজনীয় উপাদানসমূহ।

১৮৩৭ চনত দেউতাকৰ নিৰ্দেশ অনুযায়ী এঙ্গেলচে তেওঁলোকৰ পৰিয়ালৰ ব্যৱসায়িক কাম-কাজ চোৱা-চিতা কৰিবলৈ লয়। অৱশ্যে ইয়াৰ এবছৰ পিছতে দেউতাকৰেই নিৰ্দেশক্ৰমে এঙ্গেলচ ব্ৰেমেনলৈ যায় বাণিজ্যিক শিক্ষা গ্ৰহণৰ বাবে। ইয়াত তেওঁ হেনৰিখ লিওপোল্ড নামে এজন বিখ্যাত উদ্যোগপতিৰ দ্বাৰা পৰিচালিত এটা ব্যৱসায়িক প্ৰতিষ্ঠানত বাণিজ্য বিষয়ক শিক্ষা-গ্ৰহণ কৰিবলৈ লোৱাৰ লগতে সাহিত্য আৰু ৰাজনীতিৰ চৰ্চা কৰিবলৈও লয়। এই সময়তে এঙ্গেলচে মাজে সময়ে দুই এটা কবিতা লিখিবলৈও লয়। তেওঁৰ সেই কবিতা ব্ৰেমেনৰ পৰা প্ৰকাশিত কাকতে পত্ৰই প্ৰকাশ পায়। সাহিত্য আৰু ৰাজনীতিৰ বাদেও এঙ্গেলচে ব্ৰেমেনত থাকোতেই সঙ্গীত, চিত্ৰকলা, খেলা-ধূলা আৰু ভাষা-শিক্ষাৰ বাবেও যত্নপৰ হয়। কিন্তু এই সময়ত এঙ্গেলচৰ জীৱনৰ সৰ্বাধিক গুৰুত্বপূৰ্ণ কথা হ'ল সমসাময়িক ইউৰোপীয় ৰাজনীতিৰ প্ৰেক্ষাপটত হোৱা তেওঁৰ সংশয়হীন উপলব্ধি। সেই সময়ত তেওঁ নিজৰ ভায়েকলৈ লিখা এখন চিঠিত তেওঁৰ চিন্তাধাৰাৰ বহিঃপ্ৰকাশ ঘটে।

সেই চিঠিত এঙ্গেলচে লিখিছিল-

".....বিপ্লৱৰ উড়ন্ত শিলগুটিবোৰে ভাঙি দিয়ক ৰাজ প্ৰাসাদৰ দুৱাৰ-খিৰিকীৰ আয়না।" জিমনেচিয়ামৰ শিক্ষাগ্ৰহণ অসমাপ্তকৈয়ে এৰি অহা মাত্ৰ ১৯ বছৰ বয়সৰ এঙ্গেলচে ইয়াৰ দ্বাৰাই পৰিচয় দিছিল সকলোফালৰ পৰা এটা সচেতন মনৰ।

ব্ৰেমেনত থকা কালতেই এঙ্গেলচে প্ৰবন্ধ-পাতিও লিখিবলৈ লয়। গভীৰ মননশীলতাৰ পৰিচয় বহন কৰা তেওঁৰ সেই প্ৰবন্ধ-পাতি প্ৰকাশ পায় ব্ৰেমেনৰ প্ৰায়বোৰ পত্ৰ-পত্ৰিকাত। "লেটাৰচ্ ফ্ৰম উৱপাৰটেল" শিৰোনামাত প্ৰকাশিত তেওঁৰ সেই লিখনিত উৱপাৰটেলৰ বুৰ্জোৱা হুলিট সকলে স্থানীয় শ্ৰমিকসকলৰ ওপৰত চলোৱা শোষণ, শ্ৰমিক সকলৰ দুৰৱস্থা আৰু মিল মালিক সকলৰ

পৰোপজীৱী মনোভাবৰ ফলত উদ্ভৱ হোৱা পৰিস্থিতি সম্পৰ্কে মুকলিকৈ জনোৱা হয়। সেই একে সময়তে এঙ্গেলচে আদৰি লয় নাস্তিকতাবাদ। সেই সময়তে তেওঁ উপলব্ধি কৰে যে ধৰ্মীয় মতবাদ সমূহ কেৱল যে পৰস্পৰ বিৰোধী এনে নহয়, ই অ-বৈজ্ঞানিকো।

১৮৩৯ চনৰ পৰা ১৮৪১ চনৰ এই কালছোৱাত তেওঁৰ "লেটাৰচ অৱ উৱপাৰটেল" প্ৰকাশিত হোৱাৰ লগতে, ইতিমধ্যে দৰ্শন আৰু বিশ্বসাহিত্য চৰ্চা কৰিবলৈ লোৱা এঙ্গেলচে এই দুটা বিষয়তো যথেষ্ট সংখ্যক প্ৰৱন্ধ পাতি ৰচনা কৰে।

১৮৪১ চনত ব্ৰেমেনৰ পৰা উভতি আহি এঙ্গেলচে বাৰ্লিনত সৈন্য বাহিনীত ভৰ্তি হয়। ইয়াতেই তেওঁ লগ পায় হেগেলীয় মতাদৰ্শত বিশ্বাসী এদল যুৱকক। এই সময়তে তেওঁ বাৰ্লিন বিশ্ববিদ্যালয়ৰ দৰ্শনৰ অধ্যাপক, দাৰ্শনিক ফ্ৰেডেৰিখ স্কীলিঙৰ প্ৰতিক্ৰিয়াশীল দৃষ্টিভংগীৰ তীব্ৰ সমালোচনা কৰি একাধিক প্ৰৱন্ধ-পাতি প্ৰকাশিত কৰে।

১৮৪১ চনত এঙ্গেলচে লাডউইগ ফাৰবেখৰ পুথি অধ্যয়ন সম্পূৰ্ণ কৰে আৰু সেই সময়ৰ পৰাই স্থায়ীভাৱে লিখা মেলা কৰিবলৈ লয়। ১৮৪২ চনত এঙ্গেলচে বিভিন্ন বিষয়ৰ ওপৰত লিখা-মেলা কৰে। এই সময়ত তেওঁ সমাজ অধ্যয়নৰ ওপৰত লিখা কেতবোৰ চিন্তা-গধূৰ প্ৰৱন্ধ প্ৰকাশ পায় কল'নৰ পৰা প্ৰকাশিত এখন কাকতত। ইফালে সেই সময়ত সেই কাকতৰ সম্পাদক আছিল কাৰ্লমাৰ্ক্স। এঙ্গেলচৰ লিখনিত প্ৰকাশ পোৱা তেওঁৰ চিন্তাধাৰাই কাৰ্লমাৰ্ক্সক আকৰ্ষণ কৰে। এই যোগসূত্ৰই তেওঁলোকৰ মাজত গঢ়ি তোলে এক গভীৰ বৌদ্ধিক সম্পৰ্ক। ইয়াৰ পিছত ১৮৪২ চনত এঙ্গেলচে ইংলণ্ডলৈ যোৱাৰ পথত কল'নত 'ৰেইনিচে জেইটুং' কাকতৰ সম্পাদকীয় কাৰ্যালয়ত সোমাই কাৰ্লমাৰ্ক্সক লগ ধৰে। তেওঁলোকৰ এই পৰিচয় পিছলৈ গভীৰ বন্ধুত্বলৈ পৰিণত হয়।

পৰৱৰ্তী কালত নিজৰ মৌলিক ৰচনা সমূহৰ উপৰিও এঙ্গেলচে কাৰ্লমাৰ্ক্সৰ ৰচনাৰাজিতো নিজৰ সহযোগিতা আগবঢ়ায়। কেৱল সেয়ে নহয়, 'কেপিটেল' ৰচনাৰ সময়ত আৰ্থিক দিশত এক ভয়ংকৰ পৰিস্থিতিৰ মাজত কাল যাপন কৰা মাৰ্ক্স আৰু তেওঁৰ পৰিয়ালৰ সম্পূৰ্ণ দায়িত্ব বহন কৰে ফ্ৰেডেৰিক এঙ্গেলচে।

১৮৪৫ চনৰ মাজভাগত এঙ্গেলচৰ ব্ৰিটেইনৰ শ্ৰমিক জীৱনৰ সন্দৰ্ভত লিখা পুথি প্ৰকাশ পায় লিপজীগত। সেই বছৰৰে ১২ জুলাইৰ পৰা ২১ আগষ্টৰ ভিতৰত এঙ্গেলচ আৰু মাৰ্ক্স দুয়োজনে একেলগে ইংলণ্ড ভ্ৰমণ কৰে।

সেই সময়ত তেওঁলোকে ইংলণ্ডৰ তৎকালীন সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ অধ্যয়ন কৰাৰ লগতে শ্ৰমিক আন্দোলনৰো ভু লয়।

১৮৪৬ চনৰ মে' মাহত মাৰ্ক্স আৰু এঙ্গেলচে যুটীয়াভাৱে ৰচনা কৰে 'দি জাৰ্মান আইদিওলজি।' সেই সময়ৰে পৰা ১৯ শতিকাৰ প্ৰায় শেষ ভাগলৈকে এঙ্গেলচে সমাজবাদৰ ওপৰত নিজৰ ৰচনাসমূহৰ উপৰিও মাৰ্ক্সবাদৰ প্ৰসাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত নিজৰ সমস্ত শক্তি নিয়োজিত কৰে। এইক্ষেত্ৰত বিশেষ গুৰুত্বপূৰ্ণ কাম হ'ল মাৰ্ক্সীয় দৰ্শনৰ শোধন আৰু বিশুদ্ধিকৰণ।

৭০ বছৰ বয়সত অসুস্থ হৈ পৰা এঙ্গেলচক ১৮৯৫ চনৰ জুন মাহত চিকিৎসালয়ত ভৰ্তি কৰোৱা হয় যদিও, ইয়াৰ মাত্ৰ এমাহ মান পিছতে অৰ্থাৎ ১৮৯৫ চনৰ আগষ্ট মাহৰ পাঁচ তাৰিখে এই মহান ব্যক্তিজনাৰ ইহ জীৱনৰ অন্ত পৰে।

# আলেকজেণ্ডাৰ নিকলায়েভিচ্ ৰেডিছেভ

ৰাছিয়াত ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ মাজেদিহে যদিও মাৰ্ক্সবাদৰ ভিত্তিত সমাজতন্ত্ৰ স্থাপিত হয়, দৰাচলতে ছোভিয়েত ৰাছিযাত জাৰ আমোলৰ পতন ঘটাই সমাজতন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ প্ৰক্ৰিয়াটোৰ আৰম্ভ হয় ১৮ শতিকাৰ মাজভাগতে। ১৭৫৫ চনত লমনচভ্‌ৰ দ্বাৰা মস্কো বিশ্ববিদ্যালয স্থাপিত হোৱাৰ আগলৈকে উচ্চ শিক্ষাৰ বাবে এক মুজন সংখ্যক ৰাছিয়ান যুৱক গৈছিল বিশেষভাৱে ইংলণ্ড আৰু ইউৰোপৰ আন দুই একোখন ডাঙৰ চহৰলৈ। সেইকালত ইংলণ্ডৰ ৰাজপৰিয়াল আৰু ৰাছিয়াৰ জাৰসকলৰ মাজত থকা সৌহাৰ্দ্যমূলক সম্পৰ্কৰ বাবেই দুয়োখন দেশৰ মাজত শিক্ষা-সংস্কৃতিৰ আদান-প্ৰদান আৰু ভাব বিনিময়ৰ মাজেদি সম্পৰ্ক বজাই ৰখা হৈছিল। ইংলণ্ডত ৰাছিযান ছাত্ৰসকলৰ শিক্ষাদান বা শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত জাৰ প্ৰশাসনে একপ্ৰকাৰ পৃষ্ঠপোষকতাও কৰিছিল। কিন্তু ১৮ শতিকাৰ মাজভাগমানৰ পৰাই জাৰ শাসন, শোষণৰ বিৰোধিতাত ৰাছিয়াৰ জনসাধাৰণৰ মনৰ স্তূপীকৃত অসন্তুষ্টি আৰু ক্ষোভ প্ৰকাশ পাবলৈ ধৰে। ঠায়ে ঠায়ে জনজাগৰণৰ সৃষ্টি হয়। ক'ৰবাত গণবিক্ষোভ বিপ্লৱলৈ ৰূপান্তিৰত হয়। জাৰসকলে সেই সময়ত এই সৰু-সুৰা বিপ্লৱবোৰ নিষ্ঠুৰ হাতেৰে দমাই ৰাখিব পাৰিলেও ইযাৰ প্ৰভাৱে গভীৰভাৱে প্ৰভাৱান্বিত কৰিছিল সেই সময়ৰ ৰাছিয়ান যুৱকসকলৰ মন। বিশেষকৈ বিদেশলৈ উচ্চ শিক্ষা লবৰ বাবে যোৱা শিক্ষিত যুৱকসকলৰ মনে বিচাৰিবলৈ ধৰে পৰিবৰ্তন দেশৰ ৰাজনীতি, সমাজনীতি আৰু অৰ্থনীতিৰ। বিদেশত থাকিয়েই তেওঁলোকে বিচাৰিবলৈ ধৰে মুক্তিৰ পথ। এইসকল যুৱকৰ মনতে জন্ম পায় জাৰ বিৰোধী বৈপ্লৱিক চিন্তাধাৰাই।

আলেকজেণ্ডাৰ নিকোলায়েভিচ ৰেডিছেভ আছিল এইসকলৰ ভিতৰত অন্যতম। সেই সময়ত ৰাছিয়ালৈ বিপ্লৱৰ বীজ কঢ়িয়াই অনা আলেকজেণ্ডাৰ

ৰেডিছেভে ১৮ শতিকাৰ ৬০ৰ দশকতেই আৰম্ভ কৰিছিল সেই বিপ্লৱ।

আলেকজেণ্ডাৰ নিকোলায়েভিচ্ ৰেডিছেভৰ ১৭৪৯ চনত জন্ম হয় ৰাছিয়াৰ এটা প্ৰাচীন পৰিয়ালত। অৱশ্যে সেই পৰিয়াল সমকালীন অন্য পুৰণি পৰিয়াল সমূহৰ দৰে ধনৱান নাছিল। ১৮ বছৰ বয়সত ৰেডিছেভক উচ্চ শিক্ষা লাভৰ বাবে জাৰ্মানীলৈ পঠোৱা হয়। তাত তেওঁ চাৰি বছৰ লীপজীগ বিশ্ববিদ্যালয়ত দৰ্শন আৰু আইনৰ অধ্যয়ন কৰি কটায়। এইখিনি সময়ৰ ভিতৰতে কাকতে-পত্ৰই লিখা-মেলা কৰিবলৈও লয় আৰু শোষিত জনগণৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক মুক্তিৰ সপক্ষে যুক্তি দৰ্শাই লিখা তেওঁৰ সেই প্ৰবন্ধ ৰাজিয়ে তৎকালীন ইউৰোপীয় পুঁজিবাদী সমাজখনক সচকিত কৰি তোলে।

জাৰ্মানীৰ পৰা ১৭৭১ চনত স্বদেশলৈ ঘূৰি অহাৰ পিছত ৰেডিছেভে চেইন্ট পিটাৰছবাৰ্গৰ 'কাষ্টমছ' বিভাগত কাম কৰিবলৈ লয়। ইয়াৰ লগতে তেওঁ এখন কলেজৰো কাউনচেলৰ হিছাপে কাৰ্যনিৰ্বাহ কৰিবলৈ লয়। এই দুয়োটা কাৰ্যভাৰ প্ৰায় ২০ বছৰ নিয়াৰিকৈ সম্পন্ন কৰাৰ মাজতে ৰেডিছেভে সম্পূৰ্ণ গোপনীয়তা ৰক্ষা কৰি এজন বিপ্লৱীৰ ভূমিকাত তলে তলে পালন কৰি যায় তেওঁৰ বৈপ্লৱিক দায়িত্ব আৰু কৰ্তব্য। ৰেডিছেভৰ সাহিত্য চৰ্চাৰ ক্ষেত্ৰত ইতিমধ্যে ১৭৮৯ চনত প্ৰকাশ পায় "লাইফ অৱ ফিয়ড'ৰ উশ্বাকভ"। ১৭৭৫ চনত ৰেডিছেভে বিয়া কৰায়। কিন্তু ৮ বছৰৰ বিবাহিত জীৱনৰ পিছতে ইতিমধ্যে চাৰিটা সন্তানৰ জন্ম দিয়া তেওঁৰ পত্নীৰ মৃত্যু হয়।

১৭৯০ চনত ৰেডিছেভে প্ৰকাশ কৰে আন এখন বিতৰ্কমূলক গ্ৰন্থ 'এ জাৰ্নি ফ্ৰম চেইন্ট পিটাৰছবাৰ্গ টু মস্কো'। এই সময়ত ফৰাচী বিপ্লৱৰ সংবাদে চিন্তিত কৰি ৰখা জাৰ প্ৰশাসক মহলে ৰেডিছেভৰ এই গ্ৰন্থৰ প্ৰকাশত উদ্বেগ প্ৰকাশ কৰি ইয়াৰ বৈপ্লৱিক ভাৱধাৰাক ফৰাচী বিপ্লৱৰ সংক্ৰামক ৰূপ বুলি অভিহিত কৰে আৰু ইয়াৰ গ্ৰন্থকাৰক জাৰতন্ত্ৰৰ বিৰোধী বুলি তেওঁৰ ওপৰত মৃত্যুদণ্ড জাৰি কৰে। অৱশ্যে পিছত মৃত্যুদণ্ড উঠাই লৈ ৰেডিছেভক ১০ বছৰৰ বাবে চাইবেৰিয়ালৈ নিৰ্বাসন দিয়া হয়। ৰাণী কেথেৰিণৰ মৃত্যুৰ পিছত সম্ৰাট পল (১) শাসনাধিষ্ঠিত হয় আৰু ১৭৯৭ চনত ৰেডিছেভক নিৰ্বাসনৰ পৰা ঘূৰি অহাৰ বাবে অনুমতি প্ৰদান কৰে। কিন্তু তেওঁক নিৰ্বাসনৰ পৰা ঘূৰি অহাৰ পিছত আদেশ কৰা হয় 'নেমেট্ৰিচভ' নামৰ গাঁৱলৈ গৈ তাত থকা তেওঁৰ নিজৰ খেতি-বাতিৰ কামত লাগিবলৈ।

১৮০১ চনত জাৰ আলেকজেণ্ডাৰ (১) ক্ষমতালৈ অহাৰ পিছত

ৰেডিছেভক ৰাজনৈতিক অপৰাধৰ পৰা ক্ষমা কৰি মুক্তিদান কৰা হয় আৰু তেওঁক 'লেজিছলেটিভ কমিছন'ৰ এজন সদস্য মনোনীত কৰা হয়। কিন্তু ইয়াৰ এবছৰৰ পিছতে ১৮০২ চনৰ ছেপ্তেম্বৰ মাহত ৫৩ বছৰ বয়সীয়া ৰেডিছেভে আত্মহত্যা কৰে। এই মহান বিপ্লৱীজনাৰ মৃত্যুৰ পিছত একাধিক ইউৰোপীয় ভাষাত তেওঁৰ জীৱনাদৰ্শৰ ভিত্তিত ৰচিত হয় নাটক, উপন্যাস আৰু জীৱনালেখ্যৰ।

সম্পূৰ্ণ অকলশৰীয়াভাৱে জাৰ প্ৰশাসনৰ প্ৰচণ্ড শক্তিৰ বিৰুদ্ধে থিয় দিব খোজা ৰেডিছেভ সম্পৰ্কে পুস্কিনে এইদৰে লিখিছিল: "আমি যদি নিজকে ১৭৯১ চনৰ সেইছোৱা সময়লৈ পিছুৱাই লৈ যাওঁ আৰু আমি যদি সেই সময়ত বিৰাজমান ৰাজনৈতিক অৱস্থালৈ মনত পেলাও তেন্তে ৰেডিছেভে কৰা অপৰাধ এজন পগলাৰ কাৰ্যকলাপ যেন লাগিব।"

অৱশ্যে ৰেডিছেভ পগলা নাছিল। তেওঁ আছিল বিপ্লৱৰ তেজৰঙা পথত এগৰাকী অত্যন্ত সাহসী (অথবা দুঃসাহসী) সেনানী। সেই পথত যাৰ নাছিল কোনো সহযাত্ৰী। সেয়ে আজিও তেওঁক সোঁৱৰা হয় ৰূপকথাৰ এজন বীৰ হিচাপে।

# মানবেন্দ্ৰ নাথ ৰয়

আন্তৰ্জাতিক কমিউনিষ্ট আন্দোলনৰ এগৰাকী অগ্ৰণী নেতা হিছাপে বিংশ শতাব্দীৰ কুৰি দশকত সুদূৰ লেটিন আমেৰিকা আৰু চীন আদি দেশত গৈ মানবেন্দ্ৰ নাথ ৰয়ে কমিউনিষ্ট আন্দোলনৰ বিশ্বব্যাপী প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত যি গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল তাৰ বাবে আজিও বিশ্বৰ সেই সমূহ কমিউনিষ্ট দেশত তেওঁ স্মৰণীয় হৈ ৰৈছে। ভাৰতীয়সকলে আজি তেওঁৰ কথা পাহৰি যাব খুজিলেও, এইটো সন্দেহাতীত ভাবে সত্য যে ভাৰততো কমিউনিষ্ট আন্দোলনৰ ভেটি স্থাপন কৰিছিল মানবেন্দ্ৰ নাথ ৰয়েই।

১৮৮৭ চনত ২১ মাৰ্চ তাৰিখে পশ্চিমবঙ্গৰ ২৪ পৰগণা জিলাৰ আৰবালিয়া গাৱঁত জন্ম গ্ৰহণ কৰা মানবেন্দ্ৰ নাথৰ প্ৰকৃত নাম আছিল নৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্য। তেওঁৰ দেউতাক দীনবন্ধু ভট্টাচাৰ্য্য সেই ঠাইৰে স্থানীয় বিদ্যালয় এখনৰ সংস্কৃত ভাষাৰ শিক্ষক আছিল। অৱশ্যে পিছত দীনবন্ধু পৰিবাৰে কোদালীয়া নামে আন এখন গাঁৱত গৈ বসবাস কৰিবলৈ লয়।

প্ৰাথমিক বিদ্যালযৰ শিক্ষাৰ বাহিৰে নৰেন্দ্ৰৰ বিশেষ কোনো আনুষ্ঠানিক শিক্ষা নাছিল। শিশু অৱস্থাত তেওঁৰ আৰবালিয়া আৰু কোদালীয়াৰ দুখন প্ৰাইমেৰী বিদ্যালয়ৰ শিক্ষাখিনিহে গ্ৰহণ কৰা হয়। ইয়াৰ পিছত তেওঁ ‘অৰবিন্দ আশ্ৰম’ আৰু কলিকতাৰ ‘বেঙ্গল টেকনিকেল ইন্‌ষ্টিটিউট’ত কিছুদিনৰ বাবে যোগ দিছিল। কিন্তু কলিকতালৈ অহাৰ পিছতো তেওঁ কোনো শিক্ষানুষ্ঠানত যোগ দিয়াৰ প্ৰমাণ পোৱা নাযায়। প্ৰকৃততে তেওঁ যি অমূল্য শিক্ষা লাভ কৰিছিল সেই শিক্ষা আছিল আত্মোৎকৰ্ষৰ পৰা লাভ কৰা, আত্মগত ভাবে লাভ কৰা শিক্ষা।

শিশুকালৰে পৰা জ্ঞান আহৰণৰ প্ৰয়াসী নৰেন্দ্ৰই গভীৰ ভাবে বিশ্বাস কৰিছিল যে জ্ঞান লাভেই মুক্তি। সেয়ে তেওঁ নিৰন্তৰ যত্ন কৰি গৈছিল সকলো

ধৰ্মৰ জ্ঞান লাভ কৰাৰ। তেওঁ অতি কম বয়সতে ৰাজনীতিৰ প্ৰতিও আকৃষ্ট হৈছিল আৰু তেতিয়াই এচাম বিপ্লৱী ভাৰতীয়ই চলোৱা সশস্ত্ৰ জাতীয় সংগ্ৰামত অংশ লৈছিল। শৈশৱৰ দেওনা পাৰ হোৱাৰ আগতেই সশস্ত্ৰ সংগ্ৰামত নামি পৰা নৰেন্দ্ৰ নাথে বিপ্লৱী দলৰ নিৰ্দেশক্ৰমে কোদালীয়াৰ ৰেল ষ্টেচনত প্ৰথমে সংঘটিত কৰে এটা ৰাজনৈতিক ডকাইতিৰ ঘটনা। ইয়াৰ পৰৱৰ্তী পৰ্যায়ত তেওঁ 'হাওৰা কনসপিৰেচি কেছ' নামে খ্যাত, ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে চলোৱা আন এটা অভিসন্ধিমূলক অভিযানত যোগ দি যি সাহস আৰু বুদ্ধিৰ পৰিচয় দিযে, তাৰ বাবে তেওঁক বিপ্লৱী বাহিনীৰ এটা গোটৰ নেতা হিছাপে স্বীকৃতি দিয়া হয়। সেই অভিযানৰ অন্তত যেতিয়া চৰকাৰী পুলিচ বাহিনীয়ে 'হাওৰা কনসপিৰেচি কেছ'ৰ সৈতে জড়িত বিপ্লৱীসকলক বিচাৰিবলৈ ধৰে, সেই সময়ত নৰেন্দ্ৰনাথ এজন সন্যাসীৰ বেশত গৈ বাৰাণসীত উপস্থিত হয়গৈ। ইয়াৰ পৰা তেওঁ কিছুদিন উত্তৰ ভাৰতৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি কটায়। সেই সময়তে তেওঁ বঙ্গৰ আন এগৰাকী প্ৰখ্যাত বিপ্লৱী যতীন্দ্ৰ নাথ মুখাৰ্জীক (বাঘা যতীন) লগ পায় আৰু যুগান্তৰ বাহিনীৰ সৈতেও জড়িত হৈ পৰে।

বৈপ্লৱিক আন্দোলনৰ এজন অতি সাহসী সদস্য হিছাপে ইতিমধ্যে সকলো বিপ্লৱীৰ সৈতে পৰিচিত, হোৱা নৰেন্দ্ৰ নাথে প্ৰথম বিশ্ব যুদ্ধৰ আৰম্ভণিতে অস্ত্ৰ-শস্ত্ৰ আহৰণ কৰাৰ উদ্দেশ্যৰে গোপনে ভাৰত ত্যাগ কৰি জাৰ্মানীলৈ যায়। সেই যাত্ৰাত তেওঁ এজন পাদ্ৰীৰ ভেশচন কৰি নাম লয় 'ফাদাৰ মাৰ্টিন।'

ইতিমধ্যে বিশ্বৰ প্ৰায়বোৰ দেশেই জড়িত হৈ পৰিছে মহাসমৰত। ইয়াৰ মাজতে নৰেন্দ্ৰনাথে দক্ষিণপূব এছিয়াৰ ইন্দোনেচীয়া, চীন, জাপান আৰু ফিলিপিনচৰ মাজেৰে প্ৰায় এবছৰ কাল ভ্ৰমণ কৰাৰ অন্তত আমেৰিকাৰ চান-ফ্ৰান্সিচকোত উপস্থিত হয়গৈ। আমেৰিকাত প্ৰৱেশ কৰোতে তেওঁৰ নাম আছিল ফাদাৰ মাৰ্টিন, কিন্তু সেইদেশত থকা কালতে তেওঁ নতুনকৈ নাম লয় মানবেন্দ্ৰ নাথ ৰয়। তেওঁ এনেকৈ বিভিন্ন সময়ত বিভিন্ন নাম ৰাখিবলগীয়া হৈছিল বিপ্লৱী হিছাপে তেওঁৰ প্ৰকৃত পৰিচয় গোপনে ৰখাৰ উদ্দেশ্যে। কিয়নো তেওঁ ভাৰত এৰাৰ পিছত ব্ৰিটিছ চৰকাৰৰ পৰৰাষ্ট্ৰ দপ্তৰৰ তৰফৰ পৰা ইংৰাজৰ সকলোবোৰ মিত্ৰদেশৰ প্ৰতি প্ৰবাসী ভাৰতীয় বিপ্লৱীসকল, বিশেষভাৱে নৰেন্দ্ৰনাথৰ গ্ৰেপ্তাৰৰ বাবে কাঢ়া নিৰ্দেশ দিয়া আছিল। আমেৰিকাত ফাদাৰ মাৰ্টিন নামেৰে প্ৰথমতে তেওঁৰ অসুবিধা হোৱা নাছিল যদিও, তেওঁৰ কেতবোৰ কাৰ্যকলাপত আমেৰিকা চৰকাৰে সন্দেহ কৰিবলৈ ধৰাত তেওঁ নিজৰ বাসস্থান,

সাজ-পোছাক আদি সকলো নিশাটোৰ ভিতৰতে সলাই নতুনকৈ নাম লয় মানবেন্দ্ৰ নাথ ৰয়। অৱশ্যে জীৱনৰ বাকী সময়ছোৱাত তেওঁৰ আৰু নাম সলনি কৰিবলগীয়া হোৱা নাছিল আৰু সেয়ে পিছৰচোৱা জীৱনত তেওঁ মানবেন্দ্ৰ নাথ ৰয় হিচাপেই খ্যাতি লাভ কৰে।

মানবেন্দ্ৰ নাথ আমেৰিকাত থকা সময়তে ৰাছিয়াত বলছেভিক বিপ্লৱৰ মাজেৰে সূচীত হয় এক নতুন যুগৰ। ৰাজনৈতিক দিশৰ পৰা সেই বিপ্লৱৰ বিৰাট সাফল্যই বিশ্বত যি বহুল প্ৰভাৱ পেলায় তাৰ পৰা তৎকালীন ভাৰতীয় বিপ্লৱীসকলো গভীৰ ভাৱে প্ৰভাৱিত হয়। মধ্যযুগীয় শোষণ শাসনৰ পৰা মুক্ত, মাৰ্ক্সবাদৰ ভিত্তিত স্থাপিত সেই নতুন সমাজ ব্যৱস্থাই আকৃষ্ট কৰে তেওঁলোকৰ মন। সেই সময়তে মানবেন্দ্ৰনাথে মাৰ্ক্সবাদ গ্ৰহণ কৰে কিন্তু ইতিমধ্যে বিশ্বযুদ্ধৰ মাজত সোমাই পৰা আমেৰিকাৰ সামৰিক গুপ্তচৰ বিভাগৰ হাতত মানবেন্দ্ৰ নাথ ধৰা পৰে আৰু পুলিচ বাহিনীৰ হাতত বন্দী হ'ব লগা হয়। কিন্তু এক অবিশ্বাস্য গেৰিলা কৌশল প্ৰয়োগ কৰি মানবেন্দ্ৰনাথ বন্দী অৱস্থাৰ পৰা মুক্ত হৈ আমেৰিকাৰ পৰা পলায়ন কৰে। ইয়াৰ পিছত তেওঁ উপস্থিত হয়গৈ মেক্সিকোত।

মেক্সিকোত মানবেন্দ্ৰনাথ পুনৰ সক্ৰিয় হৈ পৰে তেওঁৰ ৰাজনৈতিক কাৰ্যকলাপত। তেওঁ পৰিচিত হয় বৰডিনৰ সৈতে। ইয়াৰ পিছত বৰডিন আৰু মানবেন্দ্ৰ নাথৰ মাজত গঢ় লৈ উঠে এক গভীৰ বন্ধুত্ব। মানবেন্দ্ৰই নিজৰ একক প্ৰচেষ্টাৰে মেক্সিকোত গঢ়ি তোলে মাৰ্ক্সবাদত বিশ্বাসী এটা ৰাজনৈতিক দল। এই দলেই পিছত গৈ মেক্সিকোৰ কমিউনিষ্ট দল হিচাপে প্ৰতিষ্ঠিত হয়।

ইতিমধ্যে তেওঁ লেনিনৰ পৰা ছোভিয়েত ভ্ৰমণৰ বাবে আমন্ত্ৰণ পাই ছোভিয়েত ইউনিয়নলৈ যায় আৰু আন্তঃৰাষ্ট্ৰীয় কমিউনিষ্ট সন্মিলনত যোগদান কৰে। কমিউনিষ্ট আন্দোলনৰ প্ৰতি মানবেন্দ্ৰ নাথ ৰয়ে আগবঢ়োৱা সাংগঠনিক প্ৰচেষ্টাৰ স্বীকৃতি হিচাপে কুৰিৰ দশকত তেওঁক 'কমিউনিষ্ট ইণ্টাৰনেচনেল'ৰ কাৰ্যবাহী সদস্য নিয়োজিত কৰা হয়। তাৰ পিছত তেওঁ চীন আৰু ভিয়েটনামলৈ যায় আৰু সেই দেশত কমিউনিষ্ট দলৰ সংগঠনৰ কামত নিজকে উৎসৰ্গা কৰে। কিন্তু সংগঠনৰ কামত দেহেকেহে লাগি থকাৰ ফলত তেওঁৰ শৰীৰ ভাগি পৰে। সেয়ে চিকিৎসাৰ বাবে তেওঁ জাৰ্মানীলৈ যাবলগীয়া হয়।

জাৰ্মানীৰ পৰা পুনৰ তেওঁ চীনলৈ যায় আৰু 'কমিউনিষ্ট ইণ্টাৰনেচনেল'ৰ সাংগঠনিক কামত জড়িত হৈ পৰে। কিন্তু তেনেতে তেওঁ এইটো উপলব্ধি কৰে যে ভাৰতৰ মুক্তিৰ ক্ষেত্ৰতো কমিউনিজমেই একমাত্ৰ পথ। এই সময়তে

তেওঁ ৰাজনীতিৰ কেইখনমান গ্ৰন্থ প্ৰকাশ কৰি উলিয়ায়। ইয়াৰ ভিতৰত 'India in transition,' 'What do we want ?', 'One year of Non-Co-operation', 'Aftermath of Non-Co-operation' আৰু 'The future of Indian Politics'. এই আটাইকেইখন গ্ৰন্থ বিশেষভাৱে উল্লেখযোগ্য।

মানবেন্দ্ৰ নাথৰ নিৰন্তৰ প্ৰচেষ্টাত ভাৰতৰ কেইখনমান চহৰত গঢ় লৈ উঠে কেতবোৰ কমিউনিষ্ট সংস্থাই। ইয়াৰ লগে লগেই ভাৰততো মাৰ্ক্সবাদী আদৰ্শৰ ভিত্তিত স্থাপিত হয় ভাৰতীয় কমিউনিষ্ট পাৰ্টি। সেইবাবে মানবেন্দ্ৰ নাথকেই ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ প্ৰতিষ্ঠাতা হিছাপে গণ্য কৰা হয়।

ভাৰতলৈ ঘূৰি অহাৰ পিছত মানবেন্দ্ৰ নাথ কৰাচীত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছত যোগদান কৰে আৰু তাতেই নেহৰু আৰু সুভাষ চন্দ্ৰ বসুক লগ পায়। ইয়াৰ কিছুদিনৰ পিছতে তেওঁক পুনৰ বোম্বাইত গ্ৰেপ্তাৰ কৰা হয় তেওঁৰ বাওপন্থী কমিউনিষ্ট কাৰ্যকলাপৰ বাবে।

স্বাধীনোত্তৰ ভাৰততো মানবেন্দ্ৰনাথে শোষিত জনগণৰ মুক্তিৰ হকেই কাম কৰি যায়, কিয়নো ব্ৰিটিছৰ ঔপনিবেশিক শোষণৰ পৰা ভাৰতৰ মাটি ভাগ মুক্ত হ'ব পাৰিলেও শোষণৰ পৰা জনসাধাৰণ তেতিয়াও মুক্ত হ'ব পৰা নাছিল। (যেনেকৈ আজিও পৰা নাই) মানবেন্দ্ৰনাথে ভাৰতীয় জনসাধাৰণক ধনিক শ্ৰেণীৰ শোষণৰ পৰা মুক্ত কৰাৰ প্ৰয়াসতে তেওঁৰ জীৱনৰ বাকী দিনবোৰ পাৰ কৰি দিয়ে। ১৯৫২ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰত অনুষ্ঠিত আন্তৰ্জাতিক মানৱতাবাদ আৰু নৈতিকতা সংস্থাৰ অধিবেশনত যোগ দিবৰ বাবে যোৱা অৱস্থাত এটা দুৰ্ঘটনাত পতিত হৈ তেওঁ বৰ বেয়াকৈ আঘাতপ্ৰাপ্ত হয় আৰু সেই আঘাতৰে ফলস্বৰূপে প্ৰস্নচিহ্নত চূড়ান্তভাৱে আক্ৰান্ত হয়। ১৯৫৪ চনৰ ২৫ জানুৱাৰী তাৰিখে সেই ৰোগত পুনৰবাৰ আক্ৰান্ত হৈ তেওঁ মৃত্যুবৰণ কৰে।

# গ্যাছপ ভাৰ্ডি

সংগীত জগতৰ আন এগৰাকী প্ৰবাদ পুৰুষ ইটালীয় সংগীতজ্ঞ গ্যাছপ ভাৰ্ডিয়ে ইউৰোপীয় অপেৰা সংগীতত বেলীনী আৰু ডনিজেট্ৰিৰ দীৰ্ঘদিন জোৰা প্ৰভাৱৰ অন্ত পেলায়। তেওঁ এই ক্ষেত্ৰত নিজৰ অসাধাৰণ প্ৰতিভাৰ সাক্ষৰ দাঙি ধৰি প্ৰৱৰ্তন কৰিছিল এক নতুন যুগৰ। সংগীত আৰু অপেৰা ৰচনাত ভাৰ্ডিয়ে উনৈশ শতিকাৰ প্ৰথমাৰ্দ্ধতে যি বৈচিত্ৰ আনিছিল সেই বৈচিত্ৰময়তাই ইউৰোপীয় সংগীত আৰু অপেৰাক আজিও সমৃদ্ধি কৰি ৰাখিছে।

প্ৰবাদ আছে যে, সংগীতৰ ক্ষেত্ৰত গ্যাছপ ভাৰ্ডি আছিল এক অলৌকিক শক্তিৰ অধিকাৰী। তেওঁৰ জন্ম সম্পৰ্কেও এটি প্ৰচলিত কাহিনী আছে। সেই কাহিনী এনেধৰণৰ: গ্যাছপ ভাৰ্ডিৰ দেউতাক কাৰ্ল ভাৰ্ডিৰ এখন সাধাৰণ ধৰণৰ দোকান আছিল ৰণক'ল নামে ঠাইত। ইয়াত তেওঁলোকৰ থকা ঘৰটোৰ সন্মুখৰ কোঠালীটোতে নিত্য প্ৰয়োজনীয় খাদ্য সামগ্ৰীৰ লগতে আছুতীয়াকৈ সুৰা-পানৰো ব্যৱস্থা ৰখা হৈছিল। সোপাটিলা স্বভাৱৰ কাৰ্ল ভাৰ্ডি সাধাৰণতে দোকানত নাথাকিছিল। সেইবাবে তেওঁৰ পত্নী লুইজিয়া ভাৰ্ডিয়েই সম্পূৰ্ণ দায়িত্ব লৈ দোকানৰ চোৱা-চিতা কৰিছিল। তেওঁ আছিল এগৰাকী কঠোৰ পৰিশ্ৰমী মহিলা।

গ্যাছপ ভাৰ্ডিৰ জন্মৰ মাত্ৰ কেইদিনমান আগতে কাৰ্লৰ দোকানলৈ এজন বিচিত্ৰ লোকৰ আগমন ঘটে। তেওঁ দোকানৰ ভিতৰত অকণমান জিৰণি লৈ সুৰাপান কৰে। তাৰ পিছত তেওঁ সেই সময়ত গৰ্ভৱতী লুইজিয়াৰ ফালে চাই এই বুলি কৈ থৈ যায় যে তেওঁৰ সন্তানৰ জন্মৰ দিনা এই অতিথিয়ে তেওঁৰ সংগীবৃন্দৰ সৈতে আহি ঘৰৰ বাহিৰত সংগীত পৰিবেশন কৰিব। ইয়াৰ পিছত সঁচাকৈয়ে সেই বিচিত্ৰ ব্যক্তিগৰাকীয়ে গ্যাছপ ভাৰ্ডিৰ জন্মৰ দিনা নিজ

প্ৰতিশ্ৰুতি পূৰণ কৰি সংগীত পৰিৱেশনেৰে স্বাগতম জনাইছিলহি নৱজাত শিশুক।

১৮১৩ চনৰ ১০ অক্টোবৰ তাৰিখে ইটালীৰ 'লে' ৰণকল' নামৰ ঠাইত গ্যাছপৰ জন্ম হয়। মাকৰ অত্যাধিক স্নেহ-যত্নৰ মাজত ডাঙৰহৈ অহা গ্যাছপক ৭ বছৰ বয়সত লিখা পঢ়া শিকিবৰ বাবে এজন ধৰ্ম যাজকৰ তত্বাৱধানত ৰখা হয়। লাজকুৰীয়া স্বভাৱৰ গ্যাছপৰ সংগীতৰ প্ৰতি এক বিশেষ স্পৃহাৰ ভাব পৰিলক্ষিত হয় সেই সময়তেই। লাজকুৰীয়া স্বভাৱৰ হলেও কিছু পৰিমাণে জেদী আৰু খঙাল প্ৰকৃতিৰ গ্যাছপৰ কিবা কথাত কেতিয়াবা ঠেহ্ পেঁচ লাগিলে, গীৰ্জা ঘৰত বজোৱা অৰ্গেণটোৰ ধ্বনিয়ে তেওঁক শান্ত কৰা দেখা গৈছিল।

ভাৰ্ডিৰ সংগীত শিক্ষা আৰম্ভ হৈছিল 'লে' ৰণকল'ৰ গীৰ্জাঘৰতে। শিক্ষা দিছিল সেই গীৰ্জাৰ অৰ্গেন বাদক জনে। অৱশ্যে এই শিক্ষা গ্ৰহণ কাল বেছিদিন স্থায়ী নাছিল। ইয়াৰ পিছত তেওঁ কাষৰীয়া গাওঁ এখনৰ অৰ্গেণবাদক এজনৰ অধীনত সংগীতৰ শিক্ষা লবলৈ লয় আৰু এইদৰে তিনি বছৰৰ শিক্ষা গ্ৰহণৰ অন্তত তেওঁ মিলানৰ বিখ্যাত স্কালা থিয়েটাৰৰ সংগীত প্ৰযোজকগৰাকীৰ শিষ্যত্ব গ্ৰহণ কৰে। কিন্তু গাঁৱৰ অৰ্গেণবাদক পিয়েট্ৰ' বাইচট্ৰচীৰ অধীনত শিক্ষা গ্ৰহণৰ প্ৰাৰম্ভিক অৱস্থাতে বাইচট্ৰচীয়ে দিয়া সংগীতৰ পাঠসমূহ ভাৰ্ডিয়ে যি গতিত আয়ত্ব কৰিবলৈ ধৰে, তালৈ লক্ষ্য কৰি বিস্মিত হয় ভাৰ্ডিৰ সংগীত শিক্ষক পিয়েট্ৰ বাইচট্ৰচী। দহবছৰ বয়স সম্পূৰ্ণ কৰাৰ আগতেই গ্যাছপ ভাৰ্ডিয়ে তেওঁৰ গুৰু বাইচট্ৰচীৰ ঠাইত গীৰ্জাৰ অনুষ্ঠানত অৰ্গেণৰ সংগীত পৰিবেশন কৰিব পৰা হ'ল।

১৮২৩ চনত গ্যাছপক সমীপৱৰ্ত্তী চহৰ বুছেট'ৰ হাইস্কুললৈ পঠোৱা হয়। ইয়াত তেওঁ, তেওঁলোকৰ গাঁৱৰে এজন মুচীয়াৰৰ ঘৰত থাকিবলৈ লয়। যিহেতু ভাৰ্ডিৰ ভৰণ-পোষণৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণৰ সামৰ্থ তেওঁৰ দেউতাকৰ নাছিল—সেয়ে ভাৰ্ডিয়ে প্ৰতি সপ্তাহৰ শেষত নিজ গাঁৱলৈ গৈ গীৰ্জাত অৰ্গেণ বজাই কিছু পইচা উপাৰ্জন কৰিছিল আৰু তাৰে চহৰত তেওঁৰ পেট প্ৰৱৰ্তনৰ ব্যৱস্থা হৈছিল।

বুছেটৰ বিদ্যালয়ত ভাৰ্ডিৰ বিশেষ যত্ন লৈছিল দুজন শিক্ষকে। তাৰে এজনে বিচাৰিছিল ভাৰ্ডি ধৰ্ম চৰ্চাৰ ফালে যোৱাটো আৰু আনজন শিক্ষক আন্তনিয় বাৰেজীয়ে বিচাৰিছিল ভাৰ্ডিক এজন বিখ্যাত সংগীতজ্ঞ কৰি তুলিবলৈ।

অৱশেষত সংগীত শিক্ষক আন্তনিয় বাৰেজীয়ে বিচৰামতেই ভাৰ্ডিয়ে প্ৰৱেশ কৰিছিল সংগীতৰ জগতখনত। এই বিদ্যালয়ত পঢ়ি থকা কালৰে এদিনৰ

ঘটনা— বিদ্যালয়ৰ গীৰ্জাত এটি অনুষ্ঠানৰ আয়োজন হৈছিল। কালে সেইদিনা বিদ্যালয়ৰ অৰ্গেণবাদকজন অসুস্থতাৰ বাবে অনুপস্থিত আছিল। এই সময়ত, অনুষ্ঠানত সংগীত পৰিবেশনৰ বিষয়টো লৈ বিদ্যালয়ৰ প্ৰধান শিক্ষকজন মহা সমস্যাত পৰে। এনেতে কোনোবা এজন শিক্ষকে ঠাট্টাৰ সুৰতে এই সমস্যা সমাধানৰ বাবে ভাৰ্ডিৰ প্ৰতি ইংগিত কৰিলে। ভাৰ্ডিয়ে কিন্তু সবল মনেৰেই সেই প্ৰত্যাহ্বান গ্ৰহণ কৰি অনুষ্ঠানত সংগীত পৰিবেশন কৰিবলৈ মান্তি হ'ল। চহৰৰ গণ্য-মান্য সকলেৰে ঠাঁহ খাই থকা হলঘৰত ভাৰ্ডিয়ে পৰিবেশন কৰা অৰ্গেণবাদনে মোহিত কৰিলে সকলোৰে মন। এই অনুষ্ঠানতে উপস্থিত আছিল স্থানীয় সংগীত বিদ্যালয়খনৰ পৰিচালক ফাৰ্দিনেণ্ড প্ৰভেচী। তেওঁ ভাৰ্ডিৰ প্ৰতিভা দেখি বিস্ময়বোধ কৰে। পিছত এই ফাৰ্দিনেণ্ড প্ৰভেচীয়ে ভাৰ্ডিক তেওঁৰ ছাত্ৰ হিছাপে গ্ৰহণ কৰে।

প্ৰভেচীৰ তলত কেইদিনমান শিক্ষা গ্ৰহণ কৰাৰ পিছতেই ভাৰ্ডিয়ে অন্য ছাত্ৰ-ছাত্ৰীসমূহক শিক্ষা দিয়াৰ ক্ষেত্ৰত প্ৰভেচীক সহায় কৰিব পৰা হ'ল। তেতিয়াও পোন্ধৰ বছৰ বয়স হোৱা নাই ভাৰ্ডিৰ। কিন্তু ইতিমধ্যেই তেওঁ ৰচনা কৰিব পৰা হৈ গৈছে 'অৰ্কেষ্ট্ৰা'।

ভাৰ্ডিৰ অসাধাৰণ প্ৰতিভালৈ লক্ষ্য কৰি ফাৰ্দিনেণ্ড প্ৰভেচী আৰু বাৰেজীয়ে বুছেটৰ Council of the sacred Mont do pleta ৰ ওচৰত ভাৰ্ডিৰ বাবে এটি জলপানীৰ আবেদন আগবঢ়ায়। এই আবেদন পত্ৰৰ লগতে তেওঁলোকে ভাৰ্ডি সম্পৰ্কে দিয়া প্ৰশংসা পত্ৰখনত এইদৰে লিখে "The rising genious who will soon be the finest ornament of our land." দুই শুভাকাংক্ষী শিক্ষকৰ আবেদন মঞ্জুৰ হয় আৰু সেই জলপানী গ্ৰহণ কৰি গ্যাছপ ভাৰ্ডি যায়, মিলানৰ লা-স্কালা থিয়েটাৰৰ সংগীত পৰিচালক ভিন্‌চেনজ লাভিগনাৰ ওচৰলৈ।

ভিনচেন্‌জ' লাভিগনা লা-স্কালা থিয়েটাৰৰ পৰিচালক হোৱাৰ উপৰিও মিলানৰ Conservatory (সংগীত চৰ্চা কেন্দ্ৰ)ৰো এজন নামকৰা শিক্ষক আছিল। এওঁৰ ছাত্ৰ হিছাপে শিক্ষা লবলৈ অহাৰ সময়ত চূড়ান্ত অৰ্থ সংকটৰ সন্মুখত গ্যাছপ ভাৰ্ডিক সহায় কৰে তেওঁৰ একালৰ গুণমুগ্ধ শিক্ষক আৰু বন্ধু আন্তনিয় বাৰেজীয়ে।

লাভিগনাৰ ছাত্ৰ হিছাপে গ্যাছপ ভাৰ্ডিয়ে অতি কম সময়ৰ ভিতৰতে সমগ্ৰ মিলানবাসীৰে মন জয় কৰিবলৈ সক্ষম হয় আৰু ইউৰোপৰ ৰাজ পৰিয়ালবৰ্গৰো দৃষ্টি আকৰ্ষণ কৰে।

১৮৩৬ চনৰ এপ্ৰিল মাহত ভাৰ্ডিয়ে বাৰেজীৰ কন্যা মাৰ্ঘেৰিটাক বাগদান কৰে। সেই বছৰৰে নবেম্বৰ মাহত তেওঁলোকৰ বিবাহ সম্পন্ন হয়। সেই সময়ত ভাৰ্ডিৰ বয়স ২৩ বছৰ।

বিয়াৰ কিছুদিন পিছতে বাৰেজীয়ে জোঁৱায়েক ভাৰ্ডি আৰু জীয়েকৰ বাবে 'বুছেট' চহৰত এটা ঘৰ তৈয়াৰ কৰাই দিয়ে। ইতিমধ্যে এই চহৰৰে সংগীত মহলত ভাৰ্ডি সংগীত শিক্ষক হিচাপে নিযুক্ত হৈছিল। কিন্তু এই চাকৰি আৰু এই চহৰত তেওঁলোক মাত্ৰ তিনিটা বছৰহে থাকে। ইয়াৰ ভিতৰতে তেওঁলোকে লাভ কৰে দুটি সন্তান। এটি কন্যা আৰু এটি পুত্ৰ। পিছে ১৯৩৮ চনৰ আগষ্ট মাহত তেওঁলোকৰ কন্যা সন্তানটিৰ মৃত্যু হয় আৰু সেই মানসিক আঘাত সহ্য কৰিব নোৱাৰি ভাৰ্ডি দম্পতীয়ে পুত্ৰ সন্তানটি লগত লৈ বুছেটৰ পৰা আঁতৰি যায়। ইতিমধ্যে ভাৰ্ডিয়ে তেওঁৰ প্ৰথম অপেৰা Oberto ৰচনাৰ কাম শেষ কৰি থৈছিল। বুছেট এৰি তেওঁলোক পুনৰ মিলানত উপস্থিত হয়গৈ আৰু তাতেই প্ৰখ্যাত লা-স্কালা থিয়েটাৰত Oberto অনুষ্ঠিত কৰাৰ প্ৰয়াস কৰে। তেওঁৰ পূৰ্বৰ বন্ধু বৰ্গ আৰু কেইজনমান গুণমুগ্ধ ব্যক্তিৰ আন্তৰিক সহায় সহযোগিতাত ভাৰ্ডি যেতিয়া Oberto মঞ্চস্থ কৰাৰ যা-যোগাৰত ব্যস্ত ঠিক তেনে সময়তে ১৮৩৯ চনৰ ১৭ নবেম্বৰ তাৰিখে তেওঁৰ ডেৰ-বছৰীয়া পুত্ৰ সন্তান ইচিলিঅ' ৰমান'ৰো মৃত্যু হয়। গভীৰ দুখত ভাগি পৰা ভাৰ্ডিক সান্ত্বনা দিয়ে পত্নী মাৰ্ঘেৰিটাই আৰু তেওঁৰ প্ৰথম ৰচিত অপেৰা Oberto অনুষ্ঠিত কৰা কামত সকলো ধৰণৰ সহায় আগবঢ়াই যায়।

অৱশেষত ১৮৩৯ চনৰেই ডিচেম্বৰ মাহত অনুষ্ঠিত হয় Oberto । লগে লগে পশ্চিমীয়া সংগীত জগতখনে গ্যাছপ ভাৰ্ডিক সম্মানেৰে আদৰি লয়। স্বীকৃতি দান কৰে ইউৰোপীয় সংগীতৰ নতুন ধাৰাৰ প্ৰৱৰ্তক ৰূপে। এই খ্যাতিৰ লগতে ভাৰ্ডিয়ে লাভ কৰে চাৰিশ ডলাৰ ধন। দূৰ-হয়, তেওঁ সেই সময়লৈকে ভোগ কৰা আৰ্থিক দুখ। এই বিৰাট সাফল্যৰ মাজতো দুটা সন্তানৰ বিয়োগৰ যন্ত্ৰণাত অশান্ত হৈ থাকে ভাৰ্ডিৰ মন।

প্ৰথম অপেৰাখনৰ অবিশ্বাস্য সাফল্যৰ পিছত ভাৰ্ডিয়ে আৰু কোনোকালে পিছলৈ ঘূৰি চাবলগীয়া হোৱা নাই। ইয়াৰ পিছত তেওঁ ৰচনা কৰা অপেৰাসমূহ ক্ৰমানুসাৰে এনে ধৰণৰ: 'The Corsair', 'Rigoletto'(1853), 'It Trovatore', 'La traviata', 'Don Carlos' (1867), আৰু তেওঁৰ সৰ্বশ্ৰেষ্ঠ ৰচনা 'Aida' (1871)

জীৱনৰ শেষৰ কালে ভাৰ্ডিয়ে শ্বেকছপিয়েৰৰ দুই এখন বিখ্যাত ৰচনাৰ

'অপেৰা' ৰূপ দিয়ে। ইয়াৰ ভিতৰতে ১৮৮৭ চনত অনুষ্ঠিত হয় "অথেলো" আৰু ১৮৯৩ চনৰ ৯ ফেব্ৰুৱাৰীত অনুষ্ঠিত হয় "ফলষ্টাফ'। (Falstaff)

১৮৯৩ চনত ভাৰ্ডিৰ ৮০ বছৰীয়া জন্ম দিৱস উপলক্ষে ৰজা উমবাৰ্টই তেওঁলৈ এইবুলি শুভেচ্ছা জনায়: "On his day when you attain the eightieth year of a glorious and stainless career, I join the nation's wishes that you may continue to serve the musical art which has won you honour and admiration throughout the civilized world."

ইয়াৰ পিছৰ বাকী থকা বছৰ কেইটাত, ভাৰ্ডিয়ে সেই বৃদ্ধ বয়সতো কেৱল সাফল্যই অৰ্জন কৰি যায়। ১৮৯৭ চনত তেওঁৰ প্ৰিয়তমা পত্নী মাৰ্ঘেৰিটাৰ দীৰ্ঘদিনীয়া অসুস্থতাৰ পিছত মৃত্যু হয় আৰু তাৰ চাৰি বছৰ পিছত ১৯০১ চনৰ ২৬ জানুৱাৰী তাৰিখে পৰলোক প্ৰাপ্তি ঘটে মহান শিল্পী গ্যাছপ ভাৰ্ডিৰ।

# বাল গংগাধৰ তিলক

'স্বাধীনতা মোৰ জন্মস্বত্ব' এই সিংহ নিনাদেৰে বৃটিছ সাম্ৰাজ্যৰ ভেঁটি কঁপাই তোলা ভাৰতীয় পুনৰজাগৰণৰ কাণ্ডাৰী, স্বাধীনতা যুঁজৰ প্ৰথম প্ৰবাদ পুৰুষ লোকমান্য বাল গংগাধৰ তিলক কেৱল যে ভাৰতীয় জনমানসৰেই এটা অবিস্মৰণীয় নাম এনে নহয়, ভাৰতীয় জাতীয় জীৱনৰ স্থপতি, এই মহান ব্যক্তিগৰাকী বিশ্ব জনমানসৰো এজন চিৰস্মৰণীয় ব্যক্তি।

একেধাৰে সাংবাদিক, সংগঠক আৰু বিপ্লৱী সমাজ সংস্কাৰক বাল গংগাধৰ তিলকে ১৮৫৬ চনৰ ৩ জুলাই তাৰিখে মহাৰাষ্ট্ৰৰ ৰত্নগিৰি অঞ্চলৰ এটি চিত্তপবন ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰে। সামৰিক বিদ্যা আৰু প্ৰশাসনীয় দক্ষতাৰ বাবে পূৰ্বৰে পৰা জনাজাত এই চিত্তপবন ব্ৰাহ্মণ সকলেই সেই সময়ত ভাৰতৰ ঔপনিবেশিক প্ৰশাসনৰ ভালেমান উচ্চ পদবীৰ চাকৰিত বাহাল আছিল। ভাৰতীয় সকলৰ ভিতৰত চিত্তপবন সকলেই ইংৰাজী শিক্ষাও গ্ৰহণ কৰে প্ৰথমেই।

তিলকৰ দেউতাক গংগাধৰ তিলক এজন সংস্কৃত পণ্ডিত আৰু শিক্ষাবিদ আছিল। মাক প্ৰভাৱতী বাঈ আছিল এগৰাকী ধৰ্মপ্ৰাণা মহিলা। বাল গংগাধৰৰ জন্মৰ আগতে মাক প্ৰভাৱতী বাঈয়ে সৎপুত্ৰ লাভৰ বাবে সূৰ্য বন্দনা কৰিছিল। প্ৰথমাৱস্থাত তিলকৰ নাম ৰখা হৈছিল কেশৱ। কিন্তু মাকে মৰমতে 'বাল' বুলি মাতিবলৈ লয় সেই নামেইহে তেওঁৰ পৰিচয় বহন কৰে। তিলকে নিজে কোৱা মতে পিছৰ জীৱনত তেওঁ এই নামটো তেওঁৰ নামৰ আগত বহুৱাই লৈছিল মাকৰ প্ৰতি সন্মান আৰু স্মৃতি ৰক্ষাৰ ভাৱেৰে। সেয়ে তেওঁৰ সম্পূৰ্ণ নাম হৈছিলগৈ বাল গংগাধৰ তিলক।

স্কুলীয়া জীৱনতেই বাল গংগাধৰে যি অসাধাৰণ বুদ্ধি বৃত্তিৰ পৰিচয় দিয়ে তাৰ পৰাই তেওঁৰ ভৱিষ্যত জীৱনৰ বিষয়ে মাক-দেউতাক আৰু আত্মীয় কুটুম্বৰ মাজত এক বিশেষ আশাৰ সঞ্চাৰ হয়।

১৫ বছৰ বয়সত তিলকৰ বিয়া হয়। সেই কালৰ নিয়ম অনুসৰিয়েই এই বিয়া হয় যদিও তিলকৰ বিয়াত কিন্তু 'ডাউৰী' বা যৌতুক গ্ৰহণ কৰা হোৱা নাছিল। তিলকৰ সমাজ সংস্কাৰক কৰ্মৰাজীৰ ভিতৰত যৌতুক প্ৰথাৰ বিলোপ সাধন আছিল অন্যতম গুৰুত্বপূৰ্ণ প্ৰসঙ্গ।

প্ৰসৰ বুদ্ধি, অদম্য সাহস আৰু প্ৰচণ্ড মনোবলৰ গৰাকী তিলক আছিল— শাৰীৰিক ভাবে এজন ক্ষুদ্ৰকায় আৰু দুৰ্বল ব্যক্তি। কিন্তু তেওঁৰ শৰীৰৰ আকৃতি আৰু শাৰীৰিক দুৰ্বলতাই কোনো কালেই তেওঁৰ কামত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিব পৰা নাছিল।

শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত চূড়ান্ত সফলতাৰ পৰিচয় দি তিলকে আইন আৰু গণিত এই দুয়োটা বিভাগতে একোটাকৈ প্ৰথম শ্ৰেণীৰ ডিগ্ৰী লাভ কৰে। ইয়াৰ পিছত তেওঁ এজন শিক্ষাবিদৰ ভূমিকাত প্ৰকৃত ভাৰতীয় শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰতা লাভৰ বাবে বোম্বেৰ ওচৰৰ পুনাত স্থাপন কৰে (Deccan Education Society) 'দেককান এডুকেশ্যন চচাইটি' । এই সংস্থাৰ তলতেই ক্ৰমে ১৮৮০ চনত 'নিউ ইংলিচ স্কুল' (New English School) নামেৰে এখন বিদ্যালয় আৰু ১৮৮৫ চনত 'ফাৰ্গুচন কলেজ' নামেৰে এখন মহাবিদ্যালয় স্থাপন কৰে। এই ফাৰ্গুচন কলেজে তিলকৰ জীৱন কালতেই এনে কেবাজনো প্ৰতিভাবান ব্যক্তিৰ জন্ম দিয়ে যি পৰৱৰ্তী কালত একোজন মহান জননায়ক হিচাপে চিহ্নিত হয়।

ইয়াৰ পিছত অজ্ঞতাৰ অন্ধকাৰত ডুব গৈ থকা সেই সময়ৰ ভাৰতৰ নিৰক্ষৰ জনসাধাৰণৰ মাজত আৰু তাৰ লগতে সামূহিক ভাবে সকলো শ্ৰেণীৰে অৰ্দ্ধশিক্ষিত আৰু শিক্ষিত সকলকো সু-শিক্ষিত কৰি তোলাৰ বাবে তিলকে প্ৰচেষ্টা হাতত লয়। ইয়াৰ উপৰি দেশবাসীক বৃটিছ শাসনৰ বিৰুদ্ধে জাগৰিত কৰি তোলাৰ উদ্দেশ্যে মাৰাঠী ভাষাত 'কেশৰী' আৰু ইংৰাজী ভাষাত 'মহাৰাষ্ট্ৰা' নামে দুখন সংবাদ পত্ৰ প্ৰকাশ কৰি ইয়াৰ যোগেদি সংবাদ সেৱা কৰিবলৈ লয়। সম[illegible] [illegible]ৰ ঘটনাৱাজিৰ স্পষ্ট বিশ্লেষণৰ যোগেদি জনসাধাৰণক ভৰাই তোলাই তেওঁৰ উদ্দেশ্য সাধিত হৈছিল 'কেশৰী'ৰ মাধ্যমেৰে। দুয়োখন কাকতেই অতি অলপদিনৰ ভিতৰতে প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হয়। বৃটিছ ৰাজত্বৰ শোষণৰ আৰু শাসনৰ বিৰুদ্ধে এনে কেতবোৰ প্ৰবন্ধপাতি এই দুখন কাকতৰ যোগেদি প্ৰকাশ পাইছিল যে ই ভাৰতীয় জনসাধাৰণৰ মনত স্বাধীনতা স্পৃহা জগাই তোলাৰ লগতে বৃটিছ সাম্ৰাজ্যবাদীৰ মনতো ত্ৰাসৰ সৃষ্টি কৰিছিল। বিশেষকৈ 'ক্ৰফৰ্ড এফেয়াৰ' (Crawford Affair)

নামে জনাজাত এটা কেলেঙ্কাৰী এই কাকত দুখনে প্ৰকাশ কৰাৰ পিছত তিলকক গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠিওৱা হয় আৰু তাৰ পিছত বিচাৰৰ নামত এখন ভেকোভাওনা পাতি তিলকক দীঘলীয়া কাৰাদণ্ডৰে দণ্ডিত কৰা হয়।

জেলৰ পৰা ওলাই আহি তিলকে এইবাৰ নতুনকৈ সংকল্প গ্ৰহণ কৰে এটা আন্দোলন আৰম্ভ কৰাৰ। বৃটিছ শাসনৰ বিৰুদ্ধে আন্দোলন। স্বাধীনতাৰ আন্দোলন। ইয়াৰ বাবে এটা বৃহত্তৰ ভাৰতীয় জাতি গঢ়ি তোলাৰ উদ্দেশ্য আগত ৰাখি এই দুখন কাকতৰ যোগেদি তেওঁ চেষ্টা কৰে জনসাধাৰণৰ মনত জাতীয়তাভাব জগাই তোলাৰ। ভাৰতীয় সৌৰ্য-বীৰ্যৰ অতীতৰ কথা সোঁৱৰাই দি তিলকে বিশেষভাবে কেশৰীৰ যোগেদি ভাৰতীয় জনসাধাৰণৰ মনত উদ্দীপনাৰ সৃষ্টি কৰাৰ প্ৰয়াস কৰিছিল। এটা সময়ত তেওঁৰ এই প্ৰচেষ্টা ফলৱতী হৈছিল।

তেওঁৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলত জন্ম লাভ কৰিছিল ভাৰতীয় স্বৰাজ আন্দোলনে। যি তিনিটা প্ৰধান স্তম্ভৰ ওপৰত তেওঁ এই আন্দোলন গঢ়ি তুলিছিল সেই কেইটা আছিল— 'বৰ্জন', 'স্বদেশী' আৰু 'জাতীয় শিক্ষা'। স্ব-ৰাজ্যৰ শঙ্খ নিনাদে এনেকৈয়ে সমগ্ৰ ভাৰত ধ্বনিত কৰি গৈছিল। তিলকৰ এই আহ্বানৰ প্ৰতি সঁহাৰি জনাই ঋষি অৰবিন্দই কৈছিল— "তিলকৰ নেতৃত্বত এই আন্দোলনে শামুকীয় গতিৰ ভাৰতীয় কংগ্ৰেছক এক নতুন শক্তি প্ৰদান কৰিব।"

তিলকে কোনো কাম লাহে লাহে হোৱাটো ভাল নাপাইছিল। তেওঁ প্ৰতিটো চিন্তা যি দ্ৰুত গতিত কৰিছিল, সিদ্ধান্ত লৈছিল, সেই একে গতিৰেই তেওঁ সেই কাম কৰিছিল। তেওঁৰ প্ৰতিটো কাম আৰু আন্দোলন সম্পৰ্কীয় আঁচনিৰ ক্ষেত্ৰত তেওঁ আগবঢ়োৱা পৰামৰ্শ দেশবাসীয়ে সৰ্বান্তকৰণে গ্ৰহণ কৰিছিল।

এনেদৰে ১৯০৮ চনত আৰম্ভ হয় বিখ্যাত 'ষড়যন্ত্ৰ গোচৰ', ইতিমধ্যে তিলক এজন দীৰ্ঘস্থায়ীয় নেতাৰ ৰূপত দেশৰ বাহিৰে ভিতৰে পৰিচিত হয়। 'ষড়যন্ত্ৰ গোচৰত' দোষী সাব্যস্ত হোৱাৰ পিছত বৃটিছ চৰকাৰে তেওঁক ব্ৰহ্মদেশৰ মান্দালয়ত কাৰাবৰণ কৰিবলৈ পঠিয়ায়। তিলক দেশৰ বাহিৰলৈ যাবলগীয়া হয়। 'কিন্তু তিলকৰ দেশান্তৰকৰণেও জনসাধাৰণৰ মনত থকা তেওঁৰ ভাবমূৰ্তি অকণো ম্লান কৰিব নোৱাৰিলে।

তিলক যে কেবল সমাজ সংস্কাৰ আৰু ৰাজনীতিৰ কামতেই ব্যস্ত আছিল

এনে নহয়, তেওঁ একে সময়তে ভাৰতীয় দৰ্শন, ধৰ্ম আৰু সাহিত্যৰো চৰ্চা কৰিছিল। ঋষি অৰবিন্দয়ো তেওঁক সাধন আখ্যা দিছিল...। ধৰ্ম আৰু দৰ্শন সম্পৰ্কীয় তেওঁৰ উল্লেখযোগ্য ৰচনা সমূহ হ'ল— The Orion, Arctie Home In the Vedas আৰু Srienad Bhagavadgita Rahasya । দি অৰিয়ন নামৰ ৰচনাখন তেওঁ লিখিছিল ১৮৯২ চনত লণ্ডনত অনুষ্ঠিত হ'বলগীয়া নৱম অৰিয়েণ্টেল কংগ্ৰেছৰ বাবে। তেওঁৰ এই ৰচনাত আলোচিত বিষয় আছিল— 'বৈদিক সভ্যতাৰ যুগ বিভাজন।' তেওঁৰ ৰচিত আনখন গ্ৰন্থ 'শ্ৰীমদ্ভাগৱতগীতা, গীতা ৰহস্য'ৰ ৰচনা সম্পূৰ্ণ কৰিছিল মন্দালয় জেলত থকা কালত।

তিলকৰ 'কেশৰী' স্বৰাজ আন্দোলনৰ মুখপাত্ৰ হিছাপে সকলোৰে বাবে এক এৰিব নোৱাৰা অভ্যাসত পৰিণত হয় আৰু ইয়াৰ প্ৰভাৱত দেশজুৰি স্বৰাজৰ বতাহে সকলোকে স্পৰ্শ কৰি যোৱাৰ উপৰিও বৃটিছ শাসক বৰ্গৰো মনত ভয় আৰু ত্ৰাসৰ সৃষ্টি কৰে। তিলকে বাৰে বাৰে তেওঁৰ স্বৰাজ আন্দোলনৰ বিষয়ে দেশবাসীক সকীয়াই দি কয়— "স্বৰাজ আমাৰ ভবিষ্যত উন্নতিৰ ভেটিহে। চৰম ফল প্ৰাপ্তি নহয়...। আমি এখন নতুন ৰাষ্ট্ৰ গঠন কৰিব লাগিব। নতুন চৰিত্ৰ গঢ় দিব লাগিব। আধ্যাত্মিকতাত বিশ্বাস ৰাখিব লাগিব। দেশক ভাল পাব লাগিব আৰু মত বিৰুদ্ধ যিকোনো কথাৰ প্ৰতি সহনশীলতাৰ ভাব পোষণ কৰিব লাগিব।"

১৯১৯ চন। তিলকৰ জীৱনে অস্ত গমনোন্মুখ সূৰ্যৰ অৱস্থা লৈছে। সেই সময়তো তেওঁ 'Home rule' (গৃহ শাসন) আন্দোলনত সক্ৰিয় ভূমিকা পালন কৰে। লগতে কিছুদিনৰ বাবে ইংল্যণ্ডো ভ্ৰমণ কৰি আহেগৈ। তেওঁৰ ভগ্ন শৰীৰ ক্ৰমাগতভাবে দুৰ্বল হৈ পৰে আৰু ১৯২০ চনৰ এক আগষ্টৰ দিনা 'লোক মান্য' উপাধি শিৰত লৈ শেষ নিশ্বাস ত্যাগ কৰে। এইজন মহান ভাৰত মনীষাৰ স্বৰাজৰ সপোনক চূড়ান্ত ৰূপ দিয়ে গান্ধীজীৰ ভাৰত ত্যাগ আন্দোলনে।

# গিয়াচেপ গেৰিবল্ডি

বিশ্বৰ মহান ৰাষ্ট্ৰ নিৰ্মাতাসকলৰ ভিতৰত আধুনিক ইটালীৰ নিৰ্মাতা গিয়াচেপ গেৰিবল্ডিও এগৰাকী প্ৰধান উল্লেখনীয় ব্যক্তি। পুৰণি ৰোমান সাম্ৰাজ্য পতনৰ পিছৰে পৰা ১৯ শতিকাৰ চল্লিশৰ দশকলৈকে বিভিন্ন ইউৰোপীয় শক্তি সমূহৰ মাজত খণ্ড বিখণ্ড হৈ পৰা ইটালীক সেই সাম্ৰাজ্যবাদী শক্তি সমূহৰ হাতৰ পৰা মুক্ত কৰি পুনৰ এখন নতুন সংযুক্ত ইটালী নিৰ্মাণ কৰাৰ যি সপোন তেওঁ এদিন দেখিছিল, তাকেই বাস্তবায়িত কৰাত গেৰিবল্ডিয়ে উৎসৰ্গা কৰিছিল তেওঁৰ জীৱন। সেই মহান লক্ষ্যত তেওঁ এদিন উপনীত হৈছিল চৰম আত্মত্যাগৰ মাজেৰে। যাৰ বাবে আজি কেৱল ইটালীবাসীয়েই নহয় সমগ্ৰ বিশ্বই তেওঁক সোঁৱৰে আধুনিক ইটালীৰ নিৰ্মাতা হিচাপে।

গিয়াচেপ গেৰিবল্ডিৰ ১৮০৭ চনৰ ৪ জুলাই তাৰিখে 'নাইচ'ত জন্ম হৈছিল, এজন ফৰাচী নাগৰিক হিচাপে। সেইফালৰ পৰা গেৰিবল্ডি পৃথিৱীলৈ আহিছিল প্ৰথম নেপোলিয়নৰ প্ৰজা হিচাপে। কিন্তু ১৮১৫ চনত 'নাইচ' পুনৰ পিয়েডমন্ট ৰাজ্যৰ অধীনলৈ ঘূৰি অহাত আৰু অন্যহাতেদি তেওঁৰ পিতৃ-মাতৃও মূলগতভাৱে ইটালীয় নাগৰিক হোৱাৰ পৰিপ্ৰেক্ষিতত গেৰিবল্ডিয়েও একেই জাতীয় সত্বাকে আন্তৰিকভাৱে গ্ৰহণ কৰে।

গেৰিবল্ডিৰ দেউতাক আছিল এজন নাবিক। সেয়ে সৰু কালৰে পৰা গেৰিবল্ডিয়েও বিশাল সাগৰৰ বুকুত জাহাজেৰে ঘূৰি ফুৰাৰ সুবিধা পাইছিল। সেই সময়তে তেওঁ নৌ-বিদ্যা সম্পৰ্কীয় বহুতো কথা শিকি পেলাইছিল। চূড়ান্তভাৱে ১৬ বছৰ বয়সত গেৰিবল্ডিয়ে দেউতাকৰ জাহাজখনতে 'কেবিন বয়' হিচাপে যোগ দিয়ে ১৮২৩ চনত। তেওঁ সেই জাহাজৰ কামত থকা সময়তে (১৮২৩-১৮৩৩) বিপ্লৱী নেতা গিয়াচেপ মাজ্জিনিৰ নেতৃত্বত কেইজনমান ইটালীয় যুৱকে আৰম্ভ কৰে এক মুক্তি অভিযান। সমগ্ৰ ইটালীক

মুক্ত কৰি এখন অখণ্ডিত স্বাধীন ইটালী গঢ়াৰ উদ্দেশ্যে দেশৰ তৰুণসকলক লৈ মাজ্জিনিয়ে আৰম্ভ কৰা সেই গোপন মুক্তি সংগ্ৰামত গেৰিবল্ডিয়ে যোগ দিয়ে আৰু কিছুদিনৰ ভিতৰতে বৈপ্লৱিক কাৰ্যসূচী আগবঢ়াই নিয়াৰ ক্ষেত্ৰত তেওঁ মাজ্জিনিৰ সোঁহাত স্বৰূপ হৈ পৰে। অৱশ্যে গেৰিবল্ডি আৰু মাজ্জিনিয়ে চলোৱা প্ৰথম অৱস্থাৰ সেই বিপ্লৱ সেই সময়ত ইটালী অধিকাৰ কৰি থকা সাম্ৰাজ্যবাদী অষ্ট্ৰিয়ান শক্তিৰ সমুখত একপ্ৰকাৰ মষিমূৰ হৈ যায়। বিপ্লৱীসকলৰ প্ৰায়বোৰেই ধৰা পৰি চৰকাৰৰ পুলিচ বাহিনীৰ হাতত বন্দী হয়। কেইবাজনো বিপ্লৱী যুৱকক প্ৰাণদণ্ড দিয়া হয়। গেৰিবল্ডিৰ বাবেও প্ৰাণদণ্ডৰ আদেশ জাৰি কৰা হয়। পুলিচৰ হাতত বন্দী হোৱাৰ পূৰ্বেই গেৰিবল্ডি পলাই সাৰে। তেওঁৰ মৃত্যুদণ্ডৰ বাতৰি ৰাষ্ট্ৰ হোৱাৰ আগতেই গেৰিবল্ডিয়ে আন এখন জাহাজৰ চাকৰিত ভৰ্তি হৈ গোপনে 'ৰাইঅ' ডি জেনেৰিঅ'ত উপস্থিত হয়গৈ। ইয়াৰ পিছত তেওঁ কিছুকাল আত্মগোপন কৰি থাকি 'ৰাইঅ' ডি জেনেৰিঅ'ৰ কিছু সংখ্যক ইটালীয় যুৱকক লৈ পুনৰ 'ইয়ং ইটালী' নামৰ বিপ্লৱী দলটো নতুনকৈ গঠন কৰে। সেই সময়ত তেওঁ লিখা কিছুমান চিঠিৰ পৰা জনা যায় যে ১৮৩৪ চনৰ পৰা ১৮৩৭ চনৰ মে' মাহৰ ভিতৰত বৈপ্লৱিক জীৱনৰ চৰম কষ্ট স্বীকাৰ কৰি অৱশেষত তেওঁ ব্ৰাজিলত এটা বিপ্লৱ গঢ়ি তুলিবলৈ সক্ষম হয়। ইতিমধ্যে তেওঁ তিনিখন জাহাজেৰে এটা নৌশক্তি গোটাই লয়। এই সময়তে বিপ্লৱী বাহিনীৰেই এনিটা নামৰ এগৰাকী সদস্যাৰ সৈতে তেওঁৰ বিয়াও হৈ যায়। বিয়াৰ এসপ্তাহৰ পিছতে তেওঁলোকৰ ওপৰত শত্ৰুপক্ষৰ নৌসেনাই আক্ৰমণ কৰি মাজ সাগৰত তেওঁলোকৰ জাহাজ কেইখন বুৰাই পেলায়। গেৰিবল্ডি, তেওঁৰ পত্নী এনিটা আৰু কিছুসংখ্যক বিপ্লৱী লাইফ'বটৰ সহায়ত কোনোমতে উপকূল পায়হি। ইফালে একে সময়তে স্থলভাগতো আক্ৰমণ চলাই পুলিচ বাহিনীয়ে বিপ্লৱীসকলৰ ঘাটিসমূহ ভাঙি দিয়ে। গেৰিবল্ডিৰ বৈপ্লৱিক কাৰ্যকলাপ এইদৰে বাধাপ্ৰাপ্ত হৈ পুনৰ কিছুকাল বন্ধ হৈ থাকে। কিন্তু পিছত তেওঁ এক নতুন ৰণ নীতি তৈয়াৰ কৰাৰ সংকল্প হাতত লয়।

যিকোনো বিপ্লৱৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ বিষয় হ'ল প্ৰাথমিক পৰ্যায়ৰ সাংগঠনিক কাৰ্যকলাপ। সংগঠনৰ কাম সম্পূৰ্ণ নোহোৱাকৈ আৰম্ভ কৰা বিপ্লৱৰ পৰিণতিৰ নাম অসফলতা। গেৰিবল্ডিৰ ক্ষেত্ৰতো এইটোৱেই ঘটিছিল। কিন্তু তেওঁ এই কথা বুজি উঠাৰ লগে লগে সলনি কৰে তেওঁৰ ৰণ কৌশল। তেওঁ কিছুকাল নিজৰ পৰিচয় গোপনে ৰাখি মণ্টেভিডিঅ'ৰ এটা পৰ্যটন কোম্পানীত চাকৰি কৰিবলৈ লয়। কিয়নো ইতিমধ্যে তেওঁৰ পত্নী এনিটাই

জন্ম দিয়ে তেওঁলোকৰ প্ৰথম সন্তান মিন্নতিৰ। ইফালে ঘৰ সংসাৰ খুলি স্থায়ীভাৱে একো নাই। আনকি প্ৰথম সন্তানটোৰ জন্মৰ সময়ত সংসাৰৰ ন্যূনতম প্ৰয়োজনখিনি পূৰণ কৰাৰ সামৰ্থও গেৰিবল্ডিৰ নাছিল। প্ৰসূতি মাক আৰু নৱজাত শিশুটিৰ বাবে প্ৰয়োজনীয় সামগ্ৰী এপদো নাছিল ঘৰখনত। ইফালে তেওঁলোকে কটাবলগীয়া হৈছে আত্মগোপনকাৰীৰ জীৱন। এনে অৱস্থাত গেৰিবল্ডিয়ে বিচাৰিব লগীয়া হয় জীৱনৰ বাবে জীৱিকা। তেওঁ এইবাৰ সংকল্প লয় সাংগঠনিক দিশত সম্পূৰ্ণ তৈয়াৰ হ'লেহে সশস্ত্ৰ সংগ্ৰামত হাত দিয়াৰ। তেওঁ চাকৰি চলাই যোৱাৰ লগে লগে অতি সাৱধানে চলাই গৈ থাকে সংগঠনৰ কাম-কাজ।

১৮৪০ অৰ পৰা ১৮৪২ অলৈ সুদীৰ্ঘ দুটা বছৰ সম্পূৰ্ণ গোপনীয়তা বজাই ৰাখি গেৰিবল্ডিয়ে 'ইটালীয়ান লিজিয়ন' নামেৰে গঢ়ি তোলে এটা গেৰিলা বাহিনী। ইয়াৰ মাজতে উৰুগুৱেত বসবাস কৰিবলৈ লোৱা গেৰিবল্ডিয়ে তেওঁৰ 'ইটালীয়ান লিজিয়ন'ৰ শক্তি পৰীক্ষা কৰি চোৱাৰ সুযোগ পায়। এই সুযোগ কঢ়িয়াই আনে চুবুৰীয়া দেশ আৰ্জেন্টিনাই অতৰ্কিতে উৰুগুৱেৰ ওপৰত চলোৱা আক্ৰমণে। গেৰিবল্ডিয়ে তেওঁৰ গেৰিলা বাহিনীক লৈ আগবাঢ়ি আহে উৰুগুৱেৰ সহায়ৰ বাবে আৰু চূড়ান্তভাৱে গেৰিবল্ডিৰ 'ইটালীয়ান লিজিয়ন'ৰ সহায়তেই সেই যুদ্ধত জয়লাভ কৰে উৰুগুৱেৰ সেনা-বাহিনীয়ে। গেৰিবল্ডিৰ প্ৰতি কৃতজ্ঞতাৰ চিন স্বৰূপে উৰুগুৱে চৰকাৰে তেওঁলৈ আগবঢ়ায় সেই দেশৰ সেনাবাহিনীৰ সৰ্বাধিনায়কৰ পদ। অৱশ্যে গেৰিবল্ডিয়ে তৎকালেই সেই পদ গ্ৰহণ নকৰি তাৰ বাবে উপযুক্ত সময়লৈ অপেক্ষা কৰে।

উৰুগুৱেৰ দৰে এখন ক্ষুদ্ৰ ৰাষ্ট্ৰই আৰ্জেন্টিনাৰ দৰে এখন বৃহৎ ৰাষ্ট্ৰৰ ওপৰত লাভ কৰা এই সামৰিক সফলতাই তৎকালীন ইউৰোপীয় সাম্ৰাজ্যবাদী শক্তিসমূহক চক খুৱাই তোলে।

ফ্ৰান্স আৰু ইংলেণ্ডে আৰ্জেন্টিনাৰ প্ৰতি নৌ আৰু স্থল উভয়বিধৰে সামৰিক সাহায্য আগবঢ়ায়। কিন্তু গেৰিবল্ডিৰ 'ইটালীয়ান লিজিয়ন'ৰ সন্মুখত ইংৰাজ আৰু ফৰাচী সেনাৰ সেই সংযুক্ত শক্তিও প্ৰতিহত হয়। গেৰিবল্ডিৰ সংগ্ৰামী জীৱনৰ এই প্ৰথম সাফল্য তেওঁলৈ আহিছিল সেই শতিকাৰ চল্লিশৰ দশকত। কিন্তু সেয়া আছিল আৰম্ভণিহে। এজন বীৰ সৈনিকৰ ভূমিকাত গেৰিবল্ডিয়ে ইয়াৰ পিছৰ কুৰি বছৰৰ ভিতৰত যুদ্ধ কৌশল, ৰণনীতি আৰু সেনা পৰিচালনাৰ ক্ষেত্ৰত যি দক্ষতা প্ৰদৰ্শনেৰে ইটালীক চূড়ান্তভাৱে এখন স্বাধীন দেশৰ সন্মান আৰু মৰ্যাদাৰ অধিকাৰী কৰে; ইতিহাসত তেনে উদাহৰণ

ৰৰ কৰেইছে পোৱা যায়।

১৮৪৮ চনত গেৰিবল্ডি নিজ দেশ ইটালীলৈ ঘূৰি আহে। লগত তেওঁৰে সৈতে আহে এশজন 'লিজিয়নেৰি' ইটালীয়ান যোদ্ধা, কেইটামান পুৰণি বন্দুক, তেওঁৰ পত্নী এনিটা আৰু তিনিটা সন্তান। ইটালীত প্ৰৱেশ কৰি সুবিধা পায় অষ্ট্ৰিয়াৰ সেনাবাহিনীৰ বিৰুদ্ধে যুদ্ধ কৰাৰ। ইয়াৰ দুবছৰৰ পূৰ্বে ইটালীত শাসন চলাই থকা পোপ গ্ৰেগৰীৰ মৃত্যুত বিপ্লৱীসকলৰ সপোন বাস্তবায়িত হোৱাৰ যদিও এক শুভলক্ষণ দেখা গৈছিল, অষ্ট্ৰিয়াৰ সৈতে সেই সময়ত হোৱা যুদ্ধৰ অসফল পৰিণতিয়ে সেই ক্ষেত্ৰত তেওঁলোকক হতাশ কৰি তোলে। প্ৰথম অৱস্থাত অষ্ট্ৰিয়াৰ বিৰুদ্ধে যুদ্ধত জয়ী হ'লেও পিছত অষ্ট্ৰিয়াৰ নৱগঠিত সেনাদল আৰু দেশৰ ভিতৰতে তেওঁৰ বিৰুদ্ধে চলা ষড়যন্ত্ৰৰ সন্মুখত গেৰিবল্ডিৰ বিপ্লৱী অভিযান তৃতীয়বাৰৰ বাবে বাধাপ্ৰাপ্ত হয়। ইয়াৰ পিছত তেওঁ প্ৰায় দহ বছৰ কাল ইটালীৰ ৰাজনীতিৰ পৰা আঁতৰি প্ৰথমে কিছুদিন আমেৰিকাত আৰু তাৰ পিছত চাৰ্ডিনিয়াৰ উত্তৰ অঞ্চলত এখন পাম খুলি তাকে চলাবলৈ লয়। অৱশ্যে, ১৯৫৯ চনত পিডমণ্ট শাসক চাৰ্লছ্ এলবাৰ্টে অষ্ট্ৰিয়াৰ সৈতে থকা তেওঁলোকৰ পূৰ্বৰ চুক্তি উলংঘা কৰি লম্বাৰ্ডি উদ্ধাৰৰ অৰ্থে অষ্ট্ৰিয়াৰ ওপৰত যি আক্ৰমণ চলায়, সেই যুদ্ধত সৈন্য পৰিচালনাৰ ভাৰ পৰে পুনৰ গেৰিবল্ডিৰ ওপৰত। 'কেপৰেৰা'ৰ পামৰ পৰা আহ্বান কৰি আনি গেৰিবল্ডিক সেই যুদ্ধ পৰিচালনাৰ ভাৰ দিয়া হয়। গেৰিবল্ডিয়ে পুনৰ এবাৰ নিজ শৌৰ্যৰ পৰিচয় দি অষ্ট্ৰিয়াৰ হাতৰ পৰা লম্বাৰ্ডি উদ্ধাৰ কৰে।

ইয়াৰ পিছৰ বছৰ অৰ্থাৎ ১৮৬০ চনত নেপলছৰ বিৰুদ্ধে যুদ্ধ চলাই চিচিলি দখল কৰে গেৰিবল্ডিৰ বিপ্লৱী বাহিনীয়ে। কিন্তু ইটালীৰ চাৰিখন চুবুৰীয়া দেশৰ সৈতে হোৱা আটাইকেইখন যুদ্ধতে গেৰিবল্ডিৰ জয়লাভে এখন অখণ্ড ইটালী গঢ়াৰ পথ প্ৰশস্ত কৰিলেও তেওঁৰ সাহস আৰু বীৰত্বৰ প্ৰতি সন্ত্ৰস্ত হৈ উঠিল পুৰণি ৰাজপৰিয়ালসমূহ। কিন্তু নি:স্বাৰ্থভাৱে দেশৰ সেৱা কৰি যোৱাটোৱেই একমাত্ৰ লক্ষ্য হিচাপে লোৱা গেৰিবল্ডিয়ে ৰজা ভিক্টৰ ইমানুৱেল আৰু তেওঁৰ অনুগামীসকলৰ সেই ভীতিৰ ভাৱ অমূলক বুলি প্ৰমাণ কৰে তেওঁৰ প্ৰতি ৰজাই আগবঢ়োৱা সকলো সন্মান আৰু ৰাজকীয় বিষয়বাব প্ৰত্যাখ্যান কৰি।

ৰজা ইমানুৱেলক এখন অখণ্ড সাৰ্বভৌম ইটালীৰ সিংহাসনত বহুৱাই গেৰিবল্ডি পুনৰ ঘূৰি যায় তেওঁৰ 'কেপ্ৰেৰাৰ' পামলৈ।

১৮৭০ চনত গেৰিবল্ডিয়ে ফ্ৰান্সৰ হৈ জাৰ্মানীৰ বিৰুদ্ধে পুনৰবাৰ যুদ্ধত

অৱতীর্ণ হয়। এই যুদ্ধৰ শেষত তেওঁক ফৰাচীৰ সংসদলৈ নির্বাচিত কৰা হয়। কিন্তু তেওঁ সংসদৰ সদস্য পদ ত্যাগ কৰি নিজ ঘৰলৈ ঘূৰি যায়।

১৮৭৫ চনৰ পৰা ১৮৮২ চনত তেওঁৰ মৃত্যুৰ সময়লৈকে এই সাতোটা বছৰ গেৰিবল্ডিয়ে তেওঁৰ 'কেপ্ৰেৰাৰ' পামতে এজন অতি সাধাৰণ মানুহৰ দৰে জীৱন কটায়। মাত্ৰ তিনিটা কোঠাৰ এটা সাধাৰণ ঘৰত সেই সময়ত বিশ্বৰ বিভিন্ন দেশৰ বহুতো শীর্ষস্থানীয় ব্যক্তিয়ে গেৰিবল্ডিক সাক্ষাৎ কৰি নিজে ধন্য হোৱা বুলি ভাবিছিল। ১৮৮২ চনৰ ২ জুন তাৰিখে সেই ক্ষুদ্ৰ ঘৰটোৰ ভিতৰতে মৃত্যুক আদৰি লৈছিল সর্বকালৰ অন্যতম বীৰ সৈনিক গেৰিবল্ডিয়ে।

# চন্দ্ৰশেখৰ ভেঙ্কটাৰমন

পদাৰ্থ বিজ্ঞানত ১৯৩০ চনৰ ন'বেল বঁটা বিজয়ী, ভাৰতীয় বিজ্ঞানী চন্দ্ৰশেখৰ ভেঙ্কটাৰমনৰ জন্ম হয় ১৮৮৮ চনৰ ৭ নৱেম্বৰ তাৰিখে তৎকালীন মাদ্ৰাজ প্ৰেছিডেন্সিৰ ত্ৰিচিন্যাপল্লীত। তেওঁৰ দেউতাক চন্দ্ৰশেখৰন আয়াৰে সেই সময়ত স্থানীয় হাইস্কুল এখনত শিক্ষকতা কৰিছিল। কিন্তু ৰমনৰ জন্মৰ কিছুদিনৰ পিছতে দেউতাক চন্দ্ৰশেখৰন আয়াৰে বিজ্ঞান বিভাগত স্নাতক ডিগ্ৰী লাভ কৰি ত্ৰিচ্চি এছ,পি,জি কলেজত পদাৰ্থ বিজ্ঞানৰ প্ৰবক্তা হিছাপে নিযুক্তি পায়। পিছত তেওঁ বিশাখাপট্টনমৰ হিন্দু কলেজত যোগদান কৰি পৰিয়ালৰ সৈতে কাষৰীয়া ওৱালটেয়াৰ চহৰত থাকিবলৈ লয়। সাগৰৰ পাৰৰ এই সুন্দৰ চহৰখনতে এক সুস্থ শৈক্ষিক পৰিবেশৰ মাজতে ডাঙৰ হ'বলৈ ধৰে চন্দ্ৰশেখৰ ভেঙ্কটাৰমন।

ভাবুক প্ৰকৃতিৰ ৰমনে শিশু অৱস্থাৰ পৰাই খেলা ধূলাতকৈ পঢ়া-শুনাৰ ওপৰতে অধিক গুৰুত্ব দিছিল। স্কুলত ভৰ্তি হোৱাৰে পৰা তেওঁ প্ৰায়বোৰ বিষয়তে নিজ মেধাৰ পৰিচয় দি, প্ৰায় প্ৰতি বছৰেই প্ৰথম স্থান লাভ কৰি উত্তীৰ্ণ হৈছিল, ই শ্ৰেণীৰ পৰা সি শ্ৰেণীলৈ। এনেকৈ ১৯০০ চনত মাত্ৰ ১২ বছৰ বয়সত মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ পৰা স্কুল শিক্ষান্ত পৰীক্ষা পাছ কৰিছিল। ইয়াৰ পিছত ১৯০২ চনত হিন্দু কলেজৰ পৰা কলা বিভাগৰ প্ৰথম পৰীক্ষাত উত্তীৰ্ণ হৈ মাদ্ৰাজৰ প্ৰেচিডেন্সি কলেজত পঢ়িবলৈ লয় আৰু ইয়াৰ পৰাই মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ ভিতৰত পদাৰ্থ বিজ্ঞানত প্ৰথম বিভাগৰ প্ৰথম স্থান লাভ কৰি স্নাতক উপাধি লাভ কৰে।

ইয়াৰ কিছুদিনৰ পিছত স্নাতকোত্তৰ ডিগ্ৰীৰ বাবে নিজ প্ৰস্তুতি চলোৱাৰ মাজতে ৰমনে পদাৰ্থ বিজ্ঞান আৰু গণিত শাস্ত্ৰৰ ধ্ৰুপদী ৰচনাসমূহ অধ্যয়ন কৰিবলৈ লয়। এই সময়ছোৱাৰ ভিতৰতে লণ্ডনৰ পৰা প্ৰকাশিত 'Philoso-

phical Magazine' অত প্ৰকাশিত হয় তেওঁৰ প্ৰথম মৌলিক ৰচনা The Unsymmetrical Diffraction Bands due to a Rectangular Apperture." এইয়া আছিল ১৯০৬ চনৰ কথা। ইয়াৰ এবছৰৰ পিছতে, অৰ্থাৎ ১৯০৭ চনত তেওঁ সৰ্বোচ্চ সম্মানেৰে সৈতে লাভ কৰে স্নাতকোত্তৰ ডিগ্ৰী।

সেই সময়ত ভাৰতত বিজ্ঞানচৰ্চাৰ বিশেষ সুবিধা নথকাৰ বাবে ৰমনে ইয়াৰ পিছত, অনিচ্ছা সত্বেও Finance Service অৰ প্ৰতিযোগিতামূলক পৰীক্ষা দিয়ে আৰু ইয়াতো প্ৰথম বিভাগত উত্তীৰ্ণ হৈ মাত্ৰ ১৯ বছৰ বয়সত Indian Finance Service ত Assistant Accountant General হিছাপে যোগ দিবৰ বাবে কলিকতাত উপস্থিত হয়।

এই চাকৰিয়ে ৰমনক সন্তুষ্টি দিব নোৱাৰিলেও, অৱশ্যে কলিকতা চহৰে তেওঁৰ বাবে খুলি দিয়ে এক নতুন পথ। সেই পথ হ'ল, সেইকালৰ এজন দূৰদৰ্শী চিকিৎসক ডা: মহেন্দ্ৰ লাল সৰকাৰৰ দ্বাৰা প্ৰতিষ্ঠিত ২১০ নম্বৰ বৌ বজাৰ ষ্ট্ৰীটৰ "Association for the Cultivation of Science" নামৰ এক শিক্ষামূলক সংগঠন। ইয়াৰ উদ্দেশ্য আছিল সমকালীন বৈজ্ঞানিক আবিষ্কাৰ আদিৰে সৈতে জনসাধাৰণক পৰিচিত কৰি দিয়াৰ লগতে বৈজ্ঞানিক গৱেষণাৰ ক্ষেত্ৰত গৱেষক আৰু বিজ্ঞানী সকলক সহায় কৰা।

চাকৰিত যোগ দিবলৈ অহা ৰমনৰ এদিন হঠাৎ চকু পৰিল ২১০ নম্বৰ বৌ বজাৰ ষ্ট্ৰীটৰ "Association for the Cultivation of Science" কথাষাৰ লিখি থোৱা ফলকখনৰ ওপৰত। তেওঁ কথাষাৰ দেখি ৰোমাঞ্চিত হ'ল। তেওঁ মনে মনে ভাবিলে, হয়তো এই অনুষ্ঠানে তেওঁৰ সপোনক সাকাৰ কৰাৰ ক্ষেত্ৰত কিবা সহায় কৰিব পাৰে। কাল বিলম্ব নকৰি তেওঁ অনুষ্ঠানটোৰ প্ৰতিষ্ঠাতা ডা: মহেন্দ্ৰ লাল সৰকাৰৰ পুত্ৰ ডা: অমৃতলাল সৰকাৰক দেখা কৰিলে। Association অৰ ছেক্ৰেটেৰী পদত থকা ডা: অমৃতলাল সৰকাৰে প্ৰথম সাক্ষাতৰ পিছতে ৰমনক এছোচিয়েচনৰ গৱেষণাগাৰত নিজৰ গৱেষণা চলাবৰ বাবে সুবিধা কৰি দিয়ে। ইয়াতেই আৰম্ভ হয় চন্দ্ৰশেখৰ ভেঙ্কটাৰমনৰ জীৱনৰ এক সফল অধ্যায়ৰ।

অফিচত কটোৱা সময়খিনিৰ বাহিৰে পুৱা-গধূলিৰ আজৰি সময়খিনি ৰমনে গৱেষণাগাৰতে কটাবলৈ লয়। ভাৰতত আৰম্ভ হয় বিজ্ঞান চৰ্চাৰ এক নতুন পৰ্ব। ৰমনৰ একাগ্ৰতাই ক্ৰমশ: তেওঁক যেন পাহৰাই দিবলৈ ধৰে বাহিৰৰ পৃথিৱীখনৰ কথা। চাকৰিৰ বাবে কাৰ্যালয়লৈ যোৱাটো তেওঁৰ বাবে গৌণ

হৈ পৰে। মুখ্য হয় গৱেষণাগাৰলৈ অহা-যোৱা কৰাটোহে। ইতিমধ্যে তেওঁক কেইবাবাৰো পদোন্নতি দি অন্য ঠাইলৈ বদলিকৰণৰ নিৰ্দেশ আহে। কিন্তু তেওঁ সকলো প্ৰলোভনৰ পৰা দূৰত থাকি গভীৰ ঐকান্তিকতাৰে চলাই যায় নিজ গৱেষণা। মাজতে কিছুদিনৰ বাবে তেওঁক ৰেঙ্গুনলৈ বদলি কৰি পঠোৱাত কৰ্তৃপক্ষ সফল হ'লেও অৱশেষে তেওঁ খুব সোনকালেই পুনৰ কলিকতালৈ ঘূৰি আহিবলৈ সক্ষম হয়। ইয়াৰ পিছত তেওঁ Association অৰ গৱেষণাগাৰটোৰ ওচৰতেই থকা মেলাৰ বন্দবস্ত কৰি লয়।

১৯০৭ চনৰ পৰা ১৯১৪ চনৰ ভিতৰত ৰমনে চলোৱা গৱেষণাৰ বিষয় আছিল মূলত দুটা "Surface Tension" আৰু "Propagation of Light".

কিন্তু ইয়াৰ মাজতে তেওঁ বিভিন্ন বাদ্য সংগীতৰ ধ্বনিৰ ওপৰত চলোৱা গৱেষণাৰ ফলাফলসমূহ লণ্ডনৰ "Philosophical Magazine" কাকতত প্ৰকাশ পায় আৰু বিশ্বৰ বিজ্ঞানী মহলত ই এক বিশেষ চৰ্চাৰ বিষয় হৈ পৰে। ১৯১৪ চনত ৰমনৰ এই সূত্ৰসমূহৰ ওপৰতে Kalahne ই 'তাঁৰৰ ওপৰত শব্দ তৰংগৰ সৃষ্টি' সম্পৰ্কিত ৰমনৰ আৱিষ্কাৰৰ এখনি ৰচনা প্ৰকাশ কৰে। এই সময়ত আন এগৰাকী মহান ভাৰতীয়, প্ৰখ্যাত শিক্ষাবিদ ছাৰ আশুতোষ মুখোপাধ্যায় কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আছিল। ৰমনৰ দৰে প্ৰতিভাৱান তৰুণ বিজ্ঞানী সকলৰ ওপৰত তেওঁ ৰাখিছিল তীক্ষ্ণ দৃষ্টি। এজন অসাধাৰণ প্ৰতিভা সম্পন্ন বিজ্ঞানী হিচাপে ইতিমধ্যে সমগ্ৰ বিশ্বতে পৰিচিত হৈ পৰা ভেঙ্কটাৰমনক ছাৰ আশুতোষে কলিকতা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিবৰ বাবে আমন্ত্ৰণ জনায়। ছাৰ আশুতোষ মুখোপাধ্যায়ৰেই প্ৰচেষ্টাত ইতিপূৰ্বে কলিকতা বিশ্ববিদ্যালয়ত এটি বিজ্ঞানৰ গৱেষণাগাৰ স্থাপিত হৈছিল। পদাৰ্থ বিজ্ঞানৰ গৱেষণাৰ ক্ষেত্ৰত বিশ্ববিদ্যালয়খনৰ পৰিচালনা আৰু সংগঠনৰ সম্পূৰ্ণ দায়িত্ব দিয়া হয় ৰমনক। ১৯১৭ চনত ৰমনে বিত্ত বিভাগৰ চাকৰিৰ পৰা ইস্তাফা দি "Palit Professor of Physics" হিচাপে কলিকতা বিশ্ববিদ্যালয়ত যোগ দিয়ে। ইয়াৰ দুবছৰৰ পিছত "Indian Association for Cultivation of Science" অৰ ছেক্ৰেটেৰী ডা: অমৃতলাল সৰকাৰৰ মৃত্যু হোৱাত ৰমনক ইয়াৰ অবৈতনিক সচিব মনোনীত কৰা হয়। কলিকতা বিশ্ববিদ্যালয়ত শিক্ষাদানৰ লগে লগে ৰমনে নিজৰ গৱেষণাও চলাই যোৱাৰ লগতে ১৯৩৩ চনলৈকে "Association" অৰ দায়িত্বও বহন কৰি যায়। এই সময়তে ৰমনে "এছোচিয়েচন"ৰ তৰফৰ পৰা প্ৰকাশ কৰা Indian

Journal of Physics নামৰ বিজ্ঞান আলোচনীখনে আন্তৰ্জাতিক খ্যাতি অৰ্জন কৰিবলৈ ধৰে।

১৯২১ চনত ৰমন প্ৰথমবাৰৰ বাবে বিদেশ ভ্ৰমণলৈ যায়। এই ভ্ৰমণত তেওঁ আমেৰিকা আৰু ইউৰোপৰ বিভিন্ন গৱেষণাগাৰলৈ যায় আৰু বহিৰ্বিশ্বৰ বৈজ্ঞানিক বাতাবৰণৰ ভু লয়। এই বিদেশ ভ্ৰমণৰ সময়ত হোৱা সাগৰ যাত্ৰাৰ মাজতো ৰমনে সাগৰৰ জলৰাশিৰ ওপৰত বিচ্ছুৰিত সূৰ্যৰশ্মিৰ প্ৰভাৱ সম্পৰ্কে অধ্যয়ন কৰে আৰু সাগৰৰ বং নীলা হোৱাৰ সম্পৰ্কে আগবঢ়ায় এক নতুন তথ্য। ইয়াৰ আগেয়ে ব্ৰিটিচ পদাৰ্থ বিজ্ঞানী লৰ্ড ৰেলীয়ে আকাশৰ বং নীলা হোৱাৰ যি কাৰণ দৰ্শাইছিল ৰমনৰ তথ্য প্ৰমাণৰ ফলস্বৰূপে তাত অনেক আসোঁৱাহ্ দেখিবলৈ পোৱা যায়।

এগৰাকী বৈজ্ঞানিক হিছাপে ৰমনৰ বিশ্বজোৰা খ্যাতিৰ স্বীকৃতি দি ১৯২৪ চনত তেওঁক Fellow of the Royal Society মনোনীত কৰা হয়। এই সময়ত ৰমনে ৰঞ্জন ৰশ্মিৰ ওপৰত গৱেষণা আৰম্ভ কৰে।

১৯২৮ চনত এটা সৰু 'হিলগাৰ স্পেক্ট গ্ৰাফ' (Hilger Spectograph) ৰ সহায়ত পাৰা প্ৰতিবিম্বৰ জৰিয়তে অহা পোহৰৰ বিশ্লেষণ কৰি বিচ্ছুৰিত পোহৰৰ মাজত ৰমনে ধৰা পেলায় কেতবোৰ নতুন ধৰণৰ ৰশ্মিৰেখা। 'Quantum Theory' ৰ মাজত ৰমন আবিষ্কৃত এই নতুন সূত্ৰই ঠাই পায় 'ৰমন এফেক্ট' (Raman Effect) নামে।

বিশ্বৰ বিভিন্ন দেশৰ বৈজ্ঞানিক মহলৰ পৰা ৰমনক সন্মান জনোৱা হয়, তেওঁৰ এই কৃতকাৰ্যতাৰ বাবে। ১৯২৮ চনৰ বছৰতেই তেওঁক Mattencci Model ৰে সন্মানিত কৰে Italian Society of Science এ। ইয়াৰ পিছত ১৯২৯ চনত Frieburg বিশ্ববিদ্যালয়ে তেওঁক দিয়ে সন্মানিত Ph.D. । একে বছৰতে ব্ৰিটিচ চৰকাৰৰ তৰফৰ পৰা তেওঁক 'Knighthood' প্ৰদান কৰা হয় আৰু চূড়ান্তভাৱে ১৯৩০ চনত তেওঁলৈ আগবঢ়োৱা হয় পদাৰ্থ বিজ্ঞানৰ ন'বেল বঁটা। ১৮৩৩ চনত ৰমনক Indian Institute of Science অৰ পৰিচালক হিছাপে নিযুক্তি দিয়া হয়। তেওঁ এই পদ গ্ৰহণ কৰিয়েই পদাৰ্থ বিজ্ঞান চৰ্চাৰ প্ৰসাৰ ঘটোৱাৰ উদ্দেশ্যে ১৯৩৩ চনৰে এপ্ৰিল মাহত স্থাপন কৰে Institute of Physics নামৰ অনুষ্ঠান।

১৯৩৩ চনৰ পৰা ১৯৪৮ চনৰ এই ১৫ বছৰৰ ভিতৰত ৰমনৰ গৱেষণা প্ৰসূত বৈজ্ঞানিক তথ্যৰ ভিত্তিত ভাৰতীয় বিজ্ঞান প্ৰতিষ্ঠানৰ পৰা বিভিন্ন শ্ৰেণীৰ আন্তৰ্জাতিক বিজ্ঞান পত্ৰিকাত প্ৰকাশ পায় ৪৯১টা মৌলিক লেখা। এইবিলাকৰ

বিষয় আছিল বিভিন্ন ধৰণৰ। মুঠতে তেওঁৰ জীৱনকালত চলোৱা সকলোবোৰ গৱেষণাৰ ফলাফল সম্পৰ্কে আলোচনা সম্পূৰ্ণ হৈছে কেইখনো সু-বৃহৎ গ্ৰন্থতহে। সেই সকলোবোৰ আলোচনা ইয়াত সম্ভৱ নহয়।

ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছতে ৰমনৰ প্ৰতি কৃতজ্ঞতা জনাই ১৯৪৮ চনত তেওঁক 'National Professor' পদবীৰে সন্মানিত কৰে। ইয়াৰ পিছত ১৯৫৪ চনত ৰমনক সৰ্বোচ্চ ৰাষ্ট্ৰীয় সন্মান "ভাৰত ৰত্ন" উপাধিৰে সন্মানিত কৰা হয়। ১৯৫৭ চনত তেওঁ লাভ কৰে 'লেনিন' পুৰস্কাৰ।

৮২ বছৰৰ পৰিপক্ক বয়সলৈ জীয়াই থকা চন্দ্ৰশেখৰ ভেঙ্কটাৰমনে ১৯৭০ চনৰ ২১ নবেম্বৰ অৰিখে শেষ নিশ্বাস ত্যাগ কৰে।

বিশ্ববৰেণ্য বৈজ্ঞানিক চন্দ্ৰশেখৰ ভেঙ্কটাৰমনে তেওঁৰ জীৱন অতিবাহিত কৰে সকলো দিশৰ পৰা এজন আদৰ্শ ভাৰতীয় হিছাপে। প্ৰকৃতাৰ্থত তেওঁ আছিল এগৰাকী 'ভাৰত ৰত্ন।'

# আইভান টুৰ্গেনিভ

উনৈশ শতিকাৰ আৰম্ভণিৰ পৰা শেষলৈকে এই কালছোৱাক ৰুছ সাহিত্যৰ 'স্বৰ্ণযুগ' বুলি কোৱা হয়। কিয়নো এই শতিকাৰ ভিতৰতেই পুস্কিন, গোগল, দস্তয়েভস্কি, লিও টলষ্টয়, মেক্সীম গৰ্কী আৰু চেখৎৰ শ্ৰেষ্ঠ সাহিত্য কৰ্মৰ প্ৰকাশ ঘটে। কিন্তু এইসকল মহান লেখকৰ মাজত যাৰ লিখনীয়ে সৰ্ব প্ৰথম বিশ্ব সাহিত্যত স্থান পাইছিল তেওঁ হ'ল স্ব-মহিমাৰে মহিমাণ্ডিত মহান সাহিত্যিক আইভান চেৰ্গেইভিৰ টুৰ্গেনিভ। তেওঁ তেওঁৰ জীৱন কালতেই বিশ্বখ্যাতি অৰ্জন কৰে।

১৮১৮ চনৰ নৱেম্বৰ মাহৰ ৯ তাৰিখে মধ্য ৰাছিয়াৰ অৰেল নামে ঠাইত আইভান টুৰ্গেনিভৰ জন্ম হয়। তেওঁৰ দেউতাক চেৰ্গেই টুৰ্গেনিভ আছিল এজন অবসৰপ্ৰাপ্ত সামৰিক বিষয়া। মাক ভোৰভৰা পেট্ৰোভা আছিল এগৰাকী প্ৰতিপত্তিশালী জমিদাৰণী। তেওঁ ১,১০.০০০ (এশ দহ হাজাৰ) হেক্টৰ মাটিৰ জমিদাৰী আৰু ৫০০০ (পাঁচ হাজাৰ) ভূমি দাসৰ অধিকাৰিণী হিছাপে ভূমিদাস প্ৰথাৰ প্ৰকৃত সমৰ্থক আছিল। সেই কালৰ পৰা ভূমিদাস কৃষক সকলৰ ওপৰত তেওঁ সীমাহীন শোষণ আৰু অত্যাচাৰ চলাই গৈছিল। সেই প্ৰসঙ্গত টুৰ্গেনিভে নিজ জীৱনৰ স্মৰণিকাত এইদৰে উল্লেখ কৰিছে, "মই এনে এটা পৰিবেশত জন্ম গ্ৰহণ কৰিছো, ডাঙৰ দীঘল হৈছো, সমগ্ৰ শৈশৱ আৰু কৈশোৰ কাল অতিবাহিত কৰিছো— যি পৰিবেশত নানা ধৰণৰ শাৰীৰিক নিৰ্যাতন আছিল দৈনন্দিন জীৱনৰ এটা বিৰাট অংশ। মোৰ চকুৰ আগতেই এই নিৰ্যাতন চলিছিল ভূমিদাস সকলৰ ওপৰত। সেই সময়তেই ভূমিদাস প্ৰথাৰ প্ৰতি মোৰ মনত এক প্ৰচণ্ড ঘৃণাৰ ভাৱে ঠাই পায়।"

যৌৱনত ভৰি দিয়াৰ পিছতে টুৰ্গেনিভ এই ঘৃণনীয় আৰু অমানৱীয় প্ৰথাৰ বিলোপ সাধনৰ অৰ্থে নিজ কৰ্তব্য স্থিৰ কৰে।

এই কৰ্তব্য পালন কৰিবলৈ গৈয়েই মাকৰ লগত তেওঁৰ বিৰোধ আৰম্ভ হয়। মাকৰ সৈতে হোৱা এই বিৰোধ ভাৱৰ হেতুকেই তেওঁ এদিন গৃহত্যাগ কৰি গুচি যায়। টুৰ্গেনিভৰ ওপৰত মাকৰ দমনশীল স্বভাৱৰ যি বিৰূপ প্ৰভাৱ পৰে সিয়েই তেওঁৰ পৰৱৰ্তী কালৰ ৰচনা সমূহৰ মাজত সৃষ্টি কৰে একোটা বিশিষ্ট নাৰী চৰিত্ৰৰ। টুৰ্গেনিভে মাকৰ অত্যাচাৰী স্বভাৱৰ কঠোৰ সমালোচনাৰে তেওঁৰ আত্মজীৱনীত এইদৰে লিখিছে 'মই যাক ঘৃণা কৰো, তাৰে সৈতে একেলগে বাস কৰা, একেই বতাহত উশাহ নিশাহ লোৱা আৰু সেই ব্যক্তিৰ শাসন দমন সহ্য কৰি থকাটো মোৰ বাবে অসম্ভৱ হৈ পৰিছিল।... মোৰ চকুত ভূমিদাস প্ৰথা এক সামাজিক অবিচাৰ, এক অপৰাধ আৰু যিসকলে ইয়াৰ পৃষ্ঠ পোষকতা কৰে তেওঁলোক সমাজৰ আটাইতকৈ ডাঙৰ শত্ৰু।" টুৰ্গেনিভৰ নিজৰ কথাতে এই ঘৃণা শত্ৰুৰ বিৰুদ্ধে জীৱন জোৰা সংগ্ৰাম চলাই যাবৰ বাবে তেওঁ কিশোৰ কালতে 'হানিবেলৰ মামত' শপত গ্ৰহণ কৰে।

মস্কো চহৰৰ স্কুলত প্ৰাথমিক শিক্ষা গ্ৰহণৰ পিছত টুৰ্গেনিভে প্ৰথমে মস্কো বিদ্যালয় আৰু পিছত চেইন্ট পিটাৰ্চবাৰ্গ বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লাভ কৰে। ইয়াৰ পিছত তেওঁ ১৮৩৮ চনৰ পৰা ১৮৪১ চনলৈ এই তিনি বছৰ কাল বাৰ্লিন বিশ্ববিদ্যালয়ত শিক্ষা গ্ৰহণ কৰে। ইয়াতেই তেওঁ সেই কালৰ বিশ্ববৰেণ্য কেইগৰাকীমান মহান ব্যক্তিৰ সান্নিধ্য লাভ কৰে।

টুৰ্গেনিভৰ সাহিত্য চৰ্চা ইমান সৰু কালতে আৰম্ভ হয় যদিও, ১৮৩৪ চনত তেওঁৰ বয়স যেতিয়া ১৬ বছৰ, সেই সময়তহে তেওঁ আত্ম প্ৰকাশ কৰে। সকলোৰে সমাদৰ লাভ কৰা তেওঁৰ প্ৰথম পৰ্যায়ৰ সেই ৰচনা আছিল 'ষ্টেন' নামৰ এখনি গীতি নাটক। ইয়াৰ ঠিক পিছতেই প্ৰকাশ পোৱা 'পৰাশ্বা' নামৰ এটি দীঘল কবিতাইও বৌদ্ধিক মহলৰ দৃষ্টি আকৰ্ষণ কৰে।

১৮৪৩ চনত টুৰ্গেনিভ 'পলীন ভিয়াৰ্ডট' নামে এগৰাকী বিখ্যাত গায়িকাক লগ পায়, আৰু তেওঁৰে সৈতে গঢ় লৈ উঠে এক মধুৰ স্বৰ্গীয় প্ৰেমৰ সম্পৰ্ক। তেওঁলোকৰ সেই প্ৰেম আছিল কামগন্ধহীন। টুৰ্গেনিভৰ সমগ্ৰ জীৱনক শেষ কাললৈকে প্ৰভাৱান্বিত কৰি ৰাখিছিল পলীনৰ প্ৰেমে। তথাপি তেওঁলোক বিবাহপাশত আবদ্ধ হোৱা নাছিল। শাৰীৰিক ভাৱে তেওঁলোক দূৰে দূৰেই বৈ গৈছিল পৰস্পৰৰ পৰা।

টুৰ্গেনিভৰ প্ৰথম উপন্যাস 'ৰুদিন' প্ৰকাশ পায় ১৮৫৬ চনত। ইয়াৰ পিছত ১৮৬০ চনত 'ডন্ কুইক্সট্' আৰু ১৮৬২ চনত প্ৰকাশিত হয় তেওঁৰ

অন্যতম শ্ৰেষ্ঠ ৰচনা 'পিতা পুত্ৰ'। ইয়াৰ পূৰ্বেই ১৮৫৯ আৰু ১৮৬০ চনত যথাক্ৰমে প্ৰকাশ পোৱা তেওঁৰ আন দুখন উপন্যাস 'হ্ম অব্ দি জেন্টি' আৰু 'অন দি ইভ্ উচ্চমানৰ সাহিত্য হিচাপে স্বীকৃত হ'লেও ডন কুইক্সট্ আৰু পিতাপুত্ৰ, এই দুখন উপন্যাসে তেওঁক প্ৰদান কৰে বিশ্বখ্যাতি।

'পিতা-পুত্ৰ' ৰুছ ভাষাত প্ৰকাশিত হোৱাৰ এবছৰৰ পিছতে (১৮৬৩ চনত) অনুদিত হয় ক্ৰমে ফৰাচী, জাৰ্মান আৰু ইংৰাজী ভাষালৈ। এই গ্ৰন্থ প্ৰকাশ হৈ ওলোৱাৰ লগে লগেই ই ৰুছ সমাজত আলোড়নৰ সৃষ্টি কৰে। উপন্যাসখনৰ সম্পৰ্কে বিভিন্ন আলোচনী পত্ৰিকা আদিত বিতৰ্কমূলক প্ৰবন্ধাদি প্ৰকাশ 'হ'বলৈ ধৰে। বস্তুতঃ সেই কালৰ প্ৰায় প্ৰতিজন বিশিষ্ট ব্যক্তি আৰু ৰুছ বুদ্ধিজীৱীয়ে টুৰ্গেনিভৰ এই উপন্যাসখনৰ ওপৰত নিজ নিজ মন্তব্য আগবঢ়ায়। এই উপন্যাসখনৰ বিষয়বস্তু সম্পূৰ্ণৰূপে কালোচিত আছিল। আলোচ্য বিষয় কেৱল মাত্ৰ দুই পুৰুষৰ মাজৰ সংঘৰ্ষ নাছিল। তেতিয়া সময়ো আছিল জটিল আৰু উত্তেজনাপূৰ্ণ। প্ৰথম 'নিকলায়ৰ' অত্যাচাৰী আৰু অন্ধকাৰাচ্ছন্ন প্ৰায় ত্ৰিশ বছৰ জোৰা দীৰ্ঘ ৰাজত্ব সদ্যে অৱসান ঘটিছেহে। তেওঁৰ পিছত 'জাৰ' প্ৰথম নিকলায়ে সিংহাসন গ্ৰহণ কৰিয়েই কঠোৰ হাতেৰে দমন কৰিছে 'ডিচেমব্ৰিষ্ট' সকলৰ অভ্যুত্থান। ইয়াৰ পিছতেই 'জাৰ' প্ৰথম নিকলায় সমাজ জীৱনৰ যিকোনো বিক্ষোভ অৱদানৰ বাবে উঠিপৰি লাগে। 'পেট্ৰানেভ'ৰ পৰিচালনাধীন প্ৰগতিশীল যুৱচক্ৰৰ সদস্যসকল গ্ৰেপ্তাৰ হ'ল আৰু মৃত্যু দণ্ডেৰে দণ্ডিত হ'ল। টুৰ্গেনিভে ইতিমধ্যে 'চিকাৰীৰ দিনপঞ্জী' ৰচনা কৰি যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছে।

১৮৫৫ চনৰ পৰা ১৮৬২ চনৰ ভিতৰত দেশত ঘটা ঘটনা ৰাজিয়ে ৰুছ দেশৰ ভৱিষ্যত সম্পৰ্কে চিন্তাশীল ব্যক্তি সকলৰ মনত গভীৰ শঙ্কাৰ সৃষ্টি কৰে। টুৰ্গেনিভো ব্যথিত হয় দেশৰ এই দুৰৱস্থাত। তেওঁ লিখা মেলাৰ যোগেদি সোঁ আৰু বাম উভয় পন্থীকে তেওঁলোকৰ কাৰ্যপ্ৰণালীৰ বাবে কঠোৰ ভাৱে সমালোচনা কৰিবলৈ ধৰে। দৃষ্টিভঙ্গীৰ ফালৰ পৰা তেওঁ নিজে আছিল ধীৰ পৰিবৰ্তনত বিশ্বাসী 'উদাৰপন্থী।' কিন্তু লেখক হিচাপে টুৰ্গেনিভৰ শক্তি নিহিত আছিল তেওঁৰ মনত সমাজৰ প্ৰতি থকা সূক্ষ্ম সংবেদনশীলতাৰ মাজত।

সেইকালৰ আন এজন প্ৰখ্যাত ৰুছ সাহিত্যিক-সমালোচক আৰু চিন্তাবিদ বেলিনস্কিয়ে টুৰ্গেনিভৰ মাজত দেখিবলৈ পাইছিল গভীৰ বাস্তৱতাবোধ। ৰুছ বিপ্লৱী গণতন্ত্ৰৰ নেতৃ[illegible] টুৰ্গেনিভ সম্পৰ্কে এইদৰে কয়- 'যিবোৰ

নতুন চাহিদা, নতুন নতুন ধ্যান ধাৰণা সমাজ চৈতন্যত প্ৰবেশ কৰে সেইবিলাক তেওঁ বৰ সোনকালে ধৰিব পাৰিছিল আৰু সচৰাচৰ নিজৰ ৰচনাত এনে কেতবোৰ প্ৰশ্নৰ অৱতাৰণা আৰু তাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছিল যি বিলাকৰ আগমন আসন্ন আৰু হয়তো ইতিমধ্যেই ইয়াৰ প্ৰভাৱত সমাজ জীৱন আলোড়িত হৈছে।'

১৮৬৪ আৰু ১৮৬৫ চনত ৰচিত তেওঁৰ দুটি বিখ্যাত চুটি গল্প ক্ৰমে 'ফেনটমচ' আৰু 'এমাফ'ৰ মাজেদি জাৰ প্ৰশাসন আৰু বিপ্লৱীসকলৰ বিৰূপ সমালোচনা দাঙি ধৰাৰ পিছত তেওঁ স্বদেশত থকাটো একপ্ৰকাৰ অসম্ভৱ হৈ পৰে আৰু সেয়ে টুৰ্গেনিভে ৪৮ বছৰ বয়সত স্ব-নিৰ্বাসন গ্ৰহণ কৰি জাৰ্মানীত থাকিবলৈ লয়। জাৰ্মানীৰ বেডেন নামে ঠাইত কিছুকাল কটোৱাৰ পিছত তেওঁ প্ৰথমে পেৰিচলৈ যায় আৰু তাৰ পৰা গৈ চূড়ান্ত ভাৱে লণ্ডনত বসবাস কৰিবলৈ লয়। অৱশ্যে জীৱনৰ শেষৰ ফালে তেওঁ ফ্ৰান্সলৈ ঘূৰি আহে আৰু তাতেই পেৰিচৰ সমীপৱৰ্তী বগিভেলত ১৮৮৩ চনৰ ৩ ছেপ্তেম্বৰ তাৰিখে ৬৫ বছৰ বয়সত মৃত্যু হয়।

মৃত্যুৰ পূৰ্বে ৰচিত টুৰ্গেনিভৰ শেষ উপন্যাস 'ভাৰ্জিনচইল' প্ৰকাশিত হয় ১৮৭৭ চনত।

লেখক হিচাপে টুৰ্গেনিভৰ কথা কবলৈ যাওঁতে তেওঁৰ ৰচনাৰ গীতি ধৰ্মিতা আৰু আশ্চৰ্যকৰ সাঙ্গীতিক গুণৰ উল্লেখ কৰিব লাগিব সৰ্ব প্ৰথমে। টুৰ্গেনিভে নি:সন্দেহে এজন মহৎ কথা শিল্পী আছিল, কিন্তু কেৱল এই একমাত্ৰ গুণটোৱে কোনো লেখককেই মহিমা প্ৰদান কৰিব নোৱাৰে। টুৰ্গেনিভ আছিল স্বদেশৰ ইতিহাস আৰু বিশ্বইতিহাসৰ ক্ষেত্ৰত এক ঘটনা সঙ্কুল যুগৰ ব্যক্তি। তেওঁ ৰাজনৈতিক সংগ্ৰামী নাছিল কিন্তু তেওঁৰ ৰচনাৰ জৰিয়তে কছ জীৱনৰ অতি গুৰুত্বপূৰ্ণ আৰু বাস্তৱ ঘটনা ৰাজিৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়।

টুৰ্গেনিভৰ 'পিতা-পুত্ৰ' উপন্যাসৰ মূল চৰিত্ৰ বাজাৰঙৰ সেইকালৰ যুৱা লেখক সকলে 'কনিষ্ঠ প্ৰজন্মৰ প্ৰকৃত প্ৰতিনিধি' হিচাপে মূল্যায়ন কৰিছে। উপন্যাসখন পঢ়ি উঠি আৰ্টন চেখভে মন্তব্য কৰিছিল এনেদৰে- 'আ: কি সুন্দৰ এই 'পিতা-পুত্ৰ।' পঢ়ি ইচ্ছা যায় যেন নিজৰ প্ৰাণ ৰখাৰৰ বাবে চিএৰি চিএৰি মানুহ দুনুহ মাতো। 'বাজৰঙৰ' অসুস্থতাৰ এনে নিখুঁত বৰ্ণনা দিয়া হৈছে যে এই বিষয়ে পঢ়ি মই নিজেই দুৰ্বলতা বোধ কৰিবলৈ ধৰিলোঁ। মোৰ এনে লাগিবলৈ ধৰিলে যেন মই তেওঁৰ পৰা সংক্ৰমিত হৈ পৰিছোঁ।'...নি:সন্দেহে ই এক মহা প্ৰতিভা দীপ্ত সৃষ্টি।'

এশ বছৰৰো পূৰ্বে ৰচিত টুৰ্গেনিভৰ ৰচনাসমূহ আজিও আগৰ দৰেই প্ৰাণৱন্ত হৈ আছে।



লিও টলষ্টয়ে অন্যান্য কৃষক সকলৰ সৈতে পথাৰত হালো বাইছিল



জেমচ্ জইচ্



কামাল আতাতুৰ্ক

# পীয়েৰ অগাষ্টে ৰেনৰ

১৯ শতিকাৰ ইমপ্ৰেশ্যনিষ্ট চিত্ৰকৰ সকলৰ ভিতৰত পীয়েৰ অগাষ্টে ৰেনৰ আছিল এগৰাকী অনন্য সাধাৰণ প্ৰতিভাৰ চিত্ৰশিল্পী। তেওঁৰ জীৱনৰ প্ৰথম পৰ্ব আৰম্ভ হৈছিল পেৰিসৰ এটা 'প্ৰচেলিন' কাৰখানাৰ সহায়ক হিচাপে। তাৰো পূৰ্বে তেওঁ কৰিছিল সংগীতৰ সাধনা। কিন্তু ইয়াৰ কোনোটোতে তেওঁ সন্তুষ্ট হ'ব নোৱাৰি চূড়ান্তভাৱে ২০ বছৰ বয়সত শিকিবলৈ লৈছিল ছবি অঁকাৰ কাম। ইয়াৰ পিছৰ ২০ বছৰত ৰেনৰৰ চিত্ৰ কৰ্মসমূহ চিহ্নিত হৈছিল সৰ্বকালৰ মহান চিত্ৰ শিল্প হিচাপে।

পীয়েৰ অগাষ্টে ৰেনৰৰ জন্ম হৈছিল ১৮৪১ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে মধ্য ফৰাচীৰ লীমজে নামৰ ঠাইত। দেউতাক লিওনাৰ্ড আছিল এজন দৰ্জী। ৰেনৰৰ মাক মাৰ্গাৰেটেও সেই দৰ্জীৰ দোকানতে কাপোৰ সিঁযাৰ কাম কৰিছিল।

ৰেনৰৰ চাৰি বছৰমান বয়সত তেওঁৰ মাক দেউতাকে ৰেনৰক লৈ ৰাজধানী পেৰিচ চহৰলৈ আহি তাতেই থাকিবলৈ লৈছিল। ৰাজধানী চহৰখনত বসবাস কৰিবলৈ লোৱাৰ পিছত লিওনাৰ্ড-মাৰ্গাৰেটৰ সংসাৰখনত এটা হুলস্থূলীয়া পৰিবেশে বিৰাজ কৰিছিল সকলো সময়তে। অৱশ্যে সেই পৰিৱেশৰ প্ৰভাৱ নপৰিছিল শান্ত শিষ্ট ৰেনৰৰ মনত। তেওঁ নিশ্চিন্ত সুখ শান্তিৰ মাজতেই তেওঁৰ শৈশৱৰ দিনবোৰ পাৰ কৰিছিল।

শিশু ৰেনৰৰ কণ্ঠস্বৰ আছিল বৰ মিঠা। তেওঁৰ সেই সুৰলা কণ্ঠস্বৰেৰে সংগীত সাধনা কৰাটোৱেই ভাল হ'ব বুলি মাক-দেউতাকে তেওঁক 'পেৰিচ অপেৰা' সংগীত বিদ্যালয়ত ভৰ্তি কৰাই দিয়ালে। সেই সময়ত পেৰিচ অপেৰাৰ অধ্যক্ষ আছিল প্ৰখ্যাত সংগীতজ্ঞ 'গণড'। তেওঁৰেই অধীনত সংগীত শিক্ষাৰ পাঠ লবলৈ ধৰিলে ৰেনৰে। কিন্তু তেৰ চৈধ্যমান বছৰ বয়সলৈও সংগীত শিক্ষাৰ প্ৰাথমিক পৰ্যায়তে ৰৈ থাকি ৰেনৰে উপলব্ধি কৰিলে যে হয়তো

সংগীত তেওঁৰ বাবে নহয়। 'পেৰিচ অপেৰা'ৰ পৰা তেওঁ ওলাই আহি জীৱিকাৰ বাবে এটা সৰু প্ৰচেইলিন কাৰখানাৰ কামত সোমাল। কামটো হ'ল প্ৰচেইলিনেৰে নিৰ্মিত বিভিন্ন সামগ্ৰী সমূহৰ ওপৰত ৰং লগোৱা। মাজে সময়ে দুই এটা বস্তুৰ ওপৰত বিভিন্ন ৰঙৰ ছবি অঁকা। সময়ৰ লগে লগে এই কামত ৰেনৰ ইমানেই সিদ্ধহস্ত হৈ উঠিল যে তেওঁক সেই কাৰখানাৰ কৰ্মচাৰীসকলৰ লগতে স্বয়ং মালিকেও ধেমালিতে 'মিষ্টাৰ ৰুবেনচ' বুলি মাতিবলৈ ল'লে। বহুতেই এইটো লক্ষ্য কৰিলে যে ৰেনৰৰ মাজত লুকাই আছে এজন চিত্ৰ শিল্পীৰ সকলোবোৰ গুণ। তেওঁৰ দক্ষতালৈ লক্ষ্য কৰি তেওঁক এইবাৰ দিয়া হ'ল এটা বিশেষ ধৰণৰ কাম। সেই কাম হ'ল প্ৰচেইলিনৰ কিছুমান বগা পাত্ৰৰ ওপৰত 'মেৰী এণ্টনিয়াট'ৰ ছবি অঁকা। এই বিশেষ চিত্ৰকৰ্মটো কৰাৰ সময়তে ৰেনৰে গভীৰভাৱে উপলব্ধি কৰিলে যে তেওঁৰ অদৃষ্টত হয়তো এজন চিত্ৰশিল্পী হোৱাটোৱেই লিখা আছে। ৰেনৰৰ মন ক্ৰমাৎ ধাৱমান হ'ল চিত্ৰশিল্পৰ ফালে। প্ৰচেইলিন কাৰখানাৰ কামৰ অৱসৰৰ মাজে মাজে তেওঁ যাবলৈ ধৰিলে লুভাৰৰ 'আৰ্ট' গেলেৰী'লৈ। এই গেলেৰীত থকা ১৮ শতিকাৰ বিখ্যাত চিত্ৰ সমূহে ৰেনৰৰ মনত এক মচিব নোৱৰা প্ৰভাৱ পেলায়। তেওঁক বিশেষভাৱে আকৰ্ষিত কৰে 'ওৱাটেড', 'বাউচাৰ' আৰু ফ্ৰেগনাৰ্ডৰ কালজয়ী চিত্ৰসমূহে। ইয়াৰ লগতে ১৬ শতিকাৰ কেইটামান ভাস্কৰ্য শিল্পইও তেওঁক অনুপ্ৰাণিত কৰে। ৰেনৰে মনে মনে এজন চিত্ৰশিল্পী হোৱাৰে সংকল্প গ্ৰহণ কৰে।

১৮৬২ চনত ২১ বছৰ বয়সত ৰেনৰ ভৰ্ত্তি হয় পেৰিচৰ বিখ্যাত 'চাৰ্লচ গ্লেয়াৰ' আৰ্ট স্কুলত। চিত্ৰ শিল্প চৰ্চাৰ এই অনুষ্ঠানৰ প্ৰতিষ্ঠাতা চাৰ্লচ গ্লেয়াৰো আছিল সেই সময়ৰ এগৰাকী প্ৰখ্যাত চিত্ৰশিল্পী। তেওঁ ৰেনৰক উৎসাহিত কৰিছিল পেৰিচৰ লগতে দেশৰ অন্যান্য ঠাইত অৱস্থিত আৰ্ট গেলাৰী সমূহলৈ গৈ তাৰ চিত্ৰকৰ্ম সমূহৰ অধ্যয়ন কৰাৰ বাবে।

ৰেনৰৰ ওপৰত কেৱল যে চাৰ্লচ গ্লেয়াৰৰ শিক্ষাদানৰেহে প্ৰভাৱ পৰিছিল, এনে নহয়। সেই সময়ত চাৰ্লচ গ্লেয়াৰৰ অধীনত চিত্ৰ শিল্পৰ অধ্যয়ন কৰি থকা অন্যান্য ছাত্ৰসকলৰো গভীৰ প্ৰভাৱ পৰিছিল ৰেনৰৰ জীৱনত। কিয়নো সেই সময়ত সেই ছাত্ৰ সকলৰ ভিতৰতেই আছিল ক্লডিড মনেট, আলফ্ৰেড চিচলী আৰু ফ্ৰেডেৰিক বেজিলৰ দৰে পৰৱৰ্তী কালৰ বিশ্ববিখ্যাত চিত্ৰ শিল্পীসকল।

১৯ শতিকাৰ ৬০ আৰু ৭০ দশকত ৰেনৰ আৰু তেওঁৰ সেইসকল শিল্পী সতীৰ্থৰ চিন্তাৰ মাজতে জন্ম হৈছিল 'ইম্প্ৰেশ্যনিজিম'ৰ। আৰু ই বিকাশ

লাভ কৰিছিল সমসাময়িক 'আৰ্ট'ত ইয়াৰ প্ৰয়োগৰ মাজেৰে।

পেৰিচ চহৰৰ পৰা (খোজ কাঢ়ি) দুদিনৰ বাট গৈ পোৱা গৈছিল 'ফৰেষ্ট অব ফাউণ্টেইন ব্লু' নামে খ্যাত এখন অৰণ্য। পাহাৰ, বন, নদী, নিজৰাৰ এক অপূৰ্ব দৃশ্য। চাৰ্লচ গ্লেয়াৰৰ পৰামৰ্শক্ৰমে ৰেনৰ আৰু তেওঁৰ বন্ধুবৰ্গ মিলি সাধাৰণতে এই ঠাইলৈ গৈছিল ছবি আঁকিবৰ বাবে। তেওঁৰ শিল্পী বন্ধু মনেটৰ সৈতে এই ঠাইতে বহি অঁকা ছবি সমূহৰ মাজতেই ৰেনৰে তৈয়াৰ কৰিছিল তেওঁৰ এটা নিজস্ব শৈলী। ৰেনৰ হেৰাই গৈছিল শিল্পী কলাৰ এখন সুকীয়া জগতত। তেওঁৰ বন্ধু ক্লড মনেটৰো অৱস্থা আছিল তেওঁৰ দৰেই। কেনভাচ, ৰং আৰু তুলিৰ কোনোবা এবিধ সামগ্ৰীৰ অভাৱ হ'লেহে তেওঁলোক মাজে মাজে ঘূৰি আহিছিল পৃথিৱীৰ বাস্তৱজালৈ। স্বাভাৱিকতেই তেওঁলোকৰ অভাৱ ঘটিছিল সকলো ফালৰ পৰা। অভাৱ ঘটিছিল খোৱা-পিন্ধাৰ লগতে ৰং, তুলি আৰু কেনভাচৰো। ইফালে দেশত জ্বলিছিল ফ্ৰাংকো প্ৰুচিয়ান যুদ্ধৰ জুই।

সেই যুদ্ধ চলি থকাৰ মাজতে ৰেনৰ আৰু তেওঁৰ সংগীসকলে চৰকাৰী নিৰ্দেশত সৈন্যবাহিনীত ভৰ্তি হ'বলগা হয়। ইয়াৰ মাজতে সূত্ৰপাত হোৱা ১৮৭১ চনৰ গৃহযুদ্ধৰ মাজতে ৰেনৰে সৈন্যবাহিনীৰ কাম এৰি পেৰিচলৈ ঘূৰি আহে। তেওঁ পুনৰ ছবি আঁকিবলৈ লয়। এই সময়ত অঁকা তেওঁৰ ছবিসমূহৰ যোগেদি তেওঁৰ যথেষ্ট উপাৰ্জন হ'বলৈ ধৰে।

তেওঁৰ সেই উপাৰ্জনৰ ধনেৰে চেইণ্ট জৰ্জত এটা ষ্টুডিঅ' খুলি লয়। এই ষ্টুডিঅ' পৰৱৰ্তী দহ বছৰৰ বাবে হৈ পৰে 'ইম্প্ৰেশ্যনিষ্ট' সকলৰ এক গুৰুত্বপূৰ্ণ চৰ্চা কেন্দ্ৰ। কিন্তু ক্ৰমাগতভাৱে বাঢ়ি যোৱা হুলস্থূলীয়া পৰিবেশৰ বাবে ৰেনৰে সেই ষ্টুডিঅ' এৰি নিৰিবিলিত এটা সৰু ষ্টুডিঅ' খুলি লয়। অৱশ্যে এই ষ্টুডিঅ'ত তেওঁ বিচৰা মানসিক শান্তিখিনি পাইছিল যদিও এই সময়ত তেওঁৰ পুনৰ অৰ্থাভাৱ ঘটে। কিন্তু এনে সময়তে ভিক্টৰ কফেট নামৰ তেওঁৰ এজন গুণমুগ্ধ আৰু ছবিৰ প্ৰশংসকে ৰেনৰৰ যথেষ্ট সংখ্যক ছবি সংগ্ৰহ কৰি লৈ যায়। ইয়াৰ পৰা ৰেনৰৰ অৰ্থাভাৱ কিছু দূৰ হয়। ইয়াৰ পিছত শাৰ্পেণ্টিয়াৰ্ছ আৰু বেৰাৰ্ডছ নামৰ দুটা উচ্চ মধ্যবিত্ত ফৰাচী পৰিয়ালে ৰেনৰৰ শিল্প-চৰ্চাৰ পৃষ্ঠপোষকতা কৰিবলৈ লয়।

১৮৮০ চনত ৰেনৰে লগ পায় সুন্দৰী এলিন চেৰিগটক। শিল্পীজনাতকৈ প্ৰায় কুৰি বছৰ কম বয়সৰ এলিনৰ সৈতে তেওঁৰ প্ৰথম দৃষ্টিতেই প্ৰেম হয়। ইয়াৰ পিছত ১৮৮১ চনৰ গ্ৰীষ্মকালৰ ভিতৰত তেওঁলোকৰ মাজৰ সম্পৰ্ক

ক্রমাৎ গভীৰতৰ হয়।সেই সময়ত ৰেনৱে ইম্প্রেশ্যনিষ্ট ষ্টাইলৰ তেওঁৰ ধ্রুপদী সৃষ্টি 'দ্য লাঞ্চ্যন অব দি ব'টিং পাৰ্টি'ৰ কাম একপ্রকাৰ শেষ কৰিছিল। তেওঁৰ এই বিখ্যাত চিত্রত এলিনে এগৰাকী মডেলৰ ভূমিকা গ্রহণ কৰিছিল। ১৮৮২ চনত ৰেনৱে বিয়া কৰাইছিল এলিনক। জীৱনৰ শেষ কাললৈকে ছবি অঁকাৰ উপৰিও ভাস্কর্য শিল্পৰ ক্ষেত্রতো ৰেনৱে সূচনা কৰি থৈ যায় এক নতুন যুদ্ধৰ।

১৮৯৭ চনত ৰেনৰ পক্ষাঘাতত আক্রান্ত হয় যদিও তেওঁ ইয়াৰ পিছত প্ৰায় ২২ বছৰ কাল জীয়াই থাকি ১৯১৯ চনৰ ৩ ডিচেম্বৰ তাৰিখে মৃত্যুবৰণ কৰে। পক্ষাঘাতত আক্রান্ত হোৱাৰে পৰা কুৰি বছৰ কাল এখন আৰামী চকীত বহি বহিয়েই জীৱন কটাই দিয়া ৰেনৱে মৃত্যু হোৱাৰ দিনা পুৱাবেলাতো এখন ছবিৰ কামতে লাগি আছিল।

# টমাচ আলভা এডিচন

চলিত শতাব্দীৰ আৰম্ভণিতে এটি প্ৰশ্ন উত্থাপিত হৈছিল— কাৰ মূৰৰ দাম সকলোতকৈ বেছি। ইয়াৰ সৰ্বসম্মত উত্তৰ আছিল— টমাচ আলভা এডিচনৰ। তেওঁৰ প্ৰতিভা আছিল সম্পূৰ্ণ কালোপযোগী। শিল্প-সমৃদ্ধিৰ বিস্ময়কৰ যুগত এডিচনৰ আশ্চৰ্যকৰ আবিষ্কাৰসমূহে কেৱল যান্ত্ৰিক পদ্ধতিৰ দিশৰ পৰাই যে অসাধাৰণ আছিল তেনে নহয়, এই আবিষ্কাৰসমূহে নৱ-নৱ ক্ষেত্ৰতো দিক নিৰ্দেশ কৰিছিল। তেওঁ নিজ প্ৰতিভাৰ দ্বাৰা লিপিবদ্ধ শব্দৰ ইন্দ্ৰজালেৰে বিশ্ববাসীক উৎসাহী কৰি তুলিছিল। যিয়ে নহওঁক তেওঁৰ পূৰ্ববৰ্তী উদ্ভাৱকসকলৰ দৰে স্বৰ্গলৈ গৈও পুৰস্কাৰৰ বাবে অপেক্ষা কৰাৰ দৰে অপেক্ষা কৰিব লগা নহ'ল। তেওঁ জীৱিতকালতেই সংসাৰত যথেষ্ট সন্মান লাভ কৰে।

এডিচনৰ মৃত্যুৰ পিছত 'নিউ ইয়ৰ্ক টাইমচ্' পত্ৰিকাত লিখা হৈছিল— 'ইতিহাসত এডিচনৰ মূৰৰ নগদ দামেই সকলোতকৈ বেছি। উদ্ভাৱনী শক্তিসম্পন্ন এনে মস্তিষ্ক পৃথিৱীত ইয়াৰ আগতো ক'তো দেখা পোৱা নাই কেতিয়াও।'

এডিচন পৰিয়াল বিপ্লৱৰ আগেয়ে আমেৰিকালৈ গৈছিল। পিতৃ চেমুৱেল এডিচন আহিছিল এক ওলন্দাজ বংশৰ পৰা আৰু তেওঁৰ পূৰ্ব-পুৰুষসকল অষ্টাদশ শতিকাৰ আৰম্ভণিতে হলেণ্ডৰ পৰা আহি মাৰ্কিন উপনিবেশত বসতি স্থাপন কৰিছিল আৰু পিছত তেওঁলোক কানাডালৈ গুচি গৈছিল।

এডিচন পৰিয়ালৰ সৰ্বকনিষ্ঠ সন্তান আছিল টমাচ আলভা। ১৮৪৭ চনৰ ২১ ফেব্ৰুৱাৰীত তেওঁ জন্মগ্ৰহণ কৰিছিল। তেওঁৰ জন্মৰ সময়ত দেউতাকৰ বয়স আছিল ৪৩ বছৰ আৰু মাকৰ ৩৭ বছৰ। টমাচৰ শৈশৱ জীৱন আছিল নিৰুদ্বিগ্ন— একালৰ পৰা চাবলৈ গ'লে তেওঁ আছিল খুউব সৌভাগ্যবান। সু-সংহত পৰিয়াল, আৰামদায়ক গৃহ আৰু জীৱন যাত্ৰা খুউব আড়ম্বৰপূৰ্ণ

নহ'লেও বেচ স্বাচ্ছন্দ্যকৰ আছিল। টমাচৰ মাকে তেওঁৰ কনিষ্ঠ পুত্ৰৰ কল্পিত ক্ষীণ স্বাস্থ্যৰ বাবে খুউব খুৰাইছিল। টমাচৰ বয়স যেতিয়া সাতবছৰ, তেতিয়া তেওঁলোকৰ পৰিয়াল মিচিগানৰ পোৰ্ট হুৰান নামৰ কম জনবহুল চহৰলৈ গুচি যায়। তাত তেওঁলোকৰ কাঠৰ ব্যৱসায় ভালদৰেই চলিবলৈ ধৰে। এডিচন পৰিয়ালে এটি আহল-বহল ঘৰত বাস কৰিছিল। টম্ (মাক-দেউতাকে তেওঁলোকৰ কনিষ্ঠ সন্তানক এই নামেৰেই মাতিছিল) এখন স্কুলত ভৰ্তি হয়। তেওঁৰ মাকে পুত্ৰক সদায় কৈছিল,— 'তুমি সকলো ছাত্ৰৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ ছাত্ৰ হ'ব লাগিব।' কিয় জানো টমৰ ওপৰত মাকৰ খুউব ভৰসা আছিল। কিন্তু টম অলপ স্বপ্নবিলাসী আছিল। তেওঁৰ এই অভ্যাসক শিক্ষকসকলে অমনোগিতা বুলি ধৰি লৈছিল। স্কুলৰ পৰা আপত্তি আহিল যে টমাচ ক্লাছত অমনোযোগী। কিন্তু এই কথাটো টমৰ মাকে মানি ল'বলৈ টান পালে আৰু তেওঁক স্কুলৰ পৰা একেবাৰে আনিলে। মাত্ৰ তিনিমাহ আছিল তেওঁৰ ছাত্ৰ জীৱন। জীৱনত আৰু কেতিয়াও তেওঁ স্কুলৰ চৌহদত ভৰি দিয়া নাছিল; কিন্তু শৈশৱৰে পৰা তেওঁৰ শিক্ষাৰ প্ৰতি গভীৰ আগ্ৰহ আছিল। তেওঁৰ মাকে নিজেই পুত্ৰক লেখা-পঢ়া শিকাইছিল।

পাঠৰ লগতে হাতে-কামে পৰীক্ষা কৰি চোৱাৰ বাবে টম অতি আগ্ৰহী আছিল। এই পৰীক্ষাবোৰৰ ফল আছিল অদ্ভুত। তেওঁৰ বয়স যেতিয়া বাৰ বছৰ তেতিয়া ঘৰৰ ভূ-গৰ্ভস্থ কোঠালীটো বাকচ আৰু বটলেৰে সজাই তুলি কৈছিল— সেইটো তেওঁৰ লেবোৰেটৰী। তেতিয়াৰ পৰাই তেওঁৰ অসাধাৰণ প্ৰতিভাৰ বিকাশ হ'বলৈ ধৰে। টমাচক প্ৰয়োজনীয় আহিলা-পাতিৰ বাবে অৰ্থৰ প্ৰয়োজন হোৱাত এদিন মাক-দেউতাকক ক'লে যে তেওঁ ব্যৱসায়ত নামিব। পুত্ৰৰ কথা শুনি তেওঁলোক দুয়ো বিস্মিত হৈ উঠিল। কিন্তু তেওঁলোকৰ আপত্তি অগ্ৰাহ্য কৰি টম অৰ্থকৰী উদ্যোগত লিপ্ত হ'ল। ১৩ বছৰ বয়সত তেওঁ সংবাদ পৰিবেশনাৰ কাম আৰম্ভ কৰে। টম হৈ উঠিল— 'নিউজ বয়' আৰু তাৰ লগে লগে তেওঁ ফেৰিৱালাও হ'ল— ট্ৰেনত পোৰ্ট হুৰেন আৰু ডেট্ৰিয়ট ষ্টেচনৰ মাজত বাদাম বিক্ৰী কৰিবলৈ ধৰে। কিছুদিন পিছত তেওঁ খবৰ পায় যে সস্তাদামত এটা ছপাখানা বিক্ৰী হ'ব। তেওঁ বেচ লাভতে সেই ছপাখানাটো কিনি লয়। সেই মুদ্ৰাযন্ত্ৰৰ পৰাই প্ৰকাশিত হয় এক পৃষ্ঠাৰ এখনি সংবাদ পত্ৰ। স্থানীয় সংবাদ তেওঁ নিজেই সংগ্ৰহ কৰে, নিজেই সম্পাদনা কৰে আৰু ছপা হ'লে নিজেই বিক্ৰী কৰে। অলপদিনৰ ভিতৰতে তেওঁৰ গ্ৰাহকৰ সংখ্যা যথেষ্ট বৃদ্ধি পায়। সেই সময়ত ডেট্ৰিয়েট ফ্ৰি প্ৰেছ নামক

কাকতথন উলিয়াই এডিচনে লাভ কৰিছিল এশ ডলাৰ। ১৫ বছৰ বয়সৰ ল'ৰা এটাৰ বাবে এয়া সাধাৰণ কথা নহয়।

এডিচনে কৈছিল— 'এই আইডিয়াটোৰ পৰাই অৰ্থাৎ এনেদৰে কাকত বিক্ৰী কৰি অলপদিনৰ ভিতৰতে মই যথেষ্ট টকা কৰিছিলোঁ আৰু তাৰ পৰাই মই টেলিগ্ৰাফি শিকিবলৈ সুযোগ পালোঁ। তেওঁৰ কিশোৰ মনত জাগৃত হয় অদম্য কৌতুহল সাংকেতিক লিপি পঠোৱাৰ পদ্ধতি শিকিবলৈ। তেওঁ মাউন্ট ক্লিচেন্স ষ্টেচনৰ ষ্টেচন মাষ্টাৰ আৰু সহকৰ্মীসকলৰ ওচৰত মৰ্হৰ সাংকেতিক লিপি আৰু তাৰ লগতে তাঁৰবাৰ্তা পঠোৱাৰ পদ্ধতিৰ বিষয়ে প্ৰশিক্ষণ লয়।

টেলিগ্ৰাফি শিকাৰ পিছৰ পৰা ৰেলগাড়ীয়েই তেওঁৰ ঘৰ হৈ পৰে। যাত্ৰীসকলৰ মাল-পত্ৰ যিটো কোঠালীত ৰখা হয় তাতেই এটা লেবোৰেটৰী গঢ়িবলৈ তেওঁ অনুমতি পায়। মাত্ৰ ১৬ বছৰ বয়সতে কে'বাটাও সফল উদ্যোগৰ মাজেৰে অগ্ৰসৰ হৈ নিজৰ ভৰিত থিয় দিব পৰা অৱস্থাত উপনীত হ'ল টমাচ আলভা। টেলিগ্ৰাফ অপাৰেটৰৰ কাম শিকি তেওঁ মাহিলী বেতনৰ প্ৰথম চাকৰি পায় কানাডাত। টম পৰিশ্ৰমী আছিল; কিন্তু তাৰ লগতে আছিল তেওঁৰ চঞ্চল স্বভাৱ। পৰৱৰ্তী পাঁচটা বছৰ তেওঁ ক্ৰমাগতভাৱে ভ্ৰমণ কৰিয়েই কটায়। একে ঠাইতে থাকিবলৈ অসন্মত হ'লে তেওঁযে অকল চাকৰিয়ে হেৰুৱাব তেনে নহয়, তেওঁৰ প্ৰাত্যহিক কামো ক্ষতিগ্ৰস্ত হয়। তেওঁ পৰীক্ষা চলাই যায় আৰু তাৰবাবেই তেওঁ চাকৰি হেৰুৱাব লগা হয়। এই পৰীক্ষাসমূহৰ বাবে বহু সময়ত গোটেই ৰাতি উজাগৰে থাকিবলগীয়া হৈছিল।

২১ বছৰ বয়সত উপনীত হৈ টমৰ ভাব হ'ল— তেওঁ যথেষ্ট ভ্ৰমণ কৰিলে, এইবাৰ তেওঁৰ জীৱনৰ দিক পৰিবৰ্তনৰ সময় আহিছে। বোষ্টনৰ ওৱেষ্টাৰ্ন ইউনিয়ন টেলিগ্ৰাফ অফিচত তেওঁ ৰাতিৰ চাকৰি পায়; দিনৰ ভাগত তেওঁৰ অফুৰন্ত অৱসৰ। সেই অৱসৰৰ অপ-ব্যৱহাৰ টমে নকৰিবলৈ সিদ্ধান্ত লয়। দিনৰ ভাগত তেওঁ ভাৱা কৰা লেবোৰেটৰীত বহি চিন্তাসমূহক বাস্তৱ ৰূপ দিয়ে আৰু মাত্ৰ চাৰি ঘণ্টা তেওঁ শোৱে। টেলিগ্ৰাফৰ বহুবিধ যন্ত্ৰপাতি তেওঁ সেই সময়তে উদ্ভাৱন কৰে। কিন্তু সেই আবিষ্কাৰৰ প্ৰতি কোনোৱে আগ্ৰহ দেখুওৱা নাছিল। তেতিয়া এডিচনে ভোট ৰেকৰ্ড কৰাৰ এটি যন্ত্ৰ উদ্ভাৱন কৰিলে, আৰু সেই যন্ত্ৰটিৰ দ্বাৰাই তেওঁ ১৮৬৮ চনত প্ৰথম পেটেন্ট বা বিশেষ অধিকাৰ পত্ৰ গ্ৰহণ কৰে। তাৰ পিছৰ পৰাই এডিচনৰ আত্মবিশ্বাস সুনিশ্চিত হয়। সেয়েহে তেওঁ সংকল্প কৰে যে, তেওঁ এনেধৰণৰ বস্তু উদ্ভাৱন কৰিব যিবোৰ মানুহৰ প্ৰয়োজনীয় আৰু গ্ৰাহকে স্বেচ্ছাই কিনিব। তেওঁ

নিউইয়র্কলৈ গুচি যায়। এই তৰুণ যুৱকজন নি:কিন অৱস্থাত এই চহৰলৈ আহে যদিও টেলিগ্ৰাফত কাম কৰা অপাৰেটৰ এজনে এডিচনক এক ডলাৰ ধাৰলৈ দিয়ে। কেৱল সেয়ে নহয়, তেওঁৰ চেষ্টাতে এডিচনে গোল্ড ইণ্ডিকেটৰ কোম্পানিৰ বেটাৰী ঘৰত থাকিবলৈ ঠাইও পায়। এই প্ৰতিষ্ঠানটিৰ এটি যান্ত্ৰিক বিজুতি মেৰামতি কৰি দিয়াৰ পুৰস্কাৰ স্বৰূপে মাহিলী তিনিশ ডলাৰ দৰ্মহাত কোম্পানিৰ ফ'ৰম্যান নিযুক্ত হয় টমাচ।

আগৰ দৰেই দৰমহাৰ টকাৰে এডিচনে সৰু-সুৰা কাৰখানা এটি তৈয়াৰ কৰে আৰু কিছু যন্ত্ৰপাতিও কিনে। অলপদিনৰ ভিতৰতে তেওঁ গোল্ড ইণ্ডিকেটৰ কোম্পানি উদ্ভাৱিত পদ্ধতিৰ অপেক্ষাকৃত উন্নততৰ এটি পদ্ধতি উদ্ভাৱন কৰে। ইতিমধ্যে তেওঁ ইয়াৰ বাবে চাকৰি ইস্তফা দিছিল। চাকৰি ইস্তফা দি তেওঁ এই নতুন আবিষ্কাৰটোৰ বাবে তেওঁৰ সমস্ত সম্বল নিয়োগ কৰে। যন্ত্ৰটো সম্পূৰ্ণ হৈ উঠাত তেওঁ পূৰ্বৰ মালিকৰ ওচৰত বিক্ৰী কৰিবলৈ ইচ্ছা কৰিলে। দামৰ কথা উত্থাপন কৰিবলৈ গৈ এডিচনে অলপ ইতস্তত: কৰিলে— পাঁচ হাজাৰ ডলাৰ বিচাৰিলে খুউব বেছি হ'ব নে তিনি হাজাৰ বিচাৰিলে খুউব কম হ'ব সেইটো তেওঁ ঠিক কৰিব নোৱাৰি বিষয়টো কোম্পানিৰ বিবেচনাৰ ওপৰত এৰি দিলে। চল্লিশ হাজাৰ ডলাৰ পালে আপুনি সন্তুষ্ট হ'বনে ? — কোম্পানিৰ পৰা এই উত্তৰ পাই এডিচনে বিস্ময়ত হতবাক হৈ পৰে। তেতিয়াও তেওঁৰ বয়স বাইশ বছৰ হোৱা নাই।

এই বিপুল পৰিমাণৰ অৰ্থ তেওঁৰ হাতলৈ অহাত তেওঁ এটা ডাঙৰ কাৰখানা খুলিলে। দিন ৰাতি কাৰখানাৰ কাম চলিব ধৰিলে। তেওঁ নিজেই ফ'ৰম্যানৰ কাম কৰিবলৈ লাগিল। যিমানেই কাম বাঢ়িল সিমানেই কম শোৱা-খোৱা হ'ল। আবিষ্কাৰসমূহে যেন তেওঁৰ মূৰত ভিৰ কৰিবলৈ লাগিল। ১৮৭৬ চনলৈকে তেও এশ বাইশটা পেটেণ্ট গ্ৰহণ কৰিবলগা হৈছিল। ২৪ বছৰ বয়সত তেওঁ মেৰী ষ্টীল ওৱেলৰ সৈতে বিবাহ বন্ধনত আৱদ্ধ হৈছিল। মেৰীয়ে এডিচনৰ লেবোৰেটৰীত তেওঁক সহায় কৰিছিল। বিয়াৰ ছবছৰৰ ভিতৰত তেওঁলোকৰ এটি কন্যা আৰু দুটি পুত্ৰৰ জন্ম হয়। ১৮৭৮ চনত এডিচন নিউ জাৰ্চিৰ অন্তৰ্গত মেনলো পাৰ্ক নামে এখন সৰু চহৰলৈ আহে। ইয়াত তেওঁ নিজ বাসগৃহৰ ওচৰতে এটি ওৱৰ্কশ্বপ খোলে। তেওঁৰ নৱ-নৱোন্মেষশালিনী প্ৰতিভা নতুন নতুন আবিষ্কাৰৰ মাজেৰে সাৰ্থক হ'বলৈ ধৰিলে। তাঁৰৰ মাধ্যমেৰে দূৰতম স্থানত মুহূৰ্তৰ ভিতৰতে সাংকেতিক লিপি প্ৰেৰিত হৈ পৃথিৱীক চমৎকৃত কৰিছিল টেলিগ্ৰাফে; কিন্তু সিতো মূক বাণী।

এইবাৰ মুখৰ বাণীক দূৰতম স্থানলৈ তাঁৰৰ মাধ্যমেৰে প্ৰেৰণ কৰাৰ কৌশল আবিষ্কাৰ কৰিলে এডিচনে। মানুহৰ কণ্ঠস্বৰ মুহূৰ্তৰ ভিতৰতে দূৰতম স্থানলৈ প্ৰেৰণৰ উপায় প্ৰথমে উদ্ভাৱন কৰে গ্ৰাহাম বেলে। ইয়াৰেই নাম টেলিফোন বা দূৰভাষ যন্ত্ৰ। বেলৰ উদ্ভাৱিত যন্ত্ৰটো প্ৰয়োগৰ দিশৰ পৰা সিমান উন্নত নাছিল। এডিচনে কাৰ্বন ট্ৰেন্সমিটাৰ উদ্ভাৱন কৰি টেলিফোনক সম্পূৰ্ণতা প্ৰদান কৰে।

৩০ বছৰ বয়সত এডিচনে ফনোগ্ৰাফ (বৰ্তমান গ্ৰামোফোন ৰেকৰ্ড) আবিষ্কাৰ কৰি বিশ্ববাসীক চমৎকৃত কৰিলে। মানুহৰ কণ্ঠস্বৰ ধৰি ৰাখি ইচ্ছামতে তাক পুনৰ শুনাতো সেই দিনত সঁচাকৈয়ে অকল্পনীয় আছিল। ইয়াৰ দুবছৰ পিছত, ১৮৭৯ চনৰ শেষৰ দিনাখন পৃথিৱীৰ মানুহক তেওঁ আৰু এটি বস্তু উপহাৰ দিয়ে— ইলেক্ট্ৰিক বাল্বৰ আধাৰত বিধৃত বৈদ্যুতিক পোহৰ। বত্ৰিশ বছৰ বয়সত তেওঁ জাতিৰ গৌৰৱৰ পাত্ৰ হৈ উঠিছিল। চল্লিশ বছৰ বয়সত তেওঁ উদ্ভাৱক হিছাপে বিশ্ব-বিশ্ৰুত হৈ উঠিছিল। উদ্ভাৱনৰ ক্ষমতা, খ্যাতি আৰু অৰ্থৰ বলত এডিচন যেন পৃথিৱীৰ বাবে এটি বিস্ময়ত পৰিণত হৈছিল। শেষ দিনলৈকে তেওঁ কৰ্মঠ আছিল। ১৯৩১ অক্টোবৰৰ ১৮ তাৰিখে ৮৪ বছৰ বয়সত মানুহৰ পৃথিৱীক আৰু আৰামপ্ৰদ কৰি থৈ, এই উদ্ভাৱক শ্ৰেষ্ঠজনে পৃথিৱীৰ পৰা চিৰ বিদায় গ্ৰহণ কৰে।

# টি. এছ্. ইলিয়ট

টি-এছ ইলিয়ট বিগত অৰ্ধ শতাব্দীৰ কাব্য সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ। কৱিত্ব আৰু দাৰ্শনিক চিন্তাধাৰাই সাৰ্থক কৰি তুলিছে তেওঁৰ প্ৰতিভা। এই গৰাকী বিশ্ববিশ্ৰুত কবিৰ জন্ম হয় আমেৰিকাৰ নিউ ইংল্যণ্ডৰ এটি পৰিয়ালত ১৮৮৮ ৰ ২৬ ছেপ্তেম্বৰত। তেওঁৰ ককাক আছিল এগৰাকী ধৰ্মযাজক আৰু ৱাশ্বিংটন বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাতা। ইলিয়ট মাক-দেউতাকৰ ছয়টি সন্তানৰ ভিতৰত কনিষ্ঠপুত্ৰ আছিল। তেওঁৰ পৰিয়াল আছিল শিক্ষা, চৰিত্ৰ, সামাজিক মৰ্যাদা আদি সকলো দিশতে সংস্কৃতি সম্পন্ন। মাক সমাজ সংস্কাৰৰ লগতে আছিল কবি আৰু বিদুষী ৰমণী। সেয়ে ইলিয়ট মাকৰ কবিত্ব শক্তিৰ এক যোগ্য উত্তৰাধিকাৰী হ'ব পাৰিছিল। পৰৱৰ্তীকালত ইংল্যণ্ডৰ কাব্য-জগতৰ এক নৱ দিগন্ত উন্মোচিত হৈছিল বুদ্ধিদীপ্ত এই প্ৰতিভাৰ স্পৰ্শত।

১৯০৯ ত ইলিয়ট হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ পৰা দৰ্শনত স্নাতক হয় আৰু তাৰ পিছৰ বছৰত স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ পেৰিছৰ চৰবোৰ্ণত প্ৰৱেশ কৰে। সেই ঠাইত কিছুদিন অধ্যয়ন কৰাৰ পিছত তেওঁ অক্সফোৰ্ডৰ মাৰ্টন কলেজত অধ্যয়ন কৰিবলৈ লয়। ছাত্ৰ জীৱনতেই ইলিয়টে ইংৰাজীৰ উপৰিও গ্ৰীক, লেটিন, ফৰাচী, জাৰ্মান ভাষাৰ উপৰিও ইউৰোপৰ চিৰায়ত সাহিত্য সম্পূৰ্ণ অধ্যয়ন কৰে। আনকি তেওঁৰ অধ্যয়ন স্পৃহাৰ পৰা সংস্কৃত ভাষাও বাদ পৰা নাছিল। ইলিয়ট ছাত্ৰ জীৱনতে বহুতো খ্যাতনামা অধ্যাপকৰ সান্নিধ্যলৈ আহে আৰু শিক্ষা জীৱনৰ সমাপ্তিৰ পিছতে আৰম্ভ কৰে শিক্ষকতা। কিন্তু শিক্ষকতাৰ প্ৰতি ইলিয়টৰ আছিল প্ৰবল বিতৃষ্ণা। সেই বাবে চাৰিবছৰ পিছত তেওঁ শিক্ষকতাৰ চাকৰি বাদ দি বেংকৰ চাকৰিত সোমায়। ভৱিষ্যতে কবি হ'বলৈ হেপাহ পুহি ৰখা ইলিয়ট হ'ল এজন বেংকৰ লেজাৰ-কীপাৰ। এই চাকৰি কৰে তেওঁ একেৰাহে আঠ বছৰ। বেংকৰ চাকৰি কৰি থকা সময়তে

তেওঁ ভিভিয়েন হেগ নামৰ নৰ্তকী এজনীক বিয়া কৰায়। ভিভিয়েন আছিল এগৰাকী বিখ্যাত ইংৰাজ চিত্ৰকৰৰ ছোৱালী। ইলিয়টৰ বয়স তেতিয়া ২৭ বছৰ। ২৭ বছৰত দাম্পত্য জীৱন আৰম্ভ কৰা ইলিয়টৰ গোটেই জীৱন সুখতেই অতি বাহিত হৈছিল।

অৱশ্যে ইলিয়টে চাকৰি জীৱন আৰু দাম্পত্য জীৱনৰ আগৰে পৰাই সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল। সেয়ে অৱসৰ সময়ত তেওঁ "ইগ'ইষ্ট" (Egoist) নামৰ বাতৰি কাকত এখনৰ সম্পাদকীয় বিভাগত যুক্ত হয় আৰু সেই একেই সময়তে তেওঁ "এথেনিয়াম" আৰু "টাইমচ্ লিটাৰাৰি চাপ্লিমেণ্ট"ৰ গ্ৰন্থ সমালোচনাৰ দায়িত্ব বহন কৰে। সাহিত্য জগতত বিদগ্ধ সমালোচক হিচাপে প্ৰতিষ্ঠা লাভ কৰা ইলিয়টৰ সাহিত্যিক জীৱন এইদৰেহে আৰম্ভ হৈছিল। কবিতা অৱশ্যে তেওঁ ইয়াৰ আগতেই লিখা আৰম্ভ কৰিছিল। বেংকত চাকৰি কৰিলেও সাহিত্য ক্ষেত্ৰই ইলিয়টক অনবৰতে আকৰ্ষণ কৰি থাকে। মনৰ মাজত কেৱল দোলা দি থাকে এটা কথাই— চাকৰি কৰিবনে সাহিত্য কৰ্মত একাণপটীয়াকৈ লাগিব ? সেই দোদুল্যমান অৱস্থাত থাকোঁতেই তেওঁৰ দুই-এখন কবিতা পুথি প্ৰকাশ পায় আৰু কবি হিচাপেও কিছু খ্যাতি অৰ্জন কৰে। লণ্ডনৰ সুপ্ৰসিদ্ধ পুথি প্ৰকাশক প্ৰতিষ্ঠান "ফবাৰ য়্যাণ্ড ফেবাৰ"ৰ পৰাই ইলিয়টৰ কবিতা পুথি কেইখনি প্ৰকাশ পাইছিল। প্ৰকাশক গোষ্ঠীয়ে কিন্তু প্ৰথমে এজন অপৰিচিত কবিৰ কবিতাই পঢ়ুৱৈৰ সমাদৰ পাব বুলি ধাৰণা কৰা নাছিল; কিন্তু তেওঁৰ কবিতা পুথি কেইখন বজাৰ পোৱাৰ লগে লগে হাজাৰে হাজাৰে বিক্ৰী হৈ গ'ল। তেতিয়া সেই প্ৰকাশক গোষ্ঠীৰ পৰা ইলিয়টলৈ এটি অনুৰোধ আহিল, যদি তেওঁ প্ৰকাশক গোষ্ঠীৰ এক বিভাগ হিচাপে কামত যোগ দিয়ে তেনেহ'লে মাহিলী আঢ়াইশ পাউণ্ড দৰমহা দিবলৈ সন্মত। তেতিয়া ইলিয়টে বেংকৰ চাকৰি বাদ দি "ফবাৰ য়্যাণ্ড ফেবাৰ"ত যোগ দিয়ে। এই কামত তেওঁ খুউব কম দিনৰ ভিতৰতে নিজৰ দক্ষতা প্ৰদৰ্শন কৰি সঞ্চালকৰ পদ লাভ কৰিলে।

ফবাৰ কোম্পানীৰ কামত যোগ দিয়াৰ ফলত যে অকল তেৱেঁই উপকৃত হৈছিল এনে নহয়, সামগ্ৰীক ভাৱে ইংল্যাণ্ডৰ কাব্য জগতো সমানেই লাভবান হৈছিল। তৰুণ আৰু আধুনিক কবি গোষ্ঠীয়ে ইংল্যাণ্ডৰ কাব্য জগতত লাহে লাহে প্ৰৱেশ কৰাৰ পথ সুগম কৰি দিছিল ফবাৰৰ অন্যতম ডিৰেক্টৰ স্বয়ং ইলিয়টে। তৰুণ কবিৰ কবিতা মৰ্যাদা সহকাৰে প্ৰকাশ পাবলৈ লয়। কাব্যিক জগতত ইলিয়টে যেনেকৈ এটা যুগৰ সৃষ্টি কৰে, কাব্য গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰতো তেওঁ তেনেদৰে আগৰুৱা হৈ পৰে। কুৰি শতিকাৰ ইউৰোপৰ কাব্য জগতক

নেতৃত্ব দিয়া ইলিয়টৰ বৈশিষ্ট্যৰ এটা হ'ল তেওঁৰ নিজস্ব প্ৰতিভা আৰু আনটো ফৰাৰ কোম্পানীৰ সৈতে তেওঁৰ নিবিড় সংযোগ। ১৯২৭ ত ইলিয়টে ব্ৰিটিছ নাগৰিকত্ব লাভ কৰে আৰু তেতিয়াৰ পৰাই ইংল্যণ্ড হ'ল তেওঁৰ দ্বিতীয় মাতৃভূমি।

ইলিয়টৰ শ্ৰেষ্ঠ পৰিচয় হ'ল তেওঁ এগৰাকী কবি। এই যুগৰ কবিতাৰ নতুন ধাৰা প্ৰবৰ্তন কৰা পুৰোহিত। বিশ্বৰ সকলো আধুনিক কবিৰ ওপৰত তেওঁ অসামান্য প্ৰভাৱ বিস্তাৰ কৰে। কাব্য সাহিত্যৰ এক নতুন ধাৰাৰ তেওঁ প্ৰধান প্ৰবক্তা। জীৱনক ভাল পাইও মোহমুক্ত দৃষ্টিৰে জগত আৰু জীৱনৰ যি ধ্ৰুপদী ব্যাখ্যা তেওঁ দিছিল অলংকাৰ বৰ্জিত ভাষাৰে, ইয়েই এই যুগৰ কাব্য-সাহিত্যত যুগান্তৰ সৃষ্টি কৰিছিল। যুদ্ধোত্তৰ যুগৰ অৱসাদ, সংশয় আৰু ক্লেদাক্ত্ৰেশ্জীৱন যন্ত্ৰণা প্ৰতিফলিত হৈছিল তেওঁৰ কবিতাত। নতুন চিন্তাধাৰাক ৰূপায়িত কৰাৰ বাবে তেওঁ নতুন আঙ্গিক আৰু ৰচনা শৈলীৰ আশ্ৰয় গ্ৰহণ কৰে। কাব্য চিন্তাৰ ক্ষেত্ৰতো ইলিয়টে পূৰ্বসুৰীসকলতকৈ আছিল স্বতন্ত্ৰ আৰু মৌলিক।

এই গৰাকী বিদগ্ধ কবিৰ কাব্য চিন্তা বিশ্লেষণ কৰিলে দেখা যায় যে, তেওঁ এক নতুন কাব্য দৰ্শন গঢ়ি তোলাত সাফল্য লাভ কৰিছিল। মানুহৰ অন্ত:সাৰশূন্যতা, জীৱনৰ শুষ্কতা আৰু ভঙ্গুৰতাৰ আৰ্তনাদ তেওঁৰ কবিতাত যিমান ধ্বনিত হৈছে, ইলিয়টৰ পূৰ্বৰ কবিৰ কবিতাত সেই ধ্যান-ধাৰণা পৰিলক্ষিত হোৱা নাই। আজিৰ দিকভ্ৰান্ত মানুহে পুৰণি সকলো বিশ্বাস হেৰুৱাই পেলাইছে, অথচ জীৱনটো সুকলমে চলাই নিয়াৰ বাবে নতুন কোনো আদৰ্শৰো সন্ধান পোৱা নাই। এই যুগৰ সভ্যতা সেই বাবেই ইলিয়টৰ দৃষ্টিত স্তুপীকৃত ভগ্নমূৰ্তি (Broken images) ৰ বাহিৰে আন একো বুলি তেওঁৰ মনত ধৰা দিয়া নাই। "দি ওৱেষ্ট ল্যাণ্ড" ইলিয়টৰ শ্ৰেষ্ঠ কাব্য গ্ৰন্থ বুলি স্বীকৃতি হৈছে। এই কাব্য গ্ৰন্থৰ আঙ্গিকৰ সৈতে ওত:প্ৰোত হৈ আছে তেওঁৰ জীৱন দৰ্শন আৰু নৈতিক জীৱনৰ শুদ্ধতাৰ ওপৰত গভীৰ বিশ্বাস। ইলিয়টৰ কবি মন এই কাব্য গ্ৰন্থত এক উচ্চ শিখৰত আৰোহণ কৰিছে। যুদ্ধোত্তৰ ইউৰোপৰ কিংকৰ্তব্য বিমূঢ়তা, সমস্ত আদৰ্শবাদ মূলক আশা-ভৰসাৰ মূলোচ্ছেদ, পথ-সন্ধানত বিভ্ৰান্তি, চূড়ান্ত অৱসাদ সমসাময়িক ইউৰোপৰ এই সকলো দিশ ইলিয়টৰ কাব্যত মূৰ্ত হৈ উঠিছে। এজৰা পাইণ্ডৰ নামত উৎসৰ্গীত প্ৰথম বিশ্বযুদ্ধোত্তৰ পৃথিৱীৰ ই এক সুন্দৰ মানস দৰ্পণ।

ইয়াৰ উপৰিও ১৯২৫ত প্ৰকাশিত "The Hollow men" কাব্য

গ্ৰন্থত আধুনিক যুগৰ মূল্যবোধহীন মানুহৰ অৱস্থা বৰ্ণনা কৰিছে। এই কাব্য গ্ৰন্থখনত তেওঁৰ কবিতাৰ সুৰ উচ্চ পৰ্যায়ৰ আৰু বিশ্লেষণো তীক্ষ্ণ। "দি হ'লো মেন"ক সেয়েহে "দি ওৱেষ্ট ল্যাণ্ড"ৰ পৰিপূৰক অথবা উপসংহাৰো বুলি কব পাৰি। এটা শতাব্দীৰ অন্তিম মুহূৰ্ত যেন উদাত্তকণ্ঠত ঘোষিত হৈছে এই কাব্য গ্ৰন্থৰ পাতে পাতে। সেই কাব্য গ্ৰন্থত কবিয়ে পৃথিৱীৰ প্ৰতি তেওঁৰ সন্ধানী দৃষ্টি নিক্ষেপ কৰিছে- সেই পৃথিৱী যেন নি:শেষ ক্লান্ত পৃথিৱীখনৰ আকাৰ আছে, কিন্তু গঠন নাই, ছাঁ আছে ৰং নাই, আৰু গতিও যেন পক্ষাঘাত গ্ৰস্ত। এই পৃথিৱীৰ ভঙ্গী আছে অথচ আবেগ নাই। ইলিয়টৰ দৃষ্টিত- "They are empty, without vision, they lean together without thought; their dry voices whisper meaninglessly". ইলিয়টৰ বিশ্বাস এই পৃথিৱীত মানুহে ভালকৈ জীয়াই থাকিবতো নাজানেই, আনকি ভদ্ৰ ভাৱে মৰিবও নাজানে।

পঞ্চাশ বছৰৰ দেওনা পাৰ নৌহওতে ইলিয়টৰ ধ্যান-ধাৰণাই গভীৰতা লাভ কৰে। এইবাৰ অন্য এক দিশ পৰিলক্ষিত হ'ল তেওঁৰ কবিতাত। ইলিয়টে ৰচনা কৰিলে সেই মহান কবিতা "Four quarters" যিটো পঢ়িলে এনে ভাৱ হয় কবিয়ে যেন এক নতুন পোহৰৰ সন্ধান পাইছে, এক উচ্চ আৰু গভীৰতম আধ্যাত্মিক ভাৱনাই তেওঁৰ হৃদয় স্পৰ্শ কৰিছে। বাস্তৱৰ পূজাৰী উদ্বুদ্ধ হৈছে উচ্চতম দাৰ্শনিক চেতনাত। এই অন্ত:সাৰশূন্য সভ্যতাৰ পৰা মানুহৰ মুক্তিৰ পথ অনুসন্ধান কৰিছে বাইবেলৰ বাণী আৰু উপনিষদৰ সঞ্জীৱনী মন্ত্ৰৰ মাজত। এই কাব্য গ্ৰন্থত কবিতাৰ শিল্পৰূপ আৰু ৰস এই দুয়োটাকে অতিক্ৰম কৰি ফুটি উঠিছে এক মহিমামণ্ডিত জীৱন জিজ্ঞাসা।

কবি হিছাপে ইলিয়ট প্ৰসিদ্ধ হ'লেও তেওঁ নাট্যকাৰ আৰু সমালোচক হিছাপেও কম কৃতিত্ব লাভ কৰা নাই। তেওঁৰ মঞ্চ সফল নাটক Murder in the Cathedral, The Cocktail Party, Statesman, Family Reunion আৰু Confidential clerk কাব্য গ্ৰন্থৰ দৰে সমানেই সমাদৰ অৰ্জন কৰিছে। মধ্যযুগৰ ৰহস্য-নাটৰ অনুসৰণত ৰচনা কৰা 'মাৰ্ডাৰ ইন দি ক্যাথেড্ৰাল" বহুতৰ বিবেচনাত ইলিয়টৰ শ্ৰেষ্ঠ নাট্য কাব্য। এই প্ৰসঙ্গতে এজন খ্যাতনামা সমালোচকৰ উক্তি মন কৰিবলগীয়া। তেওঁ লিখিছে- "Murder in the Cathedral is a landmark in modern drama. The impact of its revivalism has been strongly felt. It has

proved that verse can give to drama a meaning and feeling which prose can never give." ধৰ্মীয় শ্বহীদ ক্যাণ্টাৰবেৰিৰ টমাস বেকেটৰ কাহিনীক লৈ ৰচনা কৰা এই নাটকত ইলিয়টে প্ৰলোভনৰ যি মনস্তাত্বিক ৰূপ দক্ষতাৰে প্ৰতিফলিত কৰিছে, সেয়া ভাবিলে আচৰিত হ'ব লাগে।

সমলোচক ৰূপেও ইলিয়টৰ প্ৰতিভাই ইংৰাজী সাহিত্যত এক অভিনৱ ৰীতি প্ৰবৰ্ত্তন কৰিছে। সমালোচক ইলিয়টৰ পৰিচয় আছে তেওঁৰ Selected Essays, On poetry and poets, Poetry and Drama, the Sacred wood. প্ৰভৃতি গ্ৰন্থৰ মাজত। অৱশ্যে ইলিয়টৰ কবিসত্ত্বাৰ পৰা সমালোচক ইলিয়টক পৃথক কৰি ভবা উচিত নহয়, কাৰণ সেই সমালোচনাৰ মাজতেই তেওঁৰ কবি মনৰ ধাৰাটো সু-স্পষ্ট আৰু প্ৰত্যক্ষ হৈ উঠিছে। তেওঁৰ কবিতা ৰচনা আৰু সমালোচনাৰ পদ্ধতি ভিন্ন নহয়। তেওঁৰ মতে কবিতাত কবিৰ ব্যক্তিত্ব-বা আবেগ প্ৰকাশিত নহয়- প্ৰকাশ হয় কেৱল শাশ্বত সত্য। ইলিয়টৰ জীৱনৰ অৰ্দ্ধশতাব্দী কালৰ কাব্য সাধনা এই সত্যৰ সন্ধান· আৰু অনুশীলন সাৰ্থক হৈ উঠিছে। ১৯৪৮ চনত তেওঁ যেতিয়া সাহিত্যৰ নোবেল পুৰস্কাৰ লাভ কৰে তেতিয়া বিশ্বৰ বিদগ্ধ ৰসিক সকলে তেওঁক এজন Trail-blazing pioneer of modern poetry— বুলি অভিনন্দন জনাইছিল।